# মিচিং সংস্কৃতিৰ আলেখ্য



সম্পাদক

ভৃগুমুনি

পৰিবেশক :

লয়াৰ্ছ বুক ষ্টল, পাণবজাৰ

গুৱাহাটী–৭৮১০০১

অসম

MISING SANSKRITIR ALEKHYA—An anthology of various articles written by a number of Mising writers on the life and culture of the Misings, compiled, edited and published by Bhrigumuni Kagyung, Urukhapaja, Birubari, P O. Gopinath Nagar, Guwahati-16, Kamrup, Assam.

Revised and enlarged edition 1989

Price · Rupees 50 00

প্ৰকাশক :

ভৃগুমুনি কাগয়ুং

উৰুখাপ'জা-বিৰুবাৰী

পোঃ আঃ গোপীনাথ নগৰ

গুৱাহাটী-১৬, কামৰূপ, অসম

সংশোধিত আৰু পৰিবৰ্দ্ধিত সংস্কৰণ— ১৯৮৯ চন

মূল্য : ৫০.০০ টকা

অসম জনজাতি গৱেষণা প্ৰতিষ্ঠানৰ
অৰ্থ সাহায্যত প্ৰকাশিত ।

বেটুপাত : শ্ৰীমদন মোহন লহকৰ

মুদ্ৰণ :

শৰাইঘাট প্ৰিণ্টাৰ্চ

এম, চি, ৰোড

গুৱাহাটী-৭৮১ ০০৩

যি জন
স্নেহ-ভাজন ভাগিনে
মামাকৰ সাহিত্য-সংস্কৃতি সাধনাক
বাস্তৱত ৰূপায়িত কৰাত
সৰ্ব্বতো প্ৰকাৰে
সহায়-সহযোগ কৰি আছে,
সেই জন
কল্যাণীয় ভাগিন
শ্ৰীমান ডেম্বি বড়িৰ হাতত

॥ ভৃগুমুনি ॥

# মিচিং সংস্কৃতিৰ আলেখ্য : এটি আগলি বতৰা

উত্তৰ-পূৰ ভাৰতৰ প্ৰাগ্‌জ্যোতিষ, লৌহিত্য, কামৰূপ তথা অসম ৰাজ্য প্ৰাগ্‌ ঐতিহাসিক কালৰে পৰা বিচিত্ৰ জীৱ-জন্তু, গছ-লতা, জন-গণৰ আবাসভূমি বুলি জীৱ-বৈজ্ঞানিক, নৃতাত্ত্বিক, তথা পুৰাতাত্ত্বিক অনুসন্ধানৰ পৰা ক্ৰমে প্ৰতীয়মান হৈছে। জন-গণৰ গঠন প্ৰণালীৰ বৈশিষ্ট্য আলোচনা কৰিলে, আমি দেখিবলৈ পাওঁ যে জাতিগত দৃষ্টিৰে আৰু নৃতাত্ত্বিক সংজ্ঞাৰে নেগ্ৰিটো বা নিগ্ৰইড, প্ৰট'-অষ্ট্ৰেলইড, মঙ্গলইড, মেডিটেৰিনীয়ান আৰু নৰ্দিকসকলৰ সঁচ অসমৰ মানুহৰ মাজত পোৱা যায়। উদাহৰণ স্বৰূপে নেগ্ৰিটো অৰ্থাৎ নিগ্ৰো ধৰণৰ জাতিৰ সঁচ আৰু তেওঁলোকৰ বৰণুণ অসম আৰু নগাভূমিৰ নগাসকলৰ মাজত আছে বুলি ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ে তেখেতৰ 'কিৰাত-জন-কৃতি' নামৰ ইংৰাজী গ্ৰন্থত অভিমত দিছে। প্ৰট'-অষ্ট্ৰেলইড জাতিয়ে অষ্ট্ৰিক গোষ্ঠীৰ ভাষা ব্যৱহাৰ কৰি আহিছে। অসম তথা মেঘালয়ৰ খাছিয়া আৰু জয়ন্তীয়া (ছিনটেং) সকল ভাষাতত্ত্বৰ ফালৰ পৰা অষ্ট্ৰিক যদিও জাতিতত্ত্বৰ দৃষ্টিৰে মঙ্গলইড বা কিৰাত; আনপক্ষে অসমত বসবাস কৰি থকা চাওঁতাল, মুণ্ডা, ওৰাওঁ গোঁড় (গোণ্ড) কুঁম আদি চাহবাগানৰ বনুৱাসকলৰ প্ৰট'-অষ্ট্ৰেলইড জাতিৰ অষ্ট্ৰিক, ভাষা-ভাষী। মেডিটেৰিনীয়ান জাতিৰ তামিল, তেলেগু মালায়ালম, কানাড়ী আদি দ্ৰাবিড়ী ভাষা-ভাষী লোক অসমৰ চাহবাগান, কয়লাখনি অঞ্চলত আছে। আদী, অকা বা হ্ৰুছো, মন্‌পা, ডফলা, মিচিং, মিচিমি, বড়ো-কছাৰী, ডিমাছা-কছাৰী, সোণোৱাল-কছাৰী, লালুং, ৰাভা, মিকিৰ, দেউৰী-চুতীয়া, মিজো, গাৰো বা আচিক, চিংফৌ, নগা আদি মঙ্গলইড বা কিৰাত জাতিৰ লোক আৰু ভাষাৰ পৰা চীন-তিব্বতীয় গোষ্ঠীৰ তিব্বত-বৰ্মী শাখাৰ বিভিন্ন ভাষাভাষী লোক। অসম, নগাভূমি, উত্তৰপূৰ সীমান্ত অঞ্চল (অৰুণাচল), মেঘালয়, কোচ বিহাৰ উত্তৰবঙ্গ আৰু অন্যান্য চুবুৰীয়া অঞ্চলত এই মঙ্গলইড বা

কিৰাত লোকসকলৰ প্ৰাচীন বসতিয়ে অসম তথা উত্তৰ-পূৰ ভাৰতৰ লোক-সংস্কৃতিত বিচিত্ৰতা দান কৰিছে। খামতি, টুৰুং, নৰা, ফাকিয়াল বা টাইফাকে, দোৱনীয়া আদি লোকসকলো মঙ্গলইড বা কিৰাত জাতিৰ চীন-তিব্বতীয় টাই-শ্যামীয় ভাষা-ভাষী আৰু অসমত প্ৰায় ছশ বছৰ ৰাজত্ব কৰি নানা কীৰ্ত্তিকলাপ, ভাস্কৰ্য্য, চিত্ৰকলা, শাসন ব্যৱস্থা, বুৰঞ্জী প্ৰণয়ন পদ্ধতি আদিৰে লোক-সংস্কৃতিৰ বিশিষ্ট অৱিহণা যোগোৱা আহোমসকলো মূলতঃ চীন-তিব্বতীয় টাই-শ্যামীয় ভাষা-ভাষী আছিল যদিও ৰাজনৈতিক আৰু জনসাধাৰণৰ স্বাৰ্থৰ খাতিৰত আৰ্য্যমূলজ অসমীয়া ভাষাক ৰাজকীয় মাধ্যম ৰূপে প্ৰয়োগ কৰি সুদূৰ তেৰ শতিকাৰ পৰাই সাংস্কৃতিক সমন্বয়ৰ উৎকৃষ্ট চানেকী দাঙি ধৰিছে। আহোমসকলৰ পূৰ্ব্বে এই অসম ৰাজ্যত মৰাণ, বৰাহী চুতীয়া আৰু কছাৰী নামেৰে জনাজাত কিৰাত লোকে সুকীয়া ৰাজ্য পাতি বাস কৰি আছিল বুলি অসমীয়া আৰু আহোম ভাষাৰ বুৰঞ্জীত স্পষ্টকৈ লিখা আছে। মিচিংসকল কিৰাত বা মঙ্গলইড লোক হিচাপে নদিক আৰ্য্য, দ্ৰাবিড়, অষ্ট্ৰিক আদিৰ সংস্পৰ্শত কেতিয়া আৰু কেনে ধৰণেৰে আহিল ; কোনসময়ত পৰ্ব্বতৰ পৰা ভৈয়ামলৈ নামিল, সেই বিষয়ে অসমৰ বুৰঞ্জী সাহিত্য নিমাত বুলিয়ে কব লাগিব। তিব্বতী, বৰ্মী, চীনা আদি ভাষাৰ সাহিত্যত কিৰাত লোক-প্ৰব্ৰজনৰ পুৰণি ইতিহাস বা বৰ্ণনামূলক তথ্য আছে নে নাই সেইবিষয়ে এতিয়ালৈকে সম্ভেদ পোৱা নাই। এনেস্থলত মিচিং আৰু সমগোষ্ঠীয় কিৰাতলোকৰ মাজত থকা পৌৰাণিক আখ্যান, কিম্বদন্তী, জনবিশ্বাস, শিলাঙ্কণ, খোদিত মূৰ্ত্তি আদিৰ ওপৰত নিৰ্ভৰ কৰিয়ে প্ৰাচীন ইতিবৃত্তৰ আনুমানিক চিত্ৰ আঁকিবলগীয়া হৈছে। কিৰাত আৰু আৰ্য্যলোকসকলৰ সংস্পৰ্শ আৰু সংমিশ্ৰণ কোন সময়ত হৈছিল সেই বিষয়েও মতভেদ আছে। ডক্টৰ সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ অভিমতবোৰ অৱশ্যে ঠায়ে ঠায়ে চৰ্ব্বিত-চৰ্ব্বণ চানেকীৰে আক্ৰান্ত। ভিন্ ভিন্ লেখকৰ ভিন্ ভিন্ কাকত-পত্ৰত নানা সময়ত নানা উপলক্ষত ৰচিত আৰু প্ৰকাশিত প্ৰবন্ধ সংকলন কৰিবলৈ ওলালে —এনে ধৰণৰ চৰ্ব্বিত-চৰ্ব্বণৰ পৰা হাতসৰা টান। সেয়েহে এই পুথিখনত এনে পৰ্য্যায়ৰ তুলনীয় আৰু সহায়ক পুথিবোৰৰ দৰে ঐক্য, সমন্বয় ৰক্ষা পৰা নাই বুলি মই অনুভৱ কৰিছো: উদাহৰণ স্বৰূপে ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱাৰ 'অসমৰ লোক-সংস্কৃতি,'

আৰু 'অসমীয়া ভাষা আৰু সংস্কৃতি,' ডক্টৰ প্ৰফুল্লদত্ত গোস্বামীৰ 'অসমীয়া জন-সাহিত্য', শ্ৰীভবেন্দ্ৰ নাৰ্জ্জীৰ 'বড়ো-কছাৰীৰ জন-সাহিত্য' আৰু 'বড়োকছাৰীৰ সমাজ আৰু সংস্কৃতি', ডক্টৰ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যৰ 'অসমৰ লোক-উৎসৱ,' শ্ৰীডম্বৰুধৰ দেউৰীৰ 'দেউৰী সংস্কৃতি' আদিৰ দৰে একক প্ৰচেষ্টা আৰু সাহিত্যিক ঐক্য 'মিচিং সংস্কৃতিৰ আলেখ্য'ত নাই ; কিন্তু ডঃ মহেশ্বৰ নেওগ সম্পাদিত 'পবিত্ৰ অসম,' শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাৰ সম্পাদিত 'উছৱৰ ভোগজৰা' আৰু 'উছৱৰ ৰং চ'ৰা,' ডক্টৰ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যৰ সম্পাদিত 'অসমৰ জনজাতি' আদি পুথিৰ দৰে এটি সামূহিক কিন্তু ভিন্নসুৰী যত্ন আৰু উপযোগিতা শ্ৰীভৃগুমুনিৰ এই কৃতিতো বিৰাজমান।

'মিচিং সংস্কৃতিৰ আলেখ্য' পুথিখনৰ প্ৰবন্ধৰাজি পঢ়ি উত্তৰ-পূৰ ভাৰত তথা অসমীয়া সমাজ-সংস্কৃতিত মিচিংসকলৰ বৰঙণি, আনপক্ষে মিচিং সমাজ আৰু সংস্কৃতিত আৰ্য্য অসমীয়া, অষ্ট্ৰিক আৰু দ্ৰাবিড়ী উপাদান কিমান পৰিমাণে লক্ষ্য কৰা যায় সেই বিষয়ে কেইটামান পৰ্য্যবেক্ষণ দাঙি ধৰিলো। 'মিচিং সংস্কৃতিৰ আলেখ্য' লেখক (সৰ্ব্বশ্ৰী) তৰুণচন্দ্ৰ পামেগাম, নাহেন্দ্ৰ পাদুন, টংকেশ্বৰ লইং, নন্দেশ্বৰ পামেগাম, ইন্দ্ৰেশ্বৰ পেগু, দুৰ্গা ৰেগন, চকভাল কাগ্যুং, টাবু টাইদ, ৰত্নেশ্বৰ পেৰ্মে, গণেশ পেগু প্ৰমুখ্যে সংগ্ৰাহক শ্ৰীভৃগুমুনিলৈকে অভিনন্দন জনাই আৰু 'চৰৈবতি চৰৈবতি' বাণীৰে আহ্বান কৰি মিচিং সংস্কৃতিৰ সোৱণ-শিৰীত মৰো বুৰ মাৰিলো। এই প্ৰসঙ্গতে 'মিৰি জাতিৰ বুৰঞ্জী' লেখক ৺সোণাৰাম পাএাং কটকীলৈ ওলগ যাচিছোঁ। মিচিঙৰ ভাষাক গ্ৰীয়াৰ্ছন, ৰবাৰ্ট শ্বেফাৰ আদি পণ্ডিতে উত্তৰ অসম তিব্বত-বৰ্ম্মী ঠালত পেলাইছে। আদী বা আবৰ (অসমীয়া ভাষাত আবৰ নামটো বেছিকৈ প্ৰচলিত সামাজিক বুৰঞ্জীৰ দৃষ্টিৰে) ভাষা আৰু ইয়াৰ উপভাষাবোৰৰ পৰা মিচিং ভাষা পাহাৰ আৰু ভৈয়ামত কিদৰে পৃথক ৰূপ পাইছে আৰু তিব্বতীয় ভাষাৰ লগতে মিচিং, আদী আৰু বড়ো গোষ্ঠীৰ ভাষাৰ কিমান যোগসূত্ৰ— এইবিষয়ে ভাষাতাত্ত্বিক অধ্যয়নৰ থল আছে। মিচিং ভাষাৰ লিপি আৰু মিচিং ভাষাৰ মান্যৰূপ, উপভাষা, মিচিং ভাষা নোকোৱা মিচিঙৰ আলোচনা পঢ়ি বোধ হৈছে যে মন্পা, অ'কা (হ্ৰুছো), ডফলা, আপাতানি

আদি জনজাতি আৰু সংশ্লিষ্ট উপজাতি বা উপজনজাতিবোৰৰ সুকীয়া গ্ৰন্থ (মন'গ্ৰাফ) ৰচনাৰ লগতে উত্তৰ-পূব ভাৰতৰ এটি নতুনকৈ পুংখানুপুংখ ভাষাতাত্বিক সমীক্ষাৰ প্ৰয়োজন। পুনাৰ ডেক্কান কলেজৰ সঞ্চালক ভাষাতাত্বিক ডক্টৰ এছ.এম. কাত্ৰেই কেবাবছৰ আগেয়ে গ্ৰীয়াছ'নৰ 'লিংগুইষ্টিক ছাৰ্ভে' অব ইণ্ডিয়া'ৰ আহিৰে নতুনকৈ ভাষাতাত্বিক জৰীপৰ প্ৰস্তাৱ দাঙি ধৰিছে।

মিচিং ভাষাত মহাপ্ৰাণধ্বনিৰ অভাৱ, বিবৃত স্বৰধ্বনিৰ প্ৰাধান্য আদিলৈ শ্ৰীপাদুনে বাইজৰ দৃষ্টি আকৰ্ষণ কৰিছে: অসমৰ বড়ো ভাষাতো বিবৃত ওষ্ঠৰে উচ্চাৰিত স্বৰধ্বনি আছে। তদুপৰি বড়ো ভাষা তিব্বতী, বৰ্ম্মী, চীনা আদি ভাষাৰ দৰে সুৰ প্ৰাধান্যমূলক (Tonal); মিচিং ভাষা শ্বাসাঘাতমূলক নে সুৰপ্ৰধান এই বিষয়ে সাৱধানে বিচাৰ কৰি উলিয়াব লাগিব। এই সংক্ৰান্তত মিচিঙৰ মাজত মিচিং ভাষা নজনা মিচিঙৰ বৈশিষ্ট্য, সোণোৱাল কছাৰী, ৰাভা সমাজৰ অনুৰূপ বৈশিষ্ট্য-ৰাজিলৈ আঙুলিয়াব পাৰি।

মিচিঙৰ ধৰ্ম্ম ধাৰণা যে ঈশ্বৰবাদীহে বহুতো বিদেশী শাসক আৰু ধৰ্ম্মযাজকে কোৱামতে জড়বাদী বা জড়োপাসক নহয়—সেইবিষয়ে প্ৰমাণিত হৈছে। মিচিঙৰ মাজত আৰ্য্যহিন্দু ধৰ্ম্মৰ প্ৰভাৱ, মহাপুৰুষীয়া বৈষ্ণৱ, তথা অন্য ধৰ্ম্মৰ বিস্তৃতি, খৃষ্টান ধৰ্ম্মৰ অনাধিপত্য আদিলৈ সততে দৃষ্টি আকৰ্ষিত হয়। জোনক পিতা বা পুৰুষৰূপে আৰু বেলিক আই বা নাৰীৰূপে মিচিঙৰ মাজত থকা মনোৰম ধাৰণা, খাছিসকলৰ ধাৰণা আৰু বৈদিক আৰ্য্যৰ সুধাংশু বা শশধৰ আৰু সাবিত্ৰীৰূপৰ লগত তুলনীয়। মিচিঙৰ দেওধাই বা মিৰু (মিৰই) তথা মিৰুৰ তত্ত্ব বড়োকছাৰীৰ দেওধাই-দেওধনী, হিন্দুৰ দৈৱজ্ঞ তথা দেৱদাসী, আহোমৰ বাইলুঙ, মণিপুৰী বা মেইথেই সকলৰ মাইবা-মাইবিৰ লগত তুলনা কৰিব পাৰি।

ডবলিউ.চি.স্মিথ চাহাবে আওনগা সম্পৰ্কীয় পুথিত তেৰটা মঙ্গোলীয় বৈশিষ্ট্যৰ কথা কৈছে: অসমৰ মিচিঙৰ মাজত তাঁত বোৱা 'পদ্ধতি', আপং (লাউপানী) আৰু তামোল-পাণৰ ব্যৱহাৰ, ম্লিৰি জিম কাপোৰৰ উৎপাদন, মুৰংঘৰ আদি আৰু জন্ম, বিবাহ আৰু মৰণ সম্পৰ্কীয় নানা বৈশিষ্ট্যৰ আলোচনাৰ থলী 'মিচিং

সংস্কৃতিৰ আলেখ্য'ই দাঙি ধৰিছে। মিচিঙৰ সামাজিক পৰিচয়, সাংস্কৃতিক জীৱন, অনুষ্ঠান-উৎসৱ, লোক সাহিত্য, সমাজ-ব্যৱস্থান, বিবাহ, নৃত্য-গীত-বাদ্য, শিল্পকলাৰ আলোচনা এই পুথিত সুন্দৰকৈ আছে। অসমৰ বিহু গীত-নৃত্যত মিচিঙৰ সুৰণশিৰীয়া সুৰধ্বনি সুস্পষ্ট।

পুৰণি অসমত ৰচিত কালিকা পুৰাণ, যোগিনীতন্ত্ৰ আদি সংস্কৃত গ্ৰন্থত অসমীয়া তথা আহোম ভাষাত ৰচিত বুৰঞ্জী সাহিত্যত, তদুপৰি চৰিত পুথি, বংশাৱলী আদিত উত্তৰ-পূব অসমৰ কিছুমান ৰাজকীয় ঘটনাৰ প্ৰবাহৰ উল্লেখ থাকিলেও, সাধাৰণ জনগণৰ পূৰ্ণাঙ্গ পৰিচয় নাই। সোমাৰ পীঠৰ বৰ্ণনাৰপৰা মিচিংসকলৰ স্পষ্ট ছবি আঁকিব নোৱাৰি। বৃটিছ যুগত খৃষ্টান মিছনেৰী (ধৰ্ম প্ৰচাৰক) আৰু বিষয়া শাসকসকলে নিজা দৃষ্টি ভঙ্গীৰে তেওঁলোকৰ অভিজ্ঞতাৰে প্ৰতিবেদন, স্বকীয় গ্ৰন্থ লিখি থৈ গৈছে; এইবোৰ প্ৰতিবেদন গ্ৰন্থত নানা ভুল-ত্ৰুটী সন্নিবিষ্ট হোৱা পৰিলক্ষিত হৈছে। স্বৰাজোত্তৰ কালত শিক্ষা বিস্তাৰৰ লগে লগে মিচিং সমাজত আত্ম-চেতনা আৰু জাতীয় ভাবেৰে অনুপ্ৰাণিত লেখক সকল মিচিং ভাষা, সাহিত্য, সমাজ, সংস্কৃতিৰ বিভিন্ন দিশ চালিজাৰি চাবলৈকে আগবাঢ়ি অহাটো অতি উৎসাহৰ বিষয়। সন্নিবিষ্ট প্ৰবন্ধ ৰাজিৰ জৰিয়তে মিচিং সকলৰ পৰিচয়, সাংস্কৃতিক জীৱন, অনুষ্ঠান আৰু উৎসৱ, লোক-সাহিত্য, সামাজিক পদ্ধতি, নৃত্য-বাদ্য, শিল্প, ঘৰবাৰী, বিশ্বাস, ধৰ্ম, ভাষা আদি ধাই বাৰটা অধ্যায়ত 'মিচিং সংস্কৃতিৰ আলেখ্য'ত মিচিং জীৱনৰ বহুমুখী বৰ্ণনা দাঙি ধৰা হৈছে।

এনেধৰণৰ প্ৰবন্ধ সংকলনৰ জৰিয়তে মিচিং সংস্কৃতিৰ আৰু সমাজৰ সামগ্ৰিক ৰূপায়ণ কৰা সম্ভৱ নহ'বও পাৰে, কিয়নো সাংস্কৃতিক বিষয়ৰ নানা দিশ বিবিধ সামগ্ৰী দৃষ্টিৰ বাহিৰত ৰৈ যাব পাৰে, তথাপিও এই গ্ৰন্থখনৰ কৃতীলেখকসকলৰ প্ৰবন্ধমালাই উত্তৰোত্তৰ ধাৰাবাহিক আৰু বৈজ্ঞানিক প্ৰচেষ্টাৰ বাবে বাট মুকলি কৰিব। অসমৰ আন আন খলুৱা লোক বা জনজাতিৰ বিষয়েও এনেধৰণৰ প্ৰচেষ্টাৰে সমূহীয়া প্ৰবন্ধ সংকলন নাইবা একক গ্ৰন্থ সৃষ্টি হ'লে, সমগ্ৰ অসম আৰু উত্তৰ-পূব ভাৰতৰ জন-গণৰ সমাজ-সংস্কৃতিৰ তুলনামূলক মূল্যাঙ্কণ সম্ভৱপৰ হ'ব।

মিচিংসকলৰ সমাজ সংস্কৃতিৰ প্ৰতি ১৯৬০ চনৰে পৰা অসম সাহিত্য সভাৰ 'অসমৰ জনজাতি' সম্পাদন আঁচনিৰ জৰিয়তে বিশেষভাৱে আকৃষ্ট হৈছিলোঁ। ইতিপূৰ্বে প্ৰিয়বন্ধু তৰুণচন্দ্ৰ পামেগামৰ জৰিয়তে গুৱাহাটী বিশ্ববিদ্যালয়ত আৰম্ভ কৰা লোকগীত সাধু সংকলৰ আঁচনিৰ সংযোগত আৰু ডাঃ নুমল পেগুৰ ইংৰাজী পুথিখন পঢ়িও ক্ৰমে এই বিষয়লৈ আমাৰ আগ্ৰহ বাঢ়িছিল। অসমৰ জনজাতীয় ভাষাসমূহৰ পটভূমি অধ্যয়নৰ পথত মিচিং ভাষা সংস্কৃতিৰ বিষয়ে দেশী-বিদেশী নানা গ্ৰন্থ তথা প্ৰবন্ধত উল্লেখ পঢ়িবলৈ পাইছিলোঁ যদিও বিশদ জ্ঞান লাভৰ সুবিধা ঘটা নাছিল। "মিচিং সংস্কৃতিৰ আলেখ্য" ই আমাৰ সেই আগ্ৰহ বহুপৰিমাণে পূৰাব পাৰিছে। অসম চৰকাৰ, অসম সাহিত্য সভা, গুৱাহাটী বিশ্ববিদ্যালয় আৰু ডিব্ৰুগড় বিশ্ব-বিদ্যালয়ৰ দৃষ্টি এই গ্ৰন্থখনিলৈ আকৰ্ষণ কৰি মই নিৰ্দ্ধাৰিত আঁচনিৰে মিচিংসকলৰ ভাষা-উপভাষা, লোক-সাহিত্য, বুৰঞ্জী, নৃতত্ত্ব, সমাজ আৰু সংস্কৃতিৰ গৱেষণা চৰ্চা-পৰ্য্যালোচনাৰ ক্ষেত্ৰত আগবাঢ়িবলৈ আহ্বান জনাওঁ।

মিচিং সমাজৰ প্ৰাণকেন্দ্ৰ আৰু ঐক্যৰ সেতু মুৰংঘৰ বা ডেকা চাং অসমৰ জনজাতীয় জীৱনৰ বৈশিষ্ট্যৰ নিদৰ্শন। এনে ডেকা চাং আওনগা, গালং, মিঞং, পাদাম, টাংখুল নগা, খামটি আদি থলুৱা লোকৰ মাজতো আছে; খামটি আৰু টাংখুল নগাৰ মাজত সুকীয়া গাভৰু চাং অনুষ্ঠানৰ ৰবঙণি আৰু বৈষ্ণৱ যুগৰ সত্ৰ-নামঘৰ প্ৰতিষ্ঠাৰ পথত আৰু গণতান্ত্ৰিক আহিৰ পঞ্চায়ত ব্যৱস্থাৰ ক্ষেত্ৰত ডেকাচাং, গাভৰুচাঙৰ প্ৰভাৱ তথা যুৱ সংগঠনৰ আদৰ্শ সম্যক বিবেচনাৰ বিষয়। এনে পটভূমিতে সামাজিক অনুষ্ঠান আৰু উৎসৱ পৰবৰ তুলনামূলক অধ্যয়ন সম্ভৱপৰ হ'ব।

মিচিংসকলৰ নৈপৰীয়া আৰু লুইতপৰীয়া কৃষ্টি, জন্ম, বিবাহ, নৃত্য-বাদ্য, গীত, মাত, শিল্প, ঘৰ-বাৰী, মৰণ, ধৰ্ম্ম বিশ্বাসক কেন্দ্ৰ কৰি মিৰু, আলিয়াই-লৃগাং, পঃৰাগ, অইনিঃতম, গোত্ৰ, ভাষা আদি মূল্যবান বিষয়ৰ বিশ্লেষণেৰে তথ্য সমৃদ্ধ হৈছে। জন্মান্তৰৰ ঘনীভূত ৰহস্য এই গ্ৰন্থত বিভিন্ন দৃষ্টিকোণেৰে বিচাৰ কৰা হৈছে। শ্ৰীদুৰ্গা বেগন আৰু শ্ৰীনাহেন্দ্ৰ পাদুনৰ আচিন, ভাগিৰ, আৰু য়াল বা আত্মাৰ পুনৰায়নৰ প্ৰতি আগ্ৰহ-

শীল পাঠক-পাঠিকাৰ দৃষ্টি আকৰ্ষণ কৰিলেঁা। শ্ৰীপাদুৰ মতে "মিচিং' সকলে বিশ্বাস কৰে যে প্ৰতিজন মানৱ দেহত এটি য়াল বা আত্মা আছে, যি জীৱন্ত মানুহৰ দৰেই বিচৰণশীল। এই আত্মা অমৰ আৰু অদৃশ্য। মানৱৰ মৃত্যুত দেহৰ আৱৰণৰ পৰা আত্মা বাহিৰ হৈ ওলাই আহে। কিন্তু পৰমাত্মাত বিলীন নহয়। 'মিৰু'ৰ (দেওধাই) হতুৱাই মঙ্গল চাই তাৰ প্ৰতিবিধানৰ কাৰণ জানি লৈ পূজা অৰ্চ্চণা কৰিলে দেহলৈ আত্মাৰ পুনৰ আগমন হয় বুলি বিশ্বাস কৰে। অৰ্থাৎ সাময়িকভাৱে আত্মা দেহৰ বাহিৰত থাকিব পাৰে অাৰু পূজা পাতলৰ যোগেদি আত্মাক পূৰ্ব্বৰ স্থিতাৱস্থালৈ ঘূৰাই আনিব পাৰে।"—এই তত্ত্বৰ লগত বৌদ্ধ-জাতক আৰু পাৰিনিৰ্ব্বাণ, আৰ্য্য হিন্দুসকলৰ আত্মা-পৰাত্মাবাদৰ মিল-অমিলৰ দাৰ্শনিক আলোচনা হোৱা উচিত। গোত্ৰৰ ধাৰণা আৰু উৎপত্তি, পিতৃ প্ৰধান সমাজৰ বৈশিষ্ট্য, সমাজত নাৰীৰ স্থান আদি বিষয়বোৰ ডিমাছা, বড়ো, গাৰো আদি সমাজৰ অনুৰূপ বৈশিষ্ট্যৰ লগত তুলনামূলক বিচাৰৰ যোগ্য। স্বপ্নতত্ত্ব আৰু স্বপ্নৰ প্ৰভাৱ মিচিংসকলৰ মনোৰম বিষয় আৰ্য্যহিন্দু, ডফলা, নগাসকলৰ লগত এই বিষয়ৰ তুলনামূলক অধ্যয়ন সম্ভৱপৰ।

মিচিংসকলৰ বোৱন-কাটন, নৃত্য গীত, শিল্পকলা, সাজ-পাৰ, পানভোজনৰ বৈশিষ্ট্যবোৰ গভীৰভাৱে গমি-পিটি চাই সদৌ উত্তৰপূৱ ভাৰতীয় সমাজৰ ছবি অঁাকিবলৈ, অন্যান্য লোকসকল আগবাঢ়ি আহক এই কামনাৰে 'অসমৰ লুইত-সোৱণশিৰীপৰীয়া' মিচিং বাইজৰ বুকুৰ সোণ জিলিকি উঠিব বুলি আশা ৰাখি এয়া আগলি বতৰাৰে অসমৰ সংস্কৃতিৰ ৰৰপথাৰলৈ ৰিঙিয়াই মাতিলেঁা।

নৱাগীৰ চান্দমাৰি,
গুৱাহাটী-৭৮১০০৩

শ্ৰীপ্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য

# সম্পাদকৰ এষাৰ

এইখন পুথিত মিচিং বা মিৰি সমাজৰ চিত্ৰ এটা দাঙি ধৰাৰ প্ৰয়াস কৰা হৈছে। আজিও মিচিং সমাজক প্ৰতিনিধিত্ব কৰিব পৰা সংস্কৃতি বিষয়ৰ বিশদ বিৱৰণৰ পুথি অসমীয়া ভাষাত প্ৰকাশ হোৱা নাই। জাতীয় জীৱনত সামাজিক আৰু সাংস্কৃতিক আদান প্ৰদানৰ যোগেদিহে আত্মীয়তা, জাতীয় ঐক্য, সম্প্ৰীতি, সংহতি গঢ়ি উঠে আৰু জাতিৰ সৰ্ব্বাঙ্গীন উন্নতি সম্ভৱ হ'ব পাৰে; কিন্তু এইখিনি উপাদানক সঠিকভাৱে পৰস্পৰে উপলব্ধি কৰিব নোৱাৰিলে বহুক্ষেত্ৰত সামাজিক জীৱন-যাত্ৰাত কেৰোণ আহি পৰে।

আজি ভাৰতবৰ্ষত আৰ্য্য-সংস্কৃতি বা অনাৰ্য্য সংস্কৃতি বুলি কোনো এটা সুকীয়া সংস্কৃতি নাই। বিশাল বিস্তৃত এই পুত-পবিত্ৰ ভাৰত ভূমি বহু জাতি উপজাতিৰ মিলনৰ লীলাভূমি আৰু সভ্যতা সংস্কৃতিৰ মহামিলনৰ নিকেতন। ইয়াৰ বিভিন্ন অঞ্চলত বাস কৰা বিভিন্ন জাতি প্ৰজাতিৰ কৃষ্টি সংস্কৃতিৰ সমন্বয়তে আজিৰ ভাৰতীয় সংস্কৃতি গঢ়ি উঠিছে। সংস্কৃতিৰ লগত সংস্কৃতিৰ মিলন স্বাভাৱিক আৰু তাৰ মাধ্যমেৰেহে সামাজিক জীৱনত আত্মীয়তা গঢ়ি উঠে; সংস্কৃতি আৰু দুষ্কৃতিৰ মাজত যি সংঘৰ্ষ ই জাতীয় জীৱনৰ উন্নতিত অন্তৰায়ৰ সৃষ্টি কৰে। ৰাজনৈতিকভাৱে সামাজিক জীৱনত যি সংমিশ্ৰণ ঘটে ই জাতীয় জীৱনলৈ প্ৰকৃত সামাজিক আত্মীয়তা আনি দিব নোৱাৰে, মাথোন জীৱনযাত্ৰাত নিৰাপত্তাহে আনি দিয়ে। গতিকে, দেখা যায় সামাজিক আত্মীয়তা আনিবলৈ হ'লে আমাৰ বাৰেবৰণীয়া সংস্কৃতিৰ কথা সঠিকভাৱে বুজি পোৱা নিতান্ত প্ৰয়োজন। এই ক্ষেত্ৰত এইখন পুথিয়ে আমাৰ অনুসন্ধিৎসু-পাঠক সমাজক কিমানখিনি সমল যোগাব পাৰিব তাক পাঠক সমাজেই বিচাৰ কৰিব।

অসমীয়া ভাষাত একক প্ৰচেষ্টাৰ যোগেদি সংস্কৃতি বিষয়ক কেবাখনো মূল্যবান পুথি ইতিমধ্যে প্ৰকাশিত হৈছে। ইয়াৰ ভিতৰত ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাৰ "অসমৰ লোক সংস্কৃতি", শ্ৰীভবেন নাজিৰৰ "বড়ো কছাৰীৰ সমাজ আৰু সংস্কৃতি" আৰু

শ্ৰীডম্বৰুধৰ দেউৰীৰ "দেউৰী সংস্কৃতি" বিশেষভাৱে উল্লেখযোগ্য। এনে একক প্ৰচেষ্টাৰ পুথিবোৰত বিষয়বস্তুৰ উত্থাপন বৰ্ণনাৰ অসম্পূৰ্ণতাক লৈ মতানৈক্য—আৰু অনুসন্ধিৎসু পাঠক সমাজে বিচৰা বিভিন্ন দিশৰ বিভিন্ন সম্যক সমলবাজি যোগাব নোৱাৰাৰ কথাও নুশুনা নহয়। পাঠক সমাজৰ এনেবোৰ কথাৰ প্ৰতি লক্ষ্য ৰাখি এই পুথিখনত কিছুমান থুল-মূল বিষয়বস্তুৰ পৰিপূৰ্ণতাৰ কাৰণে —বিশেষভাৱে বিভিন্ন সময়ত বিভিন্ন দৃষ্টি-ভঙ্গীৰে "বিভিন্ন অঞ্চলৰ বিভিন্ন লেখকে লিখা পূৰ্ব্ব-প্ৰকাশিত বিভিন্ন উপাদানৰ আলেখ্যবাজি আৰু অসম্পূৰ্ণ বিষয়বস্তুৰ প্ৰবন্ধাৱলী আৱশ্যকমতে নতুনকৈ অভিজ্ঞ লেখকৰ দ্বাৰা লিখাই একেটা বিষয় বস্তুৰ একাধিক প্ৰবন্ধ সন্নিবিষ্ট কৰা হৈছে।

স্থান কাল পাত্ৰ ভেদে সামাজিক জীৱন যাত্ৰা বিৱৰ্ত্তন-পৰিৱৰ্ত্তন হৈ অহাৰ লগে লগে কৃষ্টি সংস্কৃতিৰো পৰিৱৰ্ত্তন ঘটে। পুথিত সন্নিবিষ্ট কৰা সামাজিক লোকাচাৰ আৰু উৎসৱৰ আনু-ষঙ্গিক উপাদানবোৰত লেখক সকলৰ মাজতো মতানৈক্য হোৱা দেখা গৈছে। আদিম সমাজে গ্ৰহণ কৰা প্ৰতীকধৰ্মী নীতিত একোটা যুক্তিসঙ্গত নীতি বা গ্ৰহণযোগ্য অন্তৰ্নিহিত তত্ত্বও যে নাই তাক আমি ক'ব নোৱাৰো। তেনেবোৰ প্ৰতীক সংক্ৰান্তৰ মতানৈক্য থকাত সম্পাদকে একাধিক প্ৰবন্ধ সন্নিবিষ্ট কৰাৰ বাহিৰে অন্য উপায় নাই। এনে বিষয়ত অভিজ্ঞলোকে ভুলখিনি ভৱিষ্যতে আমাক আঙুলিয়াই দিলে সহায় কৰা হ'ব।

পূৰ্ব্ব-প্ৰকাশিত প্ৰবন্ধ পুৰণি কাকত পত্ৰৰ পৰা সংগ্ৰহ কৰাটো এটা কষ্টসাধ্য কাম। আজি বহুবছৰ ধৰি নিজে সংগ্ৰহ কৰা প্ৰবন্ধাৱলীৰ বাহিৰেও যিসকল ব্যক্তিয়ে পুথিত সন্নিবিষ্ট কৰা প্ৰবন্ধবোৰৰ উদ্ধাৰ কাৰ্য্যত পৰোক্ষ আৰু প্ৰত্যক্ষভাৱে সহায় কৰিছে, যিকিখন সাময়িক কাকত পুথিৰপৰা প্ৰবন্ধবাজি উদ্ধাৰ কৰা হৈছে সেইসকল স্বনামধন্য সম্পাদক, লেখক, ব্যক্তি-বিশেষ, অনুষ্ঠানৰ ভিতৰত মৰিয়নীৰ "বন্তি সাহিত্য মন্দিৰ", যোৰহাট, গুৱাহাটীৰ জিলা পুথি ভঁৰাল, গুৱাহাটীৰ নবীন বৰদলৈ পুথি-ভঁৰালৰ কৰ্মকৰ্ত্তা সকলৰ ওচৰত সম্পাদক চিৰকৃতজ্ঞ।

সংকলনত নিৰ্ব্বাচিত পুৰণি প্ৰবন্ধবোৰ পুনৰ প্ৰকাশৰ বাবে অনুমতি দিয়া, অনুৰোধ ৰক্ষা কৰি কষ্ট সহকাৰে আৱশ্যকীয়

নতুন প্ৰবন্ধবাজি লিখি দিয়া লেখকসকলৰ ওচৰত সম্পাদক চিৰঋণী ; সমূহ লেখকলৈ আন্তৰিক শলাগ আগবঢ়ালোঁ।

মিচিং সাংস্কৃতিক উপাদানবাজিৰ আলেখ্যৰ সম্বন্ধে মিচিং সমাজক প্ৰতিনিধিত্ব কৰিব পৰা একমাত্ৰ অসমীয়া ভাষাৰ পুথি "মিচিং সংস্কৃতিৰ আলেখ্য"ৰ আৱশ্যকতা গভীৰ ভাৱে উপলব্ধি কৰি প্ৰকাশৰ কাৰণে কৰা কাৰ্য্যত সঁহাৰি জনাই "অসম জনজাতি গবেষণা প্ৰতিষ্ঠান"ৰ সঞ্চালক মান্যবৰ শ্ৰীবুদ্ধীন্দ্ৰ নাথ বৰদলৈদেৱে কৰা প্ৰচেষ্টা আৰু প্ৰকাশৰ কাৰণে আগবঢ়োৱা আৰ্থিক সাহায্যৰ বাবে বৰদলৈদেৱ প্ৰমুখ্যে বিভাগীয় কৰ্মকৰ্ত্তালৈ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

সম্পাদনাৰ ক্ষেত্ৰত পুথিখনৰ সকলো দিশৰ পৰিপূৰ্ণতাত আন্তৰিকতাৰে সম্বৰ্দ্ধিতকৰণে সহায়-সহযোগ আগবঢ়োৱা অধ্যাপক নাহেন্দ্ৰ পাদুনলৈ মোৰ বুকুভৰা এৰাকু মৰম যাচিলোঁ।

পুথিখনৰ পাতনি অশেষ যত্ন সহকাৰে লিখি দিয়াৰ বাবে পূজ্যবৰ ডঃ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱলৈ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

বেটুপাতৰ ছবিখন স্বকীয় মিচিং মেখেলা-চোলেঙৰ পৰা যত্ন-সহকাৰে আঁকি দিয়াৰ বাবে মোৰ শিক্ষা গুৰু শ্ৰীযুক্ত মদন মোহন লহকৰদেৱলৈ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

যথা সময়ত এই বৃহৎ আকাৰৰ পুথিখন যত্ন-সহকাৰে গুৱাহাটীৰ শৰাইঘাট প্ৰিন্টাৰ্ছে ছপাই দিয়াৰ বাবে মালিক পক্ষ প্ৰমুখ্যে কৰ্ম্ম-কৰ্ত্তা সকলোলৈকে ধন্যবাদ জ্ঞাপন কৰিলোঁ।

অনুসন্ধিৎসু আৰু জিজ্ঞাসু মনোভাৱাপন্ন সহৃদয় পাঠক-পাঠিকাৰ পৰামৰ্শ আৰু প্ৰয়োজনীয়তাৰ তাগিদাৰ প্ৰতি গুৰুত্ব আৰোপ কৰি এই পৰিবৰ্দ্ধিত সংস্কৰণ আগবঢ়োৱা হ'ল, নিজ গুণে শুদ্ধি-অশুদ্ধিৰ বিচাৰ-বিবেচনাৰে দৃষ্টিপাত কৰিলে সম্পাদকৰ পৰিশ্ৰম সাৰ্থক হ'ব আৰু কৃতাৰ্থ হ'ম।

উকুমাপঞ্জা-বিবুৰাৰী
ফেব্ৰুৱাৰী-১৯৮৯

ভৃগুমুনি
সম্পাদক

# লিপ্যন্তৰ

মিচিং ভাষাৰ শব্দবোৰৰ সঠিক উচ্চাৰণৰ বাবে এই পুথিত অসমীয়া আৰু ৰোমান আখৰৰ সহায়ত কিছুমান ধ্বনিলিপি ব্যৱহাৰ কৰা হৈছে। যেনে

স্বৰধ্বনি ঃ

হ্ৰস্বস্বৰ— অ=O, আ=A, ই=I, উ=U, এ=E, আ৾=C, অ৾=V

দীৰ্ঘস্বৰ— অঃ=O:, আঃ=A:, ইঃ=I:, উঃ=U:, এঃ=E:, আ৾ঃ=C:, অ৾ঃ=V: ।

ব্যঞ্জন ধ্বনি

| | | |
|---|---|---|
| ক K, | গ=G, | ঙ=NG, |
| চ=S, | জ J, | ঞ=NY, |
| ত=T, | দ=D | ন=N, |
| প=P, | ব=B, | ম=M |
| য় Y, | ৰ=R, | ল=L, |
| ৱ=W, | হ H, | |

উচ্চাৰণ ঃ

১। মিচিং ভাষাৰ ধ্বনিবোৰৰ উচ্চাৰণ অসমীয়া বৰ্ণবোৰৰ দৰেই হ'ব। ৰোমান আখৰবোৰৰ উচ্চাৰণ অসমীয়া বৰ্ণৰ দ্বাৰা সূচিত হৈছে।

২। স্বৰধ্বনিবোৰৰ হ্ৰস্ব আৰু দীৰ্ঘ দুটা ৰূপ আছে। হ্ৰস্ব ধ্বনিৰ পিছত এটা কলন চিহ্ন সংযোগ কৰি দীৰ্ঘত্ব সূচোৱা হৈছে। হ্ৰস্বতকৈ অলপ দীঘলীয়াকৈ উচ্চাৰণ কৰিলে দীৰ্ঘস্বৰ হ'ব।

৩। আ৾ বা c=মধ্য কেন্দ্ৰীয় ধ্বনি। ইংৰাজী bird শব্দৰ 'i' টোৰ দৰে ইয়াৰ উচ্চাৰণ হ'ব।

৪। অ৾ বা v= উচ্চ কেন্দ্ৰীয় ধ্বনি। জাৰ্মান Max Müllar নামটোৰ ü ধ্বনিৰ দৰে ইয়াৰ উচ্চাৰণ হ'ব।

৫। Ng একেলগে থাকিলেও এটা ধ্বনি বুলি ধৰিব লাগে। অসমীয়া ঙ-ৰ দৰে উচ্চাৰণ হ'ব। n আৰু gৰ বেলেগ উচ্চাৰণ

হ'লে আখৰ দুটাৰ মাজত হাইফেন থাকিব। যেনে—পঙাব্ = pongab = পাঢ় শেষ কৰ্। পন্‌গাব্ = pon-gab = বান্ধি বাখ্‌, ইত্যাদি।

৬। Ny ও এটা ধ্বনি। ইয়াৰ উচ্চাৰণ অসমীয়া ঞ-ৰ সমপৰ্য্যায়ৰ। n আৰু y বেলেগ ধ্বনি হিচাপে ব্যৱহৃত হ'লে তাৰ মাজত হাইফেন থাকিব। যেনে—পাঞো = penyo = পাগ মাৰি। পিন্‌য়াং = pin-yang গেলা ভাত, ইত্যাদি।

৭। অসমীয়া আখৰৰ ব্যঞ্জন ধ্বনিবোৰ শব্দৰ শেষত বা অক্ষৰৰ শেষত ব্যঞ্জনান্ত হ'লে তাৰ তলত হসন্ত চিহ্ন থাকিব। স্বৰান্ত হ'লে একো নাথাকে। যেনে—আৰ aro = সঁচা; আয়াৰ্ = ayar = দীঘ; আতাব্ = atab চেপেটা; পাঃতব - pa:tobo = পাৰেঁা; ইত্যাদি।

# সূচীপত্ৰ

## প্ৰথম অধ্যায় ঃ সংস্কৃতি



## দ্বিতীয় অধ্যায় ঃ পৰিচয়



## তৃতীয় অধ্যায় ঃ সাংস্কৃতিক জীৱন



## চতুৰ্থ অধ্যায় ঃ লোকউৎসৱ আৰু অনুষ্ঠান

পঞ্চম অধ্যায় ঃ লোক-সাহিত্য



ষষ্ঠ অধ্যায় ঃ লোকনৃত্য আৰু বাদ্যযন্ত্ৰ



সপ্তম অধ্যায় ঃ সামাজিক জীৱন



অষ্টম অধ্যায় ঃ বৈবাহিক পদ্ধতি

## নবম অধ্যায় ঃ ঘৰবাৰী



## দশম অধ্যায় ঃ লোক-শিল্প



## একাদশ অধ্যায় ঃ ধৰ্ম আৰু লোক-বিশ্বাস



## দ্বাদশ অধ্যায় ঃ মিচিং ভাষা

# কিতাপ পোৱাৰ ঠিকনা

লয়াৰ্ছ বুক ষ্টল, পাণবজাৰ, গুৱাহাটী-৭৮১০০১

উৰ্বশী কাগ্যুং, পাহাৰীপঁজা—বিনুবাৰী, পোঃ গোপীনাথনগৰ, গুৱাহাটী-১৬

ভানুৰাম দলে, বৰ্বাবিল গাওঁ, পোঃ মেৰমুখ, ডিক্রং, লক্ষীমপুৰ

হেম পায়েং, মহকুমা পৰিষদ, পোঃ উত্তৰ লক্ষীমপুৰ, লক্ষীমপুৰ

মুহিৰাম পেগু, পমুৱা গাওঁ, পোঃ গোগামুখ, লক্ষীমপুৰ

অধ্যাপক বুদ্ধিন মেদগ্, ধেমাজি কলেজ, পোঃ ধেমাজি, লক্ষীমপুৰ

দুৰ্গা ৰেগন, জনাই ৰিগ্ৰি, পোঃ জনাই, লক্ষীমপুৰ

চন্দ্ৰ লাচন, ডিব্ৰুগড় বিশ্ববিদ্যালয়, পোঃ ডিব্ৰুগড়, ডিব্ৰুগড়

যদু নৰহ, শান্তিপুৰ, পোঃ চাপাখোৱা, শদিয়া, ডিব্ৰুগড়

বিদ্যাৱতী কাগ্যুং, মেলাচকৰ হৰিজন পথ, পোঃ শিৱসাগৰ, শিৱসাগৰ

ভৱেন দলে, মালোআলি পথ, পোঃ যোৰহাট, যোৰহাট

মণি পেগু, ফুকন নগৰ, পোঃ দেৰগাওঁ, গোলাঘাট

টঙ্কেশ্বৰ লইং, ওপৰ ডেমেৰা, পোঃ ৰঙাগড়াঘাট, গোলাঘাট

অধ্যাপক পদ্মধৰ পেগু, জেংৰাইমুখ কলেজ, পোঃ জেংৰাইমুখ, মাজুলী, যোৰহাট

ভোলানাথ পেগু, হেডমাষ্টৰ, অল আচাম মিৰি হাইস্কুল, পোঃ খেৰকাটামুখ, লক্ষীমপুৰ

# সংস্কৃতিৰ সংজ্ঞা

## নাহেন্দ্ৰ পাদুন

"সংস্কৃতি" শব্দটোৰ ব্যৱহাৰ ভাৰতীয় ভাষাত অৰ্বাচীন। প্ৰাচীন ভাৰতীয় সংস্কৃত, পালি, প্ৰাকৃত নাইবা তামিল, তেলেগু আদি কোনো ভাষাতে ইয়াৰ ব্যৱহাৰ দেখা নাযায়। আনকি আধুনিক ভাৰতীয় প্ৰাদেশিক ভাষা বিলাকতো ইয়াৰ ব্যৱহাৰ হোৱা বেছি দিন হোৱা নাই। সঠিককৈ ক'বলৈ গ'লে বৰ্ত্তমান শতিকাৰ পঞ্চম দশক মানৰপৰাহে 'সংস্কৃতি' শব্দক ইংৰাজী কালচাৰ (Culture) শব্দৰ সমাৰ্থক ৰূপ হিচাপে ব্যৱহাৰ কৰা দেখা যায়। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু তেখেতৰ সম-সাময়িক কেবাজনো লিখকে 'কালচাৰ' শব্দকে ব্যৱহাৰ কৰিছিল। আনকি সাম্প্ৰতিক কালৰ ভাষাবিদ আৰু মানৱবিজ্ঞানী (Humanist) ডঃ সুনীতি কুমাৰ চট্টোপাধ্যায়েও ইংৰাজী কালচাৰ শব্দৰ প্ৰতিশব্দ হিচাবে 'কৃতি'কে ব্যৱহাৰ কৰিছিল।[১] ইয়াৰ পৰবৰ্ত্তী আলোচনাসমূহতহে তেখেতে 'সংস্কৃতি' শব্দটো ব্যৱহাৰ কৰিছে।[২] 'সংস্কৃতি' শব্দটো কালচাৰৰ সমাৰ্থকৰূপে প্ৰথমে মাৰাঠী ভাষাত ব্যৱহাৰ কৰা হয়। তাৰ অনুকৰণতহে ডঃ চট্টোপাধ্যায়ে সংস্কৃতি শব্দ গ্ৰহণ কৰে। কোনো কোনো লেখকে 'কৃষ্টি' শব্দৰে কালচাৰৰ চাহিদা পূৰণ কৰিবলৈ চেষ্টা কৰিলে। কিন্তু সুক্ষ্মভাৱে আলোচনা কৰিলে দেখা যায় যে 'কৃষ্টি' শব্দই প্ৰকৃততে ইংৰাজী কালচাৰৰ সম্পূৰ্ণ অৰ্থ বহন কৰিব নোৱাৰে। কৃষ্টি বুলিলে কোনো মানৱ জাতিয়ে কৰা কৰ্ম্ম সমষ্টিকহে বুজায়, জাতিৰ জীৱনৰ লগত ওতপ্ৰোতভাৱে জড়িত চিন্তা-কল্পনা আদি শ্ৰেষ্ঠ কামখিনি সামৰি লবলৈ 'কৃষ্টি' শব্দৰ এলেকা অপাৰগ। গতিকে 'ভাৰতীয় কৃষ্টি', 'কৃষ্টিৰ ধাৰা' ইত্যাদি ব্যৱহাৰ কৰা হৈছিল

---

১। সুনীতি কুমাৰ চট্টোপাধ্যায়—"Kirata Jana-krti," কলিকতা ১৯৫১।

২। সুনীতি কুমাৰ চট্টোপাধ্যায় "ভাৰতীয় সংস্কৃতি" কলিকতা ১৯৬১।

যদিও আধুনিক লেখকসকলে কালচাৰৰ অধিক অৰ্থব্যঞ্জক শব্দ হিচাপে 'সংস্কৃতি'কে গ্ৰহণ কৰিছে।

অৰ্থৰ বিভিন্ন সংগতিৰপৰা সমাহৃত কৰাৰ বাবে সংস্কৃতিৰ ব্যুৎপত্তিগত শুদ্ধ ব্যাখ্যা দিয়া টান। শব্দ ৰূপত ইয়াক সং+কৃ+ক্তিন্=সংস্কৃতি কৰিব পাৰি আৰু ইংৰাজী শব্দটোৰ লগত সম্পৰ্ক ৰাখি ইয়াৰ অৰ্থ সংস্কাৰ বা সংশোধন বুলিব পাৰি।

আওপকীয়াকৈ ক'বলৈ গ'লে 'সংস্কৃতি' ইংৰাজী Culture শব্দৰ পৰা অনূদিত পৰিভাষাহে। ভাৰতীয় মূলজ নহয়। তথাপি সম্প্ৰতি প্ৰায়বোৰ ভাৰতীয় প্ৰাদেশিক ভাষাই (আৰ্য্য ভাষা পৰিয়ালৰ) এই শব্দটো বিনা দ্বিধাই গ্ৰহণ কৰিছে।

ইংৰাজী Culture শব্দৰ মূল লেটিন। লেটিনৰ Cultur ৰ পৰা Culture হৈছে। Cultu ৰ অৰ্থ কৰ্ষণ কৰা, সংশোধন বা সংস্কাৰ কৰা।

এতিয়া প্ৰশ্ন হ'ল সংস্কৃতি কি? কাক বোলে? ইয়াৰ উত্তৰ সহজে দিয়া টান। আগতে উল্লেখ কৰাৰ দৰে যিহেতু ভাৰতীয় ভাষাসমূহত সংস্কৃতি শব্দৰ আবিৰ্ভাৱেই অৰ্বাচীন, ইয়াৰ সৰ্ব্বসম্মত সংজ্ঞাৰ আলোচনাও এতিয়া লৈকে হোৱা নাই। দুই এজন লেখকৰ আলোচনাত প্ৰসঙ্গ উত্থাপন কৰিছে যদিও তেনে ধৰণৰ প্ৰাসঙ্গিক আলোচনাই শুদ্ধ সংজ্ঞা নিৰূপণ কৰিব নোৱাৰে। পাশ্চাত্যৰ পণ্ডিতসকলে ইতিমধ্যে নৃতত্ত্ব, ভাষাতত্ত্ব, সমাজবিজ্ঞান আদি বিভিন্ন দিশৰপৰা সংস্কৃতিৰ সংজ্ঞা নিৰূপণৰ প্ৰচেষ্টা চলাইছে। বেলেগ বেলেগ লেখকে তেওঁলোকৰ অধ্যয়নৰ দিশ লৈ সংস্কৃতিৰ সংজ্ঞা বিভিন্ন ধৰণে দিছে। তাৰে কেইটামান আলোচনা তলত দিয়া হ'ল।

বহু বছৰ আগতে ই-বি টেইলৰে দিয়া সংস্কৃতিৰ সংজ্ঞাকে এতিয়ালৈকে ধ্ৰুপদ বুলি ধৰি লোৱা হৈছে। তেওঁৰ অধ্যয়নৰ দিশ আছিল নৃতত্ত্ব। "আদিম সংস্কৃতি" নামৰ পুথিখনত সংস্কৃতিৰ সংজ্ঞা টেইলৰে এইদৰে দিছে--"সংস্কৃতি এনে এটা জটিল ৰূপ য'ত জ্ঞান, বিশ্বাস, নীতি-নিয়ম, আচাৰ-ব্যৱহাৰ, অন্যান্য সামৰ্থ্য আৰু সমাজৰ লোক হিচাপে মানুহে আহৰণ

কৰা অভ্যাস আদি সকলোকে সামৰি লয়।"[৩] লোকাচাৰ, লোকনীতি এইবোৰ বস্তুগত নহয়। মানুহে দলবদ্ধ হৈ জীৱন নির্বাহ কৰাৰ লগে লগে সমাজ গঠন হ'ল আৰু সমাজৰ মাজত মানুহৰ পাৰস্পৰিক আদান প্রদান আৰু অভ্যাসৰপৰাই এইবিলাক অবস্তুগত আচাৰ, নীতি, বিশ্বাস উদ্ভব হয়। অৱশ্যে সমাজৰ মাজত এনেকুৱা বস্তুগত উপাদানো নোহোৱা নহয়— যিবোৰ সংস্কৃতিৰ বিভিন্ন দিশৰ প্রয়োজনীয়তাৰ লগত তুলনা কৰিব পাৰি। আদিম অৱস্থাৰ জোঙা তীৰৰপৰা আৰম্ভ কৰি সাম্প্রতিক কালৰ স্বয়ংক্রিয় যন্ত্রলৈকে আটাইবোৰ শিল্পকর্ম মানুহৰ সমাজৰেই দান। অর্থাৎ দলবদ্ধ মানুহৰ চিন্তাৰ ৰূপান্তৰ। মানুহে সংস্কৃতিৰ বিভিন্ন উপকৰণৰ কেৱল বস্তুগত দিশটোহে গ্রহণ কৰিছে এনে নহয়; সিবিলাকক প্রতীকৰ দ্বাৰায়ো প্রকাশ কৰিবলৈ যত্ন কৰিছে। এতেকে সংস্কৃতিৰ উপাদান বা উপকৰণ আৰু তাৰ ওপৰত আৰোপিত প্রতীক-ধর্মী ব্যাখ্যাৰ অর্থপূর্ণ সম্বন্ধ আছে। সংস্কৃতিয়ে আচাৰ বিচাৰ, পাৰ্থিৱ বস্তু আৰু তাৰ লগত অর্থ-পূর্ণ সম্বন্ধবোৰকেই উপাদান হিচাপে গ্রহণ কৰে।

মানুহে আদিম অৱস্থাৰ পৰাই প্রতীকক প্রকাশৰ মাধ্যম হিচাপে বিচাৰি পাইছে। মানৱৰ বিবৰ্ত্তনৰ লগে লগে প্রতীকৰো ক্রমবিবৰ্ত্তন হৈ আহিছে। সংস্কৃতিৰ এই প্রতীকধর্মিতাৰ ওপৰত গুৰুত্ব আৰোপ কৰি আন এজন নৃতত্ত্ববিদ লেচ্‌লি এ-হোৱাইটে কৈছে—"সংস্কৃতি পৰিদৃশ্যমান বস্তুৰ সম্মিলন, কার্য্য (চাল-চলন), ভাব (বিশ্বাস, জ্ঞান), আবেগ (মনোভাব, মূল্যবোধ) ইত্যাদি এই আটাইবোৰ প্রতীকৰ ব্যৱহাৰৰ ওপৰত নির্ভৰ কৰে। সংস্কৃতি আৰম্ভ হয় মানুহে কথা ক'বলৈ আৰু ইঙ্গিত ব্যৱহাৰ কৰিবলৈ লোৱা সময়ৰপৰা। এই ইঙ্গিতধর্মী বা প্রতীকধর্মী স্বভাৱৰ কাৰণেই মানুহে সংস্কৃতিক সহজে আৰু স্ব-ইচ্ছাৰে এজনৰ মানবেন্দ্রিয়ৰপৰা আন এজনলৈ প্রেৰণ কৰিব পাৰে।"[৪] এতেকে

৩। E. B. Tylor, Primitive Culture, ( London John Murry ) 1871, p. 1.

৪। Leslie A White, "Culturological Vs. Psychological Interpretation of Human Behaviour," American Sociological Review 12. 686-698 ( Dec. 1947 ) p. 693.

মানুহৰ ইতিহাস অধ্যয়ন কৰাৰ লগে লগে সংস্কৃতিৰো অধ্যয়ন কৰা হয়। সংস্কৃতিৰ অধ্যয়নো মানৱ ইতিহাসৰেই অধ্যয়ন। এই প্ৰসঙ্গৰ আলোচনাত "সংস্কৃতিৰ ইতিহাস মানে মানুহ হিচাপে মানুহৰ ইতিহাস"[৫] বুলি মেৰিলে কোৱা কথাষাৰ অধিক প্ৰণিধানযোগ্য। যুগ যুগ ধৰি সংস্কৃতিয়ে ইটোৰ পিচত সিটোলৈ বাগৰি সলাই আহিছে। সময়ৰ হেঁচাত তাৰে কিছুমান উপাদান হেৰাই গৈছে, কিছুমান পৰিৱৰ্ত্তন হৈছে আৰু কিছুমান ন ন উপাদান এতিয়াও সংযোগ হৈয়েই আছে। কিন্তু সংস্কৃতি নিজেই চিৰ প্ৰবহমান। সেইবাবে হোৱাইটে মোখনি মাৰি কৈছে—"সংস্কৃতি প্ৰক্ৰিয়াধৰ্মী, অবিৰত, ক্ৰম-সঞ্চিত আৰু বিশিষ্ট ধাৰাত গতিশীল।"[৬]

কৃষ্টিৰ কৰ্ম্ম-সমষ্টিতকৈও তাৰ শ্ৰেষ্ঠ অংশখিনিৰ ওপৰত সংস্কৃতিয়ে প্ৰাধান্য লাভ কৰে সেই কথা আগতে উনুকিয়াই অহা হৈছে। সংস্কৃতিৰ সংজ্ঞা নিৰূপণত 'কোনে' এই শ্ৰেষ্ঠ গুণখিনিৰ (learned quality) ওপৰত গুৰুত্ব আৰোপ কৰি কৈছে যে "সংস্কৃতিক আমি "জ্ঞানৰ জৰিয়তে পুৰুষানুক্ৰমে লাভ কৰা জীৱন ধাৰণ প্ৰণালীৰ সমষ্টি" বুলি ক'ব পাৰোঁ।[৭] সংস্কৃতিৰ উপাদানক বিষয়ে আলোচনা কৰি তেওঁ কৈছে "সংস্কৃতিয়ে যুগ্ম আচৰিতভাৱে মানুহৰ মাজত সম্বন্ধ ঘটায়। প্ৰাকৃতিক বস্তুক মানুহে কাম কাৰ্য্যকলাপ, সঙ্গীত, চিত্ৰকলা আৰু মানুহৰ প্ৰতিকৃতি আদি কৰি প্ৰতীকৰ মাজত ব্যয় কৰা শক্তিকো উপাদান হিচাপে অন্তৰ্ভুক্ত কৰে।"[৮] এইখিনিতে এটা কথা কোৱা উচিত হ'ব যে সাংস্কৃতিক পুৰুষানুক্ৰমে ইজনৰ পিচত সিজনকৈ মানুহে অপৰ্পণ কৰি অহা তাৰ বংশগত অৰ্থাৎ তেজৰ লগত সম্পৰ্কিত স্বৰূপগত উপাদানক সংস্কৃতিৰ উপকৰণ বুলি ধৰিব নোৱাৰি। তেওঁলোকে সেই মানৱদলে কৰা শ্ৰেষ্ঠ কৰ্মখিনিকহে

৫। Francies E. Merril, "Society and Culture : An Introduction to Sociology," (Englewood Cliffs, New Jersey) 1961,

৬। ৪ নং দ্ৰষ্টব্য।

৭। Carleton S. Coon, "The History of Man," (Newyork Alfred A. Knof INC.

৮। ঐ পৃঃ ৫।

সংস্কৃতিয়ে উপকৰণ হিচাপে গ্ৰহণ কৰে। মানুহে প্ৰতীকৰ যোগেদি জ্ঞান আহৰণ কৰিবলৈ ভাল পায় আৰু এই জ্ঞানৰ ফল পুৰুষানুক্ৰমে তেওঁলোকৰ বংশধৰসকললৈ অৰ্পণ কৰি যায়। পুৰুষে-পুৰুষে মানৱ সমাজে এইদৰে সঞ্চয় কৰা বস্তুবোৰেই হ'ল সংস্কৃতি।

সংস্কৃতি সমাজৰে দান যদিও ইয়াক আহৰণ কৰাটো সহজ নহয়। ইয়াক আহৰণ কৰিবলৈ বৌদ্ধিক প্ৰক্ৰিয়া (intellectual process) অবলম্বন কৰিবলগীয়া হয়। সংস্কৃতিৰ এই বৌদ্ধিক গুণৰ (intellectual quality) বিষয়ে বিড্‌নীয়ে কোনো কথাবোৰ এইখিনিতে উল্লেখ কৰিব পাৰি। তেওঁ কৈছে—“সংস্কৃতি সমাজৰ পৰা আহৃত বা কৰ্ষিত আচৰণ (behaviour)। সংস্কৃতি সমাজৰ ব্যক্তিৰ চিন্তা। কিয়নো সমাজৰ ব্যক্তিয়ে বৌদ্ধিক, নৈতিক, সামাজিক আদৰ্শ আৰু অনুষ্ঠানৰ লগত ওতপ্ৰোতভাৱে জড়িত থাকে আৰু সিবিলাকৰ লগত একাঙ্গীভূত হ'বলৈ যত্ন কৰে। সেই কাৰণে সংস্কৃতি সমাজৰ ফল বুলি কোৱা হৈছে। মানুহৰ পাৰস্পৰিক আদান প্ৰদান বা কাৰ্য্য কলাপৰ দ্বাৰা সংস্কৃতি আহৰণ কৰা হয়। প্ৰথমে ইয়াক আহৰণ কৰাটো বুদ্ধিজনিত কাম। ইয়াৰ বাস্তৱিক দিশ অৰ্থপূৰ্ণ হয় কেৱল মনোজগততহে। ভাষাৰ দৰে অৰ্থপূৰ্ণ মাধ্যম বা তেনে ধৰণৰ প্ৰতীকী কাৰ্য্যৰে জৰিয়তে মানুহে প্ৰথমে সংস্কৃতি শিকিলে। তাৰ পাচত সেইবোৰ প্ৰেৰণ কৰিলে পৰৱৰ্ত্তীসকললৈ। বিড্‌নীৰ মতে “মানুহ স্বাভাবিকতে সংস্কৃতিপ্ৰিয় জীৱ, যিহেতু মানুহে নিজেই নিজৰ বিকাশৰ কৰ্ষণ, প্ৰতিফলন আৰু আত্ম চাহিদা পূৰণ কৰিব পাৰে। সংস্কৃত জীৱন যাপন কৰাৰ লগে লগে মানুহে এই স্বাভাৱিক পৰিণতি লাভ কৰে।”[১০]

পাৰচনে আকৌ ‘কাৰ্য্যৰ প্ৰণালী’ক (System of Action) সংস্কৃতিৰ মৌলিক উপাদান বুলি অভিমত পোষণ কৰে। ওপৰত উল্লেখ কৰি অহাৰ দৰে পাৰচনেও সংস্কৃতি সমাজৰ পাৰস্পৰিক কাৰ্য্যকলাপৰ (Social interaction) পৰা উদ্ভূত হোৱা বুলি

---

৯। Bidney, “Theoretical Anthropology,” ( Newyork : Columbia University Press ) ১৯৫৩, পৃঃ ৩০।

১০। Bidney “Theortical Anthropology” পৃঃ ১২৬।

কৈছে "সংস্কৃতি পৰৱৰ্ত্তী মানুহৰ আচৰণৰ পথ প্ৰদৰ্শক।" এইখিনিতে এটা মন কৰিবলগীয়া কথা যে সংস্কৃতি এফালে যেনেকৈ সমাজৰ লগত ওতপ্ৰোতভাৱে জড়িত, আনফালে ব্যক্তিৰ ব্যক্তিত্বৰ লগতো সেইদৰে নিবিড়ভাৱে জড়িত। কিয়নো ব্যক্তি সমাজৰে অংশ বিশেষ। গতিকে, সংস্কৃতি সমাজৰ কাৰ্য্য বা আদান প্ৰদানৰ পৰা উদ্ভৱ হোৱা হেতুকে ব্যক্তিৰ ব্যক্তিত্বৰ বাবেও অত্যাৱশ্যকীয় উপাদান। ব্যক্তিৰ ব্যক্তিত্ব গঢ় লয় সেই সমাজৰ সাংস্কৃতিক সাঁচত আৰু ব্যক্তিয়ে তেওঁৰ সমাজৰ সংস্কৃতিক একত্ৰিত কৰাত অৰিহণা যোগায়।"[১১]

সমাজ, সংস্কৃতি আৰু ব্যক্তিত্বৰ নিবিড় সম্বন্ধৰ বিষয়ে লিণ্টনে কোৱা কথাষাৰ অধিক মনঃপূত। তেওঁ কৈছে "ব্যক্তিৰ সংঘবদ্ধ সমষ্টিয়েই সমাজ। বিশেষ এখন সমাজৰ বৈশিষ্ট্য বহন কৰিব পৰা শিক্ষিত লোকৰ দলবদ্ধ সমষ্টিকেই সংস্কৃতি বুলিব পাৰি। ব্যক্তি, স্বাধীন চিন্তা, অনুভূতি আৰু কাৰ্য্য বহন কৰিব পৰা এক জীৱন্ত যন্ত্ৰ। কিন্তু ব্যক্তিৰ সেই স্বাধীনতা সীমিত। কিয়নো তেওঁৰ সকলো সম্পদ সৰুৰে পৰা ডাঙৰ দীঘল হোৱা সমাজ আৰু সংস্কৃতিৰ সংস্পৰ্শত পৰিশোধন কৰা।"[১২] ব্যক্তিৰ ব্যক্তিত্ব গঠনত সমাজ আৰু সংস্কৃতিৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি। ব্যক্তি বিশেষে চিন্তাৰ স্বাধীনতা পালেও তাক পূৰ্ণ স্বাধীনতা বুলি ক'ব নোৱাৰি। অলক্ষিতে তেওঁৰ চিন্তা চৰ্চাতো সমাজৰ চাপ থাকি যায়। এই আলোচনাত সমাজ, সংস্কৃতি আৰু ব্যক্তিত্বৰ পাৰস্পৰিক আৰু ত্ৰৈকোণিক সম্বন্ধ আমি উল্লেখ কৰিছোঁ। এই কাৰণেই যে ইয়াৰ এটাক বাদ দি আনটোক সম্পূৰ্ণকৈ পৃথক কৰি দেখুৱাব নোৱাৰি।

সংস্কৃতিৰ বিষয়ে আটাইতকৈ বিতং আলোচনা কৰে এ, এল ক্ৰুবাৰে। ১৯১৭ চনত তেওঁ সংস্কৃতি বিষয়ক এটা প্ৰবন্ধ প্ৰকাশ কৰে। সেইখন তেওঁৰ বিখ্যাত ৰচনা বুলি খ্যাতি আছে। এই

১১। Parson and Shils, (ed) "Towads the General Theory of Action."

১২। Ralph Linton, "The Tree of culture" (Newyork Alfred Knop. INC) ১৯৫৫ পৃঃ ২৯।

প্ৰবন্ধৰ আলোচনাত ক্ৰবাৰে সংস্কৃতিক 'অতীন্দ্ৰিয়' (superorganic) লক্ষণযুক্ত বুলি অভিহিত কৰিছে। তেওঁৰ বক্তব্য এয়ে আছিল যে সংস্কৃতি কোনো ইন্দ্ৰিয় সম্পন্ন ব্যক্তিৰ ওপৰত বাঁচি থাকে। অৰ্থাৎ সংস্কৃতিক ব্যক্তিয়েই বহন কৰি নিয়ে। কিন্তু সংস্কৃতিৰ স্বৰূপ আৰু স্থিতি কোনো বিশেষ ব্যক্তিৰ পৰা স্বতন্ত্ৰ হৈ থাকে। উদাহৰণ স্বৰূপে ভাষাৰ কথাকেই ক'ব পাৰি। ভাষা এটা প্ৰণালী-বন্ধ আৰু অৰ্থপূৰ্ণ প্ৰতীক। (ভাষা সংস্কৃতিৰ উপাদানো)। এই ভাষাটোৰেই সংস্কৃতিৰ অতীন্দ্ৰিয় গুণৰ বিষয়ে বিশ্লেষণ দাঙি ধৰে। কোনো সমাজৰ ভাষাই বিশেষ এক ব্যক্তিৰ জীৱনৰ ওপৰত নিৰ্ভৰ নকৰে। ই সামূহিক জীৱনৰ বস্তু। ব্যক্তিবিশেষৰ অৱসানত ইন্দ্ৰিয় চেতনা বিলুপ্ত হোৱাৰ দৰে ভাষা বিলুপ্ত নহয়। অথচ সকলো মানুহে যদি স্বইচ্ছাই লিখিত পুথিবিলাকৰ সৈতে ভাষাটো বিলুপ্ত বা নাইকিয়া কৰি দিয়ে সম্ভৱতঃ ভাষাটোৰো পৰিসমাপ্তি ঘটিব। ভাষাই সাধাৰণতে অতীন্দ্ৰিয় বস্তুৰ দৰে এজন ব্যক্তিৰপৰা আন এজন ব্যক্তিলৈ আৰু কোনো জনসমষ্টিৰপৰা অন্য এক জনসমষ্টিলৈ বাগৰি বাগৰি আহি থাকে। সেই কাৰণে ক্ৰবাৰে ইয়াক "অতীন্দ্ৰিয় বস্তু" বুলি অভিহিত কৰিছে।[১৩]

সংস্কৃতিৰ বিষয়ে ক্ৰবাৰ আৰু ক্লকনেই আটাইতকৈ দীঘলীয়া পৰীক্ষা চলাইছিল। প্ৰথমে তেওঁলোকে "সংস্কৃতি" শব্দৰ (ব্যুৎপত্তিগত) বুৰঞ্জী আৰু ভাষাতাত্ত্বিক দিশত ইয়াৰ বিভিন্ন অৰ্থৰ বিষয়ে অধ্যয়ন কৰে। তাৰ পাছত তেওঁলোকে কেবাটাও শিতানত ভাগ কৰি সংস্কৃতিৰ সংজ্ঞা জৰীপ কৰিলে। এই শিতানবোৰ হ'ল—

১। বৰ্ণনাত্মক—( Descriptive )
২। ঐতিহাসিক ( Historical )
৩। সাধাৰণ ( Normative )
৪। মনস্তাত্ত্বিক ( Psychological )
৫। গঠণমূলক ( Structural )
৬। কৌলিক বা উৎপত্তি বিষয়ক (Genetic).

১৩। A. L. Krober, "The Nature of Cultue" (Chicago University of Chicago Press) ১৯৫২, "The Superorganic" নামৰ বিখ্যাত প্ৰবন্ধ পুথিৰ ৩য় অধ্যায়ত সন্নিবিষ্ট। আনবোৰ মন্তব্য "Theory of Culture" ৰ প্ৰথম খণ্ডত আছে।

এইদৰে বেলেগ বেলেগ দিশত অধ্যয়ন কৰাৰ পাছত তেওঁলোকে সংস্কৃতিৰ লক্ষণ, তাৰ সংমিশ্রিত উপাদান আৰু ধর্ম (গুণ) বিষয়ক বিভিন্ন মন্তব্য সংগ্রহ কৰিলে। তাৰ লগতে সংস্কৃতি আৰু মনোবিজ্ঞান, ভাষা আৰু সংস্কৃতি, আৰু সংস্কৃতিৰ লগত সমাজৰ সম্বন্ধও তন্ন তন্নকৈ আলোচনা কৰিলে। এই সংগ্রহত কেবল সংস্কৃতিৰ সংজ্ঞাই হ'ল ১৬৪ টা। ইয়াত সংস্কৃতি সম্পৰ্কীয় ১০০ টা বিভিন্ন মন্তব্য সংযোগ নকৰি সেইবোৰ বেলেগকৈ ৰখা হ'ল। এই আলোচনাৰপৰা সংস্কৃতিৰ বিষয়ে সাহিত্যৰ বিস্তৃতি বা প্রসাৰতা বুজিব পাৰি। পাৰ্থিৱ আৰু অমূৰ্ত বিষয় অধ্যয়নৰ তুলনাত মানৱৰ বিষয়ে মানুহৰ অধ্যয়ন আপেক্ষিকভাৱে নগণ্য। এই জৰীপ কাৰ্য্যই মানৱ বিজ্ঞানীসকলক বিস্তৰ অধ্যয়নৰ দুৱাৰ মুকলি কৰি দিছে।[১৪]

এই আলোচনাত ক্ৰবাৰ আৰু ক্লুকনে গুৰুত্বপূৰ্ণ ভূমিকা গ্রহণ কৰিছে যদিও তেওঁলোকৰ নিজৰ সংজ্ঞা সংযোগ কৰি তাৰ সংখ্যা ১৬৫ লৈ বৃদ্ধি কৰা নাই। বৰং তাকে নকৰি নিজ অভিজ্ঞতাৰে সুকীয়াকৈ এটা সংজ্ঞা আগবঢ়ালে। তেওঁলোকে ক'লে যে মানুহে আহৰণ কৰা বাহ্যিক আৰু আভ্যন্তৰীণ দুয়োবিধ আচৰণক লৈ সংস্কৃতি গঠিত। শিল্প ৰূপায়ণকে আদি কৰি মানৱ দলৰ বিশিষ্ট কাৰ্য্যাৱলীক প্ৰতীকৰ দ্বাৰা ইজনৰ পৰা সিজনলৈ সংস্কৃতিয়ে প্ৰেৰণ কৰে। সংস্কৃতিৰ আটাইতকৈ অন্তৰ্নিহিত কথা হৈছে চিন্তাৰ পৰম্পৰা, বিশেষকৈ তাৰ ওপৰত প্ৰতিষ্ঠিত মূল্যবোধ। সংস্কৃতি এফালে কাৰ্য্যৰ ফল, আনফালে ভৱিষ্যত কৰ্মপন্থাৰ সম্ভৱপৰ উপাদান।[১৫]

সামৰণিত, ওপৰৰ সংজ্ঞাবোৰৰ সিদ্ধান্ত হিচাপে মেৰিলে যুগুত কৰা সংজ্ঞা উদ্ধৃতি কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ। সেইবোৰ হ'ল ঃ—

---

১৪। A. L. Krober and Celyde Kluckhohn "Culture : A critical Review of concept and Definations" papers of the Peabody Museum of American Archaeology and Enthnology, 47.223 (1952) দ্বিতীয় আৰু তৃতীয় খণ্ড।

১৫। ঐ পৃঃ ১৮১।

(ক) লক্ষণৰ ফালৰ পৰা সংস্কৃতি মানৱ সমাজৰ মিথস্ক্রিয়াৰ ফলত সৃষ্ট।

(খ) সংস্কৃতিয়ে জৈৱিক আৰু সামাজিক অভাৱ পূৰণৰ বাবে সামাজিক ভাৱে গ্রহণীয় আদৰ্শ দিয়ে।

(গ) নিৰ্দ্দিষ্ট কোনো এখন সমাজত পুৰুষানুক্রমে সংস্কৃতিক অৰ্পণ কৰি যোৱাৰ বাবে সংস্কৃতি ক্রম-সঞ্চিত।

(ঘ) প্রতীকী গুণৰ হেতুকে সংস্কৃতি মানৱ জাতিৰ বাবে অৰ্থপূৰ্ণ।

(ঙ) কোনো এখন সমাজত (মানুহ) ডাঙৰ দীঘল হৈ অহাৰ লগে লগে প্রতিজন মানুহেই সংস্কৃতিৰ শিক্ষা আহৰণ কৰে।

(চ) গতিকে সংস্কৃতি ব্যক্তিত্বৰ মূল ভেটি।

(ছ) সমাজৰ অবিৰাম সোঁতত ইয়াৰ স্থায়িত্ব নিৰ্ভৰ কৰে, কিন্তু বিশেষ ব্যক্তি বা জনসমষ্টিৰপৰা ই স্বতন্ত্র।[১৬]

---

১৬। Francies E. Merrill, "Society and Culture : "An Introduction to Sociology, (Englewood Clift, New Jersy) ১৯৬১, পৃঃ ১১৬।

মূল ৰচনাসমূহত বাদেও এই আলোচনাত বেছিকৈ মেৰিলৰ পুথিখনৰ সাহায্য লোৱা হৈছে।

---

'নীলাচল' ষষ্ঠ বছৰ, দ্বিতীয় বছৰ, চেপ্তেম্বৰ ১৯৬৮ চনত প্রকাশিত।

# মিচিং সংস্কৃতি

## নাহেন্দ্ৰ পাড়ুন

১.০০ মিচিং সংস্কৃতি বৃহৎ মঙ্গোলীয় জাতি গোষ্ঠীৰ এক অংশ বিশেষ। অসমত প্ৰাচীন কালৰ পৰা বসবাস কৰি অহা মিচিং সকল অসমৰ জলবায়ু, প্ৰাকৃতিক পৰিবেশ, পাৰিপাৰ্শ্বিক অৱস্থা আদিৰ লগত খাপ খুৱাই অহা সত্বেও শাৰীৰিক অৱয়ৱ আৰু সাংস্কৃতিক দিশত মূল মঙ্গোলীয় সংস্কৃতিৰ পৰা বিশেষ পৃথক হৈ অহা নাই। নৃতত্ত্ববিদ সকলে মঙ্গোলীয় জন গোষ্ঠীৰ শাৰীৰিক অৱয়ৱৰ সম্পৰ্কত ঠৰঙাচুলি, সৰু চকুৰা, গালৰ হাড় স্পষ্ট হোৱা, নাক ভোটা, ডিৰিৰ কলাফুল ডাঙৰ, শৰীৰৰ বৰণ তামবৰণীয়া ইত্যাদি লক্ষণক প্ৰধান বুলি উল্লেখ কৰিছে। ঊনবিংশ শতিকাৰ মাজ ভাগত কেইজনমান ইংৰাজ পৰ্যবেক্ষক আৰু লেখকে এই মঙ্গোলীয় আৱয়ৱিক লক্ষণ মিচিংসকলৰ শাৰীৰিক গঠনত দেখা পাই তেওঁলোকক মঙ্গোলীয় গোষ্ঠীৰ লোক বুলি থিৰাং কৰিছে। স্বাধীনোত্তৰ কালৰ দুই-এজন স্বদেশী নৃতত্ত্ববিদ আৰু লেখকেও এই মত অস্বীকাৰ কৰা নাই।

১.১০ পণ্ডিতসকলে মঙ্গোলীয় জাতি গোষ্ঠীৰ প্ৰথম সোপান উত্তৰ-চীন, চাইবেৰিয়া, মঙ্গোলীয়া নামৰ ঠাইত উদ্ভৱ হোৱা বুলি অনুমান কৰিছে। তাৰ পৰা মঙ্গোলীয় জাতি গোষ্ঠীৰ লোকে চীন, জাপান, তিব্বত, ব্ৰহ্মদেশ ইত্যাদিলৈ সিচঁৰিত হৈ পৰে। বিভিন্ন ঠাইত সিচঁৰিত হৈ থকা মঙ্গোলীয় লোক গোষ্ঠীৰ সাংস্কৃতিক বৈশিষ্ট্য একত্ৰিত কৰিব নোৱাৰিলেও অন্ততঃ ভাৰতবৰ্ষৰ উত্তৰ পূব কোণত থকা মঙ্গোলীয় লোক-সংস্কৃতিৰ কেইটামান বৈশিষ্ট্য পণ্ডিত আৰু নৃতত্ত্ববিদ সকলৰ দৃষ্টি গোচৰ হৈছে। অসম আৰু ইয়াৰ চুবুৰীয়া প্ৰদেশ অৰুণাচল, মিজোৰাম, মেঘালয়, মণিপুৰ, নাগালেণ্ড আদিত থকা মঙ্গোলীয় লোকগোষ্ঠীৰ (এতিয়া জনজাতি নামেৰে খ্যাত) মাজত কিছুমান উমৈহতীয়া সংস্কৃতি পৰিলক্ষিত হয়। যেনে—ঘৰ সজা সজুলিত কাঠ-বাহ-বেতৰ

ব্যৱহাৰ, চাং ঘৰ, ডেকা চাং গাভৰু চাং, শুকাঁত মাছ-মাংস, আপং বা মদ, পিতৃপ্ৰধান সমাজ ব্যৱস্থা, তামোল-পাণৰ ব্যৱহাৰ, গণতান্ত্ৰিক সমাজ ব্যৱস্থা, বোৱা-কটা নাৰীৰ একচেতীয়া সম্পত্তি ইত্যাদি বহু লক্ষণ একে দেখা যায়। এই আটাইবোৰ লক্ষণেই মিচিং সমাজতো আছে। গতিকে মিচিং সংস্কৃতিক মঙ্গোলীয় সংস্কৃতিৰ অংশ বুলি অভিহিত কৰিব পাৰি।

২.০০ মিচিং সংস্কৃতি মূলতে মঙ্গোলীয় সংস্কৃতি যদিও দীৰ্ঘকাল ধৰি অসমত বসবাস কৰি ইয়াৰ আৰ্যমঙ্গোলীয়, অষ্ট্ৰিক আদি নানা জাতি উপ-জাতিৰ যৌগিক সংস্কৃতিৰ প্ৰবাহত পৰি কিঞ্চিত সলনি হোৱাটো স্বাভাৱিক। বিশেষকৈ অসমত আৰ্য্য-মূলৰ পৰা উদ্ভৱ হোৱা ভাষা আৰু ধৰ্মৰ প্ৰভাৱ মিচিং সমাজত যথেষ্ট পৰিছে। কোনো এটা সংকীয়া পৰিবেষ্টনৰ মাজত থাকি বাহিৰৰ সংস্কৃতিৰ গতি প্ৰবাহক ৰোধ কৰিব নোৱাৰিলে সংস্কৃতি কোনো কালে নিভাজ আৰু স্বকীয় হৈ থাকিব নোৱাৰে। মিচিং সকলেও বহুকালৰ পূৰ্বৰ পৰাই অসমত বসবাস কৰি, ইয়াৰ বৃহত্তৰ অসমীয়া সমাজৰ আচাৰ ৰীতি, ভাষা, ধৰ্ম গ্ৰহণ কৰিব লগীয়াত পৰিছে। গতিকে মূল মঙ্গোলীয় সংস্কৃতি বিৰাজ কৰিলেও তেওঁলোকৰ মাজত আৰ্য্য সংস্কৃতিয়েও কম ক্ৰিয়া কৰা নাই। অৱশ্যে এনেবোৰ বিষয়ত উন্নত পৰ্যায় চিন্তা গৱেষণা নহলে সম্যক ভাবে বিষয়টো প্ৰতিপাদন কৰিব নোৱাৰি। এনে আলোচনা পণ্ডিত গৱেষক সকললৈ এৰি দি আমি মাত্ৰ মিচিং সংস্কৃতিৰ কেইটামান দিশহে উনুকিয়াব খুজিছো।

৩.০০ সমাজ: মিচিং সমাজ গণতান্ত্ৰিক সমাজ ব্যৱস্থাৰে নিয়ন্ত্ৰিত। তেওঁলোকৰ মাজত কোনো ৰজা বা প্ৰশাসক পূৰ্বে থকাৰ ইঙ্গিত বা লোক প্ৰবাদ নাই। একোখন গাওঁ বা দল (খেল ?) অনুযায়ী পতা গাওঁ সমূহত একোজনকৈ 'গামৃ' অৰ্থাৎ গাওঁবুঢ়া থাকে, তেওঁৰ নিৰ্দেশ মতে, গাৱঁৰ সমাজ ব্যৱস্থা, মেল, মোকৰ্দমা, যুদ্ধ বিগ্ৰহ আদি চলে। গামৰ নিৰ্বাচনো গণতান্ত্ৰিক পদ্ধতিৰে কৰা হয়। সাধাৰণতে গাওঁ বা অঞ্চলৰ আটাইতকৈ অভিজ্ঞ, সামাজিক পদ্ধতিত দক্ষ লোকক গাৱঁৰ ৰাইজে সমূহীয়া মেল বা কাৰাঙত 'গামৃ' নিৰ্বাচন কৰে। গামৰ পদ বংশানু-

ক্রমিক বা উত্তৰাধিকাৰী সূত্রে পোৱা নহয়। যোগ্যতাৰ বিচাৰত হে গাম্ বাব দিয়া হয়।

৩.১০ কেবাং : গামে পৰিচালনা কৰা অনুষ্ঠানক কেবাং (অর্থাৎ মেল বা সভা) বোলে। কেবাঙত গাঁৱৰ বয়সস্থ, পৰিয়ালৰ মুখ্য ব্যক্তি, বিবাহিত, সাবালক সকলো ব্যক্তিয়ে যোগ দিব পাৰে। অৱশ্যে বিশেষ প্রয়োজন নহলে নাৰীৰ উপস্থিতি সাধাৰণতে কাম্য নহয়। কেবাঙত সাধাৰণ চোৰৰ পৰা আৰম্ভ কৰি কইনা অপহৰণ, মাটি-বাৰীৰ কাজিয়া, যুদ্ধ-বিগ্রহৰ প্রস্তুতি ইত্যাদি সকলো প্রকাৰৰ বিচাৰ আৰু আলোচনা হয়। পূৰ্বে কেবাং তিনিটা স্তৰৰ আছিল —এখন গাঁৱত থকা সভাক "কেবাং", কেবাখনো গাঁৱৰ কেবাং মিলি "বাঃনা কেবাং" আৰু কেইবাটাও বাঃনা কেবাং মিলি "বাংগ কেবাং" কৰা হৈছিল। স্বাধীনতাৰ পিছত নতুন প্রশাসনীয় নীতিয়ে এইবোৰক স্বীকৃতি নিদিয়াৰ ফলত এই কেবাং অনুষ্ঠানবোৰ প্রায় নিচিহ্ন হোৱাৰ উপক্রম ঘটিছে। কিন্তু এতিয়াও সৰহভাগ মিচিং গাঁৱৰ মেল-মোকৰ্দমা, সামাজিক বিচাৰ এই কেবাঙৰ জৰিয়তে হৈ আছে।

কেবাঙৰ সিদ্ধান্তক কাৰ্য্যকৰী কৰিবৰ কাৰণে গাঁৱৰ ডেকা গাভৰু সকলে সদা প্রস্তুত হোৱাৰ নিয়ম আছিল। আধুনিক শিক্ষাই বিচৌত কৰিলেও এতিয়াও গাঁৱৰ পূজা পাৰ্বণ, সকাম নিকাম, বিয়া-বাৰু আদি অনুষ্ঠান বিলাকত ডেকা-গাভৰুৱে প্রধান ভূমিকা লয়। "মুম্বুৰ্ য়াঃমে', বা ডেকা-গাভৰু নামৰ এটা চলন্ত অনুষ্ঠান প্রতিখন গাঁৱত থাকে। তেওঁলোকে কেবাং নাইবা গাঁৱৰ সিদ্ধান্ত অনুক্রমে বিহু মৰা, পঃৰাগ্ উৎসৱ পতা, সকাম নিকাম বিলাকত স্বেচ্ছাই সেৱা কৰা, "দাগলিক্' (বা দাগ্লুগ্) 'ৰুগ্ৰ" আদিৰ দৰে সমবায় অনুষ্ঠানবোৰত বিনামূলীয়াকৈ পৰিশ্রম কৰি ৰাইজক সহায় কৰিবলৈ সদা প্রস্তুত থাকে।

৩.২০ মুৰং :

ডেকা-গাভৰুসকলে গাঁৱৰ আকস্মিক দুৰ্ঘটনা, শত্রুৰ বিপক্ষে হঠাতে হ'ব লগা যুদ্ধ, জুই লগা ইত্যাদিৰ বাবে সদা প্রস্তুত হব পৰাকৈ নিজৰ ঘৰত নাথাকি গাঁৱৰ এটা উমৈহতীয়া ঘৰত থকাৰ নীতি আছিল। তেনে ৰাজহুৱা ঘৰক "মুৰং" বুলি কোৱা হয়।

আদি ভাষাত মুৰং ঘৰক "মুচুপ্" বা "দেৰে" আৰু ছোৱালী থকা মুৰং ঘৰক "ৰাচেং" বোলে। অসমীয়াত ডেকা চাং আৰু গাভৰু চাং নামে খ্যাত। ডেকা আৰু গাভৰু সকলে নিজৰ নিজৰ মুৰং ঘৰত ৰাতি কটায়। পুৱা ঘৰলৈ উভতি দৈনন্দিন কাৰ্য্যত আত্মনিয়োগ কৰে। এই মুৰং ঘৰবোৰ ডেকা গাভৰু সকলৰ সামাজিক শিক্ষা আৰু জীৱনৰ বিষয়ে অভিজ্ঞতা লাভ কৰাৰ প্ৰধান থলী। এনেদৰে মুৰং ঘৰ থকাৰ ব্যৱস্থা পূৰ্বাপৰ প্ৰচলিত হোৱাৰ বাবে এতিয়াও বহু মিচিং ঘৰত ডেকা ল'ৰাৰ বাবে বেলেগ শোৱা কোঠাৰ ব্যৱস্থা নাই। বিবাহৰ প্ৰাক্ মুহূৰ্তলৈকে ছোৱালীয়ে মাকৰ লগত শোৱে। কিন্তু বৰ্তমান আধুনিক শিক্ষা পোৱাৰ লগে লগে এই মুৰং ঘৰ আৰু ডেকা গাভৰুৰ অনুষ্ঠানবোৰ নাইকিয়া হৈ আহিছে। শিক্ষিত ডেকাই গাৱঁৰ অনুশাসন নমনা হৈছে, গাৱঁৰ হৈ পৰিশ্ৰম নকৰা হ'ল। তাৰ ফলত মিচিং সংস্কৃতিৰ এটা আপুৰুগীয়া অনুষ্ঠান বিলুপ্ত হৈ গৈছে।

৪.০০ গাওঁ ঃ শতকৰা নব্বৈ ভাগ মিচিং গাওঁ নৈৰ পাৰত। ব্ৰহ্মপুত্ৰ, দিহিং, দিবাং, বুঢ়ীসুঁতি, শোৱণশিৰি, ধনশিৰি, জৰলী আদি সৰু বৰ নদীৰ পাৰে পাৰে মিচিং গাওঁবোৰ অৱস্থিত। নদীৰ লগত মিচিং সমাজ জীৱনৰ এটা ওতপ্ৰোত সম্পৰ্ক বিদ্যমান। তেওঁলোকৰ লোকগীত বিলাকতো নদীয়ে প্ৰধান প্ৰেৰণাৰ উৎস হৈ পৰিছে। এই ফালৰ পৰা চাবলৈ গলে মিচিং সংস্কৃতিক নৈ পৰীয়া সংস্কৃতি বুলি সুকীয়াকৈ চিনাক্ত কৰিব পাৰি।

গাওঁবোৰ সাধাৰণতে একো একোটা দলেৰে গঠিত। পাগ্ৰ, চায়াং, দাম্ৰুগ্, অয়ান্ ইত্যাদি দলত বিভক্ত হৈ গাওঁ পাতে। গাৱঁৰ সম্মুখ ভাগ সাধাৰণতে নদীৰ ফাললৈ উত্তৰা দক্ষিণা বা পুবা পশ্চিমাকৈ কৰা। পশ্চিম বা দক্ষিণলৈ সহজে সম্মুখ কৰা নহয়।

গাৱঁৰ ঘৰবোৰ চাংঘৰ। বাহ, কাঠ, বেত, খেৰ ইত্যাদিয়েই ঘৰ সজাৰ প্ৰধান আহিলা। গাওঁবোৰত গৰু-মহ, গাহৰি-কুকুৰা আদি পোহে।

প্ৰতিটো চাংঘৰত একাধিক পৰিয়াল থাকে। কৃষি কৰ্ম কৰা জাতি হিচাপে এনে যৌথ পৰিয়াল অপৰিহাৰ্য্য। একো একোটা ঘৰত ৩ পৰা আৰম্ভ কৰি শতাধিক লোক থকা দেখা যায়।

৫.০০ **বিবাহ ঃ** মিচিং সমাজ পিতৃ প্ৰধান। বিবাহ হলে বিবাহিত কন্যাই পতিগৃহলৈ যায়। নৱ দম্পতিৰ সকলো পুত্ৰ কন্যাই পিতৃৰ বংশত অন্তভুৰ্ক্ত হয়। বিবাহ একে গোত্ৰ বা 'অপুন্'ত মাজত নহয়। স্বগোত্ৰ বা 'অপুন্'ত বাদেও অন্য গোত্ৰ হলেও কিছুমান ভিন্ন গোত্ৰৰ ভিতৰতো বিবাহ নিষিদ্ধ। উদাহৰণ স্বৰূপে দলে আৰু পেগু ভিন ভিন গোত্ৰ। এই দুটা গোত্ৰৰ মাজত পৰস্পৰ ঘৰৰ পৰা কন্যা অনা নিয়া কৰিব পাৰে। কিন্তু দলেৰ লগত কুটুম, কুলি, কম্যান্, এইবোৰ ভিন্ন গোত্ৰ যদিও সেই গোত্ৰ সমূহৰ মাজত বিবাহ নিষিদ্ধ।

মিচিং বিবাহ কেইবা প্ৰকাৰবো আছে। "মিদাং" সামাজিক প্ৰথা মতে কৰা বিবাহ-"দুগ্ৱ", অপহৰণ বা গান্ধৰ্ব বিবাহ, "কুম্চু জ-চু" সেৱা সংকাৰৰ যোগেদি বিবাহ, ইত্যাদি মিচিং সমাজত প্ৰচলিত আছে। অতীতত পৈশাচিক পদ্ধতিৰ বিবাহবিধি থকাৰো ইঙ্গিত পোৱা যায়। ইয়াত বাদেও "মাগ্ৰ দুগ্নাম্" বা জোঁৱাই খটা প্ৰথাও প্ৰচলিত আছিল। বিধবা আৰু বৰলাৰ পুনৰ বিবাহ সামাজিক ভাবে অনুমোদিত। বহু পত্নীৰ বিধান আছে যদিও তিৰোতাৰ ক্ষেত্ৰত বহু পতিৰ বিধান নাই। নাৰী আৰু পুৰুষ উভয়ৰে পৰগামী উদাহৰণ বিৰল আৰু এই ক্ষেত্ৰত সামাজিক নীতি অতি কঠোৰ।

অপহৰণ বা গান্ধৰ্ব প্ৰথাৰ যোগেদি হোৱা বিবাহত দৰাই কন্যা ঘৰক গা ধন সোধোৱাতো সামাজিক নীতি। কিন্তু তাৰ বিপৰীতে যৌতুক প্ৰথা মিচিং সমাজত একেবাৰে নাই। বৈবাহিক ক্ষেত্ৰত বিবাহ বিচ্ছেদ আৰু পুনৰ্মিলন দুয়োটাই প্ৰচলিত।

৬.০০ **খাদ্য আৰু আহাৰ ঃ**

মিচিং সকল আমিষ ভোজী। গাহৰি, কুকুৰা, মাছ আদিৰ লগতে বনৰীয়া জন্তু তেওঁলোকৰ প্ৰিয় খাদ্য। কিন্তু বিশেষ পৰিস্থিতিত হাঁহ আৰু ছাগলী তেওঁলোকৰ খাদ্য নহয়। তাৰ উপৰি আন আন মঙ্গোলীয় জনজাতিৰ দৰে মাছ আৰু পহু মাংসৰ শুকোতি আৰু বাহৰ গাজৰ খৰিচা মিচিংসকলৰ বাবেও প্ৰিয় খাদ্য। অপং বা মদো আন জনজাতিৰ দৰে মিচিঙৰো এটা অপৰিহাৰ্য্য আহাৰ। সকামে-নিকামে, পুজা-পাতলত, আলহী

অভ্যৰ্থনা কৰোতে সকলোতে আপঙৰ ব্যৱহাৰ হয়। মিচিং গাওঁ সমূহত পূৰা গধূলিৰ চাহৰ দৰে আপং ব্যৱহাৰ কৰা দেখা যায়।

ভাতেই মিচিংসকলৰো প্ৰধান আহাৰ। ভাতৰ লগত শাক পাচলিও আছে যদিও 'তাজিক্-তাক্পাং' 'নত্কে', "দাৰ্মি" ইত্যাদি নামৰ কেইটামান বনৰীয়া শাক পাচলি বিশেষভাৱে তেওঁলোকৰ প্ৰিয় আহাৰ।

বিবাহ, উৎসৱ-পাৰ্বণ, বিলাকত তামোল-পাণ অপৰিহাৰ্য্য। তামোল-পাণ নথকা ঠাইত প্ৰাচীন কালত কেইটামান গছৰ বাকলি (চালি ?) তামোল-পাণৰ দৰে ব্যৱহাৰ কৰিছিল। তামোল-পাণৰ ব্যৱহাৰ কেৱল অষ্ট্ৰিকসকলৰ পৰাই আহিছে বোলা কথাষাৰ এই ক্ষেত্ৰত পুনৰ বিবেচনা কৰিব পাৰি।

## ৬.০০ কৃষি কৰ্ম আৰু চিকাৰ :

কৃষিয়েই মিচিংসকলৰ প্ৰধান জীৱিকা। জুম প্ৰণালীৰে তেওঁলোকে পূৰ্বে খেতি কৰিছিল। জুম প্ৰণালীত আহুধান প্ৰধান খেতি। কোৰ-কুঠাৰ, হাকুতি, এই খেতিৰ প্ৰধান আহিলা। আজিকালি উৰ্বৰা মাটিৰ অভাৱত আৰু বন কাটি জুই দি কৰা জুম খেতি কষ্টকৰ হোৱাৰ বাবে বেছি ভাগেই শালিখেতি কৰা হৈছে। এইবোৰৰ লগত আলু, কচু, বেঙেনা, আদা, জলকীয়া, নহৰু আনুষঙ্গিক খেতি হিচাপে কৰা হয়।

৬.১০ কৃষি কৰ্মৰ লগতে আজাৰি পৰত আহাৰৰ জুতি লগাবলৈ সমূহীয়া ভাবে আৰু গাইগোটীয়াকৈ মাছ ধৰে। পল, পচা, যাঠি, ধনুকাড় আৰু বিভিন্ন ধৰণৰ চেপা মাছ মৰা সঁজুলি।

৬.২০ সকামে নিকামে পূজা-উৎসৱত ব্যৱহাৰ কৰিবলৈ সমূহীয়াভাবে চিকাৰ কৰে। "আপ্তা" সাধাৰণ জীৱজন্তুৰ চিকাৰ "কিঃৰুগ্" সমূহীয়াকৈ চিকাৰৰ জন্তু খেদি কৰা চিকাৰ। আজি "আলি আই লৃগাং" নামৰ উৎসৱত এই কিৰুগ্ আগতে অপৰিহাৰ্য্য আছিল। এইবোৰত বাদেও মহৰ চিকাৰ, হাতী ধৰা চিকাৰ ইত্যাদিও মিচিং সমাজত প্ৰচলিত আছে। আগতে কেৰ্টুৰা চিকাৰীক এজন সুযোগ্য পাত্ৰ বা দৰা হিচাপে স্বীকৃতি দিয়াৰ উদাহৰণো লোক প্ৰবাদত পোৱা যায়।

৭.০০ উৎসৱ, পূজা পাতল ঃ

'আলি আঃয়ে লৃগাং' মিচিঙৰ উল্লেখযোগ্য কৃষি উৎসৱ। নতুন শস্য ৰোপণৰ বাবে ফাগুন মাহৰ প্ৰথম বুধবাৰে পৃথিৱী-মাতৃ আৰু পূৰ্ব পুৰুষসকলক তোষণ কৰিবলৈ এই উৎসৱ পতা হয়। ধান, আলু আদি শস্য ৰোপণ কৰি সেইবোৰ নগজা লৈকে অৰ্থাৎ পাচ দিন গেনা পালন কৰে। গেনা পালন কৰা পাচ দিনত মাটি খন্দা, বাহ কটা ইত্যাদি কাম কৰা নহয়। তাৰলগতে কুকুৰা জুইত পুৰি নাখায়। কণী খোৱা নহয়। কণী অংকুৰৰ প্ৰতীক।

'পঃৰাগ' আন এটি উৎসৱ। সাধাৰণতে খেতি বাতি চপোৱাৰ পিছত গাৱঁৰ ডেকা গাভৰু সকলে ৰাইজৰ সহযোগত সৃষ্টিকৰ্তা, পৃথিৱী মাতৃ, পূৰ্বপুৰুষ সকলৰ তোষণৰ অৰ্থে আৰু সেইসকলৰ পৰা মঙ্গল কামনা কৰি এই উৎসৱ উদ্‌যাপন কৰে।

পঃৰাগ আৰু আলি আঃয়ে লৃগাং এই দুয়োটা উৎসৱতে নৃত্য গীতৰ অপূৰ্ব সমাবেশ হয়। এই দুটা উৎসৱত বাদেও অসমীয়া বহাগ বিহু আৰু মাঘ বিহুকো অনুৰূপ ভাবে পালন কৰে।

৭.১০ মিচিং পূজাপাতলৰ ভিতৰত "দবুৰ্" উল্লেখযোগ্য। দবুৰ্ পূজা কেইবা প্ৰকাৰৰো আছে। খেতি বাতি, ঘৰৰ অপায় অমঙ্গল, দীৰ্ঘদিনীয়া দুৰাৰোগ্য অসুখৰ আৰোগ্য কামনা, গাৱঁৰ সমূহীয়া অপায় অমঙ্গল বিতাৰণ ইত্যাদিৰ বাবে বিবিধ প্ৰকাৰৰ দবুৰ্ কৰা হয়। গাৱঁৰ দবুৰ্ পূজা পাতিলে গাওখনৰ বাহিৰৰ লোক বা অমিচিং লোক গাৱঁত প্ৰবেশ কৰা নিষেধ। দবুৰ্ পূজাত বিশেষ কিছুমান চিহ্ন দি গাৱঁৰ চাৰিও ফালে থোৱা হয়। কোনোবাই অমান্য কৰি প্ৰবেশ কৰিলে দণ্ড লোৱা হয় আৰু গেনা পাৰ নোহোৱালৈকে অপৰাধীক বা তেওঁৰ লগত থকা বয় বস্তু আবদ্ধ কৰি ৰখা হয়।

এই দবুৰ্ পূজাত বাদেও "ডালাং উই", "আচি উই" ইত্যাদি পূজা পাতল আছে। বৰ্তমানে হিন্দু ধৰ্মৰ প্ৰভাৱত বৰসেৱা,

বান্তি সেৱা, শ্ৰুচি, শান্তি, পৰাচিত ইত্যাদিও মিচিং সমাজত পূজাপাৰ্বণত অন্তৰ্ভুক্ত হৈছে।

৮.০০ নৃত্যগীত ঃ মিচিংসকল অতিশয় নৃত্যগীত প্ৰিয়। (খোৱা আৰু বোৱাত বাদে নাচিব নজনা বা গীত গাব নজনা মিচিং লোক বোধকৰো বিৰল) মিচিং নৃত্য-গীতৰ স্বকীয় বৈশিষ্ট্য আছে। বিভিন্ন উৎসৱ আৰু পূজা পাতলাত বিভিন্ন ধৰণৰ নৃত্য গীত পৰিবেশন কৰা হয়।

ঢোল, পেপা, গগণা, বাঁহী, লাও-পেপা, দেন্‌দুন্‌ (মেগেলাৰে তৈয়াৰ কৰা এবিধ বাদ্য যন্ত্ৰ) ইত্যাদি বাদ্য যন্ত্ৰ। ঢোলৰ চেও বহু প্ৰকাৰৰ আছে। নৃত্যত মাছমৰা, ধান সিচা, ধান কটা, কাপোৰ বোৱা, ইত্যাদি বিবিধ দৃশ্য ৰূপায়িত কৰে। "অইচঃ-মান্" বা "অই নিঃতম্ চঃমান্" অসমীয়া বিহুগীত গাই কৰা বিহুৰ সমতুল্য।

নৃত্য সমূহত সাধাৰণতে সূক্ষ্ম মুদ্ৰাৰ ব্যৱহাৰ নাই। কিন্তু কোনো কাহিনী বা দৃশ্য ৰূপায়িত কৰিবৰ সময়ত নাচনীৰ লয়লাস নৃত্যভঙ্গীয়ে ধ্ৰুপদী ৰূপলৈ উত্তীৰ্ণ হয়।

৯.০০ বোৱা কটা ঃ মিচিং শিপিনীয়ে কাপোৰত সপোনৰ সৰগ ৰচে। বগা, ৰঙা, কলা, হালধীয়া আৰু সেউজীয়া এই পঞ্চ ৰঙেৰে চুকীয়া, কোণীয়া, ঘূৰণীয়া আৰু সমান্তৰাল ৰেখাৰ নানা বিধ ফুল বাছে। ৰিবিং গাচেং চেক্‌ৰেগ্ আদি তিৰোতাৰ পৰিধানৰ কাপোৰবোৰত বোৱা কটাৰ চানেকী বিদ্যমান। ইয়াৰ উপৰিও এড়ী কাপোৰ আৰু মিৰি জিম্ নামেৰে খ্যাত 'গাদু' তেওঁলোকৰ উৎকৃষ্ট বোৱা কটাৰ নিদৰ্শন।

কাপোৰত তোলা ফুলবিলাকত চুকীয়া, কোণীয়া, ঘূৰণীয়া, লম্ভীয়া, সমান্তৰাল ৰেখা থকাৰ বাহিৰেও চৰাই, পশু, ঘৰ, ফুল আদিৰ 'মটিফ্' দেখা যায়।

১০.০০ ভাষা সাহিত্য ঃ

মিচিং ভাষা তিব্বত বৰ্মীয় ভাষা গোষ্ঠীৰ উত্তৰ অসম শাখাৰ পৰিয়াল ভুক্ত। মিচিং ভাষাৰ প্ৰধান লক্ষণ হৈছে অশ্লিষ্ট। অৰ্থাৎ এই ভাষাৰ শব্দৰ ৰূপবোৰৰ কোনো পৰিবৰ্তন নোহোৱাকৈ

মূল শব্দৰ লগত লগ লাগি বিশেষ্য বিশেষণ ইত্যাদি পদ ৰূজোৱাত সহায় কৰে। শব্দবোৰ ধ্যাত্মকিক। বেছিভাগ শব্দতেই প্ৰত্যয়+মূল, বা মূল+প্ৰত্যয় যুক্ত হৈ থকাৰ বাবে দুটা অক্ষৰৰ হোৱা দেখা যায়। তিব্বত বৰ্মীয় ভাষা হিচাপে মিচিং ভাষাত সুৰ থকাটো স্বাভাৱিক। কিন্তু প্ৰাথমিক অধ্যয়নত দেখা গৈছে যে মিচিং ভাষাত সুৰৰ পৰিবৰ্তে স্বৰ ধ্বনি সমূহ হ্ৰস্ব আৰু দীৰ্ঘ ৰূপত বিশিষ্ট ধ্বনি হৈছে। হ্ৰস্ব স্বৰ সাতোটা, দীৰ্ঘ স্বৰ সাতোতা। ব্যঞ্জন বৰ্ণৰ ভিতৰত ঔষ্ঠ্য, দন্ত মূলীয়, পশ্চতালব্য (কন্ঠ্য) আৰু স্পষ্ট উষ্ম ধ্বনিৰ অঘোষ, ঘোষ, নাসিকা এই কেইটা আছে। অনিয়ত ৰ'ল দন্ত মূলীয়া ধ্বনি। মিচিং ভাষাত মহাপ্ৰাণ ধ্বনি নাই।

সৰ্বনামৰ দ্বিতীয় পুৰুষত তুচ্ছাৰ্থ-মান্যাৰ্থ নাই। সৰ্বনামৰ দ্বিবচনৰ ব্যৱহাৰ আছে। পুৰুষ, বচন, লিঙ্গ, অনুযায়ী ক্ৰিয়াৰ সাল-সলনি নহয়। ক্ৰিয়াত একাধিক ধাতুযুক্ত হৈ থাকে। ধাতু ৰূপত ভূত, বৰ্তমান আৰু ভৱিষ্যত কালত ৰূপ হোৱাৰ লগতে বিধিলিঙ্গ, আশীলিঙ ইত্যাদি বিভাগতো ৰূপ কৰিব পাৰি।

১০.১০ মিচিং ভাষা অলিখিত আছিল। বৰ্তমানে ইয়াক লিখিত ৰূপ দিবলৈ প্ৰচেষ্টা চলাইছে। প্ৰাচীন লিখিত সাহিত্য নাথাকিলেও মিচিঙৰ মৌখিক সাহিত্যৰ প্ৰাচুৰ্য্য দেখা যায়। লোক সাহিত্যৰ ভিতৰত "মিবু আঃবাং", 'মিবু আঃবাং' (দেওধাই গীত), "কাবান্" (বিননি), "মিদাং" (বিয়াগীত), "মমান্", (খেমেলীয়া গীত) "কঃনিঃনাম্" (নিচুকনি গীত) "ম্ঃৰূগ" (উৎসৱ গীত) ইত্যাদি নানা ধৰণৰ মৌখিক গীতি সাহিত্য পোৱা যায়। ইয়াৰে মিবু আঃবাং বোৰত সংস্কৃত সাহিত্য পুৰাণবোৰৰ দৰে সৃষ্টি পাতনিৰ পৰা আৰম্ভ কৰি দেৱদেৱতাৰ জন্ম, মানুহ, জীৱজন্তু, গছগছনিৰ বিষয়ে বৰ্ণনা কৰা দেখা যায়। 'অইনিঃতম্' বিহুগীতৰ দৰে এক শ্ৰেণীৰ প্ৰেমৰ জনপ্ৰিয় গীত।

লোক কথা বা সাধুকথাও অজস্ৰ পোৱা যায়। সেই বোৰতো-মানুহ, দেৱ-দেৱতা, জীৱজন্তুৰ উৎপত্তিৰ কাহিনী পোৱাৰ লগতে দেওভূত, মৃতকৰ কাৰ্য্যাৱলীও বৰ্ণিত হয়। কিন্তু সাধু বা নীতি কথা কাহিনীৰ অভাৱ দেখা যায়।

## ১১.০০ ধৰ্ম ঃ

মিচিং ধৰ্মক বহুতে জড়বাদী বুলি উল্লেখ কৰিছে যদিও প্ৰকৃততে জড়বাদী নহয়। আদী আৰু মিচিং সমাজৰ মনোজগতত একোগৰাকী সৃষ্টিকৰ্তা —"চেঃদ্ - মেঃল" ( যাক সাংখ্য দৰ্শনৰ পুৰুষ প্ৰকৃতিৰ লগত তুলনা কৰিব পাৰি ) আছে। সৃষ্টিৰ আৰম্ভণিতে জল নাই, থল নাই, জনপ্ৰাণী নাই কেৱল এক ধুঁৱলি-কুঁৱলীময় অৱভাস আছিল (পুৰাণত বৰ্ণিত সৃষ্টি ৰহস্যৰ দৰে)। সেই ৰূপক 'কায়ুম্' বোলা হৈছে। 'কায়ুম্'ৰ অৱভাসত "একো নাই, তথাপি নাইটোৱেই আছে" এই ৰূপত নাই আৰু আছে, 'নেগেটিভ' আৰু 'পজেটিভ' এই দুটা শক্তিৰ সঞ্চাৰত সপ্ত তত্ত্বভূত হৈছে। সপ্ত তত্ত্বৰ পিছতহে "চেঃদ্ মেঃল"ই সৃষ্টিকৰ্তা ৰূপ পাইছে। এই "চেঃদ্-মেঃল"ৰ পিছত পাঁচটা স্তৰৰ অৱয়ৱ-হীন ৰূপ অৰ্থাৎ পঞ্চভূত সৃষ্টি হৈছে। প্ৰতিটো ভূতেই একোটাহঁত সৃষ্টিৰ অধিকাৰী। পঞ্চভূতৰ পিছত "পাদং" মাতৃ হৈছে—যাৰ পৰা মানুহ, জীৱজন্তু, গছ-গছনিৰ সৃষ্টি হৈছে। কেতিয়াবা চেঃদ্-মেঃলৰ শাৰীত "দঃঞি-পঃল"ক (বেলি-জোন) স্থান দিয়া হয়। সেই বাবে মিচিংসকলে চন্দ্ৰ-সূৰ্যৰ পুত্ৰ বুলি নিজকে গণ্য কৰে। মিচিং বিশ্বাসত সূৰ্য স্ত্ৰী আৰু চন্দ্ৰ পুৰুষ। সূৰ্যক-মাতৃ আৰু চন্দ্ৰক-পিতৃ স্বীকাৰ কৰি পূজা পাতল কৰে।

এই মূল সূত্ৰৰ লগত মানুহ সৃষ্টিৰ সময়ত মানুহৰেই এক ভাতৃ দেওভূতলৈ ৰূপান্তৰিত হৈ নিজৰ অভিলাষ আৰু আখেজ পূৰাবলৈ সদায় মানুহৰ ওপৰত অন্যায় কৰিবলৈ যত্ন কৰা বুলি বিশ্বাস কৰি দেওভূত আৰু মৃতক সকলক সন্তুষ্ট কৰিবলৈ পূজা দিয়াৰ বিধি মিচিং সমাজত আজিও চলি আছে। ইয়াত বাদেও মানুহক অপায় অমঙ্গল কৰিব পৰা আন বহুতো দেওভূতক সন্তুষ্ট কৰিবলৈ পূজা পাতল কৰে। কিন্তু স্বয়ং চেঃদ্-মেঃল, দঃঞি-পঃল, পাদং-নাঃনা এইবোৰক মাঙ্গলিক দেৱতা বুলি গণ্য কৰি পোনপটীয়াকৈ এইবোৰক কোনো পূজা পাতল নিদিয়ে। অমাঙ্গলিক দেৱতাকহে পূজা দিয়ে। মৃত পূৰ্বপুৰুষ সকলৰ আশীৰ্বাদ আৰু ভেঁওলোক প্ৰহৰা কামনা কৰি পূজা কৰে।

অসমত বসবাস কৰাৰ পিচত মিচিংসকলে হিন্দু ধৰ্ম, মহাপুৰুষীয়া ধৰ্ম আদি গ্ৰহণ কৰিছে। হিন্দু ধৰ্মৰ শৈৱ, শাক্ত, তান্ত্ৰিক আদিও বহুতে পালন কৰিছে। মহাপুৰুষীয়া ধৰ্মৰ বৈষ্ণৱ, ভাগৱতী, সনাতন ইত্যাদি শাখাত দীক্ষিত হৈছে। শংকৰোত্তৰ কালত অসমত গোপনে গা কৰি উঠা "ৰাতি সেৱা সম্প্ৰদায়"ৰ শিষ্যত্ব বহু অঞ্চলৰ মিচিঙে গ্ৰহণ কৰিছে। বৰ্তমানে মিচিং সমাজত মিচিং প্ৰাচীন ধৰ্মীয় বিশ্বাস, হিন্দু ধৰ্ম, মহাপুৰুষীয়া ধৰ্ম এইবোৰে একাকাৰ হৈ এক বেমেজালিৰ সৃষ্টি হোৱা দেখা গৈছে।

বৌদ্ধ, মুছলিম ধৰ্মত দীক্ষিত হোৱা মিচিং নাই। ঊনবিংশ শতিকাৰ শেষৰ ফালে কিছু সংখ্যক মিচিঙে খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰে। কিন্তু হিন্দু আৰু প্ৰাচীন ধৰ্ম বিশ্বাসৰ প্ৰবল ধাৰাত খ্ৰীষ্টান ধৰ্মই গা কৰি উঠিব নোৱাৰিলে। বৰ্তমান খ্ৰীষ্টান মিচিঙৰ সংখ্যা দহ জনতকৈ অধিক নহয়।

## ১২.০০ লোক-বিশ্বাস ঃ

লোক-বিশ্বাসো লোক-সংস্কৃতিৰ এটা প্ৰধান উপাদান। মিচিং সকলৰ মাজতো এই লোক সংস্কৃতিৰ উপাদান লোক-বিশ্বাস অনেক আছে। গেনা বা "টাব" মঙ্গোলীয় সংস্কৃতিৰ উল্লেখযোগ্য দিশ। মিচিঙৰ মাজত নানা বিষয়ত গেনা পালন কৰা দেখা যায়। খেতিবাতি, ঘৰলোৱা, নতুন মাটি চোৱা, পথাৰ, শস্য, গৰ্ভধাৰণ, বিবাহ, জন্ম, মৃত্যু, যাত্ৰাৰ শুভাশুভ আদি সকলোতে কিছুমান বিশ্বাস আৰোপিত হয়। সেইবোৰৰ প্ৰতিকাৰ বিধানৰ ব্যৱস্থাও আছে। স্বপ্ন তত্বও তেওঁলোকৰ লোকবিশ্বাসত বিশেষ স্থান পায়। মিবু বা মিবুৰ যোগেদি মঙ্গল চাই মঙ্গলামঙ্গলৰ স্বৰূপ নিৰ্দ্ধাৰণ কৰি তাৰ প্ৰতিবিধান কৰে।

তন্ত্ৰ-মন্ত্ৰৰ ব্যৱহাৰ মিচিং সমাজত দেখা নেযায়। বৰ্তমান যিবোৰ তন্ত্ৰ-মন্ত্ৰ ব্যৱহৃত হৈছে সেইবোৰ অন্য সমাজৰ পৰাহে অহা বুলিব পাৰি।

## সামৰণি ঃ

বৰ্তমান কালটো মিচিংসকলৰ বাবে এটা যুগ-সন্ধি আৰু যুগ পৰিবৰ্তনৰ কাল বুলিব পাৰি। বিংশ শতিকাৰ আৰম্ভণিৰে

পৰা অসমত হোৱা নানান ঘটনা-যুদ্ধ বিগ্ৰহ, বহি-বিশ্বৰ প্ৰভাৱ, মিচিঙৰ মাজত শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰ, বৈজ্ঞানিক দৃষ্টিৰে যুক্তি বিচাৰ ইত্যাদি কাৰণত মিচিংসমাজ পৰিবৰ্তনমুখী হৈছে। তাৰ ফলত মিচিং সংস্কৃতিৰ অৱক্ষয় ঘটিছে। নতুন এক সুস্পষ্ট সংস্কৃতিকো গ্ৰহণ কৰাত অপাৰগ হৈ আছে। পুৰণিকো সম্পূৰ্ণকৈ এৰিব পৰা নাই, নতুন সংস্কৃতিকো সম্পূৰ্ণকৈ গ্ৰহণ কৰিব পৰা নাই। মিচিং সমাজ এনে দোদুল্যমান অৱস্থাত পৰ্য্যবসিত হলে একোজন আদৰ্শবান পথ-প্ৰদৰ্শকে আগবাঢ়ি আহি পথ দেখুৱাই নিদিলে মিচিং সমাজ বিপথে চালিত হোৱাৰ সম্ভাৱনাই অধিক।

---

ৰঙালী বিহু সংখ্যা "জন্মভূমি" ১৯০২ শক, পৃষ্ঠা ৭৩ ত প্ৰকাশিত।

# মিৰি শব্দৰ আঁতি-গুৰি

## নাহেন্দ্ৰ পাদুন

অসমৰ লক্ষীমপুৰ, ডিব্ৰুগড়, শিৱসাগৰ, দৰং জিলা আৰু অৰুণাচল প্ৰদেশৰ ছিয়াং আৰু লোহিত জিলাৰ অসম সীমান্তত থকা মিচিং লোকসকলক সাধাৰণতে 'মিৰি' নামেৰে জনা যায়। অসমৰ অসমীয়া মানুহে আৰু অসমৰ বাহিৰৰ লোকেও এই মিৰি নামেৰেই তেওঁলোকক জানে। ভাৰতৰ সংবিধানৰ জনজাতি তালিকাত মিচিংসকলক 'মিৰি' নামেৰেই অন্তৰ্ভুক্ত কৰিছে। কিন্তু মিচিংসকলে নিজৰ মাজত পৰিচয় দিওঁতে এই মিৰি নামৰ পৰিবৰ্তে 'মিচিং' বুলিহে পৰিচয় দিয়ে।

এই 'মিৰি' শব্দটো কৰপৰা আৰু কেনেকৈ উৎপত্তি হৈছে, তাক সঠিকভাৱে ক'ব পৰা নাযায়। এই সম্পৰ্কে বিভিন্ন জনে বিভিন্ন মতামত পোষণ কৰিছে। কিন্তু কোনো এজনেও এতিয়ালৈকে মিৰি শব্দৰ ব্যুৎপত্তি আৰু ব্যৱহাৰ সম্পৰ্কে গ্ৰহণ-যোগ্যভাৱে ফঁহিয়াই দেখুৱাব পৰা নাই। মিচিং ভাষাত মিৰি শব্দৰ ব্যৱহাৰ নাই, নাইবা ধাতুগত অৰ্থও প্ৰকাশ কৰিব নোৱাৰি। গতিকে অনুমান কৰিব পাৰি যে মিৰি শব্দ অমিচিং ভাষাৰপৰাহে আহিছে। অসমীয়া মানুহে অসমৰ বিভিন্ন জনজাতিক বিভিন্ন নামেৰে প্ৰাচীন কালৰে পৰা নামকৰণ কৰি আহিছে। আবৰ, ডফলা, অ'কা, মিকিৰ, লুচাই এইবোৰ অসমীয়া মানুহে দিয়া নাম। কিন্তু সেই জনজাতিবোৰে নিজকে ক্ৰমে আদী, নিচি, হুৰুচু, কাৰ্বি, মিজো বুলিহে পৰিচয় দিয়ে। সেইদৰে মিচিংকো অসমীয়াই মিৰি নামেৰে নামকৰণ কৰি আহিছে। কিন্তু মিৰি-সকলে নিজকে 'মিচিং' বুলিহে পৰিচয় দিয়ে। স্বকীয় ভাষা থকা প্ৰত্যেক জাতিয়েই নিজৰ ভাষাৰ শব্দেৰে আন কোনো এটা জাতিৰ নামকৰণ কৰে। টাই-আহোম ভাষাত মিচিংসকলক 'খাকাঙ্-লাই' বা 'পাঙ্-ডিন্' বা 'লাঙ্-ডিন্' বোলে।[1] খামতি

১। 'মিচিং জনজাতিৰ পৰিচয়'—সৰ্বানন্দ ৰাজকুমাৰ, নীলাচল, ৪ৰ্থ বছৰ প্ৰথম সংখ্যা, ১৯৬৯ চন, পৃঃ ৩৩।

ভাষাত মিচিঙক 'হাঙ্-খাট্' বুলি কয়। তেনেকৈ মিচিঙৰ আত্মীয় জনজাতি আদী বা আবৰে মিচিং সকলক 'আয়িং'— অৰ্থাৎ 'ভৈয়ামৰ (আপোন) মানুহ' বোলে। মিচিং লোকে অসমৰ মানুহক আচিং বা মিপাগ্—(মি=মানুহ, পাগ্=অন্য, বিজাতীয়) অৰ্থাৎ নিজৰ মানুহ নহয়, আন মানুহ বুলি কয়।

অসমৰ মানুহে বা অসমীয়া মানুহে মিচিঙৰ ক্ষেত্ৰত মিৰি নামটো আৰোপ কৰিছে যদিও মিৰি শব্দটো প্ৰকৃততে অসমীয়া ভাষাৰ নহয়। অসমীয়া ভাষাত মিৰি শব্দৰ ধাতুগত ব্যুৎপত্তি দেখুৱাব নোৱাৰি। আন কি অসমীয়া ভাষাৰ মূল সংস্কৃততো এই শব্দৰ প্ৰচলন নাই। হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' অভিধানত প্ৰায় আটাইবোৰ শব্দৰ ধাতুগত ব্যুৎপত্তি দেখুওৱা হৈছে। কিন্তু মিৰি শব্দৰ ব্যুৎপত্তি দেখুওৱা নাই। তাৰ পৰিবৰ্তে মাত্ৰ "বহুকাল ভৈয়ামত বাস কৰা এজাতি পৰ্বতীয়া মানুহ" বুলি অৰ্থ নিৰ্দেশ কৰিছে। এনে কথাৰ পৰা ধৰি ল'ব পাৰি যে মিৰি শব্দ প্ৰকৃততে অসমীয়া নহয়।

পুৰণি অসমীয়া পুথি, বিশেষকৈ আহোম যুগত অসমীয়া ভাষাত ৰচিত বুৰঞ্জী আৰু ঊনবিংশ শতিকাৰ শেষৰ ফালে বৃটিছ ৰাজত্বৰ সময়ত ইংৰাজ লেখকসকলে লিখি থৈ যোৱা ৰচনা আৰু চৰকাৰী নথি-পত্ৰবোৰত এই মিৰি নামৰেই উল্লেখ পোৱা গৈছে। কিন্তু সেইবিলাকত মিৰি শব্দৰ উৎপত্তি বা অৰ্থ সম্পৰ্কে সন্তোষজনক ব্যাখ্যা পোৱা নাযায়। মিৰি নামটোৰ উল্লেখ থকা প্ৰাচীনতম ৰচনা হিচাপে শঙ্কৰদেৱৰ দশম স্কন্ধকেই প্ৰথমে ল'ব পাৰি। শঙ্কৰদেৱতকৈ আগৰ কোনো কবি বা লেখকৰ ৰচনাত মিৰি নামৰ উল্লেখ এতিয়ালৈকে আমাৰ দৃষ্টি-গোচৰ হোৱা নাই। শঙ্কৰদেৱৰ দশম স্কন্ধত আছে—

কিৰাত কছাৰী খাচি গাৰো মিৰি
যৱন কঙ্ক গোৱাল।
অসম মলুক ৰজক তুৰুক
কুবাচ ম্লেচ চণ্ডাল ॥

"শঙ্কৰদেৱৰ এই পদত অসমৰ ভিন ভিন জাতি-জনজাতিৰ নামৰ সৈতে থকা এই মিৰি শব্দই নিশ্চয় মিচিং সকলকেই

বুজাইছে। শংকৰদেৱৰ দশম স্কন্ধ ৰচনাৰ সময়ত অন্যান্য জাতি-জনজাতিৰ লগতে মিৰি বা মিচিঙেও অসমত বসবাস কৰিছিল— এনে ধাৰণাত বাদে পদফাঁকিয়ে অন্য কোনো ইংগিত বা পৰিচয় বহন নকৰে। গতিকে শংকৰদেৱৰ উল্লেখতো মিৰি শব্দৰ উৎপত্তিৰ সম্পৰ্কে আমি জানিবলৈ অসমৰ্থ।

ষোড়শ শতিকাৰ পাছৰেপৰা অসমীয়া ভাষাত ৰচনা কৰা আহোম বুৰঞ্জী কেইবাখনতো মিৰি নামৰ উল্লেখ পোৱা গৈছে। আহোম ৰাজত্বৰ সময়ত মিৰিয়ে কেইবাবাৰো আহোম ৰাজ্যত আৰু আহোম প্ৰজাক উপদ্ৰৱ কৰা, মিৰিৰ লগত স্বৰ্গদেওসকলৰ মিত্ৰতা স্থাপন, সৈন্য বাহিনী আৰু অন্যান্য ৰাজকীয় পদত মিৰি লোকৰ অন্তৰ্ভুক্তি আদি সাতসৰী অসম বুৰঞ্জী, অসম বুৰঞ্জী, কছাৰী বুৰঞ্জী ইত্যাদিত উল্লেখ কৰা হৈছে। এই বুৰঞ্জীবিলাকতো মিৰি নাম বা শব্দৰ আঁতি-গুৰি বিচাৰি পোৱা নাযায়। সম্ভৱতঃ আহোম ৰাজত্বৰ কালছোৱাত মিৰিসকল এই নামেৰে ইতিমধ্যে পৰিচিত হৈ পৰিছিল—যাৰ ফলত গ্ৰন্থকাৰসকলে নামৰ উৎপত্তি দিয়াৰ প্ৰয়োজনীয়তা অনুভৱ কৰা নাছিল।

অষ্টাদশ শতিকাৰ আগভাগত ৰচিত বুলি অনুমান কৰা দৈত্যাৰি ঠাকুৰৰ নামত প্ৰচলিত 'কথা-গুৰু চৰিত'ত[২] ভৱানী-পুৰীয়া আতাৰ পূৰ্বপুৰুষসকলৰ প্ৰব্ৰজনৰ প্ৰসংগত উল্লেখ কৰিছে যে তেওঁলোকৰ পূৰ্বপুৰুষ পূৰ্বে 'চক্ৰথামহাটীজ নৈ গ্ৰাম'ৰ কলিতা দেশত আছিল। তাৰপৰা "আৰৰ মিৰি চাৰি মাটি মিৰিএদি অচম দেশ ওলালাহি।"[৩] ইয়াতো আৰৰ মিৰিৰ কথা উল্লেখ কৰা হৈছে যদিও মিৰি শব্দৰ উৎপত্তি দিয়া নাই। এই 'মিৰি'য়ে সম্ভৱ পাহাৰী মিৰিসকলক বুজাইছে। পাহাৰী মিৰিক অসমীয়াই 'পানীবটীয়া মিৰি' অৰ্থাৎ পানীৰে অহা মিৰি আৰু 'ভৰবটীয়া মিৰি' অৰ্থাৎ থলেৰে অহা মিৰি— এই দুটা ভাগত ভাগ কৰিছে।

---

২। 'কথাগুৰুচৰিত'—সম্পাদক : শ্ৰীউপেন্দ্ৰ চন্দ্ৰ লেখাৰু, ২য় সংস্কৰণ, ১৯৬৩ চন, পৃঃ ৩১৮।

৩। ঐ।

অসমত বৃটিছ শাসনৰ কালছোৱাত ইংৰাজ প্ৰশাসক, পৰিব্ৰাজক আৰু নৃত্যাত্ত্বিকসকলে অন্যান্য জনজাতিৰ লগতে মিৰিসকলৰ বিষয়েও অধ্যয়ন কৰি কিছু গ্ৰন্থত আৰু চৰকাৰী নথি-পত্ৰত লিপিবদ্ধ কৰি থৈ যায়। লোকাপিয়ালকে আৰম্ভ কৰি বিভিন্ন গ্ৰন্থত তেওঁলোকে মিচিঙৰ পৰিচয় দিয়াৰ লগতে মিৰি নামৰ উৎপত্তিৰ সম্পৰ্কেও ব্যাখ্যা দিবলৈ যত্ন কৰিছে। তাৰে উল্লেখযোগ্য কেইটামান হ'ল ঃ

(১) Edward Tuite Dalton :

"For long period under the Assam Government the Miris managed to keep themselves the entire trade between Assam and the Abors ; and as being thus the only medium of communication between the two peoples, they obtained the name Miri, which means mediator or go between, and is the same word as 'Miria' or 'Milia' used with the same signification in Orissa. Perhaps the 'meriah' applied to the sacrifice of the Khunds is a cognate word, the 'meriah' being the messenger or mediator between man and the deity."[৪]

(২) Census of India, Assam : 1881.

"The accepted explanation of the name Miri is that it is an Assamese word signifying a go-between, and that it was applied to this section of the northern hill people in their special character as traders and interpreters between the mountains and the plains.."[৫]

---

৪। Descriptive Ethnology of Bengal—Edward Tuite Delton First ed. 1872, reprint 1973, p. 33.

৫। Census of India, Assam : 1881 ; Vol. III, Section 150.

(৩) L. A. Wapdell.

"They call themselves 'Mi-shing', but are known to the Assamese as 'Miri'. The Daflas call the hill Miris 'Chi-mur'.[৬]

(৪) Sir Athelstane Baines :

"It is advisable to note that the name of Miri which means middle-man in Assamese, is not known to the tribe itself."[৭]

(৫) Assam District Gazetteer :

"The Miris living in the plains are reverian people dwelling on the Brahmaputra and its tributories, and called themselves Mishing, 'Miri' being the Assamese word for go-between or interpreter."[৮]

(৬) E. A. Gait :

"They (the Miris) act as a channel of communication with the Abors and from this circumstances the name by which they are known in Assam, which means a 'go-between'.[৯]

(৭) B. C. Allen ৰ গেজেটিয়াৰতো সেই একেটা মতকেই সমৰ্থন কৰিছে।[১০] এই মতামতসমূহৰপৰা এইকেইটা অনুসিদ্ধান্ত গ্ৰহণ কৰিব পৰা যায়—

(ক) অসম আৰু আবৰ বা আদীসকলৰ লগত যোগসূত্ৰ ৰক্ষাকাৰী হিচাপে মিচিংসকলে মধ্যস্থ লোক বা ব্যাখ্যাকাৰী—

---

৬। The Tribes of the Brahmaputra Valley,—L. A. Waddell, First ed. 1901, reprint 1975, p. 57.

৭। Ethnography—Sir Athelstane Baines, p. 127.

৮। Assam District Gazetteer, Sadiya and Balipara Frontier Tract Gazetteer, Part I & III, chap. IV, p. 23

৯। A History of Assam—Sir E. A. Gait, 3rd Ed. 1963, p. 373.

১০। B. C Allen's Gazetteer, Chapter III, p. 23.

এই অৰ্থত মিৰি নাম পাইছিল ; (খ) মিৰিসকলে নিজকে মিচিং বুলি কয় ; (গ) মিৰি নামটো অসমীয়া মানুহে দিয়া বা অসমীয়া শব্দৰপৰা অহা ; (ঘ) মিৰি শব্দৰ অৰ্থ মধ্যস্থ লোক বা ব্যাখ্যাকাৰী ; মিৰি শব্দৰ অৰ্থ পুৰোহিত।

মিচিংসকলক মিৰি অৰ্থাৎ মধ্যস্থ লোক বা ব্যাখ্যাকাৰী বুলি আখ্যা দিয়াৰ কাৰণ – তেওঁলোকে বহুকালৰ আগৰপৰাই অসমত বসবাস কৰি অসমীয়া মানুহৰ সান্নিধ্যলৈ আহি অসমীয়া ভাষা আয়ত্ত কৰি লৈছিল। আনহাতেদি মিচিং আৰু আদী ভাষা প্ৰায় অভিন্ন হোৱাৰ কাৰণে আদী ভাষাও সহজে ক'ব পাৰে। অসমৰ লোকে আদী ভাষা, বা আদীয়ে অসমীয়া ভাষা ক'ব নোৱাৰাৰ হেতুকে এই দুয়ো জাতিৰ লগত সংযোগ-সূত্ৰ হিচাপে কাম কৰিবলগীয়া হৈছিল মিচিংসকলে। আহোম ৰাজত্বৰ সময়ত আদী বা আবৰসকলে বহুবাৰ আহোম ৰাজ্যত আৰু আহোম প্ৰজাক উপদ্ৰৱ কৰাৰ কথা বুৰঞ্জীসমূহত উল্লেখ আছে। আহোম ৰজাসকলে আদীসকলক যুদ্ধৰ জৰিয়তে শান্ত কৰিব বা বশ্যতা স্বীকাৰ কৰাব পৰা নাছিল। বশলৈ আনিব নোৱাৰাৰ বাবেই আদীক আবৰ [ অৰ্থাৎ যাক ৰিবৰ নোৱাৰি, বা বশ কৰিব নোৱাৰি ] বুলি কোৱা হৈছিল।[১১] পাছলৈ আহোম ৰজাসকলে আবৰৰ লগত মিত্ৰতা স্থাপন আৰু মুকলিকৈ বাণিজ্যিক লেন-দেনৰ যোগেদি শান্তি স্থাপন কৰি শান্তিপূৰ্ণ সহাৱস্থানৰ কামনা কৰিছিল। এই কাৰ্যত আদী আৰু অসমীয়া ভাষা জনা আহোম ৰাজ্যৰ অন্তৰ্গত মিচিংসকল বিশেষভাৱে সহায়ক হৈছিল।[১২] ৰাজনৈতিক, সামাজিক, বাণিজ্যিক সকলো দিশতে মিচিংসকলে ভাষাৰ ব্যাখ্যাকাৰী ( সেই সময়ত ইয়াৰ নাম কটকী ) হিচাপে কাম কৰিছিল। গতিকে দুয়ো জাতিৰ মাজৰ মধ্যস্থ লোক বা ব্যাখ্যাকাৰী আখ্যা পোৱা মিচিঙকেই মিৰি বুলি কোৱা হৈছিল। আহোম ৰাজত্বৰ পাছত বৃটিছ শাসনৰ সময়তো মিচিংসকলে

---

১১। Aspects of Padam Minyong Culture—Sachin Roy, Shillong, 1966, p. 2.

১২। Anglo-Assames Relations—S. K. Bhuyan, Gauhati, 1949, p. 39.

সেই একে ধৰণৰ দ্বিভাষী, তৰ্জমাকাৰী বা ব্যাখ্যাকাৰী হিচাপে কাম কৰিছিল। গতিকে ইংৰাজ লেখকসকলৰ দৃষ্টিতো মিৰি-সকল ব্যাখ্যাকাৰী বা মধ্যস্থ লোক হিচাপে পৰিচিত হৈ থাকিল।

মধ্যস্থ লোক বা ব্যাখ্যাকাৰী হিচাপে কাম কৰি মিচিংসকলে মিৰি নাম পোৱাটো নিশ্চিত যদিও ওপৰৰ মন্তব্যসমূহৰপৰা মিৰি শব্দৰ ব্যুৎপত্তি পোৱা নাযায়। অসমীয়া মানুহে মিচিঙক মিৰি বুলি আখ্যা দিলেও নাইবা মিৰি শব্দ অসমীয়াৰ পৰা অহা বুলি কলেও নিঃসন্দেহ হ'ব পৰা নাযায়। কিয়নো অসমীয়া বা সংস্কৃতত মিৰি শব্দৰ ব্যুৎপত্তি দেখুৱাব পৰা নাযায়। 'হেমকোষ' বা 'চন্দ্ৰকান্ত' অভিধানত মিৰি শব্দৰ ব্যুৎপত্তি দিয়া নাই। মিৰি শব্দ মূলতে অসমীয়া বা তৎসম নহয়। আনহাতে মিচিঙে নিজকে মিৰি বুলি চিনাকি নিদিয়ে; মিৰিৰ পৰিবৰ্তে মিচিং বুলিহে পৰিচয় দিয়ে। অৰ্থাৎ মিৰি শব্দ মিচিং ভাষাৰো নহয়। তেন্তে এই মিৰি শব্দ ক'ৰ পৰা আহিল?

মিৰি জাতিৰ পৰিচয় আৰু মিৰি শব্দৰ উৎপত্তি সম্পৰ্কে সোণাৰাম পাগ্ৰাং কটকীয়ে তেওঁৰ 'মিৰি জাতিৰ বুৰঞ্জী' নামৰ পুথিত কৈছে—"প্ৰকৃততে মিৰি বুলি এটা জাতি নাই। মিচিং নামৰ জাতিটোকে ভৈয়ামত মিৰি বোলে।"[১৩]...... "মিৰিসকলে আগেয়ে মৃগ মাৰিব পাৰিছিল আৰু মাৰিছিলো দেখি পূৰ্বে আহোম ৰজাসকলে মৃগৰ দেশ বুলিছিল বুলি বুঢ়াসকলে কয় আৰু হেনো এই মিৰি শব্দ মৃগ শব্দৰেপৰা ওলোৱা।"[১৪] পাগ্ৰাং কটকীৰ এই মত গ্ৰহণযোগ্য নহয়। তেওঁৰ পুথিখনক বুৰঞ্জী বুলি কোৱা হৈছে যদিও বুৰঞ্জীৰ প্ৰকৃত সমল, আনকি কোনো চন তাৰিখেই পুথিখনত নাই। তাত উল্লেখিত বেছিভাগ তথ্যই জন-শ্ৰুতিমূলক। আনহাতে, মৃগ শব্দৰপৰা মিৰি শব্দ অহাটো সম্ভৱপৰ নহয়; কিয়নো, মৃ>মি হলেও গ> ৰ-লৈ ধ্বনি-পৰিবৰ্তন হোৱা উদাহৰণ বিৰল। 'আসাম বুৰঞ্জী'ত গুণাভিৰাম বৰুৱাই 'মিকিৰ' শব্দ 'শাখামৃগ' বা 'মৰ্কট' শব্দৰেই অপভ্ৰংশ[১৫]

১৩। 'মিৰি জাতিৰ বুৰঞ্জী'—সোণাৰাম পাগ্ৰাং কটকী, ১৯০৪ চন, পৃঃ ১।
১৪। ঐ—পৃঃ ৭৬।
১৫। 'আসাম বুৰঞ্জী'—গুণাভিৰাম বৰুৱা, পুনৰ্মুদ্ৰণ, ১৯৭২, পৃঃ ১৬।

বুলি কোৱা কথাৰ লগত পাঞাং কটকীৰ বক্তব্যৰ মিল দেখা যায়। সম্ভৱ মিৰি, মিকিৰ ধ্বনি দুটাৰ সাদৃশ্য থকাৰ বাবে দুয়োটা শব্দকেই মৃগ, শাখামৃগ বা মৰ্কট শব্দৰপৰা উৎপত্তি হোৱা বুলি সেই সময়ত ধাৰণা কৰিছিল।

নগেন্দ্ৰ নাথ বসুৱে তেওঁৰ The Social History of Kamarupa নামৰ গ্ৰন্থত মিৰি শব্দৰ ব্যুৎপত্তি দেখুৱাবলৈ যত্ন কৰিছে। তেওঁৰ মতে মিচিমিসকলক বুজোৱা 'মিধি' শব্দৰ পৰা মিৰি আহিছে। তেওঁৰ এই যুক্তিৰ প্ৰধান ভেটি হৈছে—উত্তৰ-পূৱ অঞ্চলত থকা অ'কা, আবৰ, মিৰি, মিচিমি, আদি জনজাতিৰ মাজত প্ৰাচীন বৈদিক আৰ্য সংস্কৃতিৰ প্ৰভাৱ; বিশেষকৈ মিচিমিসকলৰ আচাৰ-ৰীতি, পূজা-পাতল, বলি-যজ্ঞ, পৰশুৰামকুণ্ড দৰ্শন ইত্যাদিত বসুৱে বৈদিক প্ৰভাৱ দেখা পাইছে। এনে ধাৰণাৰ বশৱৰ্তী হৈয়ে তেওঁ কৈছে যে প্ৰাচীন কালত উত্তৰ-পূৱৰ এই জনজাতি-অধ্যুষিত অঞ্চললৈ বৈদিক আৰ্য সংস্কৃতিৰ প্ৰভাৱ বিস্তাৰিত হৈছিল আৰু মিচিমি-সকলক বুজোৱা 'মিধি' শব্দক সংস্কৃতীয়া কৰি 'মেধিন্' বা 'গৃহমেধিন্' শব্দৰ অপভ্ৰংশ বুলি অভিমত পোষণ কৰিছে।[১৬] মিচিমিৰ লগত আবৰ আৰু মিৰিৰ আচাৰ-ৰীতিৰ মিল থকাৰ বাবে তেওঁলোককো সমগোত্ৰীয় বুলি ধৰি লৈ পৰৱৰ্তী কালত আচাৰ-ৰীতিৰ পৰিৱৰ্তনৰ লগে লগে মিধি শব্দও মিৰিলৈ পৰি-বৰ্তিত হ'ল বুলি তেওঁ থিৰাং কৰিছে।

নগেন্দ্ৰনাথ বসুৰ এই যুক্তি সবল আৰু সৰ্বজনগ্ৰাহ্য নহয়। প্ৰথম কথা – সুদূৰ অতীততে বৈদিক সংস্কৃতিয়ে উত্তৰ পূৱ অঞ্চলৰ জনজাতিসকলক প্ৰভাৱান্বিত কৰা কথাটো যুক্তিৰ ফালৰ পৰা অতি কষ্টসাধ্য। মিচিমিসকলৰ মাজত বৈদিক আচাৰ-ৰীতিৰ লগত সাদৃশ্য থকা যি আচাৰ-ৰীতি বসুৱে দেখিছে, সি স্বতঃস্ফূৰ্ত : প্ৰভাৱৰ কাৰণে নহয়। তদুপৰি কেইবছৰমানৰ আগতে অৰুণাচল প্ৰদেশৰ লোহিত জিলাৰ কোনো কোনো অঞ্চলত পুৰাতত্ত্বৰ খনন-কাৰ্য চলাই ভাৰত-মঙ্গোলীয় আৰু ভাৰত আৰ্য

১৬। The Social History of Kamarupa—Vol. 1, Nagendra Nath Basu, Calcutta, 1922, P. 89.

সংস্কৃতিৰ সংমিশ্ৰণৰ যি কিছু সংকেত পোৱা গৈছে,[১৭] তাৰবাবেও বসুৰ মতক সম্পূৰ্ণৰূপে সমৰ্থন কৰিব পৰা সমল আহৰণ কৰিব পৰা হোৱা নাই। 'বসুৰ' বহু যুক্তি অনুমান-ভিত্তিক যেন ধাৰণা হয়। মিচিমিসকলৰ আচাৰ-ৰীতিৰ সম্পৰ্কে আমাৰ যি সাধাৰণ অভিজ্ঞতা হৈছে, তাৰপৰাই এই কথা ন-দি ক'ব পাৰি যে মিচিমিৰ মাজত বৈদিক সংস্কৃতিৰ প্ৰভাৱ নাই। মিচিমিসকল বৈদিক আচাৰ-ৰীতিৰ বিষয়ে সম্পূৰ্ণ অজ্ঞ। গতিকে বসুৱে কোৱা প্ৰভাৱ সম্পৰ্কে সন্দেহাতীতভাৱে যুক্তিৰ সমল দাঙি ধৰিব নোৱাৰিলে কেৱল সাদৃশ্যৰ বাবেই কোনো এটা স্বতন্ত্ৰবীয়া সংস্কৃতিক আনৰ প্ৰভাৱৰ ফল বুলি ঘোষণা কৰিব নোৱাৰি। এনেকৈ বৈদিক মেধিন্ বা 'গৃহমেধিন্' শব্দৰপৰা 'মিধি' শব্দ অহাটো যুক্তি-সঙ্গত নহয়। এটা সময়ত অসম আৰু ইয়াৰ নিকটৱৰ্তী অঞ্চলৰ জনজাতিৰ সংস্কৃতিক আৰ্যীকৰণ (Arynisation) কৰি অনাৰ্য শব্দসমূহকো সংস্কৃতীয়া কৰাৰ প্ৰবল সোঁত বৈছিল। সম্ভৱ বসুৰ মতো তেনে ধাৰণাৰ ফল।

অন্যহাতেদি, আদী আৰু মিচিমিক 'মিদি' বুলি কয়। মিদি শব্দৰ অৰ্থ মি—মানুহ, দি<আদি—পাহাৰ—অৰ্থাৎ পাহাৰীয়া মানুহ। পাহাৰত থকা বেছিভাগ জাতিয়েই নিজক 'পাহাৰী মানুহ' বুলি পৰিচয় দিয়ে। আদীসকলে নিজকে 'আদী' অৰ্থাৎ পাহাৰৰ মানুহ বুলি পৰিচয় দিয়াৰ দৰে মিচিং আৰু আদীয়েও মিচিমিক 'মিদি' বুলি কয়। আদী—মিচিং ভাষাত ঘোষ মহাপ্ৰাণ অৰ্থাৎ ঘ, ধ, ভ ধ্বনিৰ উচ্চাৰণ নাই। মিচিমি ভাষাত আছে। গতিকে 'মিদি' শব্দই মিচিমিত 'মিধি' ৰূপত উচ্চাৰিত হ'ব পাৰে। বসুৰ যুক্তি সমৰ্থন কৰিলে গৃহমেধিন্, মেধিন্> মিধি>মিদি> মিৰি এইদৰে শব্দ-গঠন দেখুৱাব পৰা গ'লহেঁতেন।

কিন্তু এইদৰে শব্দৰ গঠন দেখুৱালে অৰ্থৰ ঐক্যসূত্ৰ নাথাকে। তদুপৰি মিদি>মিৰি নহয়। আদী-মিচিং ভাষাত

১৭। Archaeological Exploration in N.E.F.A.' A Prelude—Sonimal Dutta Chaudhury, in *NEFA Information*, VOl. III for Dec. 1962.

দ>ৰলৈ পৰিবৰ্ত্তিত হোৱা উদাহৰণ বিৰল।[18] গতিকে>মিদি>মিৰি হ'ব নোৱাৰে। গতিকে বস্তুৰ বৈদিক সংস্কৃতিৰ কালক্ৰমৰ পৰিবৰ্তনৰ ফলত মিধিৰ পৰা মিৰি হৈছে বুলি আগবঢ়োৱা যুক্তি গ্ৰহণযোগ্য নহয়। তদুপৰি মিদি শব্দৰে কেৱল মিচিমিকহে বুজোৱা হয়। মিচিঙক মিধি বা মিদি বুলি কোৱা নহয়। আচাৰ-বিচাৰৰ ক্ষেত্ৰতো মিচিং আৰু মিচিমিৰ মাজত যথেষ্ট পাৰ্থক্য দেখা যায়। মিচিং সংস্কৃতিত বৈদিক কোনো আচাৰ-ৰীতি পৰিলক্ষিত নহয়। গতিকে সংস্কৃতিৰ প্ৰভাৱৰ ফলস্বৰূপে মিধি>মিদি>মিৰি হোৱাটো সম্ভৱপৰ নহয়।

মিচিং লেখক শ্ৰীতৰুণ চন্দ্ৰ পামেগাম আৰু ডাঃ নোমল চন্দ্ৰ পেগুৱে মিৰি শব্দ মিচিংসকলৰ পুৰোহিতক বুজোৱা 'মিৰু'ৰপৰা অহা বুলি অভিমত পোষণ কৰে। পামেগামৰ মতে "আদিতে এই দেওধাইসকলেই মিৰিসকলৰ পুৰোহিতৰ কাম কৰিছিল আৰু সমাজৰ সকলো কাম দেওধাইৰ দিহা-পৰামৰ্শমতে হৈছিল। এই 'মিৰি' (মি-ৰ-উ) শব্দৰপৰাই 'মিৰি' হোৱা বুলি ধৰি ল'ব পাৰি।"[19] আৰু ডাঃ পেগুৰ মতে "The proposition that the word Miri is derived from the improper intonation of the word 'Mirui'—an ambiguous term denoting the socio-religious functions prevalent among the Pasi-Minyongs, the Padams, the Galongs of the Abor Hills, and the Mishings of the plains is generally agreed upon to be genuine."[20] ইয়াত দেখা গৈছে যে পেগু আৰু পামেগাম দুয়োজনেই মিৰি শব্দৰ উৎপত্তিৰ সম্পৰ্কত ঐক্যমতত উপনীত হৈছে। উল্লেখযোগ্য যে মিচিংসকলৰ

১৮। মিচিং ভাষাৰ বহুবচনৰ প্ৰত্যয় 'ৰোৰ' অৰ্থত কুদুং আৰু কুৰুং ব্যৱহাৰ হয়। কিন্তু ইয়াৰ দ>ৰ, বা ৰ>দ-লৈ পৰিবৰ্তন বা বিকল্প প্ৰয়োগ হোৱা নাই। দুয়োটাই সুকীয়া শব্দ। গতিকে কুদুং>কুৰুং হৈছে বুলি দেখুৱাব নোৱাৰি।

১৯। 'মিৰি বা মিচিং' প্ৰবন্ধ—তৰুণ চন্দ্ৰ পামেগাম। মূল গ্ৰন্থ 'অসমৰ জনজাতি', সম্পাদক, ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, ১৯৬২ চন, পৃঃ ১৫৫।

২০। The Miris or the Mishings of the Brahmaputra Valley—Dr. Nomal Chandra Pegu, 1956, p. 4.

পুৰোহিতক বুজোৱা মিৰি বা মিৰু[২১] ৰ দ্বিতীয় অক্ষৰৰ উচ্চাৰণ অসমীয়া ভাষাত বা ভাৰতীয় আৰ্য ভাষাত নাই। তিব্বত-বৰ্মীয় ভাষাসমূহত এই উচ্চাৰণ আছে। এই ধ্বনিৰ উচ্চাৰণ-স্থান উচ্চ-কেন্দ্ৰীয় স্বৰধ্বনি, (high-central vowel) অসমীয়া-ভাষীয়ে সচৰাচৰ এই ধ্বনিৰ উচ্চাৰণৰ লগত পৰিচিত নোহোৱাৰ বাবে ইয়াক উচ্চাৰণ কৰিবৰ সময়ত 'ই' ধ্বনিৰ দৰে কৰে। ফলত 'মিৰু (মিইৰঅু)'ৰ উচ্চাৰণ মিৰি হ'লগৈ। এই মিৰু শব্দৰ অৰ্থ আদী-মিচিং সমাজৰ পূজা-পাতলৰ পুৰোহিত বা দেওধাই। পামেগাম আৰু পেগুৰ মতৰ লগত ডেল্টনে উল্লিখ্যাৰ খুস্তুসকলৰ পুৰোহিত 'মোৰিয়া' শব্দৰ লগত তুলনা দেখুওৱাটো প্ৰায় সমপৰ্যায়ৰ।[২২]

অসমৰ উত্তৰ-পূৰত থকা অৰুণাচল প্ৰদেশৰ আঁকা বা হুচু, ডফলা বা নিচি, আবৰ বা আদী, মিৰি বা মিচিং আৰু মিচিমিৰ মাজত প্ৰচলিত ধৰ্মীয় আচাৰ-পদ্ধতিত মিৰু বা দেওধায়ে প্ৰধান ভূমিকা গ্ৰহণ কৰে। পূজা-পাতল, যাগ-যজ্ঞ উৎসৱ-পাৰ্বণ, জৰ-নৰিয়া, মঙ্গল-অমঙ্গলৰ গণনা আদি সকলো ধৰণৰ কাৰ্যত মিৰু বা দেওধাই অপৰিহাৰ্য। আন কি সামাজিক, সাংস্কৃতিক আৰু সমাজৰ সাংগঠনিক দিশতো মিৰুৱে সমাজৰ প্ৰধান ব্যক্তি হিচাপে কাম কৰে। অৰুণাচল প্ৰদেশৰ যিবোৰ জনজাতিয়ে মিৰুৰ এই পৌৰোহিত্য স্বীকাৰ কৰে, তেওঁলোকে নিজকে 'তানি' (আবৰতানি নামৰ পূৰ্বপুৰুষৰ বংশধৰ), 'আমি' (মানুহ), বা মি-নি-ঞি- ( অৰ্থ—মানুহ ) বুলি পৰিচয় দিয়ে। এই মানুহবাচক ধাতুৰ প্ৰথম অক্ষৰ মি-, নি-, ঞি-ৰ লগত পৰসৰ্গ বা প্ৰত্যয় সংযোগ কৰি আন আন শব্দ গঠন কৰে। সম্ভৱতঃ মিৰু শব্দ মি (মানুহ) + ৰু<অৰু, অৰুচাং=জঁকি উঠা, কঁপি উঠা, পকা, ৰঙা হোৱা ইত্যাদি অৰ্থত গঠিত হৈছে। মিৰু বা দেওধায়ে প্ৰাচীন গীত-পদ আওৰাই এক আধিদৈৱিক শক্তি লাভ কৰে। এনে আধিদৈৱিক

২১। এই উচ্চ-কেন্দ্ৰীয় স্বৰধ্বনিৰ প্ৰতীক হিচাপে অসমীয়া বৰ্ণমালাৰ 'অ' ধ্বনিৰ লগত ঋ-কাৰ যোগ দি' 'অৃ' কৰা হৈছে। দ্ৰষ্টব্য—'মিচিং ভাষাৰ লিপি'—নাহেন্দ্ৰ পাদুন : গুৱাহাটী মিচিং কৌবাঙৰ দ্বাৰা প্ৰকাশিত। ১৯৭০ চন।

২২। ডেল্টনৰ মত আগতে উল্লিখিত কৰা হৈছে।

শক্তি লাভ কৰাৰ সময়ত দেওধাই কঁপি বা জঁকি উঠে আৰু তেওঁ ইহসংসাৰৰ সকলো পাৰ্থিৱ কথা পাহৰি যায়, মুখেৰে পাৰলৌকিক জীৱন আৰু অৱস্থাৰ বিষয়ে ভৱিষ্যবাণী কৰে। জঁকি উঠা বা কঁপি উঠাৰ বাবে বোধকৰোঁ মি-বু অৰ্থাৎ জঁকি উঠা ব্যক্তি বুলি নামকৰণ কৰা হৈছে। আদী মিচিং ভাষাত মিবুক 'মিবু' বুলিও কোৱা হয়। মিবু=মি=মানুহ, বু<আবু-পিতৃ=মানুহ জাতিৰ পিতৃ। মঙ্গলামঙ্গল, অৰ-খেআৰ, অপায়-অমঙ্গল সকলো ধৰণৰ অমঙ্গলৰ নিবাময়ৰ বিধান দিওঁতা হিচাপে মিবু বা মানুহ জাতিৰ পিতৃ বুলি কোৱা হৈছে। মিবু বা মিবুৰ কাৰ্য অনুযায়ী কেইবাটাও শ্ৰেণী-বিভাগ আছে। আদী সমাজত পনুং নৃত্য, চলুং, অবান, আদি উৎসৱৰ গীতৰ প্ৰধান সূত্ৰ ধৰোঁতাজনক আদী ভাষাত 'মিৰি' বোলে। এই 'মিৰি'ও মিবু-মিবুৰেই অপভ্ৰংশ। হুচু, নিচি, আদী, মিচিমিয়ে মিবু বা মিবুক—নিবু, ঞিবু,[২৩] মিবু,[২৪] ন্যিবু, ন্যিব, মুগউ[২৫] বোলে। আদী-মিচিং ভাষাৰ এই মিবু শব্দয়েই অসমীয়া মানুহৰ উচ্চাৰণত কিছু বিকৃতি ঘটি মিৰি হৈছে।

মিবুয়ে গাওঁখনৰ প্ৰধান পুৰোহিত স্বৰূপে প্ৰতিপত্তি লাভ কৰাৰ পাছত সামাজিক সংগঠনৰ দিশতো তেওঁ কেতিয়াবা গাম্ বা গাওঁবুঢ়াৰ দৰে কাম কৰিবলগীয়া হয়। বহু ঠাইত মিবুয়েই গাম্ বা গাওঁবুঢ়া হয়। কোনো এখন আদী-মিচিং গাৱঁৰ লগত মেল মোকৰ্দমা বা অন্যান্য যোগাযোগৰ সম্পৰ্ক বাখিবলগীয়া হ'লে গাম্ আৰু মিবুৰ সৈতে যোগাযোগ কৰিবই লাগিব। গতিকে গাৱঁৰ মধ্যস্থ লোক হিচাপেও মিবুয়ে কাম কৰে। সম্ভৱ সেই কাৰণেই 'মিৰি'ৰ অৰ্থ মধ্যস্থ লোক বা ব্যাখ্যাকাৰী বুলি কোৱা হৈছে।

---

২৩। 'A note on the Dafla Spirit world'—Padmadhar Saikia, in Bulletine of the Department of Tribal Culture & Folklore Research, G. U., 1962, pp. 58, 59, 60.

২৪। Aspects of Padam-Minyong Culture—Sachin Ray, Shillong, 1966, p. 233.

২৫। The Akas—Raghuvir Sinha, Shillong, 1962, p. 113.

এইখিনিতে প্ৰশ্ন হয়, এক শ্ৰেণী পুৰোহিতক বুজোৱা এই মিবু শব্দৰপৰা কেনেকৈ সমগ্ৰ জাতিটোক বুজোৱা হ'ল। এই সম্পৰ্কে কোনো কোনো সংস্কৃতিবান আৰু বয়সস্থ মিচিং লোকে কয় যে মিচিংসকলে পাহাৰৰপৰা ভৈয়ামলৈ নামি অহাৰ পাছতো তেওঁলোকৰ ধৰ্মীয় আচাৰ-ৰীতি, সামাজিক কৰ্ম আদি মিবুৰ নেতৃত্বাধীনত কৰিছিল। নতুনকৈ অহা মিচিং জাতিক অসমৰ মানুহে ন-কৈ পৰিচিত হৈ তেওঁলোকৰ নেতাৰ নাম, জাতিৰ নাম, ধৰ্মৰ বিষয়ে সোধাত তাৰ উত্তৰস্বৰূপে মুখিয়াল ব্যক্তি মিবু বুলি ক'লে। স্থানীয় মানুহে এই মিবু শব্দকেই জাতিৰ নাম বুলি ধৰি লৈ মিৰি উচ্চাৰণ কৰি জাতিৰ নামত আৰোপ কৰে।[২৬] তেতিয়াৰপৰাই মিবু শব্দ বিকৃত উচ্চাৰণত মিৰি হৈ জাতিটোক বুজাবলৈ ব্যৱহৃত হয়।

শেহান্তৰত ইয়াকে ক'ব পাৰি যে মিৰি নাম বা শব্দ অসমীয়া মানুহে দিয়া হ'লেও প্ৰকৃততে মিচিং ভাষাৰ মিবু শব্দৰপৰাহে আহিছে। মিবু শব্দৰেই উচ্চাৰণৰ বিকৃতি ঘটি মিৰি হ'ল। মিবু বা মিৰি শব্দই প্ৰথমে মিচিংসকলৰ পুৰোহিতক বুজাইছিল; কিন্তু কালক্ৰমত এই শব্দই জাতিটোক বুজোৱাত প্ৰয়োগ হ'ল। মিচিং লোকে বহুদিন মিৰি শব্দেৰে মিচিঙক বুজাবলৈ ব্যৱহাৰ কৰাৰ বাবে অভ্যস্ত হৈ মিচিঙেও নিজকে মিৰি শব্দেৰে পৰিচয় দিয়া হ'ল।

## পৰিশিষ্ট :

(ক) বৃটিছ শাসনৰ সময়ছোৱাতে দুই-এজন মিচিং ব্যক্তিয়ে শিক্ষা-দীক্ষা লাভ কৰি আন আন ব্যক্তিৰ দৰে তেওঁলোকৰ নামৰ পিছত মিৰি শব্দটো উপাধি হিচাপে ব্যৱহাৰ কৰিছিল।[২৭] সাধাৰণতে মিচিঙে নিজৰ নামৰ পিছত নিজৰ গোত্ৰ বা বংশৰ ( lineage ) নাম উপাধি হিচাপে ব্যৱহাৰ কৰে। 'মিৰি' শব্দ

২৬। The Derivative meaning of Miri (Mishing)—T. Rukbo, in *N E F A information*, Shillong, 1969, Vol. III, No. 8, p. 22. আৰু এই লেখকৰ নিজৰ ক্ষেত্ৰ-কৰ্মৰ অভিজ্ঞতাৰপৰা সংগৃহীত।

২৭। যেনে : কমলা মিৰি : স্বাধীনতাৰ শহীদ ; বুদ্ধিমান মিৰি : মিচিংসকলৰ ভিতৰত প্ৰথম বিজ্ঞান স্নাতক।

উপাধি হিচাপে ব্যৱহাৰ—কছাৰী, বড়ো, সোণোৱাল, দেউৰী আদি ব্যৱহাৰ কৰাৰ সাদৃশ্যতেই কৰা হৈছিল।

(খ) মিৰি নামটো দুটা জনজাতিত আৰোপিত হৈছে। ভৈয়ামৰ মিৰি আৰু পাহাৰৰ মিৰি। ভৈয়ামৰ মিৰি বুলিলে অসমৰ মিচিংসকলক বুজায়। অৰুণাচল প্ৰদেশৰ সোৱণশিৰি আৰু কামেং জিলাত থকা এটা পাহাৰীয়া জনজাতিক পাহাৰী মিৰি বা Hill Miri বুলি কোৱা হয়। এই দুয়োটা জনজাতিৰ ক্ষেত্ৰত মিৰি নামটো প্ৰয়োগ হ'লেও পাহাৰৰ মিৰি আৰু ভৈয়ামৰ মিৰি একে নহয়। নৃ-তাত্ত্বিক বিচাৰত দুয়োটা জনজাতিয়েই মঙ্গোলীয় যদিও পাহাৰী মিৰি আৰু ভৈয়ামৰ মিৰি বা মিচিঙৰ মাজত সাংস্কৃতিক পৰম্পৰা বা যোগসূত্ৰ নাই। তাৰ পৰিবৰ্তে মিচিংসকলে আদী বা আবৰসকলকহে নিজৰ ভাতৃ বুলি পৰিচয় দিয়ে আৰু তেওঁলোকৰ সৈতে আজিও সাংস্কৃতিক সম্পৰ্ক ৰক্ষা কৰি আছে।

১৯১১ চনত 'মিৰি মিশ্বন' অভিযানৰ আগলৈকে পাহাৰী মিৰিৰ বিষয়ে একো জানিব পৰা নাছিল।[২৮] ইয়াৰ বহু বছৰৰ পাছত Dr. V. C. Furer-Haimendorf এ মিৰি-ৰাজ্যত প্ৰথমে প্ৰৱেশ কৰে।[২৯] পাহাৰী মিৰিক মিৰি বুলি কোৱাৰ কাৰণো অজ্ঞাত। সম্ভৱতঃ এই মিৰি নামটোও ভৈয়ামৰ অসমীয়া মানুহে দিয়া। ভৈয়ামৰ মিৰিৰ লগত আচাৰ-ৰীতিৰ মিল দেখি, তেওঁলোকক একে জাতিৰ মানুহ হিচাপে গণ্য কৰি অসমীয়া মানুহে এই পাহাৰী জাতিটোক পাহাৰী মিৰি বুলি আখ্যা দিছিল।[৩০]

(গ) ভৈয়ামৰ মিৰি সাধাৰণভাৱে মিৰি বুলিয়েই জনাজাত। এতিয়া মিৰিৰ পৰিবৰ্তে মিচিং শব্দৰ প্ৰয়োগ হৈছে। আহোম ৰাজত্ব সময়ৰপৰাই মিৰি নামটো প্ৰয়োগ হৈ আহিছে। বৃটিছ ৰাজত্বৰ সময়তো মিৰি নামেই জনপ্ৰিয়তা লাভ কৰিছিল আৰু সেই বাবেই পুৰণি অসমীয়া গ্ৰন্থ আৰু ইংৰাজসকলৰ ৰচনাত এই মিৰি নামেৰেই মিচিংসকলক উল্লেখ কৰি আহিছে।

২৮। A Philosophy for NEFA—V. Elwin, Shillong, 1964, p. 15.
২৯। ঐ
৩০। The Apatanis and their Neighbours—C. Von Furer-Haimendorf, Londo, 1962, p. 10.

'অসম সাহিত্য সভা পত্ৰিকা' (সম্পাদক যোগেন্দ্ৰ নাৰায়ণ ভূঞা) পঞ্চত্ৰিংশ বছৰ, প্ৰথম সংখ্যা, ১৯৭৮ চনত প্ৰকাশিত।

# মিৰি বা মিচিং

## তৰুণচন্দ্ৰ পামেগাম

মিচিংসকল বৰ্ত্তমান ভৈয়ামত বাস কৰা অসমৰ এটা জনজাতি। আদিতে এওঁলোক অসমৰ উত্তৰ পূৱ ফালে থকা পাহাৰত আছিল বুলি জনা যায়। বৰ্ত্তমান অৰুণাচলৰ চিয়াং জিলাত থকা 'মিয়ং' আৰু 'দামুৰ' নামৰ দুই জাতিৰ মানুহৰপৰাই এওঁলোক ফাটি আহিছে বুলি অনুমান হয়। অসমৰ উত্তৰ ফালে থকা পাহাৰত বাস কৰা পাহাৰীয়া মিৰি জনজাতিসকলৰ লগত বৰ্ত্তমান ভৈয়ামত বাস কৰা মিচিংসকলৰ কিমান সাদৃশ্য আছে, তাক এতিয়াও বিশেষভাবে জনা নাযায়। তথাপি পাহাৰৰপৰাও যে বৰ্ত্তমানৰ মিচিংসকল নামি অহা নাছিল, তাকো নুই কৰিব নোৱাৰি। অসমত চুটিয়া ৰাজত্বৰ শেষ আৰু আহোম ৰাজত্বৰ আৰম্ভণিতে মিৰিসকল ভৈয়ামলৈ নামি আহিছিল বুলি শুনা যায়।

### মিৰি বা মিচিং নামৰ অৰ্থ ঃ

মিৰিসকলে নিজকে 'মিচিং' বুলি পৰিচয় দিয়ে। সাধাৰণতে পাহাৰত বাস কৰা লোকসকলৰ গাৰ বৰণ বগা। তাৰ উপৰি স্বাভাৱিকতে নিজকে শ্ৰেষ্ঠ বুলি ভবা এটা স্বভাৱ সকলোৰে থাকে। সেই কাৰণে সম্ভৱতঃ সবল চিতিয়া মিচিংসকলে নিজকে 'মি' (মানুহ) 'য়াচিং' (বগা বা ভাল) 'মিচিং' বা 'আমি ভাল মানুহ' বুলি পৰিচয় দিছিল আৰু অ-মিচিং মানুহকে 'মি' (মানুহ)+'কিংপাগু' (লেখত লব নোৱাৰা অৰ্থাৎ বেয়া)—আমাৰ ভাল জাতত নপৰা মানুহ বুলি কিছুৱে অনুমান কৰে। 'মিচিং' (নিজৰ ফালে অনা) শব্দৰ পৰাও মিচিং হোৱা বুলি কিছুৱে ক'ব খোজে। মিৰি পাহাৰৰ নাম কেনেকৈ হ'ল বিশেষভাৱে ক'ব পৰা নাযায়। কিন্তু মিৰি শব্দটো প্ৰকৃততে আমিচিঙে দিয়া বুলি ধৰিব পাৰি।

পাহাৰৰ ফালে দেওধাইসকলক 'মিৰু' বা (মি-ৰ-উ) বুলি কয়। আদিতে এই দেওধাইসকলেই মিচিংসকলৰ পুৰোহিতৰ

কাম কৰিছিল আৰু সমাজৰ সকলো কাম দেওধাইৰ দিহা পৰা-মৰ্শমতে হৈছিল। এই 'মিৰু' শব্দৰপৰাই 'মিৰি' হোৱা বুলি ধৰি লব পাৰি।

## পৌৰাণিক উৎপত্তি :

মিচিংসকলে নিজকে চন্দ্ৰ সূৰ্য্যৰ বংশধৰ বুলি চিনাকি দিয়ে। তেওঁলোকৰ মতে চন্দ্ৰ পুৰুষ আৰু সূৰ্য্য প্ৰকৃতি। তেওঁলোকে চন্দ্ৰক পিতা আৰু সূৰ্য্যক মাতা বুলি মানে। সেই কাৰণে যি কোনো পৰ্ব্ব বা সকাম নিকামত তেওঁলোকে পোন প্ৰথমেই 'আনাদঃঞি' (মাতৃ সূৰ্য্য) আৰু 'আবু পঃল' (পিতৃ চন্দ্ৰ)ৰ নাম লয়। তেওঁলোকে পোনে পোনে সোণ ৰূপৰ জখলাইদি স্বৰ্গৰপৰা নামি আহিছিল বুলি কয়।

প্ৰবাদ আছে যে তেওঁলোক পাহাৰৰপৰা নামি আহোঁতে বাটতে এটা 'জিলি' (প্ৰকাণ্ড খাল) পাইছিল। সেই 'জিলি' 'মান্নিং' আৰু 'মাংকং' নামৰ দুডাল লতাৰ ওপৰেদি বগাই পাৰ হৈ আহিছিল। লতা দুডালৰ এডাল সোণবৰণীয়া আৰু এডাল ৰূপবৰণীয়া আছিল। সৰল প্ৰকৃতিৰ মিচিংসকলে সম্ভৱতঃ পাহাৰকে স্বৰ্গ আৰু লতা দুডালক সোণ ৰূপৰ জখলা বুলি কলে।

## বৰ্ত্তমান বাসস্থান ঃ

বৰ্ত্তমান মিচিংসকল শদিয়াৰপৰা তেজপুৰলৈ বিয়পি আছে। মিচিংসকল সাধাৰণতে নৈৰ পাৰত বাস কৰে। সোৱণশিৰী আৰু ব্ৰহ্মপুত্ৰ নৈৰ বাহিৰেও সৰু-সুৰা বহুতো নৈ-উপনৈৰ পাৰে পাৰে মিচিং গাওঁ দেখা যায়। নৈৰ পাৰত বাস কৰে কাৰণে বাৰিষা নৈৰ পানীৰপৰা ৰক্ষা পাবলৈ তেওঁলোকে চাংঘৰত থাকে। তদুপৰি স্বাস্থ্যৰ কাৰণেই অনুকূলো। পূবে দিহিং নৈৰপৰা পশ্চিমে ভৰলী নৈলৈকে বৰ্ত্তমান মিচিংসকল বিয়পি আছে। বাসস্থান অনুসাৰে ভৈয়ামত মিচিংসকলক কেইবাটাও খেলৰ নাম ধৰি মতা যায়। যিসকল শদিয়াৰপৰা ভটীয়াই গৈ ভৰলীমুখৰপৰা আকৌ উজাই আহি সোৱণশিৰী নৈৰ পাৰত থাকিবলৈ ললে সেইসকলক 'চাময়াং' (উজনিৰ মানুহ) বা 'চাঃয়াং' (উজাই

ৰৈ থকা) শব্দৰপৰা চাংৱাং বা চাৱেঙ্গীয়া বুলি কবলৈ ধৰিছে। যি সকল 'দাল্ং' বা দক্ষিণ পাৰে ব্ৰহ্মপুত্ৰৰ পাৰত থাকিবলৈ ললে সেইসকলক 'দাল্ং' (দক্ষিণ) শব্দৰপৰা 'দাল্ং' বুলি কোৱা হ'ল। 'মঃয়িং' নামে ঠেক ঠাইত বাস কৰাৰপৰা 'মঃয়িং' বা ময়েঙ্গীয়া খেলৰ উৎপত্তি হ'ল। এইদৰে বিভিন্ন ঠাইত সিঁচৰতি হৈ বাস কৰাৰ ফলত মিচিংসকলৰ বিভিন্ন খেলৰ মাজত মাত কথাৰ সামান্যভাৱে লৰ-চৰ হৈ পৰিল যদিও, মূলতে মিচিংসকলৰ মৌখিক ভাষা আৰু বাসস্থান যে একে আছিল তাক সহজে অনুমান কৰিব পাৰি।

## বিভিন্ন খেল আৰু গোত্ৰ ঃ

বাসস্থান আৰু বিভিন্ন কাৰণবশতঃ মিচিংসকলক প্ৰধানকৈ আঠোটা খেলত ভাগ কৰিব পাৰি। যেনে 'চাংৱাং' বা চাৱেঙ্গীয়া, 'অয়ান্' বা অয়েঙ্গীয়া, 'মঃয়িং' বা ময়েঙ্গীয়া, 'দাল্ং' বা 'তায়ুঃতায়ে', 'পাগ্ৰ', 'দাম্বুক্' 'চাম্গুৰীয়া' আৰু 'তামাৰ্'।

সম্ভৱতঃ চামুগুৰীয়া আৰু তামাৰ্ খেলৰ মানুহেই পোন প্ৰথম ভৈয়ামলৈ নামি আহিছিল। তেওঁলোক ভৈয়ামলৈ অহা সময়ত অন্যান্য মিচিং মানুহ নাছিল কাৰণে অনা-মিচিং সম্প্ৰদায়ৰ লগত ভাৱৰ আদান প্ৰদান কৰিব লগা হোৱাত নিজ কথ্যভাষা বা মৌখিক ভাষা পাহৰি যাব পাৰে। বৰ্ত্তমান এওঁলোকে অসমীয়াতেই কথা-বতৰা কয় যদিও অন্যান্য সকলো বিষয়ত মিচিংসকলৰ লগত মিল আছে। বাসস্থান আৰু অন্যান্য কাৰণত মিৰিসকলৰ মাজত কেইবাটাও খেল হৈ পৰিল যদিও এটা খেলৰ এক গোত্ৰৰ মানুহ আন এটা খেলতো দেখিবলৈ পোৱা যায়। যেনে 'ৰমি' গোত্ৰৰ মানুহ চাৱেঙ্গীয়া খেলতো থাকিব পাৰে আৰু ময়েঙ্গীয়া খেলতো থাকিব পাৰে। সেইদৰে 'মিয়ঃপাংকং' গোত্ৰৰ মানুহ অয়েঙ্গীয়া খেলতো দেখা যায় কিম্বা 'দাম্বুক্' খেলতো থকা দেখা যায়। মিচিংসকলৰ মাজত একগোত্ৰৰ ভিতৰত তেজৰ সম্বন্ধ থাকে বাবে কেতিয়াও বিয়া হ'ব নোৱাৰে। একে গোত্ৰ বা একে আজৰ মানুহ তেওঁলোকৰ ভিতৰত সদায় ভাই-ককাই ভনীয়েই থাকিব। [illegible] যুগ যুগ পাৰ হৈ গলেও কেতিয়াও বিয়া কৰাব নোৱাৰে।

মিচিংসকলৰ মাজত 'ৰমি', 'মিন্নি-পাংকং'. 'চুংগা-চুংৰাং', 'কম্দাৰ্', 'চঙৰ' আদি বহুতো গোত্র আছে। তাৰ লেখ দিয়া সহজসাধ্য নহয়। সেইদৰে বিভিন্ন গোত্ৰৰ 'পাংয়েং' 'পাংয়ে' 'পাৰ্তুন্' 'পাৰ্মেং', 'দলেং' 'পেংগন্' আদি বহুতো জাত মিচিঙৰ মাজত আছে।

## শাৰীৰিক গঠন :

মিচিংসকল মঙ্গোলীয় জাতি জাতিগোষ্ঠীৰ মানুহ। তেওঁলোকৰ শাৰীৰিক গঠন অন্যান্য মঙ্গোলীয় জাতিৰ লগত প্রায় একেই। তেওঁলোক বৰ ওখ কিম্বা বৰ চাপৰো নহয়। শুধ বগা নহলেও শৰীৰৰ বৰণ প্রায় বগা। হাত ভৰি নোদোকা আৰু শৰীৰ হৃষ্ট-পুষ্ট। নাক সাধাৰণতে চুটি আৰু গাল উঠঙা। সৰু কালৰপৰা জখলাত উঠা নমা কৰাৰ কাৰণে এওঁলোকৰ ভৰিৰ কলাফুল শকত। শাৰীৰিক গঠনলৈ চাই অনেক সময়ত এওঁলোকক মিচিং জনজাতিৰ মানুহ বুলি চিনিব পৰা যায়।

## সামাজিক আৰু ঘৰুৱা জীৱন :

মিচিংসকলৰ মাজত বহুতো পৰিয়াল লগ লাগি একে ঘৰতে বাস কৰা নিয়ম আছে। ঘৰৰ সকলো মানুহ মুখিয়াল-জনৰ নিৰ্দেশমতে চলে। ঘৰৰ আয়-ব্যয় মুখিয়ালজনৰ পৰামৰ্শ মতেই কৰা হয় যদিও ঘৰত তিৰোতাসকলে কুকুৰা-গাহৰি পুহি, কাপোৰ বৈ বেলেগে নিজৰ ব্যক্তিগত খৰচ উলিয়াই লয়। পুৰুষসকলেও ঘৰৰ সমূহীয়া কাম খতি নকৰাৰ আজৰি সময়ত 'ৰুক্চেং' বা বেলেগে মাছ মৰিয়াহ আদিৰ খেতি কৰি নিজৰ লাগতিয়াল খৰচ উলিয়াই লয়। মিচিং তিৰোতাসকল বৰ পৰিশ্ৰমী। পুৰুষৰপৰা গধুলিলৈকে ঘৰুৱা কামত ব্যস্ত থাকিও তেওঁলোকে নিজে বৈ কাটি নিজৰ পিন্ধা উৰা কাপোৰ যোগাৰ কৰে। মিচিং পুৰুষ আৰু তিৰোতা উভয়ে সমানে পৰিশ্ৰম কৰে।

ঘৰখনৰ মানুহে যেনেকৈ ঘৰৰ মুখিয়ালজনক সন্মান কৰি চলে, তেনেকৈ বয়োবৃদ্ধসকলক সমাজে সন্মান কৰে। গাৱঁত হাই-কাজিয়া হলে বা কোনোবাই পাপ-কৰ্ম কৰিলে 'কেবাং' চাপে অৰ্থাৎ সমাজ গোট খায়। সমাজত বয়োবৃদ্ধসকলেই বিচাৰ

কৰি বাজ দিয়ে। অতীজত 'গাম্,' সকলেই সমাজৰ প্ৰধান লোক আছিল।

মিচিংসকলৰ সামাজিক জীৱন শান্তিপূৰ্ণ। ঘৰখনৰ ভিতৰত যেনেকৈ মুখ্যৰীজনৰ দিহা পৰামৰ্শ আৰু উপদেশমতেই ঘৰৰ সকলো মানুহ নিজ জ্ঞানভাবে চলি থাকে, তেনেকৈ বয়সীয়া-সকলৰ দিহা পৰামৰ্শমতেই গাওঁখনো একে নীতি, একে নিয়মৰ মাজত নিয়াৰিকৈ চালিত হয়। সমাজত সকলো পৰ্ব-উৎসৱাদি গাৱঁৰ বা সমাজৰ সকলো লোক একেলগ হৈ একে ভাবে পালন কৰে।

## আচাৰ ব্যৱহাৰ ঃ

মিচিংসকল স্বভাৱতে শান্ত প্ৰকৃতিৰ, উৎসৱাদিত নাচ-বাগ কৰি তেওঁলোকে ভাল পায়। তেওঁলোকৰ পুৰুষ-তিৰোতা উভয়ে একেলগে নাচ-বাগ কৰিব পাৰে। আনন্দৰ কাৰণেই তেওঁলোকে নাচ ধেমালি কৰে। সেই নাচ-ধেমালিত কোনো কলুষতা সোমাই থাকিব নোৱাৰে। "দদাই, তোৰ ঢোল বোৱাটো ভাল হোৱা নাই।" "মোমাই, তোৰ ঢোলৰ চেওটো বৰ খৰ হৈছে। নাচিবলৈ বেয়া।" এনে ধৰণে নাচনী ছোৱালীয়ে দদায়েক বা মোমায়েকক ক'ব পাৰে। দদায়েক বা মোমায়েকেও ভতিজা বা ভাগিন ছোৱালীক নচুওৱাত কোনো বাধা নাই। কাৰণ তেওঁলোকৰ নাচ ধেমালি এটা অহৈতুকী আনন্দ। "ককায়েকে ঢোল বায়, ভনীয়েকে নাচে" বোলা কথাত তেওঁলোকৰ কোনো অপমান নাই; কিয়নো তেওঁলোকৰ উৎসৱাদিত নচা নাচবিলাকৰ কিছুমান অৰ্থ বা উদ্দেশ্য আছে। নবাছিগা বিহু বা "পঃৰাগ"ত নচা নাচ সামাজিক হলেও মূলতঃ ই আন এখন সমাজৰ আশীৰ্ব্বাদ বা মিলা-প্ৰীতি পাবৰ কাৰণে কৰা প্ৰচেষ্টা। কিয়নো সেই উৎসৱত এখন গাৱঁৰ এদল ডেকা গাভৰুৱে আন এখন গাৱঁৰ এদল ডেকা গাভৰুক নাচ ধেমালি আৰু উৎসৱৰ মাজেদি সন্তোষ দিবলৈ চেষ্টা কৰে। দেওধাইৰ লগত গাভৰু ছোৱালীয়ে নচা নাচ ধৰ্ম্মমূলক। কিয়নো দেওধাইৰ লগত গাভৰু ছোৱালী নাচিলেহে দেওধাইৰ দেও উঠে। দেও উঠাৰ পিচত দেওধায়ে গাৱঁৰ বা সমাজৰ আগন্তুক অপায়-অমঙ্গল আৰু তাৰ প্ৰতিকাৰৰ কথা কৈ দিয়ে। "আজি আই

লুৰুগাং" বা ধান বোৱা বিহুত নচা নাচ বিশ্বাস-প্ৰসূত ধৰ্ম্মমূলক ; কিয়নো মিচিংসকলৰ ই এটা পৰ্ব্ব বা উৎসৱ যদিও এই উৎসৱ পৃথিবীত শস্য বৃদ্ধিৰ কাৰণে দেৱতাক সন্তুষ্ট কৰিবলৈ কৰা এটা প্ৰচেষ্টা। সেই কাৰণেই এই উৎসৱত ডেকা-গাভৰু, বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী সকলোৱে অবাধে নাচ ধেমালি কৰিব পাৰে। তেওঁলোকৰ বিশ্বাস যে প্ৰাণ ভৰি নানাচিলে দেৱতা বিতুষ্ট হ'ব আৰু মেঘ দেৱতাই পৃথিবীলৈ পানী নমাই নানিব। ফলত পৃথিবীত শস্যৰ উৎপাদন কম হ'ব।

মিচিংসকলে অতিথি শুশ্ৰূষা কৰি ভাল পায়। তেওঁলোকে ভাতেৰে নিজে তৈয়াৰ কৰা "আপং" নামৰ পানীয় খাদ্য ব্যৱহাৰ কৰে আৰু তাৰেই সকলো সময়তে অতিথি শুশ্ৰূষা কৰে।

হিন্দু ধৰ্ম্ম গ্ৰহণ কৰিছে যদিও কিছুমান বেলেগ সকাম-নিকাম, পৰ্ব্ব-উৎসৱত মিচিংসকলে "আপং" ব্যৱহাৰ কৰে। দেৱ-দেৱীৰ উদ্দেশ্যেও তেওঁলোকে 'আপং' উৎসৰ্গা কৰে। খেতিয়েই মিচিংসকলৰ প্ৰধান জীৱিকা। মিচিংসকলে বিশেষকৈ তিৰোতাসকলে সাধাৰণতে নিজে বোৱা কাপোৰ কানি পিন্ধে। তেওঁলোকে নিজৰ লাগতিয়াল বস্তু নিজেই উপাৰ্জ্জন কৰি লয়। মিচিং সমাজত দাস প্ৰথা নাই, কিম্বা তেওঁলোকৰ সমাজত উচ্চ-নীচৰ কোনো প্ৰভেদ নাই। সমানে সকলো খোৱা-লোৱা কৰিব পাৰে। তেওঁলোকৰ সমাজত পলুৱাই নি বিয়া কৰা, 'দুগুলা লাঃনাম্', কুমচু-অচুল্ লাঃনাম্', 'মিদাং মলা লাঃনাম্', জোৰণ পিন্ধাই ছোৱালী অনা আৰু বিয়া পাতি ছোৱালী অনা প্ৰথা আছে। বিয়াৰ এই নিয়মবোৰ তেওঁলোকৰ নিজস্ব।

## পূজা পাতল আৰু উৎসৱ ঃ

মিচিংসকল হিন্দুধৰ্ম্মী যদিও তেওঁলোকৰ কিছুমান নিজা পূজা সেৱা আৰু উৎসৱ আছে। মিচিংসকলে "ভালীং উয়ু" বুলি ওপৰ দেৱতা, 'দঃনুপ্', 'ৰককাং', 'মুগলুং', 'তাকাৰ', 'দঃঞি' 'পঃল', (মেঘ, বিজুলী, তৰা, চন্দ্ৰ, সূৰ্য্য) আদিক পূজা কৰে। 'অচাম্' আৰু 'গিৰাতি' বুলিও নগৰুৰীয়া সকাম পাতে। প্ৰাৰম্ভনিৰ বছৰি 'দবুৰ' বুলি পৃথিবীত শস্য হ'বৰ কাৰণে এটা পূজা পাতে। বছৰি "দবুৰ" পূজা নানাভিলে

গাৱঁত মানুহ আৰু গৰু-মহৰ অপায়-অমঙ্গল হ'ব পাৰে বুলি তেওঁলোকৰ বিশ্বাস। মিচিংসকলে কাতি বিহু, মাঘ বিহু আৰু ব'হাগ বিহু পালন কৰাৰ উপৰিও আহিন কাতিমহীয়া আহুধান চপাই শেষ কৰি 'পঃৰাগ্' (নৱাহিগা বিহু) পাতে। আহু ধান সিঁচৰৰ সময়ত "আলি আই লৃঃগাং" বা চমুকৈ 'লৃঃগাং' (ধান বা কঠীয়া সিঁচা উৎসৱ) পাতে। এই লৃঃগাং বা ধান সিঁচা বিহুত তেওঁলোকে ৰৰকাহ বজাই মেঘ দেৱতাক আহ্বান কৰে। নাচি নাচি তেওঁলোকে আকাশৰপৰা পানী নমাই আনি পৃথিবীক শস্য-শ্যামলা কৰিবলৈ উঠি পৰি লাগে।

**গীতমাত :**

মিচিংসকলৰ নিজ ভাষাত ৰচনা কৰা অনেক মৌখিক গীত আছে। বনগীতবোৰৰ প্ৰায়ে দুশৰীয়া। যেনে—

'ৰাঃৰা দৰ্তুম্‌তেই, নাঃনা দৰ্তুম্‌তেই,
দৰ্তুম্‌ মাঃমৃলে বনৰাগাম্‌ গৃমেপে' ;

(আই, বোপাই যিমান ধন লাগে ভৰি হলেও ছোৱালীজনী (প্ৰণয়িনী)ক বাধা, তাকে যদি কৰা নহয় মই বনবাস খাটিবলৈ যাম।) ডেকা-গাভৰুৰ প্ৰথম ছোৱাৰ সময়ত মিচিং ডেকা গাভৰুৱে মুখে মুখে ৰচনা কৰা এই বনগীতবোৰৰ প্ৰায় ভাগেই প্ৰণয়প্ৰসূত। এই বনগীতবিলাকৰ বাহিৰেও নিচুকনী গীতো মিচিং সমাজত প্ৰচলন আছে। বৰ্ত্তমান 'মি মি তকা, তাত্‌মান তকা...' বুলিবলৈ এৰি—

"মোৰ মইনা সৰু, যাখে ৰবে গৰু
এহাৰি হেৰুৱাই কান্দে হে"

বুলি ল'ৰা নিচুকালেও ঠায়ে ঠায়ে

"অয়ুমাঙৈৰ কাপ্‌পঃয়
পাৰ্কুমাঙৈ দাঃমাঃনা".

(মইনা নাকান্দিবা, এতিয়াও বাহৰ কপৌৰে উপৰি বোলা নাই)। (চৰাই পোৱালি আনি দিয়া অৰ্থত) ইত্যাদি প্ৰকাৰ ল'ৰা-নিচুকনী গীত প্ৰচলিত আছে।

মিচিং সমাজৰ মাজত প্ৰচলিত সৰহখিনি সাধুৱেই আদিম মানৱৰ বিশ্বাসৰ ভেটিত প্ৰতিষ্ঠিত; যাক ইংৰাজীত Myth বুলিব পাৰি। পৃথিৱীলৈ ভূত প্ৰেতবিলাক কেনেকৈ আহিবলৈ পালে, নানা ধৰণৰ প্ৰাণীবিলাকৰ জন্ম কেনেকৈ হ'ল—এনে ধৰণৰ সাধুৱেই বেছিকৈ পোৱা যায়।

মিচিংসকলৰ মৌখিক ভাষাত কিছুমান যোজনা পটন্তৰো সোমাই থকা দেখা যায়। 'তাব্ৰ চিমাং কৰ্‌ৰংমাং' (মৰা সাপ দেই নোযোৱা, অৰ্থাৎ কাৰো অপকাৰ নকৰা।) 'চিৰৌ আংম দনে দদ, চিত্তুম্ ৰেব্ং গাদ্দ' (বৰাই ধান খায়, সগৰী পহুৰ কাণ কাটে) অৰ্থাৎ এজনে অন্যায় কৰে, দোষ পৰে আনজনৰ গাত। এনে ধৰণৰ পটন্তৰ মিচিঙৰ মৌখিক ভাষাত বহুত আছে।

জন বিশ্বাস ঃ

মিচিং সমাজত কিছুমান জন-বিশ্বাস প্ৰচলিত হৈ থকা দেখা যায়। কুকুৰাই যদি কাণে কাণে কথা পতাৰ নিচিনা কৰি থাকে তেতিয়া তেওঁলোকে আলহী আহিব বুলি বিশ্বাস কৰে। অকলশৰীয়াকৈ বৰ ঘৰৰ মুখত যদি কপৌৱে বুণ দিয়ে, তেওঁ-লোকে বিশ্বাস কৰে যে সেই ঘৰৰ কোনো উপৰি পুৰুষৰ আত্মাই কপৌ ৰূপ ধৰি কান্দিছে। ভঁৰালত যদি ঘন চিৰিকা চৰাই নাথাকে তেতিয়া তেওঁলোকে বিশ্বাস কৰে যে কিবা বেমাৰ আজাৰ হোৱাৰ আশংকা আছে। এনে ধৰণৰ বহুতো জন বিশ্বাস মিচিং জনজাতিৰ মাজত সোমাই আছে।

ভাষা আৰু ওচৰ চুবুৰীয়াৰ লগত সম্পৰ্ক ঃ

মিচিংসকলৰ লিখিত ভাষা নাই। মিচিংসকলৰ লিখিত ভাষা নোহোৱাটো তেওঁলোকে এটা আদিম বিশ্বাসৰ সাধুকথাৰ যোগেদি প্ৰকাশ কৰে। সৃষ্টিৰ পিছত সৃষ্টি কৰ্তাই সকলো জাতিক আখৰ লিখি দিওঁতে মিচিংসকলে আখৰখিনি পহু ছালত লিখি ললে। পিছত সেই কথা পাহৰি পহুছালখন তেওঁলোকে খাই পেলোৱাত মিচিঙৰ আখৰ নোহোৱা হ'ল। লিখিত ভাষা নাথাকিলেও মিচিংসকলৰ এটা নিজৰীয়া মৌখিক ভাষা আছে। এই মৌখিক ভাষা মিচিংসকলৰ বিভিন্ন খেলৰ মাজত সামান্যভাবে

লৰচৰ থাকিলেও প্ৰত্যেক খেলেই প্ৰত্যেক খেলৰ লগত সেই ভাষাৰে ভাৱৰ আদান প্ৰদান কৰিব পাৰে। মিচিংসকলে ওচৰ চুবুৰীয়া যি কোনো জাতি বা উপজাতিৰ লগত অসমীয়া ভাষাৰ যোগেদি ভাৱৰ আদান প্ৰদান কৰে আৰু পঢ়াশলীয়া শিক্ষাও লাভ কৰে অসমীয়া ভাষাৰ যোগেদি। মিচিংসকলৰ নিজা ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, পূজা-উৎসৱ আৰু নিজা ভাষা থাকিলেও তেওঁলোকে অন্যান্য জাতি বা জনজাতিৰ লগত আপোন সম্পৰ্ক ৰাখি চলিবলৈ ভাল পায়। আন সমাজৰ লগত খোৱা লোৱা, বিবাহ আদিত সম্পৰ্ক ৰাখি চলিবলৈ ভাল পায়। আন সমাজৰ লগত খোৱা লোৱা, বিবাহ আদিত সম্পৰ্ক ৰাখিব নুখুজিলেও তেওঁলোকে ওচৰ চুবুৰীয়া যি কোনো জাতি বা উপজাতিৰ লগত ঘনিষ্ঠভাৱে ভ্ৰাতৃভাৱৰ সম্পৰ্ক ৰাখিব পাৰে।

অসমৰ উত্তৰ-পূব প্ৰান্তৰ সুনীল পাহাৰ এৰি অতি পূৰ্বাণ কালতে অসমৰ নৈবিলাকৰ পাৰে পাৰে, চাপৰিৰ আঁৰে আঁৰে মিচিংসকল সিঁচৰিত হৈ পৰাত তেওঁলোকৰ বাসস্থানৰ কোনো ভৌগলিক পৰিসীমা নাই; কিন্তু যেতিয়ালৈকে অসমৰ লুইত-শোৱণশিৰী বৈ থাকিব, "নৈৰ শুৱনী মিৰি" জনজাতিও অসমীয়াৰ বিভিন্ন ভাষা সাহিত্য আৰু সংস্কৃতিৰ মাজতে এটা প্ৰধান অঙ্গ হৈ অসমৰ বুকুতে চিৰদিন জিলিকি থাকিব।*

"অসমৰ জনজাতি" ( সম্পাদক ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, গুৱাহাটী, ১৯৬২ ) ত প্ৰকাশিত।

# মিচিং জনজাতিৰ পৰিচয়

নাহেন্দ্ৰ পাদুন

অসমত বসবাস কৰা জনজাতিসকলৰ ভিতৰত মিচিং জনজাতি অন্যতম। নৃতাত্ত্বিক বিচাৰ মতে এওঁলোক মঙ্গোলীয় গোষ্ঠীৰ মান-তিব্বতী শাখাৰ অন্তৰ্ভুক্ত। মিচিং সকলক সাধাৰণতে ‘মিৰি’ বুলিয়েই জনা যায়। ‘মিৰি’ শব্দটো অসমৰ ভৈয়ামৰ লোকে দিয়া নাম। মিচিংসকলে নিজকে ‘মিচিং’ বুলিহে পৰিচয় দিয়ে। মিৰি নামটো কেতিয়া আৰু কেনেকৈ হ’বলৈ পালে সঠিককৈ জনা নাযায়। ‘মিৰি’ বা মিবু (পুৰোহিত) নামটোৰ পৰা মিৰি হোৱা বুলি অনুমান কৰা যায়। অসমৰ উত্তৰে ডফলা পৰ্ব্বততো মিৰি নামৰ এটি জাতি পোৱা যায়। তেওঁলোকক সাধাৰণতে পাহাৰীয়া মিৰি আৰু ভৈয়ামৰ মিচিংসকলক ভৈয়ামৰ মিৰি বুলি জনা যায়। পাহাৰৰ মিৰি আৰু ভৈয়ামৰ মিৰিৰ মাজত নামৰ সাদৃশ্য থাকিলেও পোনপটীয়া সম্বন্ধ থকা যেন নালাগে। সামাজিক আৰু সাংস্কৃতিক দিশত দুয়োটা মিৰিয়েই বহুত পৃথক। বৰং ভৈয়ামৰ মিচিং বা মিৰি সকলে চিয়াং জিলাৰ আদী বা আবৰ সকলৰ লগতহে ওতপ্ৰোতভাৱে জড়িত বুলি ক’ব খোজে। কিছুমানে আদী-মিচিং একে বংশৰ বুলিয়েই কয়। অৱশ্যে নৃতাত্ত্বিক বিচাৰ মতে মিচিং, আদী, নিচি (ডফলা) পাহাৰীয়া মিৰি ইত্যাদি একেটা জনগোষ্ঠীৰ দল। সেই ফালৰপৰা জাতিগত বৈসাদৃশ্য বৰ বেছি নহয়।

মিচিংসকলে কেতিয়াৰপৰা ভৈয়ামত বসবাস কৰিবলৈ ললে সেই বিষয়ে বুৰঞ্জী নিমাত। কিংবদন্তি, লোক-বিশ্বাস আৰু সমসাময়িক আহোম বুৰঞ্জীত সিঁচৰিত হৈ থকা প্ৰাসংগিক উল্লেখৰপৰা অনুমান কৰি ক’ব পাৰি যে তেওঁলোক প্ৰায় আহোম সকলৰ সমসাময়িক আৰু শদিয়াৰ চুটিয়া ৰাজ্যৰ লগত প্ৰায় [illegible]তেই ভৈয়ামলৈ নামি আহিছিল। মিচিং সকলৰ বহুতেই এতিয়াও বিশ্বাস কৰে যে তেওঁলোকৰ পূৰ্ব্ব বাসস্থান [illegible]

উত্তৰে থকা পৰ্যন্ত মালাত আছিল। পাংগাম্, মিএং, আদী সকলো একেলগে তেওঁলোকৰ ভ্ৰাতৃ আছিল। জনপ্ৰবাদ মতে এবাৰ তেওঁলোকৰ মাজত মাটিৰ বাবে বিবাদ লাগি কটা মৰা হয়, আৰু তাৰপৰা ৰক্ষা পৰিবলৈ মিচিংসকলে ভৈয়ামলৈ নামি আহে। ভৈয়ামলৈ নামি অহাৰ পিচতে মিচিংসকলে 'মিচিং' নাম গ্ৰহণ কৰা যেন অনুমান হয়; কিয়নো তাৰ আগতে মিচিং নামটো পাহাৰত থকাৰ প্ৰমাণ পোৱা নাযায়।

বৰ্তমান মিচিংসকলে লখিমপুৰ, ডিব্ৰুগড়, শিৱসাগৰ, যোৰহাট, দৰং, শোণিতপুৰ জিলাত বসবাস কৰিছে। অৰুণাচলৰ চিয়াং আৰু লোহিত জিলাতো কিছু সংখ্যক মিচিঙৰ বসতি আছে। বৰ্তমান মিচিঙৰ জনসংখ্যা পাঁচ লাখতকৈয়ো অধিক। যোৱা ১৯৬১ চনৰ লোক পিয়লত গোৱালপাৰা জিলাতো 'মিৰি' জন সংখ্যা দেখুওৱা হৈছে। সেই 'মিৰি', 'মিচিং' নে আন জাতি সেই বিষয়ে এতিয়াও আমাৰ অজ্ঞাত।

মিচিংসকলৰ নিজা কোনো ৰজা নাছিল। সমাজখন গণতান্ত্ৰিক পদ্ধতিৰেই চলে। সেই বাবে তেওঁলোকৰ নিৰ্দিষ্ট কোনো ৰাজ্য নাই। গতিকে পূৰ্ববাসস্থান সম্পৰ্কে স্পষ্টকৈ নিৰ্ধাৰণ কৰি দিয়া কঠিন। তেওঁলোকৰ কথিত যোজনা মতে অসমত মিচিঙৰ বসতি পুবে শদিয়াৰপৰা পশ্চিমে ভৰলী নদীলৈকে ব্ৰহ্মপুত্ৰৰ উত্তৰে আৰু দক্ষিণে আছে। যোৱা ১৯৫০ চনৰ ভূমিকম্প আৰু বানপানীৰ ফলত তেওঁলোক পূৰ্ববাসস্থানৰ পৰা বিভিন্ন ঠাইলৈ সিঁচৰিত হ'ল।

মিচিং গাওঁবোৰ সাধাৰণতে নদীৰ পাৰতে অৱস্থিত। সাৰুৱা মাটি, যাতায়াত আৰু অন্যান্য প্ৰাকৃতিক সা-সুবিধাৰ বাবেই নদীপৰীয়া গাওঁ তেওঁলোকে ভাল পায়। একো একোখন গাওঁত ২০০ ঘৰলৈকে থকা দেখা যায়। ঘৰবোৰ চাঙৰ। ঘৰবোৰ বাঁহ কাঠ, খেৰেৰে সজা হয়। একোখন ঘৰ ১০।১৫ হাতৰপৰা আৰম্ভ কৰি ১৫০।২০০ হাতলৈকেও বেছি দীঘল পোৱা যায়। যৌথ পৰিয়াল হিচাপে থকাৰ বাবে একোটা ঘৰত ৬০।৭০ জনলৈকেও থকা দেখা যায়। ঘৰ সদায়ে প্ৰায় উত্তৰ-দক্ষিণকৈ সাজে। গাওঁখন সমাজৰ একোটা ডেকা বা মেৰৰ মোকৰ্দমা গঠিত।

অন্য টোলৰ লোক আহিও আন গাঁৱত বসবাস কৰিব পাৰে। সেই ক্ষেত্ৰত নতুনকৈ অহা মানুহ ঘৰে পূৰ্বৰ গাঁওখনৰ নীতি নিয়মত চলিব লাগে।

মিচিংসকলে বাস কৰা গাঁওখনৰপৰা কিছু দূৰত খেতি কৰে। জুম খেতিকেই বেছিকৈ কৰে। জুম খেতিৰ বাবে বছৰি নতুনকৈ হাবি কাটি জুই লগাই, মাটি সাৰুৱা কৰি লৈহে ধান সিঁচে। আহু, আলু, সৰিয়হ, মাটিমাহ, আদা, কচু, ছালধি আদিয়েই অন্যান্য খেতি। আজি কালি শালি খেতি অধিক জনপ্ৰিয় হৈছে।

খেতি-বাতি আৰু অন্যান্য কাম বনত পুৰুষ আৰু তিৰোতাই সমানে কাম কৰে। মিচিং তিৰোতা পুৰুষতকৈ অধিক পৰিশ্ৰমী। হাল বোৱাৰ বাহিৰে হাবি কটাৰপৰা আৰম্ভ কৰি তাঁত বোৱালৈ সকলো কামতে সমানে পাৰদৰ্শিতা দেখুৱাব পাৰে। মিচিং তিৰোতাই বোৱা 'মিৰি জিম' বিখ্যাত। নাওঁ বোৱাতো মিচিং তিৰোতা অতি পাকৈত। আনকি মিচিং তিৰোতাৰ সমানে নাওঁ বোৱাত পাকৈত তিৰোতা পৃথিৱীৰ অন্য জাতিত বিৰল। ঘৰুৱা কাম বনৰ বাহিৰেও কুকুৰা, গাহৰি আদি পুহি বাহিৰা উপাৰ্জন কৰাটো মিচিং তিৰোতাৰ উল্লেখযোগ্য লক্ষণ।

তিৰোতাই নিজে বোৱা ৰঙীন মেখেলা চাদৰ পিন্ধে। পুৰুষে ধুতি আৰু গালুক পিন্ধে। তেওঁলোকৰ সাজ-পোছাক ৰঙীন আৰু বৈচিত্ৰ্যপূৰ্ণ।

মিচিংসকল কেবাটাও ভাগত বিভক্ত। এই ভাগবোৰক ফৈদ বা টোল বুলিব পাৰি। সেই ফৈদবোৰ হ'ল—অয়ান, চাঃয়াং, মঃয়িং, দীলু, পাগৰ, দাম্বুগ, মিৰাং বা চামুগুৰীয়া, তায়ুঃতায়ে, তামাৰ, চঃমুৰা। সম্ভৱতঃ এই ফৈদবোৰ বিভিন্ন সময়ত বেলেগে বেলেগে অসমলৈ নামি আহিছিল। অথবা তেওঁলোক বিভিন্ন ঠাইৰপৰা অহা বাবে পূৰ্বৰ বাসস্থানৰ নাম অনুসৰি টোলৰ নামো থাকি গ'ল।

এই প্ৰত্যেকটো ফৈদত আকৌ বিভিন্ন খেল আছে, যেনে ঃ কুৰ্মি কুম্বাং, কুতুম, কমান, ডাক্তে, চাৰ, চিন্তে, চুংকুবাং, তামুক, তাপে, তায়ুং, তাইদ, তাবাল, তাৰো, ৰাঃং, দায়চাং, দাৰুগ,

মহেঙ, পাতকং, নৰং, নৰ, পাতমে, পাদুন্, পামেং, পাংগিং, পেগুদ্, পায়ুন্, পগাগ্, পাতিৰ, পেৰ্মে, পেৰ্তিন্, পাৱ, পালেং, পাইত, ৰিৰ, ৰৰাং, পাচাৰ, ৰাচিং, মৰাং, মিপুন্, মিলি, মিচং, কাৰ্দং, মোৰ্দু, ৰেগন্, লেগ, মিৰাং, য়েইন, পাদি, ৰৰুৱা, পেতেৱা, ইত্যাদি। এই খেলবোৰৰ মাজত কোনো উচ্চ নীচ জাত নাই। সামাজিক সকাম-নিকামত সকলোৰে স্থান একে। কোনো কোনোৱে দহগাম্ আৰু বাৰগাম্ নামৰ দুটা বিভাগ আছে বুলি প্ৰচাৰ কৰিবৰ খুজিছে। প্ৰকৃততে মিচিঙৰ মাজত দহগাম্, বাৰগাম্‌ৰ বিচাৰ নাই। দহগাম্, বাৰগাম্‌ৰ বিচাৰ আহোম ৰাজত্ব সময়ৰ-পৰাহে হ'ল। তাৰ উপৰিও দহগাম্, বাৰগাম্‌ৰ খেল বুলি কোনো নিৰ্দিষ্ট খেলো পোৱা নাযায়।

মিচিংসকলৰ বৈবাহিক নীতি সুনিৰ্দিষ্ট আৰু কটকটীয়া। স্বগোত্ৰ বিবাহ নিষিদ্ধ। একে 'অপুন্' বা খেলৰ মাজত বিয়া নহয়। যেনে 'পাঃদুন্' খেলৰ লগত কোনো পাঃদুন্ খেলৰ ল'ৰা-ছোৱালীৰে বিবাহ হ'ব নোৱাৰে। তাৰ উপৰিও বিভিন্ন খেলৰ ভিতৰতো এনে ধৰা বন্ধা নীতি আছে। বিবাহ-সিদ্ধ আৰু নিষিদ্ধ খেলৰ মাজত প্ৰচলিত নীতি এতিয়াও বিদ্যমান। বিশেষ বিশেষ খেলৰ ভিতৰতহে বিয়া-বাৰু হ'ব পাৰে। তিব্বত-বৰ্মাৰ আন আন জনজাতিৰ দৰে মিচিংসকলৰ মাজতো মোমায়েকৰ ঘৰৰপৰা বিয়াবাৰু কৰিবপৰা নীতি প্ৰচলিত আছে। বৰং সেইটোহে সামাজিক প্ৰথা হিচাপে প্ৰাধান্য লাভ কৰিছে। বহু-পত্নী-বিবাহৰ প্ৰচলন আছে, কিন্তু বহুপতি বিবাহ নাই। বাল্য-বিবাহ প্ৰথাও মিচিং সমাজত নাই। বিধৱা-বিবাহ আছে। ছোৱালীক ফুচুলাই বা হৰণ কৰি পিচত গা-ধন দি বৈবাহিক সম্পৰ্ক স্থাপন কৰা প্ৰথা আছে। তাত বাদেও সামাজিক নিয়মমতে দিয়া বিয়া প্ৰথাও আছে।

মিচিংসকলৰ সমাজ ব্যৱস্থা গণতান্ত্ৰিক পদ্ধতিৰ। তেওঁলোকৰ মাজত ৰজা বা ৰাজকীয় শাসন পদ্ধতি নাই। প্ৰতিখন গাঁৱৰ মুৰব্বীৰূপে নিয়ন্ত্ৰণ কৰিবলৈ 'গাম্' নামৰ এজন মুখিয়াল থাকে। গাঁৱত হোৱা সকলো ধৰণৰ কেচ মোকৰ্দমা গামে 'কেবাং' নামৰ বিচাৰ সভাৰ জৰিয়তে কৰে। কেবাঙৰ সিদ্ধান্তকেই

বাইকে চূড়ান্ত বুলি মানি লয়। কেবাখনো কেবাং মিলি 'বাংনা' আৰু কেবাখনো 'বাংনা কেবাং' মিলি 'বাংগে কেবাং' গঠিত হয়। এই কেবাংবোৰক বৰ্তমান পঞ্চায়তি পদ্ধতিৰ গাওঁ পঞ্চায়ত, আঞ্চলিক পঞ্চায়ত আৰু মহকুমা পৰিষদৰ লগত তুলনা কৰিব পাৰি। গামৰ নিৰ্বাচন নিজৰ গাঁৱৰপৰা কৰা হয়। কোনো যোগ্য লোকক গাঁৱৰ বয়সস্থ লোকসকলে গাম্ হিচাপে নিৰ্বাচন কৰে। গামৰ নিৰ্বাচন পুৰুষানুক্ৰমে নহয়। সমাজৰপৰা যোগ্য লোকজনহে গাম্ হিচাপে বাছি লোৱা হয়। গাম্ গাঁৱৰ ভিতৰত মুখ্য ব্যক্তি হলেও সকলো ক্ষেত্ৰতে তেওঁৰ ক্ষমতা আৰু অধিকাৰ সৰ্বোচ্চ নহয়। কেবাঙৰ সদস্যসকলে তেওঁৰ সিদ্ধান্তক নাকচ কৰিব পাৰে। কেৱল গাঁৱৰ প্ৰশাসনীয় দিশতহে গাম্‌ৰ ক্ষমতা অক্ষুণ্ণ থাকে। ধৰ্মীয় অনুষ্ঠানত গামৰ হাত নাই।

সমাজৰ সকলো ব্যক্তিয়েই সমান অধিকাৰ আৰু স্থান পায়। উচ্চ নীচ কুল মিচিং সমাজত নাই। গাঁৱৰ ৰাজহুৱা কাম ডেকা গাভৰুৱে কৰে। ডেকা গাভৰুৱে ৰাজহুৱা কামৰ বাহিৰেও বিহু উৎসৱ আদিতে আগভাগ লয়। সেইবোৰ সুচাৰুৰূপে পৰিচালনা কৰিবলৈ 'মুম্‌বুৰ্, য়াংমেঃ' নামৰ এটি ডেকা গাভৰুৰ সংগঠন থাকে। ৰাজহুৱা ক্লাবঘৰ 'মুৰং'। মুৰং ঘৰত নানান উৎসৱ, পূজা-পাতল আৰু আলহী অতিথিক অভ্যৰ্থনা কৰা হয়।

ডেকা গাভৰুসকলৰ মাজত 'দাগ্‌লুগ' অৰ্থাৎ সমবায় হিচাপে কাম কৰা নীতি আছে। অৰ্থাৎ কোনো ডেকাই কাৰোবাক সহায় কৰিলে ইজনেও পুনৰ সহায় কৰিব। তেনেকৈ গোটেই গাওঁখনৰ ডেকা-গাভৰুৱেই উমৈহতীয়াকৈ কাম কৰে। এইদৰে কাম কৰি দিলে কোনেও টকা পইচা বা পাৰিশ্ৰমিক নলয়।

'পঃৰাগ্' আৰু 'আলি লৃঃগাং' হৈছে মিচিংসকলৰ প্ৰধান উৎসৱ। 'আলি লৃঃগাং' ফাগুন মাহৰ প্ৰথম বুধবাৰে পালন কৰা হয়। ফাগুন-চ'ত মাহত আহুধান সিঁচিবলৈ লোকৰ আগতে পৃথিৱীক শস্যৰে ভৰপূৰ কৰিবলৈ বসুমতী মাতৃক (কিনো-নাংনা) আপং মাছ আদি দি পূজা কৰা হয়। সেই দিনাই পথাৰত নতুনকৈ ধানৰ কঠীয়া পেলোৱা হয়।

‘পঃৰাগ্’ উৎসৱো ইয়াৰ অনুৰূপ। খেতি পথাৰ চপোৱাৰ পিচত আৰবিৰ নৱৰাত গাঁৱৰ ডেকা-গাভৰু আৰু বয়সস্থসকলে গাওঁৰ বাইৰাম অপায়, অমঙ্গল নহ'বলৈ, গাওঁখন শস্যৰে নদন-বদন কৰিবলৈ, সৃষ্টি কৰ্ত্তা চন্দ্ৰ সূৰ্য্য আদি দেৱ-দেৱতাক মদ, গাহৰি-কুকুৰা আদি দি সেৱা কৰে। দুয়োটা উৎসৱতে ঢোল, পেঁপা, গগনাৰ মাজত ডেকা-গাভৰু আনন্দত মতলীয়া হয়।

‘পঃৰাগ্’ আৰু ‘আলিয়াই ল্ঃগাঙ’ৰ বাহিৰেও অসমীয়া বহাগ বিহু, মাঘ বিহুও মিচিংসকলে পালন কৰে।

মিচিংসকলৰ ভাষা এতিয়াও কথিত অৱস্থাত আছে। ভাষাৰ লিখিত আখৰ নাই। মিচিং ভাষা তিব্বত-বৰ্ম্মা ভাষা পৰিয়ালৰ উত্তৰ অসম শাখাত অন্তৰ্ভুক্ত। এই ভাষাৰ লগত আঁকা, ডফলা (নীচি), আবৰ (আদী) আৰু মিচিমি ভাষাৰ সাদৃশ্য আছে। বিশেষকৈ আদী আৰু নীচি ভাষাৰ লগত মিচিং ভাষাৰ সম্বন্ধ নিচেই ওচৰ। মিচিং ভাষাত মুঠতে ৭টা স্বৰধ্বনি পোৱা যায়। যেনেঃ অ, আ, আঁ[১] অ়[২], ই, উ, এ। স্বৰধ্বনিক আকৌ হ্ৰস্ব আৰু দীৰ্ঘ এই দুটা ভাগত ভাগ কৰিব পাৰি। দীৰ্ঘ স্বৰ-অঃ, আঃ, আঁঃ, অ়ঃ ইঃ, উঃ, এঃ। ব্যঞ্জন ধ্বনি ক, গ, ঙ, চ, জ, ঞ, ত, দ, ন, প, ব, ম, য়, ৰ, ল, ৱ, এই ষোল্লটা পোৱা যায়। মিচিং ভাষাত মহাপ্ৰাণ ধ্বনি নাই। ভাষাৰ শব্দ গঠন আক্ষৰিক।[৩]

মিচিং ভাষা মৌখিক গীত পদত যথেষ্ট চহকী। আইনিঃতম্ (বনগীত), কঃনিঃনাম্, (নিচুকনী গীত), দঃৰ (পৌৰিতি গীত), কাবান্ (বিননি), দঃম্নিং আঃবাং (কাহিনী গীত), মিৰি বা দেওধাইৰ গীত, মমান্ নিঃতম্ (খেল ধেমালিৰ গীত), আদি নানান গীত মুখে মুখে ৰচিত হৈছে আৰু কালৰ গৰ্ভত সেইদৰে হাজাৰে হাজাৰে হেৰাই গৈছে। সেইবোৰ এতিয়াও লিপিবদ্ধ হোৱা নাই।

---

১/২ আঁ আৰু অ় এই ধ্বনি দুটা মিচিং ভাষাৰ বিশেষ দুটা ধ্বনিৰ বাবে ব্যৱহাৰ কৰা হৈছে।

৩। এই লেখকৰ "মিচিং ভাষাৰ লিপি এটা পৰীক্ষামূলক আঁচনি" পুথিখন ইচ্ছুক পাঠকে পঢ়ি চাব পাৰে।

সৃষ্টিৰ আদি-পাতনি, জন্ম, ভূত-প্ৰেতৰ মহিমা আদি জনবিশ্বাসৰ ভেটিত ৰচিত লোককথাও অনেক পোৱা যায়। সেই লোককথাবোৰত সাধাৰণতে চৰাই-চিৰিকতি, জীৱজন্তু, জোন-বেলি-তৰাৰ সৃষ্টি আৰু উৎপত্তিৰ বিষয়ে বেছিকৈ বৰ্ণিত হয়। এইবিলাকত সাধুকথাৰ দৰে নীতি বচন পোৱা নাযায়। তাত বাদেও দৈনন্দিন জীৱনৰ লগত জড়িত আচাৰ-বিচাৰ, স্বভাৱ-চৰিত্ৰ আদিক লৈ ৰচিত ফকৰা-যোজনা, পটন্তৰ আদি মৌখিক সাহিত্য অলেখ আছে। সেইবোৰ লিপিবদ্ধ কৰিব পাৰিলে মিচিং ভাষা সাহিত্যৰ এক অমূল্য সম্পদ হ'ব। মিচিংসকলৰ মাজত এটি সুকীয়া ধৰ্ম প্ৰচলিত আছে। তেওঁলোকৰ মতে এজন নিৰাকাৰ ঈশ্বৰ আছে। তেৱেঁই জগত স্ৰষ্টা। চন্দ্ৰ, সূৰ্য্য, বিজুলী, বৰষুণ আদি অন্যান্য দেৱ-দেৱতাসকল তেওঁৰদ্বাৰা সৃষ্ট। দেৱতাসকল মাঙ্গলিক আৰু অমাঙ্গলিক। অমাঙ্গলিক দেৱতাবোৰে মানুহৰ অপকাৰ কৰে, কিন্তু মাঙ্গলিক দেৱতাই সেই অপকাৰৰপৰা ৰক্ষা কৰিবলৈ যত্ন কৰে। মাঙ্গলিক দেৱতা অসন্তুষ্ট হলে বাকীবোৰে মানুহৰ অপকাৰ কৰিবলৈ সুবিধা পায়। সেইকাৰণে দেৱতাসকলৰ সন্তুষ্টি বিধানৰ বাবে মদ, গাহৰি, কুকুৰা আদি দি পূজা কৰে। দেৱতাসকলৰ আনুষঙ্গিক বহুতো ভূত-প্ৰেতকো তেওঁলোকে পূজা-পাতল দিয়ে। মিবু বা মিৰি মিচিংসকলৰ প্ৰধান পুৰোহিত। পুৰোহিতে দৈৱিক শক্তিৰে দেৱতাৰ লগত কথা-বতৰা পাতে আৰু অমঙ্গলৰ কাৰণ দৈৱ-বাণীত শুনায়। মিবুৰ পৰামৰ্শ অনুযায়ী পূজা দি দেৱতাক সন্তুষ্ট কৰিব পাৰিলে সকলো অমঙ্গলৰপৰা মানুহে ৰক্ষা পায় বুলি বিশ্বাস কৰে।

মৃত পূৰ্বপুৰুষসকলকো তেওঁলোকে বছৰি পূজা দিয়ে। মৃত পুৰুষসকলে ইহলোকত থাকি তেওঁলোকৰ নাতি-পুতি-সকলক পহৰা দিয়ে। তেওঁলোকে অসন্তুষ্ট হলে বা নাতি-পৰি-নাতিসকলৰপৰা কিবা পাবলৈ বিচাৰিলে ঘৰত জ্বৰ নবিয়া হিচাপে দেখা দিয়ে। তেতিয়া মঙ্গল চাই তাৰ যথোচিত বিধান কৰিলে মৃতকসকল আকৌ সন্তুষ্ট হয় বুলি ভাবে। গতিকে মৃত পূৰ্বপুৰুষসকলৰ সন্তুষ্টিৰ বাবে তেওঁলোকক বছৰি পূজা দি থকা হয়।

মিচিংসকল ভৈয়ামলৈ আহি হিন্দু ধৰ্মতো দীক্ষিত হৈছে। কিন্তু পুৰণি ৰীতিকো সম্পূৰ্ণকৈ বাদ দিয়া নাই। হিন্দু ধৰ্মত দীক্ষিত হোৱা সকলৰ মাজত সাধু, সদাচাৰ, ভকত, সাত্তোলা আদি আছে। সাধুৱে শৰণো দিব পাৰে। চেচা, নমাটি, কোৱামৰা, বুধবাৰী, জকাই সত্ৰৰপৰা হিন্দু ধৰ্মৰ শৰণ লৈছে। কিন্তু দুখৰ বিষয় যে মিচিংসকলৰ নিৰক্ষৰতাৰ সুবিধা লৈ "ৰাতি সেৱা"ৰ দৰে কু-ৰীতিও মিচিঙৰ মাজত প্ৰচাৰ কৰিছে। কোনো কোনো অঞ্চলত শংকৰদেৱৰ বৈষ্ণৱ ধৰ্মও গ্ৰহণ কৰিছে। নামচাই আৰু তিনিচুকীয়াৰ ওচৰৰ কেইখনমান গাঁৱত 'সনাতন নামধৰ্ম' নামৰ ধৰ্ম এটাও গ্ৰহণ কৰা দেখা গৈছে। তথাপি আন আন জনজাতিৰ মাজত সুমুৱাৰ দৰে মিচিং সমাজত খ্ৰীষ্টান ধৰ্ম প্ৰবেশ কৰিব পৰা নাই।

মৃত লোকক গা-পা ধুৱাই, নতুনকৈ কাপোৰ পিন্ধাই নগা ঢাৰিৰে মেৰিয়াই, ৰাকচত ভৰাই, সদলে গৈ প্ৰায় পাঁচ হাতমান মাটি কিনি পুতি থয়। মৃত্যুৰ পিচৰ পাঁচ দিনত শুচি আৰু এমাহৰ মূৰত দহা-কাজ কৰে।

ধৰ্মৰ লগত জড়িত তালাং-উই, দবুৰ-উই আদি পূজাও আছে। এই পূজাবোৰৰ কোনো ধৰাবন্ধা দিন নাই। প্ৰয়োজন অনুসৰি হে পূজা-পাতল কৰা হয়।

আধুনিক শিক্ষাৰে শিক্ষিত বহুতো মিচিঙে এতিয়া এই পুৰণি ৰীতি-নীতিবোৰ পৰিত্যাগ কৰি সংস্কৃত জীৱন যাপন কৰিছে।*

*'দৈনিক অসম' (মে' ১৯৭০ চন)ত প্ৰকাশিত।

# চংমুৰা মিচিঙৰ ভাষা আৰু সংস্কৃতি

( এটি চমু পৰিচয় )

নাহেন্দ্ৰ পাচুন

চংমুৰা, মিচিংসকলৰে আন এটি খেলৰ লোক। কিন্তু তেওঁলোকৰ বিষয়ে এতিয়ালৈকে কোনো কথাই প্ৰকাশ পোৱা নাই। ৺সোণাৰাম পাঞ্চাঙৰ "মিৰি জাতিৰ বুৰঞ্জী"[১] নাইবা ডাঃ নুমলচন্দ্ৰ পেগুৰ "The Miris"[২] নামৰ পুথি দুখনতো এই চংমুৰা মিচিঙৰ বিষয়ে উল্লেখ নাই। এই প্ৰবন্ধত মোৰ ব্যক্তিগত অনুসন্ধানৰ ফল স্বৰূপে চংমুৰা মিচিংসকলৰ বিষয়ে এটি সামান্য পৰিচয় দাঙি ধৰা হ'ল।

চংমুৰা খেলৰ মিচিংসকলে বৰ্ত্তমান অৰুণাচল প্ৰদেশৰ লোহিত জিলাৰ ভিতৰতে আছে। আঠাইকেইখন গাঁও তেজু আৰু নামচাইৰ মাজতে আছে। আন ক'ৰবাত চংমুৰা মিচিং আছে যদিও মোৰ হাতত তাৰ তথ্যপাতিৰ অভাৱত আৰু নিজে গৈ নোচোৱাৰ বাবে সেইবিলাকৰ বিৱৰণ দিব নোৱাৰিলোঁ। তেজু আৰু নামচাইৰ মাজত থকা গাঁওকেইখন হ'ল জয়পুৰ গাঁও, নামচাইৰপৰা আঠ মাইল নিলগত; নামচাইৰপৰা প্ৰায় ২২ মাইলৰ ভিতৰত মালাংকুং মাৰিৱা, জেংতু, ধনেখনা আৰু চামগুৰি। এই গাওঁকেইখনৰ জনসংখ্যাও সঠিককৈ জৰীপ হোৱা নাই। অৰুণাচল চৰকাৰে এওঁলোকক তৈয়ামৰ অনুসূচীত জনজাতি বুলি আৰু অসম চৰকাৰে অৰুণাচলৰ ভিতৰত থকা অৰুণাচলৰ লোক বুলি অৱহেলা কৰি থৈছে। জয়পুৰ গাঁৱৰ ডেকা শ্ৰীসূৰ্য্যকান্ত নৰহ দিয়া হিচাপমতে সেই গাঁওকেইখনৰ পৰিয়ালৰ সংখ্যা—

---

১। "মিৰি জাতিৰ বুৰঞ্জী"—৺সোণাৰাম পাঞ্চাং, ১৯০৫।

২। "The Miris or The Mishings of the Brahmaputra Valley"
—Dr. Nomal Chandra Pegu, 1956. ইয়াৰ বাহিৰেও মূল্যৱান তথ্য-পাতিতো চংমুৰা মিচিঙৰ বিষয়ে উল্লেখ নাই।

| | |
|---|---|
| জয়পুৰ— | ১৭ ঘৰ |
| মালাংকুং— | ১৬ ঘৰ |
| মাৰিৱা— | ২৫ ঘৰ |
| ধনেখনা— | ৬ ঘৰ |
| চাম্পগুৰি— | ৬ ঘৰ |

আনুমানিক জনসংখ্যা ৪০০/৫০০ ৰ ভিতৰত হ'ব।*

'চমুৱা' নামটো কেনেকৈ হ'ল তাক জানিবপৰা নাযায়। আন ফৈদ বা খেলৰ মিচিংসকলৰ মাজত তেওঁলোকৰ খেল বা গোষ্ঠীৰ নাম কেনেকৈ হ'ল সেই বিষয়ে প্ৰবাদ, কিংবদন্তি আদি প্ৰচলিত আছে। আনকি কোন পাহাৰৰপৰা নামি আহিছিল— সেই বিষয়েও মৌখিক বুৰঞ্জী প্ৰচলিত আছে। কিন্তু চমুৱা খেলৰ লোকৰ মাজত এনেধৰণৰ প্ৰবাদ কিংবদন্তি প্ৰায় নাইকিয়া হৈ আহিছে। জয়পুৰ গাঁৱৰ এজন বৃদ্ধৰ মতে (বয়স ৫৫-৬০ ৰ মাজত) চমুৱা নামটো অসমীয়া 'চহামুৱা'ৰ পৰা হৈছে। এই খেলৰ লোকসকল হেনো আনবোৰতকৈ তুলনামূলকভাৱে চহা। সেইবাবে তেওঁলোকক পৰিচয় দিবৰ সময়ত 'চহামুৱা মিৰি' বুলি কৈছিল। মিচিং ভাষাত 'হ' ধ্বনি উচ্চাৰণ নহয়। গতিকে 'চহা'ৰ ঠাইত 'চআ' হয়। চহামুৱা > চআমুৱা > চ-মুৱা এইদৰেও শব্দটো গঠিত হ'ব পাৰে। এই চহামুৱা বা চ'মুৱা নামটো অসমীয়া লোকে দিয়া নামহে।* মিচিং ভাষাত এই খেলৰ কি নাম আছিল তাক জানিব পৰা নগ'ল। এই বিষয়ে অনুসন্ধানৰ যথেষ্ট থল আছে।

চমুৱা মিচিঙৰ আটাইতকৈ মন কৰিবলগীয়া কথা হৈছে তেওঁলোকৰ ঘৰবোৰ আন মিচিঙৰ দৰে চাংঘৰ নহয়, মাটিৰ ঘৰহে। ঘৰবোৰৰ আকৃতি মৰাণ আৰু বুৰুঞ্জীয়া বিলাকৰ দৰে। কিন্তু বেৰত মাটি নিলিপে। কথা-বতৰাৰ কাৰণে ভিতৰত জুহাল আৰু বাহিৰত আলহী অতিথিৰ বাবে এটা সুকীয়া জুহাল কৰে। ঘৰ দুৱাৰ মেলাও পৰিষ্কাৰ। ঘৰবোৰ খেৰ বা টিনেৰে ছাজে চাই।

* এই তথ্য ১৯৬৯ চনৰ।

* কোনো কোনো মিচিঙে "চংমুৱাং" বুলিও উচ্চাৰণ কৰে।

খেতিৰ ভিতৰত প্ৰধান হ'ল জুম খেতি। তাৰ লগতে আলু, কচু, আদা, জলকীয়া আৰু মচলা জাতীয় খেতিও কৰে। শালি খেতি তেওঁলোকৰ মাজত অধিক জনপ্ৰিয় হৈ উঠা নাই। তাৰ প্ৰাথমিক কাৰণ বোধকৰোঁ সেই ঠাইত দ মাটিৰ অভাৱ। খেতি কৰাৰ প্ৰণালী আৰু সঁজুলি অন্যান্য মিচিঙৰ লগত প্ৰায় একে। কিন্তু মোৰ বাহ্যিক দৃষ্টিত কৃষিজীৱী লোক হিচাপে তেওঁলোকক বৰ বেছি পৰিশ্ৰমি যেন নালাগিল। বছৰি নতুনকৈ হাবি ভাঙি জুম খেতি কৰা পদ্ধতি এতিয়াও চলিয়েই আছে।

সাজ-পাৰত পুৰুষসকলে আন মিচিঙৰ দৰেই কামিজ আৰু ধুতি পিন্ধে। তিৰোতাই গেৰ গাপা (এবিধ পথালিকৈ পিন্ধা বিশেষ ধৰণৰ মেখেলা) পিন্ধে। এই মেখেলাবোৰ নিজ হাতেৰে বোৱা। তাৰ উপৰি কংগে (খাৰু), জাম্পাই (জাংফাই), কেন্টু (ধুৰীয়া) আদি অলংকাৰো তিৰোতাৰ ভূষণ। পুৰুষসকলৰ মাজতো কোনো কোনোৱে পাংৰাং (কুণ্ডল) পিন্ধা দেখিবলৈ পাইছিলোঁ। আধুনিক সাজ-পোছাক আৰু নগৰীয়া সভ্যতাই এতিয়াও চঃমুৰা মিচিংসকলৰ মাজত প্ৰভাৱ পেলাব পৰা নাই। সৰ্বসাধাৰণৰ গাঁৱৰ দৰেই লোকসকল সহজ সৰল, বিশ্বাসী আৰু অতিথিপৰায়ণ।

অন্যান্য ঠাইৰ মিচিংসকলৰ উৎসৱ, পূজা পাতলৰ দৰে তেওঁলোকৰ বিশেষ উৎসৱ বা পূজা নাই। আনকি পূৰ্বপুৰুষ সকলক জলপিণ্ড দিয়া পদ্ধতিও নাইকিয়া হৈছে। 'আলি লুঃগাং' মিচিঙৰ এটি ডাঙৰ কৃষি উৎসৱ। সেই উৎসৱো তেওঁ-লোকে পালন নকৰে। তাৰ অনুৰূপ এটি উৎসৱ তেওঁলোকে পালন কৰে তাৰ নাম হ'ল ম-দি বা মঃদু। খেতিৰ আৰম্ভণিৰ সময়ত (অৰ্থাৎ ফাগুনৰপৰা চ'ত মাহৰ ভিতৰত) বিশেষকৈ জুম খেতিৰ কাৰণে শস্যৰ গৰাকী আৰু পৃথিৱীক সেৱা জনায়। ই এক প্ৰকাৰ আলি লুঃগাঙৰ নিচিনাই। গাঁৱৰ লোকৰপৰা জানিবপৰা গৈছে যে তেওঁলোকেও আগতে আপং, মাছ, ভাত আদি দি আলি লুঃগাঙত কৰাৰ দৰে পৃথিৱীক জল-পিণ্ড দান কৰিছিল। কিন্তু তেওঁলোকে 'নিগুণ ধৰ্ম'ত দীক্ষিত হোৱাৰ পিচৰপৰা সেইবোৰ মদ-মাংস ত্যাগ কৰি হুবিনায়েৰেহে সকলো

কৰা হ'ল। সেই কাৰণে ম-দি উৎসৱতো মদ-মাংসৰে অৰ্পণ নকৰি হৰিনামহে গোৱা হয়।

চঃমৃৰা মিচিংসকলে যি ধৰ্ম পালন কৰে তাৰ নাম “নিগুণ” ধৰ্ম। এই ধৰ্ম কেতিয়া আৰু কেনেকৈ আবিৰ্ভাৱ হ'ল তাকো নিশ্চয়কৈ জানিবপৰা নাযায়। বৰ্ত্তমান নামচাইৰ ওচৰৰ নুংখন নামৰ গাঁও এখন আৰু তিনিচুকীয়াৰ ওচৰৰ কেইখনমান মিচিং গাঁৱত এই নিগুণ ধৰ্ম পালন কৰা দেখা গৈছে। এই ধৰ্মৰ প্ৰবৰ্ত্তক শ্ৰীপূৰ্ণানন্দ বুঢ়াগোঁহাইদেৱ এতিয়াও জীৱিত আৰু তেখেত বৰ্ত্তমান নুংখন গাৱঁতেই আছে। নিগুণ ধৰ্মৰ মূল মন্ত্ৰ হৈছে একজন নিগুণ, নিৰাকাৰ সনাতনক স্মৰণ কৰা। তেওঁৰিনে অন্য কাকো ভক্তি উছৰ্গা নিষ্প্ৰয়োজন। তেওঁক পাবলৈ কোনো যাগযজ্ঞ, পূজাপাতলৰ প্ৰয়োজন নাই। এক মাত্ৰ তেওঁৰ নামৰ স্মৰণেই যথেষ্ট। এই ফালৰপৰাই চাবলৈ গ'লে নিগুণ ধৰ্ম শংকৰদেৱৰ বৈষ্ণবীয় ভক্তি মাৰ্গৰ ওপৰত ভিত্তি কৰিয়েই গঢ় লোৱা। নিগুণ ধৰ্মৰ বিষয়ে অৱশ্যে আমাৰ হাতত কোনো প্ৰামাণ্য পুথি নাই। “নিগুণ নামধৰ্ম” নামৰ এখন পুথি আছিল বুলি কোৱা শুনো। বৰ্ত্তমান এই পুথি দুষ্প্ৰাপ্য। সেইবাবে (ওপৰৰ কথাখিনি নিগুণ পন্থী সকলৰপৰা পোৱা গৈছে।) নিগুণ ধৰ্মৰ বিষয়ে বিস্তাৰিত আলোচনা দাঙি ধৰিব নোৱাৰিলো।

কোৱা শুনো যে চঃমৃৰা মিচিংসকলে ১৯৫৭ চনৰপৰাহে এই নিগুণ ধৰ্মলৈ দীক্ষিত হয়। তাৰ আগতে সেই আদিম পূজা-পাতলেই কৰি আহিছিল। নিগুণ ধৰ্মলৈ দীক্ষিত হোৱাৰ পিচত তেওঁলোকৰ চিৰাচৰিত আচাৰ-ব্যৱহাৰ আদিৰ যে পৰিবৰ্ত্তন হ'ল তাক সহজেই অনুমান কৰিব পাৰি। মঃদ উৎসৱত পূজা পাতল কৰাৰ সলনি হৰিনাম গোৱাটোৱেই তাৰ উদাহৰণ।

ওপৰত উল্লেখ কৰি অহা আঠাইকেইখন চঃমৃৰা মিচিং গাৱঁতেই আধুনিক শিক্ষাৰ পোহৰ পৰা নাই। শিক্ষক আৰু আন আন সুবিধাৰপৰা বঞ্চিত হোৱাৰ কাৰণ আগতে উল্লেখ কৰি অহাৰ দৰেই অঞ্চলটো আৰু অসম চৰকাৰৰ অৱহেলাৰ ফল। অৰুণাচল চৰকাৰে ভাবে যে যিহেতু মিচিংসকল অসমৰ

তেওঁলোকৰ অনুসূচীত জনজাতি হিচাপে স্বীকৃত, গতিকে অসম চৰকাৰৰপৰা তেওঁলোকৰ প্ৰাপ্য প্ৰদান কৰিব লাগে। আচলতে অসম চৰকাৰলৈ আবেদন নিবেদন কৰিলে অৰুণাচলৰ বাসিন্দা বুলি অৰুণাচল চৰকাৰকেই গতাই দিয়ে। চৰকাৰৰ অবহেলাত এতিয়াও ক'ত গাওঁ এইদৰে অথাই সাগৰত পৰি আছে এয়া তাৰে এটি জ্বলন্ত নিদৰ্শন। আৰু ক'ত দিন এইদৰে পৰি থাকিব তাৰো ঠিকনা নাই।

চংমুৰা মিচিঙৰ আন এটি উল্লেখযোগ্য কথা হৈছে তেওঁলোকৰ ব্যৱহৃত কথিত ভাষা। এই ভাষাক প্ৰকৃততে ভাষা শ্ৰেণীত পেলাব নোৱাৰি। আটাইবোৰ মিচিঙৰ কথিত ভাষাক এটা ভাষাৰ স্তৰত ধৰি তাৰ তুলনাত চঃমুৰা ভাষাক উপভাষা বা দোৱান বুলিহে ক'ব পাৰি। ভাষাতাত্ত্বিক বৈশিষ্ট্যৰ ফালৰপৰা চাবলৈ গ'লে এই দোৱানৰ মংৰিং খেলৰ দোৱানৰ লগত সাদৃশ্য দেখা যায়। বিশেষকৈ ধ্বনিতত্ত্ব আৰু শব্দসম্ভাৰত তাৰে কেইটা-মান বৈশিষ্ট্য তলত আলোচনা কৰা হ'ল।

ধ্বনিমালা ঃ চঃমুৰা ভাষাত উচ্চাৰিত ধ্বনিসমূহ হ'ল—

স্বৰধ্বনি ঃ অ, আ, ই, উ, এ, আ', আৰু অ়[৩]। এই আটাইকেইটা স্বৰধ্বনিক কালমাত্ৰা অনুযায়ী দীৰ্ঘ আৰু হ্ৰস্ব এই দুটা ভাগত ভাগ কৰিব পাৰি। অ, আ, ই, উ, এ, আ' আৰু অ়ক হ্ৰস্ব ধ্বনি বুলি ধৰিলে দীৰ্ঘ ধ্বনিসমূহৰ ৰূপ হ'ব এইদৰে অঃ, আঃ, ইঃ, উঃ, এঃ, আ'ঃ, অ়ঃ।[৪]

---

৩। আ', া' আৰু অ়, ়ু এই ধ্বনি দুটাৰ সাদৃশ্য আৰ্য্য ভাষাত নাই। গতিকে ইয়াত বিশেষ ধ্বনি প্ৰতীক আৰোপণ কৰি এই ধ্বনি দুটাক বুজাবলৈ যত্ন কৰা হৈছে। তাৰ ধ্বনিতাত্ত্বিক মূল্য হ'ব—

আ', া'=মধ্যাভাস কেন্দ্ৰীয় বিবৃতোষ্ঠ (lower-mid, Central-unrounded) যেনে—মা'ল (বোজা কাঢ়ি) আ'দা (সেইটো)।

অ়, ়ু=উচ্চ-কেন্দ্ৰীয় বিবৃতোষ্ঠ (high-central, unrounded) যেনে—আ'লুং (শিল), আঅ়ন্ (সোপা) ইত্যাদি।

৪। ঃ কলোন—ইয়াক দীৰ্ঘধ্বনিৰ প্ৰতীক হিচাপে লোৱা হৈছে।

ব্যঞ্জনৰ ভিতৰত এইকেইটা ধ্বনি উচ্চাৰণত পোৱা যায়— ক, ত, প, গ, দ, ব স্পৰ্শবৰ্ণ, ঙ, ন, ম, ঞ নাসিক্য চ, জ, উষ্ম, আৰু ৰ, ল বৰ্ণিত। য়, ৱ, অন্তঃস্থ ধ্বনি।

অন্যান্য থোৰৰ উপভাষাতো উপৰোক্ত ধ্বনিবোৰকেই উচ্চাৰণ কৰা হয় যদিও স্বৰধ্বনিবিলাকৰ উচ্চাৰণত কিছু তাৰতম্য পৰিলক্ষিত হয়। বিশেষকৈ কৰণ ধৰণত (place and manner of articulation)। কিন্তু হ্ৰস্ব আৰু দীৰ্ঘধ্বনিৰ মাজত মুক্ত-প্ৰয়োগ (free variation) নহয়। চংমুৰা মিচিঙৰ ভাষাতো এই নিয়ম পৰিলক্ষিত হয়।

J. F. Needham ৰ "Outline Grammar of the Shaiyang Miri Language"[৫] আৰু Lorrain ৰ "Abor-Miri Dictionary"[৬] এই পুথি দুখনৰ ভিত্তিত চাংয়াং উপভাষাকে মান্য ভাষা হিচাপে ধৰি লৈ তাৰ লগত তুলনা কৰি কেইটামান চংমুৰা উপভাষাৰ শব্দ দাঙি ধৰা হ'ল। ইয়াৰ দ্বাৰা শব্দৰ ধ্বনি পৰিবৰ্তন সহজে লক্ষ্য কৰিব পাৰি।

| (ক) চাংয়াং উপভাষা | চংমুৰা উপভাষা | অসমীয়া অৰ্থ |
|---|---|---|
| ঙলু | ঙুলু | আমি |
| নলু | নুলু | তোমালোক |
| বাংৰু | বাংৰু | দেউতা |
| নাংনা | নাংনা | আই |
| চিমুয় | চিম | বাঘ |
| মুৰুচি | মুৰুচাই | জলকীয়া |
| আঙ্কুং | অঙ্কং | নাও |
| পেংকা, পেংৰেত্ | পেংকাই | মাটিমাহ |
| পীকি | পিকি | চৰাই, ইত্যাদি। |

৫। "Outline Grammar of the Shaiyang Miri Language, as spoken by the Miris of that clan residing in neighbourhood of Sadiya"—J. F. Needham, Assistant Political Officer, Sadiya"—1885.

(খ) একেটা বস্তুকে দুয়োটা ভাষাতে বেলেগ বেলেগ শব্দও ব্যৱহাৰ কৰা দেখা যায়। যেনে —

| চাংয়াং | চংমুৰা | অৰ্থ |
|---|---|---|
| আগুন | য়াক্ৰৰ্ | পাতল হোৱা |
| তাংচুগ্ | চক | আপং তৈয়াৰ কৰোঁতে ব্যৱহাৰ কৰা এবিধ বাহঁৰ পাত্ৰ |
| কিংবা | লুংচিগ্ | জাকি বা জুহঁালৰ তিনিশলীয়া লো। |
| কিংপাৰ্ | পাৰুক্ | উড়াল |
| আম্ | আপিন্ | ধান |
| আপিন্ | আপিন্ | ভাত, ইত্যাদি। |

(গ) একে অৰ্থবাচক শব্দতো দুয়োটা ভাষাৰে ভিন ভিন শব্দ পোৱা যায়। যেনে—

| | | |
|---|---|---|
| চুংপাগ্ | চাৰ | এতিয়া |
| চুংগ্গাম্ | চুং | অথনিকৈ |
| তল | তাৰা | সেইকালে, উত্তৰ কালে |
| আয়াৰ্ | আদু | দীঘল |
| আম্পন্ | আব্বৰ্ | বহল |
| চুংপুৰ্ | পাচাগ্ | ধোঁৱাচাঙত ৰখা এবিধ সৰু টোম। |

মিচিঙৰ বেলেগ বেলেগ খেলত উপভাষাগত শব্দমালাও বেলেগে পোৱা যায়। কিন্তু কথোপকথনৰ সময়ত একো বেমেজালি নোহোৱাকৈ পৰস্পৰে ভাষাৰ আদান প্ৰদান কৰিব পাৰে। এই বিষয়ে Needham এ 'Shaiyang Miri Language' ৰ পাতনিত লেখা কথাখিনিৰ উল্লেখ কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ। তেওঁ কৈছে—"………although each clan possesses many different words to express the same meaning, they are so accustomed to mix one up with the other that it is a real difficulty to ascertain what word should be used for a particular thing by a particular clan."

চংমৰা মিচিংসকলৰ ভাষা সংস্কৃতি কিঞ্চিৎ পৃথক যেন দেখিলেও প্ৰকৃততে সি সমগ্ৰ মিচিং সংস্কৃতিৰেই অংশ বিশেষ। ক্ষুদ্ৰ ক্ষুদ্ৰ জলকণিকাৰে সমুদ্ৰ যেনেকৈ ৰচনা হয় সংস্কৃতিও তেনে ধৰণৰ ক্ষুদ্ৰতম অংশৰ সামগ্ৰিক ৰূপহে।

---

৬। “Dictionary of Abor-Miri Language”,—J. H Lorrain, Shillong, 1907.

এই মূখন পুথি চাঃৱাং উপভাষাকেই কেন্দ্ৰ কৰি লিখা। এই উপভাষাৰ লগত শদিয়া আৰু পাচিঘাটৰ ওচৰে পাজৰে থকা আবৰ (আদী) সকলৰ ভাষাৰ লগতো মিল আছে বুলি উল্লেখ কৰিছে।

---

“আসমীয়া”—সম্পাদক, চন্দ্ৰপ্ৰসাদ শইকীয়া, প্ৰথম বছৰ, দ্বাদশ সংখ্যা, চ'ত-ৰহাগ, এপ্ৰিল, ১৯৮১ চনত প্ৰকাশিত প্ৰবন্ধ।

# মিচিং ভাষা নোকোৱা মিচিং

## টংকেশ্বৰ লইং

ভাষাৰ দৃষ্টিকোণেৰে ভৈয়ামত বাস কৰা মিচিং জনজাতীয় লোকসমূহক দুটা ভাগত ভাগ কৰিব পৰা যায়, মিচিং ভাষা কোৱা মিচিং আৰু অসমীয়া-ভাষী মিচিং। ধ্বনিতত্ত্বৰ ফালৰপৰা বিচাৰ কৰিলে উক্ত দুটা ভাগৰে আকৌ প্ৰত্যেকটো ভাগতে কেইবাটাও উপভাষাৰ ৰূপ পোৱা যাব। অসমীয়া-ভাষী মিচিং সকলকে ইয়াত মিচিং ভাষা নোকোৱা মিচিং বোলা হৈছে; কাৰণ এওঁলোকে ঘৰুৱা জীৱনৰপৰা আৰম্ভ কৰি সামাজিক, ৰাজনৈতিক সকলো ক্ষেত্ৰতে অসমীয়াতে কথা পাতে। অসমীয়া ভাষা এওঁবিলাকৰ বৰ্ত্তমান কথিত আৰু লিখিত মাতৃ ভাষা।

অসমীয়া-ভাষী মিচিংসকলৰ ভিতৰত পাঁচোটা ভাগ পোৱা যায়—তেমাৰ, চামুগুৰীয়া, বংকোৱাল, বিহিয়া আৰু বেৰেজীয়া। ইয়াৰ ভিতৰত প্ৰথম তিনিটা ভাগৰ মিচিংসকলৰ পূৰ্ব পুৰুষ সকল হৈছে, উত্তৰ-পূৰ অসমৰ পাহাৰ সমূহৰপৰা নামি অহা কিছুমান আদী মানুহ। বাকী পিছৰ দুটা ভাগৰ উৎপত্তি হৈছে—ভৈয়ামৰ বিভিন্ন সম্প্ৰদায়ৰ লোকৰ সংমিশ্ৰণত। যদিও ভৈয়ামৰ মিচিংসকলৰ ভিতৰতে বহুতো ভাগ আৰু উপভাগৰ সৃষ্টি হৈছে, সাধাৰণতে মিচিং বুলিলে সকলো মিচিঙৰ ভাব, আদৰ্শ, কৃষ্টি, আচাৰ, ধৰ্ম, খাদ্যাখাদ্য আদি প্ৰায় একেই। ব্যতিক্ৰম মাথোন প্ৰকাশভঙ্গীত। বিভিন্ন শাখাৰ ভাষা নোকোৱা মিচিংসকলৰ জীৱনধাৰাৰ বিশ্লেষণৰ দ্বাৰা তেওঁলোকৰ মাজত থকা সাদৃশ্য আৰু বৈসাদৃশ্যবোৰলৈ দৃষ্টিপাত কৰা হ'ল।

### তেমেৰ পঞ্জা :

মুখ্যতঃ এই মানুহখিনি তেমাৰ নামেৰে জনা যায়। ওচৰ চুবুৰীয়া মজলীয়াল, দলজিয়াল আদি সম্প্ৰদায়ৰ মিচিং-ভাষী লোকে তেওঁলোকক 'তামাৰ' বুলি কয়। কোনো কাহানি তেওঁলোকক মি

কলণত পাহাৰপৰা নামি আহি ক'ত কেনেকৈ থাকি কেইবাশ বছৰৰ পিচত নিজৰ মাত কথা এৰি অসমীয়া ভাষা গ্ৰহণ কৰিলে, সেই কথা কবলৈ গলে আজি আমি বহুতো ক্ষেত্ৰতে অনুমানৰ সহায় লব লগা হয়। কাৰণ তেওঁলোকৰ বিষয়ে জানিবলৈ তেনে কোনো লিখিত তথ্য পাতি নাই। অৱশ্যে তেওঁলোকৰ আহাৰ-বিহাৰ, উৎসৱ-অনুষ্ঠান, চেহেৰা-পাতি, মাত-কথা আচাৰ-বিচাৰ আৰু সমাজত থকা কিংবদন্তি আদিয়ে তেওঁলোকৰ বিষয়ে জানিবলৈ আমাক যথেষ্ট ইন্ধন যোগায়।

অতীজত তেওঁলোক আদী মানুহ আছিল বুলি কোৱা হয়। কিবা কথাত আদী সকলৰ লগত অমিল হোৱাত তেওঁ-লোকৰপৰা আঁতৰি (পলাই) অসম ৰাজ্যত সোমায়হি। তেওঁলোকৰ বেছি মানুহ অহা নাছিল। পাৰ, ৰবিঃ পাংজে (পাঃজি, পাঃদি) এই তিনিটা বংশৰ প্ৰত্যেকটোৰে অন্ততঃ এজন বা দুজনকৈ লোক পৰিয়াল লৈ নামি আহিছিল। তাৰ আৰু মংবাং এই দুটা বংশৰ লোকো হয়তো তেওঁলোকৰ লগতে নামি আহিছিল, অথবা পিচত নামি আহি পৰিয়াল কেইটাৰ লগ ধৰিছিলহি। নিজৰ বঙহ আদী সকলৰ লগত বিৰুদ্ধবাদী হৈ তেওঁলোকে কেনেকৈ আহিলে এই বিষয়ে তেওঁলোকৰ মাজত কেইবাটাও জনশ্ৰুতি আছে।

## বাসস্থান ঃ

পশ্চিমে ধনশিৰী নৈৰপৰা আৰম্ভ কৰি ১০।১২ মাইল পূবলৈকে ব্ৰহ্মপুত্ৰৰ চাপৰি অঞ্চলত প্ৰায় সাতখনমান সৰু বৰ তেমাৰ গাওঁ আছে। দক্ষিণে মিলাধাৰী মৌজাৰ গমাৰী অঞ্চলতো এখন গাওঁ আছে। এই কেইখনেই গোলাঘাট অঞ্চলত অৱস্থিত তেমাৰ গাওঁ। অৱশ্যে এইটো ঠিক যে গোলাঘাট আৰু লক্ষীমপুৰ জিলাৰ অন্তৰ্গত দয়ামিয়াল বা পাগ্ৰ গাওঁ সমূহত বহুতো তেমাৰ মানুহ মিহলি হৈ আছে। বিশেষকৈ দয়ামিয়াল বা ছুটিয়া মিলিত থকা মংবাং, ৰবিঃ, পায়ু, আদি উপাধিৰ বহুতো মানুহেই তেমাৰ মূলৰ। বহুতো তেমাৰ মানুহ পাগ্ৰ বা দয়ামিয়াল গাওঁসমূহত থাকি নিজৰ উপাধি ত্যাগ কৰি দলেঃ বা পেগু লোৱাৰ উপাধি গ্ৰহণ কৰি সম্পূৰ্ণ পাগ্ৰ হৈ গৈছে। তেওঁলোকে

এতিয়া মিচিং-ভাষা নোকোৱা তেমেৰা ফৈদৰ সতি সন্ততি বুলি পৰিচয় দিবলৈ সংকোচ কৰে, বহুতে নিজৰ পৰিচয়েই পাহৰি গৈছে।

উত্তৰ লক্ষীমপুৰতো তেমাৰ গাওঁ আছে। উত্তৰ লক্ষীমপুৰৰ নাৰায়ণপুৰ অঞ্চলত বিশ্বন তেমাৰ গাওঁ আছে, সেই গাৱঁক কেন্দ্ৰ কৰিয়েই দিক্ৰং নৈৰ পাৰৰ লালুক অঞ্চলত ৪।৫ খনমান গাওঁ গঠিত হৈছে। সোৱণশিৰীৰ পৰা ১২ মাইলমান পূবে পাহাৰৰ কাষত মিংমাঙৰ বগীপুং নামে সৰু নৈখনিৰ পাৰত এখন তেমাৰ গাওঁ গঢ়ি উঠিছে। গতিকে গোলাঘাট আৰু উত্তৰ লক্ষীমপুৰৰ বাহিৰে তেমাৰসকলৰ অৱস্থিতি অইন ঠাইত দেখা নাযায়। সেয়েহে হবলা তেমাৰ নামৰ এই মিচিঙৰ কথা দূৰৰ বহুতো মিচিং মানুহেই নাজানে।

## তেমাৰৰ নামকৰণঃ

পূৰ্বতে এখন নৈৰ পাৰত বহুতো টেমী গছ আছিল। নৈখন লক্ষীমপুৰৰ কোনোবা এঠাইত আছিল বুলি কোৱা হয়। টেমী গছৰ নাম অনুসৰি নৈখনৰ নাম টেমাক নৈ হয়। তাৰ পাৰত যি দল আৰৰে গাওঁ পাতি বাস কৰিবলৈ ললে নৈখনৰ নাম অনুসৰি সেই আদী লোকখিনি 'টেমাৰ' বা 'তামাৰ' নামেৰে জনাজাত হ'ল।

## ভাষা ঃ

বহুত বছৰ ধৰি অসমত বাস কৰাৰ পিচত বিশেষকৈ মান-মোৱামৰীয়াৰ দিনৰ পৰাই তেওঁলোকে নিজৰ মাতৃভাষা এৰিবলৈ ধৰে বুলি অনুমান হয়। তেওঁলোকে বৰ্ত্তমান ভঙা অসমীয়াত কথা কয়—ঠিক যেনিবা ৺ৰজনীকান্ত বৰদলৈৰ 'মিৰি জীয়ৰী' উপন্যাসৰ চৰিত্ৰ সমূহৰ দৰে। ধ্বনিতত্ত্বৰ ফালৰপৰা বিচাৰ কৰিলে বিভিন্ন অঞ্চলত বাস কৰা তেমাৰ সকলৰ মাজত তিনিটামান স্থানীয় উপভাষাৰ ৰূপ পোৱা যাব। তাৰ ভিতৰত আটাইতকৈ বৈশিষ্ট্যপূৰ্ণ হ'ল গোলাঘাট অঞ্চলৰ ওপৰ তেমেৰা গাঁৱৰ ভাষা। মিচিং মানুহে যে, নিজৰ মাত কথা এৰি অসমীয়া ভাষাত কথা কবলৈ লোৱা বেছি দিন হোৱা নাই, গাঁৱত সোমাই তেওঁলোকৰ মাত কথা শুনিলেই সকলোৱে এই কথা বুজি

পাৰ। চাৰিওফালৰ অসমীয়া ভাষী মানুহৰ মাজত যুগ যুগ ধৰি মুষ্টিমেয় কেইঘৰমান আদী মানুহে বিভিন্ন পৰিবেশ আৰু পৰিস্থিতিৰ মাজত বাস কৰিব লগা হোৱাটোৱেই হয়তো তেওঁলোকৰ মাতৃভাষা পৰিত্যাগ কৰাৰ মূল কাৰণ। তথাপি তেমাৰ মানুহৰ মুখত বিস্তৰ মিচিং শব্দ ব্যৱহাৰ হোৱা দেখা যায়। সম্বন্ধবাচক আটাইবোৰ শব্দই মিচিং শব্দ। নিত্য ব্যৱহাৰ্য কিছুমান বস্তুৰ নাম, সকাম-নিকাম আদিত ব্যৱহাৰ হোৱা কিছুমান বস্তুৰ নাম আৰু অনেক বস্তুৰ নামত অসমীয়া শব্দৰ ঠাইত এতিয়াও তেওঁলোকে মিচিং শব্দকে ব্যৱহাৰ কৰে। অৱশ্যে সময়ৰ গতিত আগবাঢ়ি আহোঁতে ওচৰ চুবুৰীয়া অসমীয়া-ভাষী লোকৰ সংস্পৰ্শই সেইবোৰ ক্ৰমে এৰি আহিবলৈ বাধ্য কৰাইছে।

**ধৰ্ম ঃ**

তেওঁলোকৰ বৈষ্ণৱ গোঁসাই সকলত শৰণীয়া হোৱা মাত্ৰ তিনি পুৰুষ হৈছে। তাৰ আগতে সম্পূৰ্ণ নিজৰ আদিম সংস্কাৰ মানি চলিছিল। আদিম যুগৰ ৰীতি-নীতি, পূজা-পাতল উৎসৱ অনুষ্ঠান আদি এতিয়াও তেওঁলোকৰ মাজত সম্পূৰ্ণ ৰূপে প্ৰচলিত আছে। মাত্ৰ কাল সংহতিৰ সত্ৰ সমূহৰ প্ৰভাৱত পৰি তেওঁলোকৰ ভিতৰ সেৱাৰ ভকতিখিনি লগতে যোগ হৈছে। তেমাৰসকলৰ মাত-কথা, ৰীতি-নীতি, পূজা-পাতল আদি প্ৰায় সকলো ক্ষেত্ৰতে দহ খেলৰ (দহ গাম) মিচিংসকলৰ লগত সাদৃশ্য লক্ষ্য কৰা যায়। সেয়েহে হৰলা বিভিন্ন গোত্ৰৰ মিচিং সকলৰ ভাগ কৰোঁতে তেমাৰখিনিকো দহ খেলৰ ভিতৰতে সামৰা হয়। আৰৰীগচৰ মানুহ এওঁলোকৰ মাজত দেখা যায়।

যোৱা তিনি চাৰি বছৰৰ ভিতৰত কিছুমান মিচিং শংকৰী সংঘৰ ভিতৰুৱা হৈ পূৰ্বৰ নীতি আচাৰ এৰি চাংঘৰৰ ঠাইত অন্যান্য সমাজৰ দৰে মাটি ঘৰ লৈ থলুৱা অন্যান্য সম্প্ৰদায়ৰ মতে এক হৈ যোৱাৰ উদ্যম এটা দেখা গৈছে। কিন্তু অধিক সংখ্যক তেমাৰ লোকক এই ধৰ্ম ব্যৱস্থাই আকৰ্ষণ কৰিব পৰা শক্তি এতিয়াও আহৰণ কৰিব পৰা নাই।

চামগুৰীয়া ঃ

এই সম্প্ৰদায়ৰ মিচিংখিনিক 'চাম্‌গুৰীয়া'ত বা 'চামগুৰীয়া' মিচিং বোলা হয়। তাহানি কালতে তেওঁলোকৰ কিছুমান লোকে চামগুৰি নৈৰ পাৰত বাস কৰা বাবে হয়তো এওঁলোকক চাম্‌গুৰীয়াও বোলে। তেওঁলোকৰ কিছুমান লোকক আহোম ৰজাই তাহানিতে শিৱসাগৰৰ চামগুৰিত থাপিছিল। সেয়েহে তেওঁলোকৰ ঠাই তোখৰৰ নাম অনুযায়ী 'চামগুৰীয়া' বা 'চামগুৰীয়া মিচিং' নামে জনাজাত হয়। অৱশ্যে এইবোৰ শুনা কথাহে। প্ৰণালীবদ্ধ ভাবে চৰ্চা কৰি এনেবোৰ জনশ্ৰুতিৰ নিৰ্ণয় কৰাৰ প্ৰচেষ্টা এতিয়াও হোৱা নাই।

চামগুৰীয়াসকলৰ লগত আহোম ৰজাৰ দিনত থলুৱা লোকৰ সম্পৰ্ক ঘটিছিল। বৰুৱা, কোঁৱৰ আদি উপাধিধাৰী লোক এওঁলোকৰ মাজত থকাটোলৈ চাই এই কথাৰ সত্যতা নিৰ্ণয় কৰিব পাৰি। তেওঁলোকৰ মাজত থকা 'নোৰাই গেলনী বিয়া পত্তা' (কন্যা কাল হওঁতে পতা অনুষ্ঠান) প্ৰথাৰেও তেনে কথাৰে প্ৰমাণ দাঙি ধৰে। থলুৱা লোকৰ লগত সম্পৰ্ক ঘটাৰ পিচত আৰু নিজৰ কথিত ভাষা, কৃষ্টি, আচাৰ আদিৰ ভালে-খিনি ত্যাগ কৰাৰ পিচতো জনশ্ৰুতিত পোৱাৰ দৰে তেওঁলোকো যে আদী মানুহৰ বংশধৰ এই কথা প্ৰমাণ কৰিবৰ যথেষ্ট সম্বল পোৱা যায়। প্ৰথম কথা হ'ল এওঁলোকৰ মাজত আৱৰী গঢ়ৰ মানুহ বহুতো পোৱা যায়। অসমীয়া ভাষাকে মাতৃ ভাষা হিচাপে গ্ৰহণ কৰাৰ ভালেমান যুগৰ পিচতো তেওঁলোকে এতিয়াও অসমীয়া মাত-কথা, কৃষ্টি, আচাৰ আদি সম্পূৰ্ণকৈ গ্ৰহণ কৰিবপৰা নাই। তেওঁলোকে থলুৱা মাত-কথা বহুতো আচাৰ-পদ্ধতি গ্ৰহণ কৰিবলৈ যেনেকৈ যত্ন কৰিলে, সেইদৰে নিজৰ আদিম আচাৰ পদ্ধতিবো ভালেখিনি জীয়াই ৰাখিছে। তেওঁলোকৰ দৰে অস্পষ্ট বা ভঙা অসমীয়াত কথা কওঁতা চামগুৰীয়া মিচিংসকলো তিনিটামান কাৰণত উপভাষাৰ আঞ্চলিক ৰূপ পোৱা যায়।

**বাসস্থান :**

চামুগুৰীয়া মিচিংসকল বৰ্ত্তমান উত্তৰ লখীমপুৰৰ ডিব্ৰুং আৰু কণ্ডা নৈৰ আশে পাশে বাস কৰে। তেওঁলোকৰ জনসংখ্যা ডেমোৱসকলতকৈ কিছু কম হ'ব।

**ধৰ্ম :**

এই বিষয়ত অন্যান্য সকলো মিচিং সম্প্ৰদায়ৰ দৰে তেওঁলোকৰ ধৰ্ম-আচাৰো একেই। মিচিংসকলৰ আদিম সংস্কাৰৰ লগত কালসংহতি ধৰ্মৰ ভক্তিখনি যোগ হৈ মিচিং ধৰ্মৰ সৃষ্টি হৈছে।

মিচিংসকলৰ বিষয়ে চৰ্চা কৰোঁতা আজিলৈকে যিমানখিনি লেখক ওলাইছে, তেওঁলোকৰ প্ৰায় সকলোৱেই এই কথা কৈ গৈছে যে, চামুগুৰীয়া বা মিৰাংসকলৰ চামুগুৰীয়া, ডেমোৱ আৰু বিহিয়া এই তিনিটা ভাগ। সেইসকল লেখকে ভাষা নোকোৱা মিচিংসকলৰ বিষয়ে গুৰুত্ব সহকাৰে আজিলৈকে মুকলিকৈ আলোচনা দাঙি ধৰা দেখা নগ'ল। ডেমোৱ বা চামুগুৰীয়াসকলৰ মাজত থকা জন বিশ্বাস, জনশ্ৰুতি কিংবদন্তি আদিৰ মতে চামুগুৰীয়া, বিহিয়া আৰু ডেমোৱখিনি একে মানুহ হ'ব নোৱাৰে। বিশেষকৈ চামুগুৰীয়াসকলৰপৰা যে ডেমোৱ বা বিহিয়া জাতিৰ উৎপত্তি হৈছে, সেই কথা সত্য বুলিব নোৱাৰি। অন্যান্য মিচিং ফৈদবোৰৰ দৰে চামুগুৰীয়া বা ডেমোৱ মানুহখিনিও এদিন পাহাৰৰপৰা নামি আহিছিল ; কিন্তু একে সময়তে আৰু একেলগে নহয়। উপৰোক্ত তিনিও দল মিচিং বিভিন্ন সময়ত বিভিন্ন মুলৰপৰা আহি বিভিন্ন পৰিবেশত গঢ় লৈ উঠিছে। তিনিও ফৈদ মিচিঙৰ মাজত বৈসাদৃশ্যও অনেক। দুৰ সম্পৰ্কীয় বিহিয়াসকলৰ আলোচনালৈ নগৈ ওচৰ সম্পৰ্কীয় চামুগুৰীয়া আৰু ডেমোৱসকলৰ বৈসাদৃশ্যবোৰলৈ লক্ষ্য কৰা হওক—

(১) ডেমোৱসকলৰ মাজত পায়, পাংজে, বৰিং, মংবাং [illegible] আৰু ভাষা এই পাঁচোটা বংশৰ মানুহ পোৱা যায়। চামুগুৰীয়া মানুহৰ মাজত কিন্তু এইকেইটা বংশৰ উপৰিও মিলি বুলি এটা বংশৰ মানুহ বেছিকৈ পোৱা যায়। অন্যপক্ষে ৰয়ুমা আৰু

কোনৰ এটা দুটা আহোম ফৈদৰ মানুহো এওঁলোকৰ মাজত পোৱা যায়।

(২) অন্যান্য মিচিং সম্প্রদায়ৰ দৰে তেমাৰসকলে 'নোৱাই তোলনি বিয়া' নাপাতে। কিন্তু চামুগুৰীয়াসকলে ছোৱালীৰ কন্যাকাল হ'লে এনে অনুষ্ঠান পাতে।

(৩) প্রাচীন প্রথা অনুযায়ী তেমাৰসকলে গাহৰি মাংসৰ লগত বঙালাও শাক নাখায়। চামুগুৰীয়াসকলে কিন্তু খায়। সেইবাবেই দুয়ো খেলৰ মানুহে উৎসৱ অনুষ্ঠান, সকাম-নিকাম আদিত একে মিচিং হৈও একেলগে বহি খোৱা বোৱা আদি কাৰ্য্য কৰাত অসুবিধা হয়।

(৪) তেমাৰসকলে প্রাচীন প্রথা অনুযায়ী দবুৰ উৎসৱ পালন কৰে। চামুগুৰীয়াসকলে নকৰে।

(৫) অন্যান্য মিচিং সম্প্রদায়বোৰৰ দৰে চামুগুৰীয়াসকলে মৃতকক আগফালৰ দুৱাৰেদি উলিয়াই পুতিবলৈ নিয়ে। তেমাৰ-সকলে কিন্তু পিচফালৰ চুকেদি বেৰ কাটি উলিয়াই নিয়ে।

চামুগুৰীয়াসকলে তেমাৰসকলে কৰাৰ দৰে "আম্‌ৰাগ্" আৰু "পঃৰাগ্" উৎসৱ পালন নকৰে। অন্যান্য মিচিং সম্প্রদায়ৰ লোকে এই দুটা উৎসৱ পালন কৰে।

চামুগুৰীয়াসকলৰ বাসস্থান উত্তৰ লক্ষীমপুৰত। তেমাৰসকল ব্রহ্মপুত্রইদি উত্তৰ পুৰবপৰা পশ্চিমলৈ আহি গোলাঘাট অঞ্চলৰ-পৰাহে কিছুলোক উত্তৰ পাৰলৈ যোৱাৰ কথা শুনা যায়।

তেমেৰাগঞা বয়োবৃদ্ধ সকলো লোকেই তেমাৰ আৰু চামুগুৰীয়া মানুহ অতীজতে একে আছিল বুলি স্বীকাৰ নকৰে। উদাহৰণ স্বৰূপে আমি নাৰায়ণপুৰ অঞ্চলৰ তেমাৰ আৰু চামু-গুৰীয়া গাওঁ দুখনৰ কথা উল্লেখ কৰিব পাৰোঁ। দুয়োখন গাঁৱৰ দুৰত্ব মাথোন ২½ ফাৰ্লং। মৰি ডিক্ৰঙৰ ইপাৰ সিপাৰ। অতি পুৰণি কালৰপৰা দুয়োখন গাঁৱৰ বাইজৰ মাজত আহ-যাহ, মিত্ৰ-কুটুম্ব আদি সম্বন্ধ হৈ আছিছে। তথাপি ইখন গাঁৱৰ লোকে সিখন গাঁৱৰ লোকক নিজৰ বুলি ভাবিব পৰা নাই। অথচ দুৰ আৰু ওচৰৰ নিজৰ খেলৰ ভাই বংশ মিত্ৰ কুটুম্বক জেলেকৈ

পৰ বুলি ভবাৰ দৃষ্টান্ত দেখা নাযায়। ইয়াৰ কাৰণ হ'ল, যদিও এসময়ত তেওঁলোকৰ আৰু চামুগুৰীয়াসকলৰ বৰ বেছি দূৰ সম্পৰ্কীয় লোক নাছিল, পৰিবেশ আৰু পৰিস্থিতিৰ প্ৰভাৱে চামুগুৰীয়াসকলক প্ৰত্যক্ষভাৱে থলুৱা কৃষ্টিৰ ওচৰ চপাই আনিলে। তথাপি তেওঁলোকে নিজকে পাহাৰি থলুৱা লোকৰ সতে লীন যাব নোৱাৰিলে। তেওঁলোকক যদিও থলুৱা কৃষ্টি সংস্কাৰ আদিয়ে পৰোক্ষভাৱে কোবালে, তেওঁলোকে নিজৰ মাত কথা এৰিও বৰ আবৰৰ দেশৰ ভালেখিনি আচাৰ নীতি ধৰি ৰাখিলে।

## বংকোৱাল ঃ

'বংকোৱাল' শব্দটোৱে কি অৰ্থ কৰে, তাৰ এটা স্পষ্ট ধাৰণা গঢ়ি উঠা নাই। তেওঁলোকৰ বাহিৰে খুব কম সংখ্যক লোকেহে 'বংকোৱাল' নামৰ এফৈদ মিচিং থকাৰ কথা জানে। কাৰণ বংকোৱাল নামৰ গাওঁ মাথোন এখন আছে। তাতে বাবে বেৰেজীয়া মানুহো লগ হৈ থকাত এসময়ত অন্যান্য মিচিং সম্প্ৰদায়ৰ লোকে তেওঁলোকক খুব কমেইহে গুৰুত্ব দিছিল। গোলাঘাটৰ ধনশিৰী আৰু ব্ৰহ্মপুত্ৰ নদীৰ সঙ্গমস্থলৰ চাৰি মাইলমান পূবলৈ থকা বংকোৱাল গাওঁখনত ২০০ ঘৰমান মানুহৰ বাসস্থান। বৰ্ত্তমান এই দুশ ঘৰে চাৰিখনমান গাঁৱত ভাগ হৈছে। গাওঁকেখন ঘনবসতিপূৰ্ণ। তেওঁলোকৰ মাজত প্ৰচলিত উপভাষাটোও বৈশিষ্ট্যপূৰ্ণ। তেওঁলোকৰ ভাষাতকৈ কিছু লেহেম আৰু সুৰীয়া। তেওঁলোকে তেওঁলোকতকৈ কিছু আগতে বা পাচতীয়াকৈ আহি সেই অঞ্চলত বাস কৰিবলৈ লয়। তেওঁলোকে বেৰেজীয়া মানুহৰ লগত বাস কৰি তেওঁলোকৰ মাজত সম্বন্ধ আদি ঘটোৱাত অতীতৰ সংৰক্ষণশীল তেওঁলোকে তেওঁ-লোকক তল চকুৰে চাইছিল। তেওঁলোকৰ মূলতে তিনিটা বংশৰ মানুহ আছিল পাৰ, দাৰ, আৰু মঃবাং। তেওঁলোকৰ প্ৰায় সকলো নীতি, সংসাৰ আদি তেওঁলোকৰ লগত একে হোৱাত মুন্টিমেয় বংকোৱালকেইবো তেওঁলোকৰ লগত এক হৈ গৈছে। বিশেষকৈ আজিকালি বংকোৱালসকলকো তেওঁলোক বুলিয়েই কোৱা হয়। মাথোন তেওঁলোকে পালন কৰাৰ দৰে তেওঁলোকে 'দবুৰ,' উৎসৱ পালন নকৰে।

**বিহিয়া ঃ**

গোলাঘাট মহকুমাৰ অন্তৰ্গত বোকাখাট টাউনৰ তিনি মাইল উত্তৰলৈ ব্ৰহ্মপুত্ৰ আৰু ধনশিৰী নৈৰ সঙ্গমস্থলৰপৰা তিনি মাইলমান পশ্চিমলৈ, এই ঠাইটুকুৰাই বিহিয়া মানুহৰ বাসস্থান, তিনি চাৰিখনমান গাওঁ আছে। তেওঁলোক সাংস্কৃতিক দিশত মিচিং। 'জাতিগত হিচাপে অসমৰ বিভিন্ন সম্প্ৰদায়ৰ লোক গোট হৈ মানৱ দিনত মিচিংসকলৰ কাষত থাকি মিচিং জীৱন ধাৰাকে গ্ৰহণ কৰি তেওঁলোক নিজকে মিচিং বুলি পৰিচয় দি আহিছে। বৰ্ত্তমান তেওঁলোকো ভঙা অসমীয়াত ভাব বিনিময় কৰা দেখা যায়। অন্যান্য ভাষা লোকোৰা মিচিং সম্প্ৰদায়তকৈ তেওঁলোকৰ ভাষাটো উচ্চাৰণৰ ক্ষেত্ৰত অসমীয়া ভাষাৰ বেছি ওচৰ চপা। উপাধিবোৰ তেওঁলোকৰ পূৰ্বৰ দৰে (মিচিং হোৱাৰ আগৰ) গগৈ, বৰুৱা, -শইকীয়া আদি হৈ আছে। বৰ্ত্তমান তেওঁলোকৰ ওচৰে-পাজৰে থকা অন্যান্য মিচিং সম্প্ৰদায়ৰ লগতো দুই একে বিয়া-বাৰুৰে সম্বন্ধ ঘটাব ধৰিছে।

'বিহিয়া' শব্দটোৱে কি অৰ্থ কৰে এই বিষয়ে জনা নাযায়। কিন্তু অকল মিচিংসকলৰ মাজতেহে যে বিহিয়া মানুহ আছে এনে নহয়, উত্তৰ লক্ষীমপুৰৰ দেউৰী মানুহৰ মাজতো বিহিয়া মানুহ থকা দেখা গৈছে। গতিকে প্ৰত্যক্ষ অভিজ্ঞতাৰ অভাৱত তেওঁলোকৰ বিষয়ে বহলাই আলোচনা কৰিব পৰা নহ'ল। যদিও তেওঁলোক সাংস্কৃতিক দিশত মিচিং। তেওঁলোকে 'লোজাই তোলাম বিয়া' পাতে আৰু ধৰ্মীয় কাজ কামত মিচিংসকলৰ মতৰ সকলো ক্ষেত্ৰতে নিয়ম মানি নচলে।

**বেবেজীয়া ঃ**

ওপৰত উল্লিখিত অহা বংকোৱাল গাওঁৰ [illegible] গাঁৱৰ লগতে ১৫।২০ ঘৰ বেবেজীয়া মিচিঙৰ এখনি গাওঁ। তেওঁলোকক হেনো আহোম ৰজাই সেই [illegible] নিয়োগ কৰিছিল। সেয়েহে তেওঁলোকক [illegible] বেবেজীয়া বুলিও কোৱা হয়। বংকোৱাল গাঁৱৰ ওচৰত [illegible] বাবে তেওঁলোকক বংকোৱাল গাঁৱৰ ভিতৰতে ধৰা হয়। [illegible]

পৰা বংকোৱাল কেইঘৰৰ লগত তেওঁলোকৰ বিয়াবাৰু আদি সম্বন্ধ ঘটি আহিছে, বংকোৱাল কেইঘৰৰ লগতে থাকি তেওঁ-লোকেও চাংঘৰ সাজি, মিচিং কৃষ্টি আচাৰ গ্ৰহণ কৰিছে। অৱশ্যে সাংস্কৃতিক দিশত যদিও তেওঁলোক মিচিং তেওঁলোকে খিহিয়াসকলৰ দৰেই 'নোৱাই তোলনি বিয়া' পাতে।

'হেমকোষ' অভিধানৰ মতে 'বেৰেজীয়া' শব্দটোৱে দুটা অৰ্থ কৰে (১) কছাৰীসকলৰ এটা খেল আৰু (২) আন গুৰিৰ নথকা বাৰে মিহলি। লক্ষীমপুৰ জিলাৰ দক্ষিণ পুৱেত বেৰেজীয়া নামৰ ঠাইৰ নামো পোৱা যায়। গতিকে উপৰোক্ত অৰ্থবোধক কোনটোৰ লগত মিচিং বেৰেজীয়াখিনিৰ সম্পৰ্ক আছে, এই কথা স্পষ্টভাৱে জনা নাযায়। কিন্তু এইটো ঠিক যে, আহোম ৰজাই বেত কাটিবলৈ নিয়োগ কৰা মুষ্টিমেয় বেৰেজীয়া মানুহ কেইঘৰে বংকোৱাল জনজাতীয় লোকসকলৰ কাষতে দীৰ্ঘদিন বাস কৰিব লগা হোৱাত আৰু অভীজবেপৰা দুয়ো খেলৰ মানুহৰ মাজত বিয়া-বাৰুৰে সম্বন্ধ আদি ঘটাত বেৰেজীয়া মানুহখিনিয়ে মিচিংসকলৰ জীৱনধাৰাকে সাদৰি ললে। তেওঁলোকে বৰ্ত্তমান নিজকে মিচিং বুলিয়েই চিনাকি দিয়ে আৰু বংকোৱাল গাঁৱৰ মাত কথা, আচাৰ নীতি আদিৰ লগত তেওঁলোকৰ মাত কথা আচাৰ নীতি প্ৰায় একে বুলিব পাৰি।

---

'দৈনিক জনম', আহাৰ, ১৯৭০ চনত প্ৰকাশিত।

# মিচিং সমাজৰ সাংস্কৃতিক জীৱনধাৰা

তৰুণচন্দ্ৰ পামেগাম

মানুহৰ সুস্থ আৰু সামাজিক মনৰ স্বকীয় সৃষ্টিয়েই হ'ল কৃষ্টি। সময়ে বাগৰ সলোৱাৰ লগে লগে সমাজবিশেষে কৃষ্টিক সংস্কৃত ৰূপত ধৰা দিয়ে। তেতিয়াহে সি সামাজিক সংস্কৃতি-ৰূপে স্বীকৃতি লাভ কৰে। কৃষ্টিৰ মূল পদাৰ্থ হ'ল মানসিক কৰ্ষণ। সেই কৰ্ষণৰ ফল আৰু ৰূপটোৱেই হ'ল সংস্কৃতি। সমগ্ৰ মানৱ সমাজৰ সাংস্কৃতিক জীৱনধাৰা আদিম অৱস্থাৰপৰা নিশ্চয় একে ৰূপত নাই। সকলো সমাজৰে কৃষ্টি বা সংস্কৃতিত নিশ্চয় সময়ৰ স্ৰোতৰ ৰূলনি পৰিছে। তথাপি প্ৰতিটো জাতি উপজাতি বা সমাজৰ কৃষ্টি-সংস্কৃতিৰ একোটা স্বকীয় বৈশিষ্ট্য সদায় থাকিব। আধুনিক জগতৰ শিক্ষাৰ ক্ষীণ ৰেঙনি নপৰা ভিতৰুৱা পাহাৰ বিশেষত বাস কৰা মিচিং সমাজ আৰু বৰ্ত্তমান যুগৰ মিচিং সমাজৰ সাংস্কৃতিক জীৱনৰ ৰূপ কেতিয়াও একে নহয়। তথাপি ইয়াৰ মূল একেই আছে বা একেই থাকিব।

ভূমি কৰ্ষণ বা ফলোৎপাদনৰ চিন্তা যেতিয়া মিচিং সমাজৰ অন্তৰত শিপোৱা নাছিল, তেতিয়া চিকাৰেই আছিল তেওঁলোকৰ জীৱিকাৰ প্ৰধান সম্বল। বনৰীয়া জীৱ-জন্তু বধ কৰিয়েই তেওঁলোকে আহাৰৰ পথ মোকলাইছিল। এতিয়াও মিচিংসকল এটা চিকাৰপ্ৰিয় জাতি। প্ৰবাদ আছে যে তেওঁলোকে পাহাৰৰ পৰা আহি বহুত 'মৃগ' বা হৰিণ মাৰিছিল, সেই কাৰণে এওঁলোকক ভৈয়ামৰ মানুহে 'মৃগী' বুলিছিল আৰু 'মৃগী'ৰপৰাই কালক্ৰমে 'মিৰি' বুলি অভিহিত হ'ল। এই কথাৰ সত্যতাৰ বৈজ্ঞানিক ভিত্তি নাথাকিব পাৰে, তথাপি মিচিং-সকল যে আদিম অৱস্থাৰ পৰা চিকাৰ প্ৰিয়, ই ধ্ৰুৱসত্য। [illegible] পাৰত থকাৰ কাৰণেই [illegible]

মিচিংসকল মাছ মৰা কাৰ্য্যতো পাকৈত। ধেনু, পচা, কালি, ৰৰণী আৰু বহুত ধৰণৰ সঁজুলি তেওঁলোকে মাছ মৰা কামত ব্যৱহাৰ কৰে। কিন্তু মাছ মৰা কাৰ্য্যত পাকৈত হলেও এওঁলোকে মাছ মৰা বৃত্তিক কোনো দিনেই জীৱন ধাৰণৰ ব্যৱসায় হিচাপে লোৱা নাছিল। সৰহীয়া মাছ বহুদিনলৈ ৰাখি খাবৰ কাৰণে এওঁলোকে মাছ শুকুৱাই 'ঙচান্' কৰিবলৈ শিকিলে, গেলাই আকৌ শুকুৱাই গুৰিকৈ খুন্দি 'নাম্‌চিং' কৰিবলৈ শিকিলে, এনেধৰণৰ 'নাম্‌চিং' বহুত দিনলৈ ৰাখি খাব পাৰি।

দিন বাগৰি যোৱাৰ লগে লগে ফলমূলৰ বেতিয়া সন্ধান পালে, তেতিয়া তেওঁলোকে লো জাতীয় বস্তু অকল চিকাৰৰ কামতে নলগাই খনন কাৰ্য্যতো লগাবলৈ ধৰিলে। হাবিৰ আলু হ'ল তেওঁলোকৰ প্ৰধান আহাৰ। তিৰোতা সকলে হোৰা ভৰাই হাবিৰুপৰা আলু খানি আনিবলৈ ধৰিলে, সেয়েহে আজিও একশ্ৰেণীৰ হাবিৰ আলুক 'মিৰি আলু' বুলি কোৱা হয়। মাঘ-মহীয়া আলু পুৰঠ হয়। সেই কাৰণে সেই মাহতেই আলু খোছকৈ খায়ে। আজিও মিচিংসকলে মাঘবিহুত আলু নাখালে গাহৰি জনম ধৰে বুলি বিশ্বাস কৰে। মেজিত অগ্নি দেৱতাকো আলু এটুকুৰা ভাজি দিয়ে। তাৰ পাছত হাবি মুকলি কৰি কোৰেৰে মাটি কুৰি ধানৰ গুটি সিঁচিবলৈ শিকিলে, সেই সিদিনালৈকে মিচিংসকলে কাঠনি মাটি মুকলি কৰি হালগৰু নোহোৱাকৈয়ে 'লিলুগ্' খেতি কৰাৰ নিয়ম আছিল। শদিয়াৰ ফালে এতিয়াও গুটিকৈ বোৱা ধানৰ থোক ছিঙি আনি ভৰালত সুমুৱায়। এতিয়াও মিচিং জীয়ৰীয়ে অকল কোৰেৰেই একো ডৰা মাটি কুৰি বেলেগকৈ সৰিয়হৰ 'ৰুকৃচেং' খেতি কৰে। কোৰৰ এই উপকাৰ সুঁৱৰি মিচিংসকলে আজিও বছৰি লুঃগাং, বিহুত কোৰক "পঃৰ আপং" অৰ্থাৎ ছাই অঃপং খুৱায়। লাহে লাহে মিচিংসমাজক কুকুৰা, গাহৰি, ছাগলী, গৰু, ম'হ, হাঁতী আদি পোহনীয়া জন্তুৱে লগ লগালেহি। অকল হাবিত বিচাৰি নুফুৰি নিজেও জন্তু পুহি তাৰ মঙহ খাবলৈ ললে। পোহনীয়া জন্তুৰ দ্বাৰা কাম আদায় কৰাৰ শিক্ষা লাভ কৰিলে। বৰ্ত্তমানলৈকে মিচিংসকলৰ জীৱিকাৰ প্ৰধান সম্বল খেতি।

“মিচিংসকলে নৈৰ পাৰত বাস কৰে কাৰণে পানীৰ উপদ্ৰৱৰ পৰা ৰক্ষা পাবলৈ চাং ঘৰ সাজি থাকে” বুলি কলেই সেইটো একেবাৰে সঠিক কথা নহ’ব। সি আংশিক সত্য হ’লেও সেইটোৱেই প্ৰধান কাৰণ নহয়। চাংঘৰত থকাটো মিচিংসকলৰ এটা কৃষ্টি, এটা স্বকীয় বৈশিষ্ট্য, পাহাৰতো তেওঁলোক চাংঘৰত আছিল। আদীসকলে এতিয়াও চাংঘৰত থাকে। সামাজিক চলন-ফুৰণ, থকা-মেলা, আচাৰ-পদ্ধতি, সকাম-নিকাম আদি নানান কাৰণৰ বাবেহে প্ৰধানকৈ মিচিংসকল চাংঘৰত থাকে। সমান মাটিত ধান খুন্দিলে কুকুৰা গাহৰিয়ে ধান চাউল খাঁপিয়াই নিব পাৰে বুলি ভাবিয়েই হয়তো মিচিংসকলে ওখ উৰাল বা খুৰালিত ধান বানে। যিয়েই কাৰণ নহওক লাগে, ওখ খুৰালিত ধান বনাটোও মিচিংসকলৰ এটা স্বকীয় বৈশিষ্ট্য। মিচিংসকলৰ বাহিৰে দেউৰী আদি ভৈয়ামৰ আন জনজাতিৰ মাজতো এই প্ৰথা নাই।

মিচিংসকলে পূৰ্বৰেপৰা কপাহৰ খেতি কৰিছিল, সূতা কাটিছিল আৰু আধুনিক যুগৰ তাঁতশালৰ দৰে কোনো শাল সঁজুলি নোহোৱাকৈয়ে বাহঁৰ কামি আৰু এচলা চেপেটা কাঠৰ সহায়তে ‘মাতাগাপা’, ‘গাৰে’ ‘গাৰৰ’ বা “গাদু” আদি কাপোৰ বৈ লৈছিল। খেতি কৰিবলৈ শিকাৰপৰা মিচিংসকলে বোধহয় এক শ্ৰেণীৰ বিশেষ মাহৰ খেতি কৰিছিল। গতিকে সেই শ্ৰেণীৰ মাহক পিছলৈ “মিৰি মাহ” বোলা হ’ল। এক শ্ৰেণীৰ গছ হয়তো তেওঁলোকে নানা কামত ব্যৱহাৰ কৰিছিল কাৰণে সেই গছকে “মিৰি শোকোতা গছ” বুলি কোৱা হ’ল। সেইদৰে জিম কাপোৰ মিচিংসকলৰ এটা প্ৰধান কৃষ্টিমূলক সৃষ্টি কাৰণেই সিও “মিৰিজিম” নামে পৰিচিত হ’ল। তদুপৰি এওঁলোকে সঁচা চুৰিয়া বা “গন্‌ৰ উগন্‌” মূৰত মৰা গামোচা বা “দুমাৰ” দেওধাই চোলা বা “মিবুগালুক্‌” তিৰোতাসকলৰ সঁচা মেখেলা বা “গেৰ”, “লেয়তুম্‌” “নুচেগ্‌” আদি বস্ত্ৰ কপাহৰপৰা নিজে সূতা কাটি তৈয়াৰ কৰি লৈছিল। আধুনিক ‘চেইন’ ‘নেকলেচ’ আদিৰ সলনি গাভৰুসকলে ‘দগ্‌নী’ নামৰ এবিধ মণি আৰু উনী সূতাৰে ‘চেং’ নামৰ এবিধ ৰং বিৰঙৰ নিজে গুঠি লোৱা মণি পিন্ধিছিল, খোপাত মাৰি লবৰ কাৰণে ৰং বিৰঙৰ সূতাৰে কপৌফুলৰ নিচিনাকৈ “গাক্‌পনে,

বা বাঃপুন" নামৰ ফুল তৈয়াৰ কৰি লৈছিল, এতিয়াও "য়াম" মতা সকলৰ আৰু কোনো কোনো ক্ষেত্ৰত "দগ্‌নী" মণিৰ প্ৰয়োজন হয়।

ডেকা চাঙৰ দৰে "মুৰংঘৰ" আৰু সেই ঘৰত ডেকা গাভৰুৱে "পঃৰাগ্‌" আদি উৎসৱ পতাটো মিচিংসকলৰ কৃষ্টিৰ এটা প্ৰধান অঙ্গ। ডেকাসকলে "মুৰংঘৰৰ" চহতীৰিলাকত নানা ধৰণৰ ফুল কাটে আৰু ৰং দি জিলিকাই ৰাখে। চকলা বা ৰৰটেঙাৰ কাঠেৰে ডেকাসকলে ফণি কাটে। ফণিতো ফুল কাটি ৰং দিয়ে। সেই ৰং বিৰঙৰ ফুল বছা ফণি গাভৰুৰ খোপাত শোভা পায়। মিচিংসমাজৰ ডেকা গাভৰুৰ অবাধ মিলা-মিচা এটা মন কৰিবলগীয়া বৈশিষ্ট্যও। গাঁৱৰ ডেকা গাভৰুসকল অবাধে মিলা-মিচা কৰি নানা উৎসৱ পৰ্ব পালন কৰে। কোনো দ্বিধাবোধ নোহোৱাকৈ স্বতঃস্ফূৰ্ত্তভাৱে নাচ ধেমালি কৰে। কিন্তু এই বুলি তাত কোনো কলুষতা নাই। কোনো ডেকা গাভৰুৰ মন মিল হ'লে তেওঁলোকৰ বিয়া হৈ যাব পাৰে; কিন্তু অবৈধ মিলনৰ প্ৰশ্ন আহিব নোৱাৰে। অতীতৰ মিচিং সমাজৰ সামাজিক বিচাৰো আছিল কটকটীয়া। গতিকে সামাজিক ব্যভিচাৰো প্ৰায়ে নাছিল। ব্যভিচাৰী লোকক সমাজ বা "কেবাঙে" কঠোৰ ভাৱে শাস্তি বিহিছিল। এতিয়াও যি কোনো গুৰুত্বপূৰ্ণ কথাত 'কেবাং' বা সমাজ বহি আৱশ্যকীয় সিদ্ধান্ত গ্ৰহণ কৰাৰ প্ৰথা আছে।

সাধাৰণতে মিচিং সমাজ স্বভাৱতঃ আনন্দমুখৰ। ককায়েক ভনীয়েকৰ দৰে সম্বন্ধৰ মাজতো একেলগে নাচ ধেমালি কৰাত তেওঁলোকৰ মাজত বাধা নাই। মিচিং নাচত কঁকাল ভঙাৰ নিয়ম নাই। গতিকে সেই নাচে যৌন সম্ভোগৰ ইঙ্গিত নিদিয়ে, ডেকা সকলে বাদ্য, বজায় গাভৰুৱে নাচে। নাচ ধেমালিৰ আনন্দ তেওঁলোকৰ বাবে অহৈতুক; অৱশ্যে বিয়া হ'ব পৰা ডেকা গাভৰুৰ 'অইনিঃতমৰ' চুপতা চুপতি, ডেকাৰ বাদ্য বজোৱাৰ আৰু গাভৰুৱে নাচৰ প্ৰতিযোগিতা নচলা নহয়। মিচিং সমাজত সদায় দুটা মাত্ৰই সম্বন্ধ। হয় "মিম মাগুৰ" (দুই জাতৰ মাজত বিয়া হব পৰা সম্বন্ধ) নহয় "বুৰ আঙী" (ভাই ককাই বা বিয়া হব নোৱাৰা সম্বন্ধ)। একে জাত বা গোত্ৰৰ মাজত পুৰুষ পৰম্পৰাক্ৰমে বিয়া হ'ব নোৱাৰাটো মিচিং

সমাজৰ এটা প্ৰধান লক্ষণীয় বিশেষত্ব। বং বিৰঙৰ কাপোৰ পিন্ধি ভালপোৱা চৈয়ামৰ বঙীন জনজাতি মিচিংসকলৰ সাংস্কৃতিক জীৱনৰ ৰূপ যুগ অনুসাৰে হয়তো সাল সলনি হৈ আহিছে আৰু হৈ থাকিব, কিন্তু এটা জাতি, উপজাতি বা সামাজিক গোট হিচাপে তেওঁলোকৰ কৃষ্টি, সংস্কৃতি আৰু স্বকীয় বৈশিষ্ট্য সদায় থাকিব।

---

ৰচনা, আষাঢ়, ১৯৭০ চন।

# মিচিং কৃষ্টিৰ বিকাশ

নন্দেশ্বৰ পামেগাম.

মিচিং কৃষ্টিৰ বিকাশৰ কথা কোৱাৰ পূৰ্বে মিচিং সমাজৰ উৎপত্তি সম্বন্ধে আংশিক বিশ্লেষণৰ আৱশ্যক। মিচিং সমাজ কোন গোষ্ঠীৰ লোক, অথবা 'মিৰি নামৰনো কেনেকৈ উৎপত্তি হ'ল—এই প্ৰশ্নৰ সমাধান দিয়া টান। এই সম্বন্ধে বিতং গৱেষণা কৰি লিখা বুৰঞ্জী নাই। ডঃ লক্ষ্মী দেৱীৰ 'অসম বুৰঞ্জী'ত মিৰি মানে 'মাজৰ মানুহ' বুলি, গেইটৰ অসম বুৰঞ্জীৰ "Miri means go between." কে অনুবাদ কৰিছে। গেইটৰ বুৰঞ্জীতকৈ তেখেতৰ বুৰঞ্জীয়ে মিৰিৰ কথা বেছি কোৱা নাই। যি কি নহওঁক, মিৰি শব্দটো আন জাতিৰ মানুহে দিয়া নামহে। মিৰিসকলে নিজকে মিচিং বুলিহে পৰিচয় দিয়ে। ডাঃ নুমল-চন্দ্ৰ পেগুৱে মিচিং শব্দটো আদী 'মিৰি'ৰ অপভ্ৰংশ বুলিহে কব খোজে। আদিতে মিচিং সকলক 'মিৰু' নামেৰে জনাজাত আছিল। Mirui বা 'মিৰু'ৰ প্ৰকৃত প্ৰতিশব্দ দিয়া টান। ইয়াৰ প্ৰতিশব্দ দেওঁধাই বুলি কলেও বৰ ভুল নহ'ব। তথাপি এইটো অনস্বীকাৰ্য্য যে মিৰি বা মিচিং সকল চিয়াং সীমান্ত অঞ্চলৰ আদী মিৰিৰ সমগোষ্ঠীৰ লোক তাত সন্দেহ নাই।

মিচিংসকলে পাহাৰত বহুদিন বসতি কৰাৰ অন্তত বাসৰ উপযোগী ঠাইৰ বা আৰ্থিক অৱস্থাৰ শোচনীয়তাৰ বাবেই হওক নাইবা আন কিবা প্ৰাকৃতিক দুৰ্যোগৰ বাবেই হওক, ক্ৰমে ভৈয়ামমুখী হৈ আহি বৰ্ত্তমান তেজপুৰৰ ভৰলী নদীকে সীমা কৰি মিৰি পাহাৰলৈকে নৈ কাষৰীয়া বাসিন্দা।

যি কি নহওক কৃষ্টি শব্দ যে সংস্কৃতিৰ 'কৰ্ষণ' শব্দৰ সমাৰ্থক তাত দ্বিমত নাই। 'কৰ্ষণ'ৰ অৰ্থ খেতি কৰা। কিন্তু কৃষ্টি শব্দৰ অৰ্থ খেতি বুলি কলেই সম্পূৰ্ণ নহয়। ইয়াৰ অৰ্থ এটা বা সহজ কথাৰে বুজাই দিয়া টান। সূত্ৰ সৃষ্টি কৰাও টান। কৃষ্টি কেৱল এটা বিষয়তে আৱদ্ধ নেথাকে। প্ৰকৃততে কৃষ্টি

শব্দটোৰ উন্নত ৰূপ হৈছে সংস্কৃতি। কৃষ্টি আৰু সংস্কৃতি দুয়োৰে উৎপত্তিৰ মূলতে এক। ইংৰাজী ভাষাৰ কালচাৰ (Culture) শব্দৰ প্ৰতিশব্দ ৰূপেই ভাৰতীয় ভাষাত কৃষ্টি শব্দটোৰ সৃষ্টি। এজন বিশিষ্ট পণ্ডিতৰ মতে "পৃথিৱীত যিবিলাক অতি উত্তম কথা মানুহে জানিছে আৰু কৈছে তাৰে সৈতে নিজৰ পৰিচয় ঘটোৱাই হ'ল কৃষ্টি"। আন এজনৰ ভাষাৰে "কৃষ্টি হ'ল মানুহৰ শাৰীৰিক আৰু মানসিক গুণ দৃঢ় কৰাৰ উপায়, বিকাশ কৰাৰ উপায় আৰু তাৰ পৰা উৎপন্ন হোৱা নীতিসন্মত এটি অৱস্থা"। জগতবৰেণ্য কবি ৰবি ঠাকুৰকে প্ৰমুখ্য কৰি অনেকেই পোন প্ৰথমে কালচাৰ (Culture) শব্দটোকে ব্যৱহাৰ কৰিছিল। অৱশেষত কোনোৱে কৃষ্টি শব্দৰ প্ৰয়োগ কৰিলে। "কৃষ্টি" ক মিচিঙৰ নিজ মিচিং ভাষাত 'লৃগৃলি' আৰু "সংস্কৃতি"ক "কৃদৃলৃগৃলি" বুলি কোৱা হয়। কৃষ্টি বা" "লৃগৃলি" মোটামুটি হিচাপে এটি জাতিয়ে কৰা সকলো কামৰে সমষ্টি আৰু সংস্কৃতি বা "কৃদৃলৃগলি" হ'ল সেই জাতিৰ উন্নত চিন্তা, কল্পনা আৰু কামৰ শ্ৰেষ্ঠ অংশখিনি। এই দুয়োটাৰ প্ৰভাৱ জাতিৰ মনত থাকি যায় যি প্ৰভাৱে এটা জাতিৰ জাতীয় ঐতিহ্য আৰু আদৰ্শ গঢ় দিয়াত সহায় কৰে। এনেদৰেই মিচিং কৃষ্টিও সমাজৰ বুকুত নিহিত আছে। কৃষ্টি সমাজৰ লগত নিবিড়ভাৱে সংশ্লিষ্ট থাকে। কোনো সমাজৰ ৰুচি অভিৰুচি, কথন-মথন, পিন্ধন-উৰণ, খোৱা-বোৱা, মৰম-স্নেহ, আচাৰ-ব্যৱহাৰ, নীতি-নিয়ম, বিয়া-সবাহ খেতি কৰা পদ্ধতি, অন্ধবিশ্বাস বিলাকতে কৃষ্টি জড়িত থাকে। কৃষ্টি সূৰ্য্য নহয়, ই হৈছে সূৰ্য্যৰ বিকীৰিত পোহৰহে, যি পোহৰে পৃথিৱীৰ চাৰিকোণত সমভাৱে সঞ্চাৰিত হোৱাৰ উপৰিও ইয়াৰ পোহৰেৰে আমি দিন পাওঁ, দিনৰ পোহৰেৰে দৈনন্দিন কৰ্ত্তব্যপথত অগ্ৰসৰ হওঁ। কৃষ্টিও তেনে এটি সূৰ্য্যৰ পোহৰ স্বৰূপ ৰীতি অথবা অৱস্থা, যি ৰীতি বা অৱস্থাই কোনো এখন সমাজৰ বিভিন্ন স্তৰৰ মাজত সমভাৱে প্ৰভাৱ বিস্তাৰ কৰি সমাজৰ ঐতিহ্য অথবা জাতিৰ একতাত ইন্ধন যোগায়। সকলো জাতি উপজাতিৰেই কম বেছি পৰিমাণে নিজস্ব কৃষ্টি অথবা ধৰণ-কৰণ আছে।

মিচিঙে যেতিয়া পোন প্ৰথমে 'আব্‌গ্‌ ইনাম্‌' (খেতি কৰা) জ্ঞান আহৰণ কৰিলে আৰু 'আব্‌গ্‌' (খেতিৰ) উপযোগী 'আমং' (মাটি) বিচাৰি নৈ কাষৰীয়া অঞ্চলসমূহত বাস কৰিবলৈ ল'লে তেতিয়াৰপৰাই 'ল্‌গ্‌লি'ৰো ক্ৰম-বিকাশ মন্থৰ গতিৰে সমাজলৈ আহে।

আনহাতে মানুহৰ জীৱনত "চঃমান্‌ য়িৰ্‌মান্‌" (ললিত কলাৰ) প্ৰভাৱ অসীম। ইয়াৰ চৰ্চাই মানুহৰ জীৱনত ৰূপ, গন্ধ, ৰসৰ বিতৰণ কৰে।' যেতিয়াই মানৱ প্ৰাণত সৌন্দৰ্য্যবোধৰ প্ৰেৰণা আহে তেতিয়াই 'কৃদ্‌ল্‌গ্‌লি'ৰো বিকাশ হয়। মিচিং মানুহে অন্তৰত সজাগ হৈ উঠা আনন্দ আৰু চেতনামুখৰ ভাৱৰাশিক এটি সুৰ, এটি স্বৰ বা লয়ৰ দ্বাৰা প্ৰকাশ কৰিবলৈ শিকিলে, এইয়াই হৈছে আবহমান কালৰপৰা চলি থকা মিচিং 'অইনিঃতম্‌'। তেওঁলোকে বুজি উঠিলে 'অইনিঃতমে' আত্মাক আলোকিত কৰে আৰু প্ৰাণ বিকশিত কৰে। এই কাৰণেই বোধহয় ভাৰতীয় চৌষষ্ঠি কলাৰ ভিতৰত সঙ্গীতৰ আৰু অইনিঃতিম্‌ৰ সৃষ্টিৰ কাৰণ একেই। ইয়াৰ সুৰ আৰু বৰ্ণনাৰ মাজেদি নিজৰ সমাজখনৰ সভ্যতা আৰু চিন্তাধাৰাৰ প্ৰকাশ পায়। অইনিঃতম্‌ক সুৰ দি গোৱাৰ লগে লগে অন্তৰাত্মাত যেন কিহবাই উন্মাদনা আনে, গাৰ অংগী ভংগী দি লৰচৰ কৰি অৱশেষত অইনিঃতম্‌ৰ লগত সমন্বয় ৰক্ষা কৰি "পাক্‌চ' চঃমান্‌" (নাচোনত) ৰূপ লয়। তদুপৰি ঢোলৰ আৱশ্যকতাও উপলব্ধি কৰিলে আৰু ঢোলৰ চেৱে চেৱে নচা বা অইনিঃতম্‌ গোৱা কলাও আয়ত্তাধীনলৈ আহিল। তেনেকৈ মিচিঙৰ প্ৰাণত বিকশিত হোৱা, আনন্দত আত্মহাৰা হোৱা ভাৱৰাশিৰ উত্তম উপায় স্বৰূপেই সৃষ্টি হ'ল "চঃমান্‌ য়িৰ্‌মান্‌"। মানুহে কৃষ্টি সংস্কৃতি একেদিনাই গঢ়ি লোৱা নাছিল। সভ্যতাৰ ক্ৰম বিকাশৰ লগে লগে মিচিং কৃষ্টি মিচিং সমাজত উদ্ভৱ হবলৈ ধৰে।

মিচিঙেও বুজি উঠিছিল লজ্জা নিবাৰণৰ বাবে এখনি বস্ত্ৰৰ আৱশ্যক। চিন্তাধাৰাৰ অভাৱ হ'লে উদ্ভাৱনী শক্তিৰো অভাৱ ঘটে। চিন্তাধাৰাৰ কিছু বিকাশ হোৱাৰ লগে লগে জাতীয় সাজ পোছাক, নিজ হাতেৰে তৈয়াৰ কৰি লবলৈ শিকিছিল আৰু কপাহ খেতিও

কৰিছিল। "মিৰিজিম" কপাহ খেতি কৰাৰ জলন্ত নিদৰ্শন। ইয়াৰ নিৰ্মাণ হয় মিচিং তিৰোতাৰ আঙুলি মুৰত। তদুপৰি প্ৰকাৰান্তৰে কপাহৰ সূতা কাটি "গনুৰ উগনু", "গাপাগাৰে", "ৰিৰি গাচেং", "ৰাম্ব" আদি জাতীয় সাজ মিচিং তিৰোতাই তৈয়াৰ কৰিবলৈ শিকিলে। কাপোৰত ফুল বাচিবলৈ মিচিং তিৰোতাই জ্ঞান আহৰণ কৰিলে। কাপোৰত ফুলবচা আৰু ৰং-বিৰং কৰিবলৈকো ক্ৰমে শিকে। সম্ভৱতঃ জনজাতিলোকসকলেই অসমত পোনতে ৰং শিল্পৰ প্ৰৱৰ্ত্তন কৰিছিল। সেই জনজাতিসকলৰ ভিতৰত মিচিঙে আজিও উল্লেখযোগ্য স্থান অধিকাৰ কৰি আছে—বস্ত্ৰ শিল্পত। মিচিঙৰ ৰঞ্জন শিল্প এটা পুৰণিকলীয়া শিল্প, নীল আদি নানাবিধ ৰং গছৰ শিপা, পাত, বাকলি আৰু অন্যান্য কিছুমান বস্তু লগ লগাই মিচিঙেও নিজে ৰঙা, নীলা, কলা, হালধীয়া আদি সুন্দৰ ৰং প্ৰস্তুত কৰি কাপোৰ বোলাই লোৱাটো সৌন্দৰ্য্য বোধৰ জলন্ত নিদৰ্শন।

মতা মানুহে একপ্ৰকাৰ "গনুৰ উগনু" আজি কালিৰ ধুতিৰ দৰে আঁঠুৰ তললৈকে বৈ পৰাকৈ টানকৈ ককালত মেৰিয়াই পিন্ধা কথাটো আয়ত্তাধীন কৰি লোৱাৰ লগে লগে মুৰত এক প্ৰকাৰ "দুমৌৰু"ও (পাগুৰি) মাৰিছিল। তিৰোতাবিলাকে এবিধ খাৰু পিন্ধিছিল। অসমীয়াত সেই খাৰুক "গামখাৰু" বোলে। তদুপৰি 'দগুনা' বুলি একপ্ৰকাৰ হালধীয়া মণি পুৰুষ তিৰোতা উভয়েই পিন্ধিছিল। ইয়াক মূল্যবান অলংকাৰ হিচাপেই গণ্য কৰে। আজিও 'আদী' জনজাতীয় লোকসকলে উক্ত 'দগুনা' নামৰ মণি বিচাৰি মিচিং গাঁৱলৈ আহে। মিচিং তিৰোতাই সেঁা সিদিনালৈকে 'গলপতা', মাদুলি, দুগদুগী, জাংফাই কেৰু ব্যাপকৰূপেই ব্যৱহাৰ কৰিছিল। অৱশ্যে এতিয়াও এইবিলাকৰ ব্যৱহাৰ দুই এখন মিচিং গাঁৱত প্ৰচলিত নোহোৱা নহয়। মিচিং মানুহৰ প্ৰধান জীৱিকাৰ উৎস হৈছে কৃষি। লোণৰ অভাৱত এক প্ৰকাৰ গছৰ বাকলি চোৱাই খাই সেই অভাৱ পূৰাইছিল। মাংসৰ ভিতৰত গাহৰি, মেঠোনেই আছিল যদিও আপং খোৱা ৰীতি মিচিঙৰ পৰম্পৰাগত।

মিচিঙৰ আদিবেপৰা নিজা মাত কথা আছে। অৱশ্যে লিখিত বুৰঞ্জীৰ অভাৱ এতিয়াও আছে। ইহঁতৰ মনৰ ভাৱ সিহঁতৰ আগত

প্ৰকাশ কৰিবলৈ কৰা প্ৰবল ইচ্ছা আৰু নিদৰ্শন স্বৰূপে মিচিঙৰ নিজা মাত কথা সৃষ্টি হৈছে। প্ৰকাশৰ বাহন স্বৰূপে মিচিং ভাষা সুকীয়াকৈ প্ৰচলন থকাৰ কাৰণে নিজ জাতিৰ মানুহৰ লগত মিচিং ভাষাৰে কথা বতৰা হয়। ব্যক্তিগত জীৱনতকৈ সামূহিক জীৱন বেছি মধুৰ আৰু সুখকৰ। ব্যক্তিগত জীৱনত যেতিয়া নানান প্ৰাকৃতিক দুৰ্যোগ আৰু বিভিন্ন অপায় অমঙ্গলে দেখা দিয়ে তেতিয়াই মিচিঙেও আপ্ৰাণ চেষ্টা চলাই সামূহিক ভাৱে জীৱন যাপন কৰাৰ কথা চিন্তা কৰি পালে। তেওঁলোকৰ সকলো কাম হৈছিল দৈনন্দিক জীৱনত পোৱা অভিজ্ঞতাৰপৰা। সামূহিক জীৱনৰ অংগস্বৰূপে কিছুমান মৌলিক অভাৱ অনুভৱ কৰিছিল। কৰ্ম্মময় আৰু বিৰামবিহীন জীৱনক অৱকাশ দিবলৈ আৰু আমোদ যোগা-বলৈ সামাজিক কিছুমান "ইদুগ্"ৰ (উৎসৱৰ) প্ৰয়োজন। এই অভাৱ পূৰণৰ প্ৰবল প্ৰচেষ্টাৰ ফল স্বৰূপেই মিচিং উৎসৱৰ সৃষ্টি। একালত মিচিঙৰ আহুধানেই আছিল প্ৰধান খেতি। আহুধানৰ গুটি পথাৰত সিঁচাৰ প্ৰথম দিনতো কিমান আনন্দৰ তাক ভাষাৰে বুজাই দিয়া টান। এই উৎসৱত "গুম্‌ৰাগ্" নাচ অতি প্ৰয়োজনীয়। গুম্‌ৰাগ্ নাচ উৎসৱত প্ৰদৰ্শন নকৰিলে ধানৰ থোক লেবেলি যোৱাৰ ভয় কৰে। এই জনপ্ৰবাদ আজিও মিচিঙৰ মাজত আছে। কৃষিজীৱী মিচিঙৰ এই উৎসৱ আজি বহিৰ্জগততো প্ৰচাৰ হৈছে।

ধান চপোৱাৰ অন্তত ধানৰ নৰা ছিগে। তাৰ বাবেই নৰাছিগা বা পঃৰাগ্ উৎসৱৰ সৃষ্টি। "লৃগাঙ"ৰ সতে "পঃৰাগ্"ৰ উদ্দেশ্য প্ৰায় একে যদিও পৰিচালনা কৰা নীতি নিয়ম সম্পূৰ্ণ পৃথক। আন ফালেদি মিচিঙৰ মাজত কিছুমান বিশ্বাস এতিয়াও প্ৰচলন আছে। ব'দ, বৰষুণ, বতাহ, বিজুলী ঢেৰেকনি আলোকিক কাণ্ড দেখি সাধাৰণতে মিচিঙৰ মাজত ভয় সঞ্চাৰ হৈছিল। দেৱতাই কিবা কাৰণত মানুহৰ প্ৰতি বিষণ্ণতা প্ৰকাশ কৰা বুলি ভাবি তাৰপৰা ৰক্ষা পাবৰ কাৰণে সকাম-নিকাম পূজা পাতল আদিও কৰিবলৈ লয়। মিচিংসকলে য়ুম্‌ৰাংউয়ু (বনদেৱতা); 'আদীউয়ু' (গিৰি দেৱতা); 'আচি উয়ু' (জল-দেৱতা) আদিৰ পূজা পাতল আজিও প্ৰায়বোৰ ঠাইতে কৰে। "তালাং উয়ু" (লেবগ পূজা) বা "দয়ুৰ উয়ু"ও (চাং কোবোৱা পূজা)

সেই এ'কে বিশ্বাসৰ পৰাই সৃষ্টি হোৱা পূজা। নিম্নোলিখিত দুটা পূজা মিচিঙৰ মাজত বৰ্ত্তমান বছৰেকীয়া কৰ্মানুসৰি চলিব লাগিছে। সভ্যতা বা 'বুৰাদ' মিচিং সমাজলৈ ক্ৰমে অহাৰ লগে লগে অৱশ্যেই পূজা পাতলৰ ক্ৰিয়াবোৰ হ্ৰাস পাব লাগিছে।

'কাবাঙ'ৰ বাবে যি সকল লোক গণ্য-মান্য তেওঁলোকেই আছিল 'কাবাঙ'ৰো প্ৰতিনিধি। আনহাতে সেই সভ্যজনৰ আচৰণ, গুণ, আদিয়েই হ'ল 'ৰাঙাম্‌ বুৰাদ' বা সমাজ সভ্যতা। এনেকৈ ইয়াৰ সমীক্ষা বিচাৰিলে আমি সাধাৰণতে দেখা পাওঁ বুৰাদ' ব্যক্তিগত বিষয় হৈ পৰিব পাৰে। কিন্তু প্ৰকৃত অৰ্থত 'বুৰাদে' সামূহিক জীৱনৰ অৰ্থহে বহন কৰে। তদুপৰি "বুৰাদ" "ৰাঙাম"ৰ (সমাজৰ) সমষ্টি বাচক শব্দ। গতিকে "বুৰাদ" আৰু লুগুলি'ৰ বিকাশ সমসাময়িক বুলি কোৱাৰ যুক্তি আছে। 'বুৰাদ' শব্দত সমাজৰ চেতনা আছে। তেনেকৈ 'লুগুলি' শব্দতো নিহিত থাকে সমাজৰ বিভিন্ন ক্ৰিয়া কলাপ।

নীল নদীৰ পাৰত ইজিপ্তৰ সভ্যতা, ইয়াং-চিকিয়াঙৰ পাৰত চীনৰ সভ্যতা আৰু সিন্ধু নদীৰ তীৰত ভাৰতীয় সভ্যতা পোন প্ৰথমে প্ৰত্যুষ হোৱাৰ দৰে মিচিঙেও প্ৰথম বাৰৰ বাবে ইয়াৰ বেঙণি দেখিছিল চিয়াং, সোৱণশিৰী (অৱনৰি), ব্ৰহ্মপুত্ৰ, ভৰলী ধনিশিৰী আদি নৈৰ পাৰত। খেতিৰ মূলধন স্বৰূপ নাঙল-যুঁৱলি আৰু কোৰ আদিয়েই উল্লেখযোগ্য। মানৱ সভ্যতাৰ প্ৰথম দোক-মোকালিতে মিচৰৰ দৰেই নতুন আশাৰ নব উন্মাদনাৰে মিচিঙেও কিৰিলি পাৰি উঠিছিল। সিহঁতৰ জীৱন যাপনৰ স্থল হৈছে নৈৰ পাৰ। কি পিন্ধিছিল, কি খাইছিল, কেনেকৈ বং ধেমালি কৰিছিল, কেনেকৈ বেহাবেপাৰ কৰিছিল, কি কি আবিষ্কাৰ কৰিছিল, বিশ্বাস কৰিছিল আৰু কাৰ ওপৰত কৰিছিল, এনেবিলাক বিষয়কে সাবোগত কৰি আছিছে—মিচিং "বুৰাদ" আৰু 'লুগুলিঙে'।

---

"আবাহন প্ৰতিনিধি"ত প্ৰকাশিত।

# লুইতপৰীয়া সংস্কৃতি

## ভৃগুমুনি কাগ্যুং

প্ৰাকৃতিক সৌন্দৰ্য্যৰে পৰিবেষ্টিত অসম ভূৱপুৰ লোক-সংস্কৃতিৰ উৰ্বৰা উৎস ভূমি। বুৰঞ্জীৰ বিস্মৃত যুগতে অসমৰ উত্তৰ পূৰ প্ৰান্তৰপৰা নিজাৰ নিজাৰ বৈ অহা দক্ষিণাভিমুখী দিহুং, দিবং, লোহিত, সোৱণশিৰীৰ পবিত্ৰ জলধাৰাই বোৱাই আনিলে উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন জনজাতীয় জন-সংস্কৃতি; উত্তৰাভিমুখী দিহিং, দিচাং, দিখৌ, ভোগদৈ, ধনশিৰীয়ে বোৱাই আনিলে দক্ষিণাঞ্চলৰ বিভিন্ন পৰ্বতীয়া জনজাতীয়—সংস্কৃতি; পূৰ্বগামী পশ্চিমৰ বিভিন্ন জাতি সমূহে লগত আনিলে একো একোটা সংস্কৃতি; অসমৰ খিলঞ্জীয়া জাতিসমূহৰ সংস্কৃতিয়ে সকলোকে জনালে স্বাগতম আৰু সংমিশ্ৰিত জাতিপুঞ্জৰ ধৰ্ম, দৰ্শন, ভাষা, সাহিত্য, আচাৰ-নীতি, গীত-পদ, বাদ্য-নৃত্য, জ্ঞান-বিজ্ঞান, সভ্যতাৰ আদান-প্ৰদানৰ মহামিলনত আলফুলকৈ আঁচুকুল বাচি অসমৰ বিস্তৃত ভৌগলিক পৰিবেষ্টনে ৰচনা কৰিলে এক অসমীয়া মহাজাতি; লুইতপৰীয়া সংস্কৃতি বা অসমৰ লোক-সংস্কৃতি। অসমৰ এই লোক-সংস্কৃতিত মিচিং জাতিয়ে যি অৱদান যোগাইছে তাক কোনেও নুই কৰিব নোৱাৰে আৰু মিচিং সংস্কৃতিৰ বৰঙণিয়ে অসমীয়া লোক-সংস্কৃতিক দুগুণে সোণত সুৰগা চৰাইছে।

মিচিং জাতিক অসমৰ তথা ভাৰতবৰ্ষৰ এটা জৈয়ামৰ জনজাতি বুলি বিশ্বৰ লোক সমাজে স্বীকৃতি দিছে। কিন্তু শ শ বছৰ ধৰি নামান্তৰ হোৱা মিচিং বা মিৰি শব্দৰ উৎপত্তি সম্বন্ধে বিজ্ঞানসম্মত যুক্তি বিচাৰত বুৰঞ্জী নীৰৱ, নিমাত। অসমৰ পূৰ্বাঞ্চলৰপৰা মিচিং জাতিয়ে কৌতিয়া আৰু কিয় সোণৰূপৰ জখলাইদি ("আঅনে, মুখুং কংবাদিক, কৰাঃলা গুৰদ" জনশ্ৰুতি) জৈয়ামৰ সেন্দুৰী আলিয়েদি নামি আহিছিল আৰু সুজলা সুফলা বিশাল লুইতৰ

ব্ৰহ্মপুত্ৰ, শোৱণশিৰীৰ পুৰণি খালিচৰত পাৰাপাৰ জুৰি নদী কেন্দ্ৰিক সভ্যতা সংস্কৃতিৰ ভেটি বান্ধিছিল এনেবোৰ কথাত আজিৰ নপুৰণি ইতিহাসৰ পাতত হাড় চেঁচা শ্মশানৰ মৌন নিস্তব্ধতাই বিৰাজ কৰিছে। অনুসন্ধিৎসু আৰু নন তত্ব-জিজ্ঞাসুৰ দলে বিকতু হাত সাৰটি বহি থকা নাই বৰঞ্চ জীয়া সমাজৰ কৃষ্টি সংস্কৃতি, সভ্যতাৰ ভিত্তিত যি অলপ অচৰপ আৱশ্যকীয় সম্বল উদ্ধাৰ কৰিব পাৰিছে তাৰ ওপৰত গৱেষণাৰ কাম আৰম্ভ কৰিছে আৰু কিছু পৰিমাণে কৃতকাৰ্য্যও হৈছে।

কুৰি শতিকাৰ নৃতাত্বিক, প্ৰত্নতাত্বিক আৰু ঐতিহাসিক সকলে বিজ্ঞানসন্মতভাৱে গৱেষণাৰে ঠাৱৰ কৰিছে যে মিচিংসকল পুৰ্বোদিত সুদূৰ ইউৰেচীয়াৰ মঙ্গোল দেশৰ মঙ্গোলীয় ফৈদৰ লোক আছিল আৰু বহু হাজাৰ বছৰ আগতে সেই গোষ্ঠীয়ে এচিয়া মহাদেশৰ দক্ষিণ ফালে অৰ্থাৎ ভাৰতবৰ্ষৰ উত্তৰ ফালে থকা মহাচীন, তিব্বত, ব্ৰহ্মদেশত বসতি বিস্তাৰ কৰিছিল। কাল-ক্ৰমত ইয়াৰ এটা ঠালে অসমৰ উত্তৰ-পুৰ অঞ্চলত বসবাস কৰে আৰু ক্ৰমে ক্ৰমে সীমান্তৰ পদভূমিলৈ নামি আহে। এই ঠাইত পুৰুষানুক্ৰমে বহু বছৰ বসতি কৰাৰ পাছত কেবাটাও স্বজাতীয় ঠাল বা মানৱ-গোষ্ঠীৰ সৃষ্টি হয় আৰু দিনক দিনে জনসংখ্যা বৃদ্ধি হৈ অহাত নিজৰ সুযোগ সুবিধাৰ কাৰণে ওচৰৰ সমভূমিলৈ বসতি বিস্তাৰ কৰে। সেই বসতি বিস্তাৰৰ উল্লেখযোগ্য বহুতো কাৰণ জনশ্ৰুতিয়ে আজিও কয়। তাৰে ভিতৰত এটা কাৰণ আছিল যুদ্ধপৰায়ণ যুধন প্ৰবৃত্তিৰ অন্যান্য গোষ্ঠীসমূহৰ লগত সদায় যুদ্ধত লিপ্ত হৈ থাকিব লগা হোৱাত সহজ সৰল শান্তিপ্ৰিয় নিৰীহ, প্ৰকৃতি-সন্তান মিচিং গোষ্ঠীয়ে অশান্তিত জীৱন যাপন কৰিবলগীয়া হয় আৰু শেষত বিশাল অসমৰ ভৈয়ামৰ অভিমুখে কাঠৰ ভুৰ বান্ধি জল পথেদি নিজৰ পৰিয়ালবৰ্গলৈ ভটিয়নী সোঁতত ভটিয়াই আহে।

অসমৰ সমতল ভূমিলৈ স্থানান্তৰিত হোৱাৰ শ শ বছৰ আগৰ পৰাই মিচিং গোষ্ঠীৰ লগত অসমৰ অৰ্থনৈতিক বেহা বেপাৰৰ সম্বন্ধ থকাৰ কথা পুৰণি বুৰঞ্জীত আংশিক ভাৱে পাওঁ আৰু এই কথা জনশ্ৰুতিয়ে স্বীকাৰ কৰে। আজীজতে অসমৰ

পূৰ্বাঞ্চলত থকা নদ-নদী জান-জুৰি পাৰাপাৰ হোৱা সহজ আছিল আৰু সেই কাৰণে অসমৰ জনসাধাৰণৰ লগত নিবিড়ভাৱে সম্বন্ধ স্থাপন কৰিব পাৰিছিল। কিন্তু কালত্ত সঘনে হোৱা প্ৰাকৃতিক দুৰ্যোগৰ পৰিবৰ্ত্তনে যাতায়াতৰ বিপৰ্য্যয় ঘটায় আৰু অবাধ গতিৰ প্ৰতিবন্ধক হৈ পৰ্বত ভৈয়ামৰ সম্বন্ধ বিচ্ছিন্ন কৰে। আজিৰ বিশাল ব্ৰহ্মপুত্ৰ নদী খৰালি মহীয়া সহজে বিনা তিয়নীৰে পাৰাপাৰ হোৱাৰ কাহিনী জন-প্ৰবাদ, জনশ্ৰুতিয়ে কয় আৰু পৰ্বতীয়া মিচিংসকলৰ লগত থকা ভৈয়ামবাসীৰ সম্বন্ধ বহু শ বছৰৰ পুৰণি আৰু সেই সম্বন্ধত কোনো বিশেষ বাদ বিসম্বাদ নোহোৱাকৈ গতানুগতিক ভাবেই চলি আছিল।

অসম সীমান্তৰ পাদপ্ৰদেশৰপৰা মিচিংসকলে চুটিয়া ৰাজত্বৰ শেষৰ ফালে অৰ্থাৎ আহোম সকলৰ আগমনৰ আগে আগে অসমৰ সমভূমিলৈ দলে দলে নামি অহাৰ কথা সকলোৰে প্ৰণিধানযোগ্য যেন লাগে। মিচিংসকলে অসমৰ সমভূমিলৈ নামি অহাৰ পাছত বিশেষকৈ ব্ৰহ্মপুত্ৰৰ দুয়োপাৰ জুৰি বসতি বিস্তাৰ কৰে আৰু এটা দলে ভটিয়াই গৈ দৰং জিলাৰ ভড়ৈ-ভড়লী পৰ্য্যন্ত বসতি স্থাপন কৰে। শেষত ভড়ৈ-ভড়ালী নদীকে যাত্ৰাৰ শেষ সীমা কৰি এটা দলে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেদি ক্ৰমাত উভতি আহি সোৱণশিৰীৰ পাৰ ভৰি বসতি স্থাপন কৰে। মিচিং সকলে ব্ৰহ্মপুত্ৰৰ বুকুত ভুৰ বান্ধি নদীৰ সোঁতত উটি গৈ ব্ৰহ্মপুত্ৰ আৰু ভড়ৈ নদীৰ সঙ্গম স্থলকে পশ্চিমৰ শেষ সীমা হিচাপে লোৱাৰ এটি ধুনীয়া জন আখ্যান আছে আৰু সেই জন আখ্যানৰ সত্যতা নিশ্চয় উপলব্ধি কৰা যায়। সেই জন আখ্যানৰ মতে নদীৰ বুকুত আৰু ঠায়ে ঠায়ে নদীৰ ঘাটত বৈ বৈ ৰাব লগা হৈছিল। এইদৰে বহু বছৰৰ পাছত ভুৰৰ নাওঁ পচি, জাঁহি-পামি অৱশিষ্ট নাৰৰ টিং দুটি মাথো সেই সঙ্গমস্থল পাইছিলগৈ। সেই যাত্ৰাত কিমান বছৰ লাগিছিল সঠিক ভাবে কব নোৱাৰিলেও বহু দূৰ আৰু বহু বছৰ লগাৰ কাৰণে পুনৰ নৌকা যাত্ৰাৰ নতুন পন্থা গ্ৰহণ কৰা নহ'ল। আদিম যুগৰ পৰাই মিচিং সকলে নদ-নদীকে সৰ্বস্ব বুলি ভাবি নদী কেন্দ্ৰিক সভ্যতা গঢ়ি তুলিছিল আৰু আজিও একে পন্থাকে অৱলম্বন কৰি আছে।

কালক্ৰমত মিচিং সকলে নিষ্ঠুৰ মানৱ একাধিকবাৰ আক্ৰমণৰ অত্যাচাৰত তিষ্ঠিব নোৱাৰি উজনি অসমৰ চাৰিওফালে নদ-নদী নোহোৱা বিভিন্ন অঞ্চলত বসতি স্থাপন কৰে আৰু তাৰে দুটা এটা দলে নগা পাহাৰৰ দাঁতি কাষৰীয়া ঠাই নকছাৰী, চণ্টক অঞ্চলত বিয়পি পৰে। মানৱ আক্ৰমণৰ ফলত অসমৰ ৰাজনীতি, অৰ্থনীতি, ধৰ্মনীতি, সমাজনীতি, কৌটিকলীয়া সমাজ বান্ধোন শিথিল হৈ ঐতিহ্যবো বিপৰ্য্যয় ঘটে। সমগ্ৰ অসমত অসমীয়া প্ৰজাই জীৱন মৰণত অলাকলাহে অসমৰ অটব্য অৰণ্যত, পৰ্বতে কান্দৰে ন-পমুৱা ৰূপে বসতি বিস্তাৰ কৰা কথাৰ অসমবাসীৰ অৱিদিত নহয় আৰু আক্ৰমণৰ ফল স্বৰূপে বসতি বিস্তাৰেই নহয় বহু সমাজৰ মাজত বৰ্ণ বৈষম্য ছিন্ন-বিচ্ছিন্ন হৈ যায় আৰু বৈধ বা অবৈধভাৱে বৈবাহিক সংসৰ্গ হৈ সমাজৰ পৰিসৰ বৃদ্ধি পায়। সেই বৰ্ণ বৈষম্যহীন নতুন সমাজৰ সূত্ৰপাত হোৱাৰ ফলত অসমৰ জনসাধাৰণৰ অন্তৰত অসমদেশ জন্মভূমি, পুণ্যভূমি, ভোগ্যভূমিৰ দেশাত্মবোধ জাগি উঠে আৰু এক অসমীয়া ভাষা, এক অসমীয়া জাতি, এক অসমীয়া লোক সংস্কৃতিৰ গতিত ধাবিত হয় আৰু সেই দেশাত্মবোধে অসমৰ জাতিপুঞ্জৰ বৈষম্য নেওচি জাতীয় সংহতি ৰক্ষা কৰাত ইন্ধন যোগায়।

"মিৰি" শব্দৰ উৎপত্তি সম্বন্ধে কিন্তু একমত আৰু এইটো নিশ্চিত যে ইয়াৰ সৃষ্টি অ-মিচিঙৰ দ্বাৰা বা ভৈয়ামৰ পৰাহে হৈছে।*

---

* মিৰিসকল মূলতে বৰ্ত্তমান নেফাৰ চিয়াং জিলাৰ আদী সকলৰেই এটি শাখা আছিল। কিম্বদন্তি মতে তেওঁলোক তিব্বতৰপৰা আদীসকলতকৈ আগে নামি আহিছিল। আদী সকল তেওঁলোকৰ পিছত নামি আহিছিল; আৰু শেষত "কাবুক চিমং" নামৰ আদি ঠাইৰ অঞ্চলবিলাকত তেওঁলোকক আদী সকলে লগ ধৰিছিলহি।

তেওঁলোক নামি আহোঁতে দল বান্ধিহে নামি আহিছিল। তেওঁলোক ভাল, সাৰুৱা আৰু নতুন ঠাই বিচৰাত প্ৰতিযোগিতা চলাইছিল। এইদৰে প্ৰতিযোগিতা কৰোঁতে তেওঁলোকৰ ভিতৰতে পৰস্পৰে পৰস্পৰৰ লগতে সংঘৰ্ষ আৰু কাজিয়াও কৰিছিল। কেতিয়াবা সংখ্যা গৰিষ্ঠ দলে সংখ্যা-লঘু আৰু দুৰ্বল দলক খেদি মোহৰোৰ বলিষ্ঠ দলে দখল কৰিছিল। সেই কাৰণে দুৰ্বল দলে বলী দলৰ সমকক্ষ হ'ব নোৱাৰি নিজৰ আপন ঠাই এৰি

মিচিং সকলে ভৈয়ামবাসীৰ লগত সম্বন্ধ স্থাপন হোৱাত অ-মিচিঙৰ মুখত মিৰু শব্দৰ উচ্চাৰণ অপভ্ৰংশ হৈ মিৰি শব্দ সৃষ্টি হোৱাটো সকলোৱে প্ৰণিধানযোগ্য। আজিও মিচিংসকলে অচিনাকি লোকৰ পৰিচয় লওঁতে "মিচিঙায় মিপাগায়" অৰ্থাৎ "মিচিং মানুহনে অন্য কুলীয়া মানুহ' বুলিয়ে পৰিচয় সোধে। গতিকে আমি সমাজৰ আচাৰ নীতিৰ পৰা ঠাৱৰ কৰিব পাৰো যে "মিচিং" শব্দ স্বকীয় আৰু "মিৰি" শব্দ মিচিং শব্দৰ অপভ্ৰংশ মাথোন। শব্দৰ উৎপত্তি প্ৰসঙ্গত আমি ইয়াকো উল্লেখ কৰিব পাৰো যে মাত কথাৰ লগত জাতিৰ নেৰানেপেৰা সম্বন্ধ আজিৰে নহয়। মিচিং জাতিৰ ভাৱ প্ৰকাশৰ নিমিত্তে আৱশ্যকীয় শব্দৰ ভঁৰাল আছে আৰু সেই কাৰণে মিচিং সমাজে আন ভাষাৰ সহায় নোলো-ৱাকৈ স্বকীয় মাত কথাৰে পৰস্পৰৰ লগত আজিও ভাৱ বিনিময় আৰু আদান প্ৰদান কৰি চলি আছে। সমতল ভূমিলৈ নামি অহাৰ পাছত হয়তো পাহাৰত নথকা যিবোৰ বস্তুৰ লগত নতুনকৈ পৰিচয় ঘটিছিল তেনেবোৰ বস্তুৰ নাম মিচিং সমাজৰ স্বকীয় নহয় আৰু ভৈয়ামত অসমীয়া বা অন্য ভাষাৰ পৰা প্ৰতিশব্দ নহলেও উচ্চাৰণৰ অপভ্ৰংশ হোৱা শব্দ গ্ৰহণ কৰিছে।

---

অন্য ঠাইলৈ উঠি গৈছিল। দুৰ্বল দলৰ দুৰ্বলতাৰ সুবিধা লৈয়ে বলিষ্ঠ দলে তেওঁলোকক খেদি গৈছিল। অৱশেষত বলিষ্ঠ দলৰ আগত টিকিব নোৱাৰি দুৰ্বল দলে পৰ্বতৰপৰা ভৈয়ামলৈ নামি আহিল আৰু আহোম ৰজাৰ তলত আশ্ৰয় লৈছিলগৈ। তেওঁলোক হ'ল পাহাৰৰপৰা নামি অহা বৰ্ত্তমান ভৈয়ামত থকা মিৰি বা মিচিংসকল।

তেওঁলোক ভৈয়ামলৈ নামি আহিছিল পাহাৰৰ নানান বাটেৰে। কথিত বুৰঞ্জীৰ মতে মিলি, কুমাং পাঃভুৰ আদি খেলবোৰ বেগাম্‌ পাহাৰেদি (তামুৰ, আদী, পাঃচি, মেঃৰ আদি পুৰণা বাটেৰে) আহিছিল। তাম্মুং তায়ে, তামদ্‌ আদি খেলবোৰ ৰাপি পাহাৰেদি (বৰ্ত্তমান পাতিন পাহিঘাটৰ ৰাস্তা) নামি আহিছিল। পাঃইত, পাৱ, পাঃম্নুম্‌ আদি খেলবোৰ তৰ্‌ণে আৰু কোপিং (কাবাং, য়েঃচিং, লেয়ুম্‌ আদিৰ) পুৰণা বাটেৰে ভৈয়ামলৈ নামি আহিছিল। আদী সকলৰ কথিত বুৰঞ্জীত পেংও আৰু দলে খেলটো কোন বাটেৰে নামি আহিছিল তাৰ বিশেষ বিৱৰণৰ প্ৰমাণ পোৱা নাই। তথাপি এই কথা ঠিক যে পেংও আৰু দলেবিলাক এসময়ত বৰ্ত্তমান কাৰ্ক (পাৰ্ব্বতী) অঞ্চলত যে আছিল সেই কথা বৰ্ত্তমান গ্ৰাহামেৰি স্কুলৰ ওচৰত থকা 'পেংও চিৰেং' নামৰ হ্ৰদটোৱে প্ৰমাণ কৰে। সেই পেংও চিৰেং নামটো পেংও বা

আদিম অৱস্থাত পৃথিৱীৰ বিভিন্ন অঞ্চলত বিভিন্ন জাতিয়ে বা গোষ্ঠীয়ে কৃষ্টি সৃষ্টি কৰিছিল আৰু ক্ৰমবিকাশৰ পথত আগ বাঢ়িছিল। কালত বিভিন্ন মানৱ গোষ্ঠীৰ সংমিশ্ৰণ আৰু আদান প্ৰদানৰ ফলত কৃষ্টিৰ ক্ৰমবিকাশে সংস্কাৰৰ পথেদি প্ৰসাৰ লাভ কৰি জন মানৱৰ সংস্কৃতি স্বৰূপে পৰিগণিত হৈছিল। গতিকে আমি একোটা মানৱ গোষ্ঠীৰ স্বকীয় লোক সংস্কৃতিক বাদ দি মানৱ জাতিৰ অস্তিত্ব আৰু সভ্যতা কল্পনা কৰিব নোৱাৰো। জাতিৰ লগত সংস্কৃতিৰ নিৰৱচ্ছিন্নভাৱে সম্বন্ধ সদায় থাকিব। সংস্কৃতি জাতিৰ প্ৰাণ শক্তি, আৰু সমগ্ৰ জাতিটোৰ অতীত আৰু ভৱিষ্যত সংস্কৃতিৰ বুকুত নিহিত হৈ থাকে। সংস্কৃতি জাতিৰ প্ৰতীক আৰু যি জাতিৰ সংস্কৃতিৰ অপমৃত্যু ঘটিছে সেই জাতিও লগতে পৃথিৱীৰ পৰা বিলুপ্ত হৈ গৈছে।

---

ডেওঁলোকৰ নামেৰে নামকৰণ কৰা হৈছিল বুলি এটা জনবিশ্বাস আছে। সম্ভৱ সেই দুটা খেলে বাকী বিলাকতকৈ আগে তিব্বতৰপৰা নামি আহিছিল। ডেওঁলোক আগেয়ে অহাৰ বাবে অন্য জাতি বা খেলৰ লগত কোনো সংঘৰ্ষ বা কাজিয়া কৰা নাছিল। সম্ভৱ ডেওঁলোক ইচ্ছাৰে পাহাৰীয়া ঠাই এৰি বসবাসৰ কাৰণে ভৈয়ামলৈ নামি আহিছিল। সম্ভৱ ডেওঁলোক বৰ্ত্তমান অসমত থকা মিৰি বা মিচিং বিলাকতকৈ আগে ভৈয়ামলৈ আহি বসবাস কৰিছিল।

বৰ্ত্তমান মিৰি বা মিচিং সমাজত থকা বৰি, বাগ্‌ন, চাৰ, আদি খেলবোৰ বাকী মিৰিবিলাকতকৈ বহুত পিছতহে ভৈয়ামলৈ নামি আহিছিল। ডেওঁলোক সম্পূৰ্ণ আদীসকলৰেই একে বংশ। ডেওঁলোক পাহাৰৰপৰা ভৈয়ামলৈ নামি অহা বেছি দিন হোৱা নাই।

বৰ্ত্তমান অসমৰ মিৰি বা মিচিং সকল যেতিয়া পাহাৰত আছিল সেই সময়ত ডেওঁলোকৰ ভাষা (দোৱান), সংস্কৃতি, ধৰ্ম্ম বিশ্বাস আদি একে আছিল। বৰ্ত্তমান আদীসকলৰ বাৰি, পঃলুং, দকং ইত্যাদি ডেওঁলোকৰ সংস্কৃতিৰো প্ৰতিনিধিত্ব কৰিছিল। আদীসকলৰ জাতীয় উৎসৱ চলুং এতৰ উঙিং (আবাম), মঃপিন্ দকং ইত্যাদি ডেওঁলোকৰো একে উৎসৱেই আছিল। এসময়ত বৰ্ত্তমান নেফাৰ সমস্ত চিয়াং জিলা আৰু লোহিত জিলাৰ কিছু অংশৰ আদীসকলৰ ভাষা মিচিং সকলৰ লগত একে ভাষাই আছিল। আদী সমাজৰ "মিৰি ইপাক"বোৰ মিচিংসকলৰো একে ধৰ্ম্মানুষ্ঠানবেই আছিল। বৰ্ত্তমান মিচিং আৰু আদী সমাজত প্ৰচলিত পুৰোহিত মূলতে একেই আছিল। দুই সমাজত প্ৰচলিত "মিৰি" বা মিবুবোৰৰ হিন্দু সমাজৰ পুৰোহিতবোৰৰ দৰে সমাজত এটা বেলেগ আসন থাকে।

হিন্দু সমাজত যেনেকৈ পুৰোহিত বা পূজাৰীজনাৰে সকলো ধৰ্ম অনুষ্ঠান-বোৰ পৰিচালনা কৰে, সেইদৰে আদী মিচিং সমাজৰ 'মিৰি' (পুৰোহিত)

জগতৰ কোনো এটা জাতিৰ সংস্কৃতিক ঠেক গণ্ডীৰ মাজত লৈ আলোচনা কৰিব নোৱাৰি। কৃষ্টি সংস্কৃতিৰ ক্ষেত্ৰত মিচিং সমাজ চহকী আৰু অন্যান্য জাতিৰ সংস্কৃতিৰ তুলনাত উচ্চস্থান অধিকাৰ কৰিব নোৱাৰিলেও নিম্নস্তৰৰ নহয়। অসমৰ তথা ভাৰতৰ জাতীয় সংস্কৃতিৰে বিশেষ বৰঙণি যোগাইছে আৰু মিচিং সমাজক জীয়াই ৰাখিছে। অসমৰ থলুৱা সংস্কৃতিৰ সমন্বয়ত অসমৰ আচাৰ-ব্যৱহাৰ, মাত-কথা, ৰীতি-নীতি, ধৰ্ম্মদৰ্শন, গীত-মাত-বাদ্য-নৃত্য, ভাষা-সাহিত্য, জ্ঞান-বিজ্ঞান আদিৰ আদান প্ৰদানত নতুন জীৱন গঢ়ি উঠিছে আৰু সংস্কৃতিৰ ৰূপত ৰহন চৰাইছে।

---

শ্ৰেণীটোৱে ধৰ্ম সকাম আদিও পৰিচালনা কৰে। পাহাৰৰপৰা ভৈয়ামলৈ নামি অহাৰ পিছতো সেই "মিৰি" শ্ৰেণীটোৱে মিচিং সমাজত ধৰ্মানুষ্ঠানাদিৰ পৰিচালনা কৰিছিল।

এতিয়া প্ৰশ্ন হ'ল যে সেই নতুনকৈ অহা দলটোৱে ভৈয়ামৰ মানুহবিলাকৰ দ্বাৰা "মিৰি" বুলি নিজকে কেনেকৈ চিনাকি দিলে ? সেই 'মিৰি উপাধিটো তেওঁলোকৰ মূল সমাজৰপৰা নামকৰণ কৰা নহয়। কিন্তু এই নামটো ভৈয়ামৰ মানুহবোৰে তেওঁলোকক দিয়া নামহে। ভৈয়ামৰ মানুহবিলাকে সেই নতুনকৈ অহা মানুহ বিলাকক দেখি তেওঁলোকৰ ভাষা সংস্কৃতি, ধৰ্ম্মাদিৰ সম্পৰ্কে জানিবৰ ইচ্ছা হ'ল। তেওঁলোকে (ভৈয়ামৰ) ভাবিলে যে সেই নতুন মানুহবোৰ ক'ৰপৰা আহিছে, কি জাতৰ মানুহ আৰু কি ধৰ্মাৱলম্বী তাকে জানিবৰ খুব ইচ্ছা হ'ল আৰু সেই সম্পৰ্কে তেওঁলোকক (মিৰিবোৰক) সুধিলে। উত্তৰত সেই নতুনকৈ অহা মানুহবোৰে কলে যে তেওঁলোক পাহাৰৰপৰা আহিছে আৰু তেওঁলোকৰ ধৰ্ম বা পুৰোহিত হ'ল "মিৰি"। সেই নতুনকৈ অহা মানুহ বিলাকক অন্য নাম দিবলৈ বিচাৰি নেপাই তেওঁলোকৰ ধৰ্ম বা পুৰোহিতৰ নাম অনুসৰি "মিৰি" নামৰে তেওঁলোকক নামকৰণ কৰিলে। তেতিয়াৰ পৰা আজিলৈকে মিচিঙৰ ঠাইত "মিৰি" নামেৰে জনাজাত হ'ল। বৰ্ত্তমান সেই "মিৰি" জাতিটো অসমৰ জনজাতি বিলাকৰ ভিতৰত এটা প্ৰধান জনজাতি ৰূপে পৰিগণিত।

এতিয়াও আদীবিলাকে "মিৰি"বিলাকক মিচিং বুলিয়েই কয়। আদী বিলাকে ভৈয়ামৰ মানুহ বিলাকক "মিপাক" আৰু "মিৰি"বিলাকক 'মিচিং', বুলি কয়। কিয় ? কাৰণ ইয়াত আদী আৰু মিচিংবিলাকৰ তেজ মঙহৰ সম্বন্ধ এটা আছে। ইয়াত মিপাক মানে অশুদ্ধ বা অখাঁটি আৰু মিচিং মানে আদীসকলৰ দৰে খাঁটি বা শুদ্ধ।*

*[NEFA Information ত প্ৰকাশিত ১৯৬৯ চনৰ মূল ইংৰাজী প্ৰবন্ধ-The Derivative Meaning of the Miri (Mishing)ৰ লিখক শ্ৰীতালম ৰুকবু বি, এ,ৰ এই অংশ অসমীয়ালৈ অনুবাদ কৰিছে শ্ৰীটাবাং টাকি এম, এ, যেৱে ]

"আমাৰ প্ৰতিনিধি"ত প্ৰকাশিত। ১ম সংখ্যা। ৬ষ্ঠ বছৰৰ ১৯৬৬ চন।

# মুৰং ঘৰ

## তৰুণচন্দ্ৰ পামেগাম

সকলো জাতি-উপজাতিৰে একোটা স্বকীয় কৃষ্টি বা সংস্কৃতি থাকে। সেই সংস্কৃতিৰ আলম লৈ জাতি বা উপজাতিৰ বৈশিষ্ট্য প্ৰকাশ পায়। কৃষ্টি বা সংস্কৃতিৰ অবিহনে কোনো জাতি বা উপজাতিৰ অস্তিত্বই ধাৰণা কৰিব নোৱাৰি। অসমীয়া জাতি বহু উপজাতিৰ সমষ্টি। প্ৰতিটো উপজাতিৰে নিজা নিজা কৃষ্টি আছে। মিচিংসকল অসমীয়া জাতিৰ এটা প্ৰধান উপজাতি। তেওঁলোক অসমৰ এটা বংচঙীয়া উপজাতি। "পঃৰাগ," উৎসৱ বা বিহুৰ সময়ত যেতিয়া জুমে জুমে বংবিৰঙৰ কাপোৰ পিন্ধা মিচিং জীয়ৰীয়ে মুৰং ঘৰ ভৰি পৰে; মুৰং ঘৰৰ চোতাল যেতিয়া ঢোল তাল পেঁপা আদিৰ ধ্বনিৰে মুখৰিত হৈ থাকে, নিজৰ নিজৰ দায়িত্ব পালি কাষত কলহ লৈ যেতিয়া ভাগে ভাগে পানী তুলিবলৈ যায় মুৰং ঘৰৰ চাঙত বন্ধাই বান্ধে, আপং চকাই চাকে,—সেইসময়ত সঁচাকৈয়ে এটা সৰু সুৰা বেলেগ ৰাজ্যত সোমোৱা যেন লাগে।

মিচিংসকলৰ মুৰং ঘৰ অকল ডেকা চাঙেই নহয়, ই ডেকা আৰু গাভৰু উভয়ৰে চাং। মুৰং ঘৰত ডেকা-গাভৰু শুই নাথাকে, তাত থাকে ডেকা-গাভৰুহঁতৰ প্ৰাণ। মুৰং ঘৰ মিচিং-সমাজৰ কৃষ্টিৰ কেন্দ্ৰ, সংস্কৃতিৰ কঠীয়াতলি। তাত ডেকা-গাভৰুহঁতৰ অহৈতুক আনন্দবোৰ নাচি ফুৰে; বিয়া হৈ গাঁৱৰপৰা ওলাই যোৱা জীয়ৰীবিলাকৰো প্ৰাণৰ আবেগ অনুভূতিবোৰ থুপ খাই থাকে। তাত বছৰৰ পিছত বছৰ ডেকা-গাভৰুৱে পঃৰাগ, বিহু পাতে, একেলগে খায়—একেলগে নাচে। মহুৰে চালি ধৰি নাচে, মহুৰীবিলাক বেঢ়ি থাকে। চালি ধৰি নচাৰ সময়ত মহুৰৰ গাৰ পৰা সৰি পৰা বীৰ্য্য খাই হেনো মহুৰীবোৰ সগৰ্ভা হয়। সিহঁতৰ সমাজলৈ আনে নতুন প্ৰাণ। মুৰং ঘৰ মিচিং সমাজৰ চালি ধৰা মঁৰা চৰাই। তাকে কেন্দ্ৰ কৰি মিচিং ডেকা-গাভৰুৱে নাচে, খেমালি কৰে, সমাজৰ প্ৰাণ প্ৰতিষ্ঠা কৰে।

মুৰং ঘৰ এটা কাঠ-বাঁহেৰে সজা ঘৰ। তাত আধুনিক জগতৰ বিভিন্ন ৰুচিৰে সজা পকা ঘৰৰ কোনো সাদৃশ্য নাই। কাঠৰ খুটাবোৰ কুন্দত কটাৰ দৰে ঘূৰণীয়াকৈ চঁচা, চতিবোৰ মূল কটা আৰু হেঙুলীয়া। খেৰীছালৰ মধ্চ জাপ জাপকৈ বন্ধা কোনো ফালে টুপ দিয়া নহয়। এটা পোনপটীয়া ঘৰ। ঘৰৰ ইমূৰৰপৰা সিমূৰলৈ বাঁহৰ চাং ঘৰ, বেৰ নাই। চাঙত উঠিবলৈ দুই মূৰত দুটা জখলা। সেয়ে মিচিংসকলৰ মুৰং ঘৰ। ভৈয়ামৰ জনজাতি সকলৰ মাজত মিচিংসমাজৰ নিজা বস্তু মুৰং ঘৰ।

সাধাৰণতে মুৰং ঘৰ মুকলি ঠাইত সজা হয়। সেই ঠাই যথেষ্ট আহল বহল হ'ব লাগে। নাচ ধেমালি কৰিবলৈ সুবিধা থাকিব লাগে; একেলগে মিলি ধেমালি কৰিব পৰা ঠাই হ'ব লাগে। 'মঃবং' শব্দৰ অৰ্থ মুকলি। এই 'মঃবং' শব্দৰ পৰাই বোধ হয় এই ঘৰৰ নাম "ম'বং" ঘৰ হৈছে। "মবঙ"ৰপৰা বাগৰি বহুতে এই ঘৰক "মুঃবং" বা "মুৰং" বুলিও কবলৈ ধৰিলে। মুৰং ঘৰ সাধাৰণতে পুবা পশ্চিমাকৈ সজা হয়। নৈ কাষৰীয়া মিচিংসমাজৰ নৈ পৰীয়া বাটেদি পূবৰ বা পশ্চিমৰ যি কোনো 'মিনম্' যাতে পোনে পোনে মৰং ঘৰৰ চাঙত উঠিবহি পাৰে।

বৰ্ত্তমান বহুতো গাঁৱৰ মাজত কৰবাতহে একোটা মুৰং ঘৰ দেখিবলৈ পোৱা যায়। অনেক ঠাইত মুৰং ঘৰৰ ঠাই নামঘৰে অধিকাৰ কৰিছে। কালৰ গতিত এনে হ'লেও মিচিংসকলে এতিয়াও পঃৰাগ, উৎসৱ পাতে। কিন্তু নামঘৰত নহয়—মুৰংঘৰৰ আঁহিৰে খাহিৰাকৈ ঘৰ সাজি নাইবা তেনে কোনো সুবিধা ঠাইত ৰভা সাজিহে।*

---

* ৰচনা, অক্টোবৰ, ১৯৭০ চন।

# মুৰং আৰু পঃৰাগ্

ইন্দ্রেশ্বৰ পেগু

মুৰং অনুষ্ঠানৰ প্রকৃত স্বৰূপ বুজিবলৈ হ'লে আদী জনজাতিৰ সমাজত ইয়াৰ গুৰুত্ব সম্পৰ্কে সম্যক আলোচনা কৰা নিতান্ত আৱশ্যক। আদী সমাজত এই অনুষ্ঠানক বিভিন্ন নামেৰে জনা যায়। গালং আৰু মিএবং সকলৰ মাজত ইয়াক দাঃবা, পাঃদাম্ সকলে ইয়াক "মুচুপ্", মিলাং সকলে ৰুপ্‌তাগ্, ৰবি সকলে "ব্যাঙ্গ" আৰু মিচিংসকলে ইয়াক "মুৰং" বোলে।

মুৰং বা মুচুপ্ অনুষ্ঠানটো আদী জনজাতিসকলৰ গণতান্ত্রিক সমাজ পদ্ধতিৰ ঘাই ভেটি। আদিম জনজাতি সমাজৰ প্রশাসনীয় কাম কাজৰ ই হ'ল ঘাই কেন্দ্র। গাওঁ সভা বা কৰাঙৰ "সদন" বা কাৰ্য্যালয় হ'ল "মুচুপ্", কৰাং হ'ল গাঁৱৰ প্রশাসনিক যন্ত্ৰৰ এখন ব্যৱস্থাপক সভা। "আদী সকলৰ প্রশাসনীয় ব্যৱস্থা প্রকৃতপক্ষে গণতান্ত্রিক, কোনো ধৰণৰ স্বেচ্ছাচাৰী শাসন তেওঁলোকৰ বাবে অজ্ঞাত আৰু কোনো নিৰ্দ্দিষ্ট অভিজাত সম্প্রদায় নথকাত অভিজাত শ্রেণীৰ শাসিত চৰকাৰো (Oligarchy) তেওঁলোকৰ বাবে সমানে অজ্ঞাত। প্রকৃততে জনসাধাৰণৰ দ্বাৰা আৰু জনসাধাৰণৰ বাবে গঠিত চৰকাৰ তাত বিদ্যমান। ইয়াৰ সংগঠন অতি সবল আৰু কাৰ্য্যকৰী। প্রত্যেক গাঁৱেই একোটা স্বতন্ত্র গোট (Unit) আৰু কোনো বাহিৰা শক্তিৰ হস্তক্ষেপ স্বীকাৰ নকৰে" *। মুঠতে প্রত্যেক গাওঁ সভা বা কৰাঙেই হ'ল একোটা সাৰ্বভৌম গণতান্ত্রিক অনুষ্ঠান। কোনোকালেই ৰাজতন্ত্রই এই আদীসমাজত গঢ় লৈ উঠা নাই। তেওঁলোক স্বভাৱতেই গণতান্ত্রিক।

"মুচুপ্" বা মুৰংৰ তেওঁলোকৰ গণতান্ত্রিক সমাজ পদ্ধতিৰ অকল প্রশাসনীয় কেন্দ্রই নহয়, ই আদী সমাজৰ কৃষ্টি কলাৰো নাভিকেন্দ্র; যিহেতু গাঁৱৰ উৎসৱপৰ্ব আদি মুচুপ্‌তেই অনুষ্ঠিত হয় আৰু সামূহিক ভোজ আদিও ইয়াতেই কৰা হয়।

---

*শচীন ৰয়—Aspects of Padam-Minyong culture.

মুচুপ্ৰ আৰু এটা প্ৰধান বিশেষত্ব হ'ল গাঁৱৰ প্ৰতিৰক্ষাৰ ক্ষেত্ৰত ইয়াৰ জৰুৰী ভূমিকা। হ'বচৰ (Hobbes) মতে ই হ'ল প্ৰকৃতি ৰাজ্য (State of nature) যি আগতে সুবিধা লৈ শক্তি প্ৰয়োগ কৰিব পাৰে, সিহে ৰাজত্ব কৰিব। অনবৰত নিষ্ঠুৰতা, অনিশ্চয়তা আৰু প্ৰতিযোগিতাই বিৰাজ কৰি থাকে। কোন গাঁৱে কেতিয়া কাক আক্ৰমণ কৰে তাৰ কোনো নিশ্চয়তা নাথাকে। গতিকে জাগ্ৰত প্ৰহৰীৰ প্ৰয়োজনীয়তা প্ৰতি মুহূৰ্ত্তে উপলব্ধি কৰিব পাৰি। সেই বাবেই গাঁৱৰ প্ৰতিজন ডেকা ল'ৰাই মুচুপ্‌ত শোৱাৰ নিয়ম। ই ডেকা সকলৰ শয়নাগাৰ (Bechelors dormitory) হিচাপেও জনাজাত।

প্ৰতিৰক্ষাৰ দিশটো লক্ষ্য ৰাখিয়েই ইয়াক গাঁৱৰ সন্মুখৰ ফালে ঠিক লেঁা মাজতে সজা হয় যাতে তাৰপৰা গাঁৱৰ সকলো প্ৰবেশ পথৰ ফালে চকু দিব পাৰি। গাঁৱৰ পিচফালটো প্ৰায় দুৰ্গম হাবি বা দুৰ্ভেদ্য পাহাৰেৰে ঘেৰা থাকে আৰু সন্মুখৰ মুকলি ঠাইতেই 'মুচুপ্' সজা হয়, যাতে শত্ৰুৱে সেই ফালে আক্ৰমণ কৰিলে সজাগ তৰুণ প্ৰহৰীয়ে তৎমুহূৰ্ত্তে আক্ৰমণ প্ৰতিহত কৰিব পাৰে।

আজিৰ মিচিং সমাজত মুচুপ্ বা মুৰংঘৰৰ আগৰ সেই গুৰুত্ব বহুখিনি লাঘৱ হ'ল। তেওঁলোক ভৈয়ামলৈ নামি অহাৰ লগে লগে গ্ৰামৰ সাৰ্বভৌমত্ব নাইকিয়া হ'ল আৰু আহোম ৰাজত্বৰ ছত্ৰ-ছাঁয়াত আগৰ অনিশ্চয়তা, অহৰ্নিশ চলা নৃশংস প্ৰতিযোগিতাৰ পৰিবৰ্ত্তে শান্তি শৃংখলা বিৰাজ কৰিব ধৰিলে। ৰাতি ডেকা সকলে উজাগৰে থাকি গাঁওখনৰ প্ৰতিৰক্ষাৰ দায়িত্ব লবলৈ আৱশ্যকতা নোহোৱা হ'ল। গাঁৱৰ নিৰাপত্তা আৰু শান্তি-শৃংখলাৰ দায়িত্ব ৰাজ্যৰ অখণ্ড অংশ হিচাপে ৰজাৰ হাতত ন্যস্ত হ'ল। তথাপি ডেকা সকলৰ মাজত আজিও নিজৰ ঘৰত নুশুৱাৰ প্ৰথা প্ৰচলিত থাকিল। মিচিং ডেকাই অবিবাহিত কালত নিজৰ নিজৰ ঘৰ লৈ অন্যা ঘৰত শোৱাৰ প্ৰথা মানি আহিছে।

আগৰ কাৰাঙৰ সদনি আছিল 'ৰাজবুৰা'-কেল বা 'ৰাইজৰ দুঃচ্চেনাম'; গামৰ সমজি আছিল 'গাওঁবুৰা' আৰু 'ডেকা-গাওঁবুৰা'

পৰিচালনাৰ দায়িত্ব ললে তিৰী আৰু ডেকা ৰবাই। আহোম শাসন প্ৰণালীৰ প্ৰভাৱ স্পষ্ট ভাৱে মিচিং সমাজত প্ৰতিফলিত হ'ল। নামঘৰৰ প্ৰচলনেও মুৰংঘৰৰ আৱশ্যকতা আৰু কিছু পৰিমাণে কমাই দিলে। যিবোৰ ৰাজহুৱা পূজা পাৰ্বণ—তাৰ ঠাই দখল কৰিলে ৰং সেৱা আৰু নাম সেৱাই; যিবোৰ সকাম নামঘৰ নহলে নচলে। ধৰ্মৰ নেতৃত্ব ললে মিৰু-মিৰুৱে পাকিয়ে সাধু বুঢ়া বা সাতোলাই। তদুপৰি বিহুৰ প্ৰচলনেও মুৰং ঘৰৰ প্ৰয়োজনীয়তা কমাই দিলে; যিহেতু বিহুৱে কৃষিক নমাই আনিলে ঘৰৰ চোতাললৈ, মুকলি পথাৰলৈ নাইবা নৈৰ পাৰৰ বগা বালিলৈ।

## পঃবাগ্ঃ

এটা অনিবাৰ্য্য কাৰণত প্ৰায় লুপ্ত অৱস্থাতো মিচিং সমাজত মুৰংঘৰে আকৌ ভুমুকি মাৰে আৰু ভুমুকি মাৰি থাকিব। সেইটো হৈছে "পঃবাগ্" উৎসৱ। এতিয়া মুৰংঘৰ পঃবাগ্ উৎসৱৰ কাৰণে এটা অপৰিহাৰ্য্য অঙ্গ। নাট্যানুষ্ঠানৰ বাবে নাট্যশালাৰ প্ৰয়োজনীয়তা যিমান, পঃবাগ্ৰ বাবেও মুৰংঘৰৰ প্ৰয়োজনীয়তা সিমানেই আছে। পঃবাগ্ হৈছে মিচিং সমাজৰ আন এটা প্ৰধান কৃষি উৎসৱ আৰু ইয়াক নবাছিগা বিহু বুলিও কোৱা হয়। কিয়নো ইয়াক প্ৰায় ধান চপোৱাৰ শেষত অৰ্থাৎ ধানৰ নৱা ছিগাৰ সময়তহে পতা হয়। প্ৰধানতঃ ডেকা-গাভৰুৰ উদ্যোগত এই উৎসৱ উৎযাপিত হয় কাৰণে ইয়াক কোনো কোনো ঠাইত "য়াঃমে মুম্বৰ দনাম্" অৰ্থাৎ "ডেকা-গাভৰুৰ প্ৰীতি-ভোজ" বুলিও কোৱা হয়। ডেকা-গাভৰুৰ প্ৰচেষ্টাত এই উৎসৱ পতা হয় যদিও গাঁৱৰ "আবাল-বৃদ্ধ-বনিতা" সকলো লোক জড়িত থাকে।

## আয়োজন ঃ

পঃবাগ্ উৎসৱ পাতিবলৈ হ'লে এবছৰৰ আগৰ পৰাই ইয়াৰ আয়োজন আৰম্ভ কৰিব লাগে। কিয়নো পৰিমাণৰ অৰ্থ, প্ৰচুৰ সম্ভাৰ, অপৰ্যাপ্ত পানীয় আৰু মাংসৰ প্ৰয়োজন। এনেকুৱা আয়োজনবোৰ গাঁৱৰ ডেকা-গাভৰুৱে মাজত উপজ থাকে লাগি

পাৰে। ডেকা ৰবাই ডেকা সকলক আৰু তিৰী ৰবাই গাভৰু সকলক সময়ে সময়ে কামৰ নিৰ্দেশ দি থাকে।

"দাগ্‌লুক্" হৈছে পঃৰাগ্‌ৰ বাবে পুঁজি সংগঠনৰ মাই উৎসৰ। "দাগ্‌লুক্"ৰ ব্যুৎপত্তিগত অৰ্থ হৈছে একে শাৰীতে একে লগে থিয় হোৱা। গাঁৱৰ ৰাজহুৱা কামৰ বাবে প্ৰত্যেক ঘৰৰপৰা একোজন মানুহ ওলাই আহিব লাগে। যেই কোনো ঘৰেই কাম কৰিবৰ কাৰণে দাগ্‌লুক্ মাতিব পাৰে। কোৰ মৰা, হাবি কটা, ধান দোৱা বা যেই কোনো জৰুৰী কামতেই দাগ্‌লুক্ লগাব পাৰে। ধৰক এখনত কোৰ মাৰিবৰ বাবে দাগ্‌লুক্ মাতিলে প্ৰতি ঘৰৰপৰা একোজন মানুহ আহি কোৰ মাৰিব লাগিব। বাইজে নিৰ্দিষ্ট কৰি দিয়া নিৰিখত আৰ্থিক দান দিব লাগিব। সেই টকা ৰাইজৰ পুঁজিত জমা ৰখা হয়। ধান দোৱা কামত দাগ্‌লুক্ লগালে প্ৰতিজন দাৱনীৰ বাবে নিৰ্দিষ্ট নিৰিখত ধান দিয়াৰ নিয়ম। সেইবোৰ ধান ৰাহুৱা ভঁৰালত জমা ৰখা হয়। দাগ্‌লুকৰ উপৰিও হুঁচৰি মাৰি বা বিহু গাই পুঁজি গঠন কৰা হয়। বহাগ বিহুত কেইবাখনো গাঁৱলৈ গৈ পঃৰাগ্‌ৰ বাবে পুঁজি তোলা হয়। তদুপৰি এবছৰৰ আগৰপৰাই পোৱালীতে গাহৰিবোৰ কিনি গাভৰু ছোৱালীবোৰক তুলি তালি ডাঙৰ দীঘল কৰিবলৈ দায়িত্ব দিয়া হয়।

ৰাখিয়া বস্তবোৰেই মুৰংঘৰৰ বাবে খুটা চ'তি মাৰলী, খাগৰী আদি যাৱতীয় বস্তুবোৰ গোটোৱা হয় আৰু প্ৰায়েই ভাদ মাহত সাজিবলৈ আৰম্ভ কৰে। গাঁৱৰ সন্মুখৰ ফালে ঠিক গাঁৱৰ সোঁ মাজতেই নৈৰ সমান্তৰাল ভাৱে মুৰংঘৰ সজা হয়। নৈৰ পাৰত আৰু গাঁৱৰ সন্মুখৰ ফালে থকাত মুৰংঘৰে গাওঁখনৰ সৌন্দৰ্য্য আৰু সৌষ্ঠৱ যথেষ্ট বৃদ্ধি কৰে। ঘৰটো বৰ আহল বহলকৈ সাজে। ওখকৈ চাং সাজি দিয়ে। খুটা চ'তি আদি য'তে সুবিধা পায় ত'তেই চিত্ৰ কলাৰ বিচিত্ৰ কাৰুকাৰ্য্য অংকণ কৰে। ছবিয়েই প্ৰাধান্য পায়। আজি কালি মহৎ লোকৰ বাণী কবিতাৰ কলি নাইবা কীৰ্ত্তনৰ কিছু পদো লিখি থোৱা দেখা যায়। এনে কাৰু-কাৰ্যৰ বাবে চুণেই হৈছে প্ৰধান আহিলা; বস্তুৰ অভাৱত এনেধৰণে হ'লেও অন্তৰায়ীভাৱে তেওঁলোকৰ অনুভূতি আৰু সৌন্দৰ্যবোধ চিত্ৰ আৰু লিখনিৰ মাধ্যমত প্ৰকাশ কৰিবলৈ

যত্ন কৰে। অপেশাত হ'লেও তেওঁলোকৰ শিল্পীসুলভ তীব্ৰ অনুভূতিৰে প্ৰকাশৰ সুৰ বিচাৰি গোটেই মুৰংখনকে চিত্ৰ বিচিত্ৰ কৰি তোলে। তদুপৰি কাগজৰ ফুল কাটি ঘৰখনৰ য'তেই সুবিধা পায় ত'তেই আঁৰি দি মুৰংঘৰখন সুশোভিত কৰে। গাঁৱৰ পুৰুষসকলে যেতিয়া মুৰংঘৰ সজাত ব্যস্ত থাকে গাভৰু ছোৱালীসকলে ৰাজহুৱা ভঁৰালত সঞ্চিত ধানবোৰ মৰণা মৰা, চাউল বনা, আপং তৈয়াৰ কৰা কাৰ্য্যত ব্যস্ত হৈ পৰে। গাওঁখন প্ৰস্তুতিৰ ব্যস্ততাৰে মুখৰিত হৈ পৰে।

পঃৰাগ্ উৎসৱ সাধাৰণতে আঘোণ আৰু ফাগুন মাহত উদ্‌যাপন কৰে। মিচিংসকলে প্ৰায়বোৰ উৎসৱেই এই দুই মাহত পাতে। অনিবাৰ্য্য কাৰণ নহ'লে বিবাহোৎসৱো এই দুই মাহতেই পতা দেখা যায়। খেতি চপোৱাৰ শেষত পঃৰাগ্ উৎসৱ পাতে কাৰণে ইয়াক অমিচিংসকলে নবাছিগা বিহু বুলিও কয়।*

ভাদ মাহত আহু ধান চপাই শেষ কৰে আৰু পুহ মাহত শালি ধান চপাই শেষ কৰে। আহু আৰু শালিৰ বতৰতে "দাগ্‌লুক্"ৰ যোগেদি যথেষ্ট ধান ৰাজহুৱা ভঁৰালত সঞ্চয় কৰিবলৈ সুবিধা পায়। সাধাৰণতে জাৰ জহৰ তীব্ৰতা কমে কাৰণেও এই দুই মাহতো এনে ব্যাপক ৰাজহুৱা ভোজৰ বাবে অতি প্ৰশস্ত বুলি ধৰা হয়।

ৰাইজৰ পৰিচালনা কাৰ্য্যত ডেকা বৰা আৰু তিৰী বৰাৰ নিযুক্তিয়ে স্পষ্টভাৱে আহোম শাসনতন্ত্ৰৰ প্ৰভাৱ দেখুৱাই দিয়ে যদিও এনে গাঁও সভাবোৰত আগৰ কৰাঙৰ সকলো চাৰিত্ৰিক বৈশিষ্ট্য আৰু গণতান্ত্ৰিক ঐতিহ্য ৰক্ষা কৰা হৈছে। ঠিক সেইদৰে পঃৰাগ্‌ৰ ধৰ্মীয় দিশটোৰ গঠন প্ৰণালীত স্থানীয় প্ৰভাৱ পৰিলেও মূলত আদিম নৈসৰ্গিক জড়োপাসনাৰ মৌলিক ভিত্তি ৰক্ষা কৰা দেখা যায়। "মিগম্ বৰা" শব্দটো হৈছে আদী আৰু অসমীয়া ভাষাৰ সংমিশ্ৰণ। মিগম্ মানে হৈছে "বজা"। পঃৰাগ্‌ত মিগম্ বৰাৰ ভূমিকা বজাৰ আহিত সৃষ্টি কৰা হৈছে। পঃৰাগ্‌ত প্ৰধানতঃ মিগম্ বৰা আৰু বৰ পুৰাবীয়ে ৰাইজক পৰিচালনা

* মিচিংসকলৰ উৎসৱবোৰ খেতিলৈ নমাৰ আগমুহূৰ্তত বা কৃষি বতৰৰ আৰম্ভতে পালন কৰাটো পূৰ্বাপৰ ৰীতি আছিল। সংগ্ৰাহক।

কৰে আৰু ডেকা ৰবা, তিৰীৰবা আৰু সমস্ত ডেকা-গাভৰু তেওঁলোকৰ আজ্ঞাবাহী মাত্ৰ। মিগম্ ৰবা আৰু ৰব পুৰাবীক আলপৈচান ধৰিবলৈ তামুলী আৰু ৰবৰবাণীও পভা হয়। মিগম্ ৰবা বিবাহিত পুৰুষো হ'ব পাৰে। কিন্তু ৰব পুৰাবী গাভৰু ছোৱালী বিলাকৰ মাজৰ পৰা উপযুক্ত চাই নিৰ্বাচন কৰে।

পঃৰাগ্ বিহু যিদিনাখন মুৰং ঘৰত আৰম্ভ কৰে সেই দিনা খনক 'ইচাং' (প্ৰতিষ্ঠা) বোলে। যিহেতু সেইদিনা আয়োজন সম্পূৰ্ণ কৰাৰ বাহিৰে ভোজ ভাত একো নহয়। প্ৰথমে ৰবপুৰাবী আৰু নিগম্ ৰবাক তেওঁলোকৰ যেই কোনো এজনৰ ঘৰৰ পৰা দুজনকৈ "গুম্ৰাগ্" নাচৰ যোগেদি আগবঢ়াই আনি "দঃঞি-পঃলক" (সূৰ্য্য-চন্দ্ৰ) সাক্ষী কৰি প্ৰতিষ্ঠা সমাপন কৰাৰ পিছত "মিনম্ য়াম্নাম্" উৎসৱ আৰম্ভ কৰিবৰ হয়। মিনম্ মানে আমন্ত্ৰিত অতিথি। অন্য গাঁৱৰ ৰাইজক মিনম্ বা অতিথি হিচাপে পঃৰাগ্ত সহযোগ কৰিবলৈ আমন্ত্ৰণ কৰে। অন্ততঃ চাৰি পাঁচখন গাঁৱৰ ৰাইজক আমন্ত্ৰণ কৰা হয়। আমন্ত্ৰণ পোৱা সেই ৰাইজে তেওঁলোকৰ গাঁৱৰ তিৰীৰবা আৰু ডেকা ৰবাৰ নেতৃত্বত আমন্ত্ৰণ ৰক্ষা কৰে। বাটৰ পৰা মুৰং ঘৰলৈ "গুম্ৰাগ্" নাচৰ যোগে আগবঢ়াই আনে আৰু ৰবপুৰাবী আৰু মিগম্ ৰবাই আদৰি আনে। সেই দৰে দলে মিনম্বোৰক আগবঢ়াই অনাকে "মিনম্ য়াম্নাম্" বোলে। মিনম্ নিমন্ত্ৰণ কাৰ্য্য প্ৰায় পাৰস্পৰিক ভিত্তিত কৰা হয় অৰ্থাৎ যিখন গাঁৱে তেওঁলোকৰ গাঁৱে পঃৰাগ্ পাতিলে আমন্ত্ৰণ জনাইছিল সেইখন গাঁৱকে দূৰ হ'লেও বিনিময়ত আমন্ত্ৰণ জনায়গৈ। মিনম্সকলে সেইদিনা নানা ধৰণৰ বিহু নাচৰ যোগেদি মুৰং ঘৰত্তে কটায়। তেওঁলোকৰ মাজত্তে শ্ৰেষ্ঠ দল হিচাপে পৰিগণিত হ'বলৈ আপ্ৰাণ চেষ্টা কৰে। কেতিয়াবা এটা দলৰ নাচনীয়ে আন এটা দলৰ ঢুলীয়াক প্ৰত্যাহ্বান জনাব পাৰে। শ্ৰেষ্ঠ ঢুলীয়াৰ লগত শ্ৰেষ্ঠা নাচনীৰ এনে প্ৰতিযোগিতা প্ৰায়ে পঃৰাগ্ বিহুত হয়। শ্ৰেষ্ঠ ঢুলীয়া আৰু নাচনীক উচ্চ স্থান দিয়া হয় আৰু তেওঁলোকক পঃৰাগ্ উৎসৱৰ বিশেষ আকৰ্ষণ বুলিব পাৰি।

সেইদিনা মাজ ৰাতিৰপৰা 'পঃৰৰ্'ক আপং জনাবলৈ আৰম্ভ কৰে। 'পঃৰৰ্' হৈছে আপং চকা এবিধ বাঁহৰ সঁজুলি, ৮ ফুটৰ

পৰা ১০ ফুট মান দীঘল হ'ব আৰু অন্যৰ বেৰ সেইদৰে ৮ ফুটৰ পৰা ১০ ফুটমান হ'ব। তলফালে ক্রমে জোঙা। তাত ১০০ বপৰা ১২০ কলহ আপং ভৰাব পাৰে। ওপৰত চাং সাজি গুলোমাই ৰখা হয় আৰু মাজে মাজে মানুহ উঠি পানী ঢালিবৰ বাবে চাঙৰ ব্যৱস্থা কৰা হয়। আপং ভৰাই শেষ কৰাৰ পিছত পানী ঢলা উৎসৱটো মিনম্ সকলৰ সহযোগত সম্পন্ন কৰে। ৰব-পুৰাৰী আৰু মিগম্, ৰবাৰ নেতৃত্বত সমূহ ডেকা-গাভৰু, মিনম্ সকল মিলি "গুম্‌ৰাগ্" নাচেৰে মুৰং ঘৰখন পাঁচবাৰ প্রদক্ষিণ কৰে। প্রদক্ষিণ কৰাৰ পিছত মিগম্, ৰবা আৰু ৰবপুৰাৰীয়ে "আচি কামাম্" বা পানী ঢলা কার্য্য সম্পন্ন কৰে। তেওঁলোকে যেতিয়া পানী ঢালিব, সমৱেত ৰাইজ আৰু মিনম্ সকলে আকাশ নিনাদিত কৰি, দঃঞি, পঃল, 'কাচিং কাৰ্তাং,' গুমুন্ চঃমিন আদি নানা দেৱ-দেৱীৰ প্রতি আকুল মিনতি জনায় যাতে গাঁৱত সর্বপ্রকাৰ মঙ্গল বিৰাজ কৰি থাকে। ইয়াক "ঋঃৰাদ্‌লা পেনাম্" বা উচ্চস্বৰে সমৱেত ৰাইজৰ স্তুতি বুলিব পাৰি।

যেতিয়া ৮ ফুট বা ১০ ফুট ঠাচি ঠাচি ভৰোৱা "আপং" সৰকি উগ্র মাদক ৰস সম্বলিত পানী তলৰ পাত্রত পৰিব, তেতিয়া "এঃগ্‌মামাম্" বা গাহৰি উৎসর্গা কৰিবৰ সময় হয়। প্রথমে উৎসর্গা কৰা গাহৰি নিশ্চয় চেঁউৰী 'য়েগ্‌না' এঃগ্ হ'ব লাগিব। প্রথমে গাহৰিজনীক পাঁচবাৰ "গুম্‌ৰাগ্" নাচেৰে প্রদক্ষিণ কৰিব। গাহৰিজনীৰ ঠিক বুকুৰ ফালে কটাৰীৰে ওপৰত ছাল কাটি লয়। সেই কটা অংশেদি জোঙা বাঁহ ক্রমে ক্রমে ভিতৰলৈ ভেদ কৰি দিয়া হয়। বাঁহ ডাল প্রথমে মিগম্ ৰবাই সোঁহাতে আৰু ৰব পুৰাৰীয়ে বাওঁ হাতে ধৰে। তীক্ষ বাঁহ যেতিয়া গাহৰিৰ বুকু বিদীর্ণ কৰি হিয়াৰ গভীৰতালৈ শালি পেলাব আৰু আহত বক্ষৰেদি উথিত তপ্ত তেজে উন্মত্ত ভাৱে চাৰিওফালে ছিটিকি পৰিব, যন্ত্রণাকাতৰ আহত পশুৰ আর্তনাদ তল পেলাই নৃত্যৰত ৰাইজে গগণ নিনাদি "দঃঞি, পঃল, কাচিং কাৰ্তাং গুমুন্ চঃমিন্" আৰু অন্যান্য অনমনীয় উগ্রদেৱ-দেৱীৰ নাম কাঢ়ি তেওঁলোকৰ সন্তুষ্টিৰ বাবে স্তুতি কৰে।

দেৱতাক লাগে তেজ, কেঁচা তেজ
মানুহৰ আহত হিয়াৰ……(দেৱকান্ত বৰুৱা)

সেই তেজ যেন পশুৰ নহয়, সেই তেজ যেন মানুহে নিজৰ বুকু ফালি অনিষ্টকাৰী দেৱতা সকলৰ প্ৰতি উৎসৰ্গা কৰি সিবিলাকৰ সন্তুষ্টিৰ বাবে প্ৰাৰ্থনা কৰিছে আৰু বিনিময়ত বিচাৰিছে তেওঁলোকৰ নিৰ্মম হৃদয়ৰ দয়া আৰু অকপমান অনুকম্পা। মিচিংসকলে দেৱতাসকলক সদায় উগ্ৰ, নিৰ্মম অনিষ্টকাৰী, আৰু ছিদ্ৰ অন্বেষণকাৰী শক্তিৰূপে কল্পনা কৰে। নিৰ্ম্মমভাৱে পশুৰ কেঁচা তেজ নিৰ্গত কৰি উৎসৰ্গা কৰিলেহে সেই দেৱতাসকলৰ তৃষ্ণা দূৰ হৈ মানুহক অনিষ্ট কৰাৰপৰা বিৰত থাকে বুলি বিশ্বাস কৰে। দেৱতাসকল তুষ্ট হৈ যাতে গাঁওখনক নদন বদন কৰে আৰু মানুহক অকাল মৃত্যু আৰু মাৰিমৰকৰপৰা পৰিত্ৰাণ কৰে তাৰ বাবে আকুল মিনতি জনায়। তদুপৰি গাঁৱৰ গৰু ম'হ, পথাৰ-সমাৰ আদি সকলোফালে সুদৃষ্টি পেলাব লাগে বুলিও "পেতম্ পেকিনাম্" কৰে অৰ্থাৎ প্ৰাৰ্থনা জনায়। দুই তিনিটা গাহৰি সেইদৰে উৎসৰ্গা কৰাৰ পিছত বাকীবোৰ সাধাৰণ উপায়ে বধ কৰে।

প্ৰথম দিনা মিনম্‌সকলক যিমান পাৰে দলে খুৰাই-বুৰাই ৰং ৰহইছ কৰে আৰু দলে দলে শেষত গুম্‌ৰাগ্ নাচৰ জৰিয়তে আগবঢ়াই থয়গৈ। দ্বিতীয় দিনা জীয়ৰী সকলক ভোজন কৰোৱায়। জীয়ৰী পদে গাঁৱৰপৰা অন্য গাঁৱলৈ বিয়া দি উলিয়াই দিয়া তিৰোতাসকলক বুজায়। গাঁৱৰ জীয়ৰী য'তেই নপৰক স্বামীসহ পঃৰাগ্‌ত নিমন্ত্ৰণ জনায় গৈ। কোনো জীয়ৰীয়ে বুঢ়ী হৈ আহিব নোৱাৰিলেও তেওঁৰ পুতেক বা নাতিয়ে আপং ভাৰ সহ সহযোগ কৰিবগৈ লাগিব। গাঁৱৰ জীয়ৰী কোন কোন গাঁৱত কাৰ কাৰ লগত বিয়া হ'ল তাৰ নিভুল হিচাপ ৰখা হয় আৰু নিমন্ত্ৰণৰপৰা ভুলক্ৰমে যাতে কোনেও বাদ পৰিব নোৱাৰে তাৰ বাবে যথেষ্ট তত্ত্বাৱধান লোৱা হয়। তৃতীয় দিনা বোৱাৰী সকলৰ ভোজনৰ দিহা কৰে। বোৱাৰী মানে গাঁৱৰ প্ৰত্যেক বিবাহিতা তিৰোতাকে বুজোৱা হয়। মিচিং সমাজত তিৰোতাসকল সদায় ব্যস্ততাৰ মাজত থাকে আৰু ৰাতিপুৱা কুকুৰা ডাকৰপৰা ৰাতি শোৱাৰ সময়লৈকে তেওঁলোকৰ তিলমানো আজৰি নাথাকে। সেইদিনা তেওঁলোকক ঘৰুৱা জঞ্জালৰপৰা আজৰাই আনি ভোজ ভাত খোৱাৰ দিহা হয়। চতুৰ্থ আৰু পঞ্চম দিনা সাধাৰণ ৰাইজৰ ভোজন

পৰ্ব চলে। আবাল-বৃদ্ধ-বনিতা সকলোৱে যাতে হেঁপাহ পলুৱাই খাবলৈ পায় তাৰ বাবে যত্ন লোৱা হয়। পঃৰৰ্ত চাকি লোৱা আপং পানীৰ উপৰিও বিপুল পৰিমাণৰ আপং পানী অন্য সঁজুলিৰেও চাকি কলহে কলহে যোগান ধৰা হয়। মাংস আৰু আপং পানীয়েই হৈছে পৰাগ্ উৎসৱৰ প্ৰধান উপভোগ্য সম্ভাৰ। পঃৰাগ্ শেষ হোৱাৰ পিছত "গুম্‌ৰাগ্" নাচৰ দ্বাৰা মিগাম্ ৰবা আৰু ৰবপুৰাৰীক তেওঁলোকৰ যেই কোনো এঘৰত আগবঢ়াই থয়গৈ। সেই দিনা দুয়ো নিজৰ খৰচত এটা গাহৰি মাৰি ৰাইজক ভোজন দিয়ে আৰু এই বিৰাট পঃৰাগ্ উৎসৱ পৰিচালনাৰ ক্ষেত্ৰত কিবা দোষ ত্ৰুটী বা দায় জগৰ লাগিব পাৰে বুলি ৰাইজৰ পৰা মাৰ্জনা খোজে আৰু আগলৈ কুশলে থাকিব লাগে বুলিও আশীৰ্বাদ লয়।

বিবৰ্ত্তনৰ পথত পঃৰাগ্ উৎসৱ পালনতো বহুতখিনি পৰিবৰ্ত্তনে দেখা দিছে। আদিতে মিবু বা দেওধাই সকলেই আৰম্ভণিৰপৰা শেষলৈকে উৎসৱ পৰিচালনা কৰিছিল। কিন্তু মিবুৰ অভাৱ হৈ অহাৰ লগে লগে তেওঁলোকৰ ঠাই মিগম্ ৰবা, ৰবপুৰাৰী আৰু ৰৰবাণীসকলে দখল কৰিলে।

তথাপি মিচিং সমাজত পঃৰাগ্ৰ সুদূৰ প্ৰসাৰী তাৎপৰ্য্যৰ কথা নগণ্য বুলি ধৰিব নালাগে। পঃৰাগ্ উৎসৱ পাতিবৰ বাবে গাঁৱৰ সমস্ত লোকৰ একাগ্ৰতাৰ প্ৰয়োজন। গাঁৱৰ প্ৰত্যেকলোকৰ ঐকান্তিক প্ৰচেষ্টা জড়িত থাকে কাৰণে তেওঁলোক বেছি সামাজিক হৈ পৰে আৰু ব্যক্তি স্বাৰ্থতকৈ সামাজিক লক্ষ্যক বেছি গুৰুত্ব দিয়ে আৰু গাওঁখনৰ একতা বেছি সুদৃঢ় হৈ পৰে। তদুপৰি গাওঁখন ৰব চহকী নহ'লে আৰু উৎপাদন যথেষ্ট নহ'লে পঃৰাগ্ উৎসৱ পাতিব নোৱাৰি। কাজেই প্ৰতি পৰিয়ালে উৎপাদন বঢ়াবলৈ প্ৰাণটাকি লাগি পৰে; যিহেতু পঃৰাগ্ উৎসৱ হ'লে মুবং ঘৰতে আলহীসকল আবদ্ধ নাথাকে; দূৰ দূৰণিৰ অসহী বসহী সকল আহি ভৰি পৰিবহি; তেওঁলোকক এবাটি আপং পানীৰে অপ্যায়িত কৰিব নোৱাৰিলে গৃহস্থলী ধৰ্মৰ নাম ৰক্ষা নপৰে। পঃৰাগ্ উৎসৱটোৱেই হৈছে মিচিং সকলৰ আতিথ্য পৰায়ণতাৰ ব্যাপক নিদৰ্শন। ওচৰ চুবুৰীয়া গাওঁবোৰক "মিনম্" হিচাপে

কথাৰ ফলত তেওঁলোকৰ লগত সম্প্ৰীতিপূৰ্ণ সম্পৰ্ক সদায় অটুট থাকে।

পঃৰাগ্ উৎসৱৰ আন এটা উল্লেখযোগ্য দিশ হ'ল গাঁৱৰ-পৰা বিয়াত উলিয়াই দিয়া জীয়ৰী সকলৰ সম্পূৰ্ণ হিচাপ ৰখাটো আৰু তেওঁলোকক নিমন্ত্ৰণ কৰি অনাটো। ইয়াৰ ফলত গাঁৱৰ মিতিৰ কুটুম কিমান দূৰ বিয়পি পৰিল তাৰ সংবাদ প্ৰত্যেক . গাঁৱৰ মানুহে জানে। জীয়ৰী সকলেও পঃৰাগ্ৰ সময়ত বিভিন্ন ঠাইৰপৰা আহি বহুত দিনৰ মূৰত দেখা শুনা হৈ মূৰং ঘৰত একেলগে ভাত খোৱা কথাটো কম ৰোমাঞ্চকৰ নহয়।

পঃৰাগ্ উৎসৱ মিচিং সংস্কৃতিৰ ঘাই বাহন। ইয়াত বিভিন্ন ঠাইৰ ঢুলীয়া, পাকৈত নাচনী আৰু নামতীৰ বিচিত্ৰ সমাবেশ ঘটে। নতুন অইনিঃতম্, নতুন সুৰ বা নতুনকৈ সৃষ্টি কৰা ঢোলৰ ছেওবোৰ বিভিন্ন শিল্পীৰ মাজত বিনিময় ঘটে আৰু সোনকালে মিচিং গাওঁবোৰত ইমূৰৰপৰা সিমূৰলৈ প্ৰচাৰ হৈ পৰে। সেই বাবে পঃৰাগ্ত গাওঁবোৰ প্ৰাণময় হয়, কৰ্মক্লান্ত মানুহক পঃৰাগে দিয়ে অফুৰন্ত প্ৰাচুৰ্য্য আৰু শিল্পীক দিয়ে সৃষ্টি প্ৰেৰণাৰ উন্মাদনা।*

* ৰঙ্গা, চেপ্তেম্বৰ, ১৯৭০ চন।

# পঃবাগ্

তৰুণচন্দ্ৰ পামেগাম

"পঃবাগ্" মিচিং জনজাতিৰ একচেটিয়া স্বকীয় উৎসৱ। ই প্ৰধানকৈ ডেকা-গাভৰুৰ উৎসৱ। গতিকে কোনো কোনো ঠাইত এই উৎসৱক "মুম্‌ৰৰ্‌-য়াংমে" অৰ্থাৎ ডেকা-গাভৰুৰ উৎসৱ বুলিও কোৱা হয়। পঃবাগ্‌ত ডেকা গাভৰুসকলে খেতিৰ ভাগৰ জোকাৰি পেলায়—অফুৰন্ত আনন্দ উপভোগ কৰে, নিজৰ কৃষ্টি সংস্কৃতিৰ পোহাৰ মেলে। সেয়েহে পঃবাগ্ তেওঁলোকৰ অতি আপোন, অতি মৰমৰ প্ৰাণৰো প্ৰাণৰ।

মিচিংসকল প্ৰধানকৈ কৃষিজীৱী। কৃষিয়েই তেওঁলোকৰ জীৱিকাৰ প্ৰধান সম্বল। পুৰুষ তিৰোতা নিৰ্বিশেষে তেওঁলোকে খেতি কৰে। আহু, শালি, বাও, সৰিয়হ, মাহ তেওঁলোকৰ মাই খেতি। আহাৰ-শাওণ মাহত বাৰিষাৰ খেতি আহু দাই শেষ হয়। লাহে লাহে বাৰিষাৰ পানী শুকাই যায়, বাটে পোতালী মেলে—বতৰ ফৰকাল হৈ আহে। আহিন কাতিমহীয়া সম্পূৰ্ণ খালি হৈ পৰে। সেয়েহে আহুধানৰ নবাছিগি শেষ হোৱাৰ পিচত, বাম খেতি আৰম্ভ হোৱাৰ আগে আগে আজৰি সময়-কণতে তেওঁলোকৰ পঃবাগ্ উৎসৱ অনুষ্ঠিত হয়। আনহাতে শালি বা বাওপ্ৰধান ঠাইত ভোগালি বিহুৰ আগে আগে বা লগে লগে খেতি চপাই শেষ হয়, সৰিয়হ আৰু আহু খেতিৰ আৰম্ভণি হয়। সেই দোমোজাতে খেতিয়ক ডেকা-গাভৰুসকলে অকণমান অৱসৰ পায়; সেই কাৰণেই সেইকণ অৱসৰৰ সময়তে শালিপ্ৰধান ঠাইত পঃবাগ্ উৎসৱ পালন কৰে। খেতি চপাই শেষ কৰি অৰ্থাৎ ধানৰ নবাছিগাৰ পিচতে পতা উৎসৱ কাৰণেই অসমীয়া ভাষাৰ অ-মিচিংসকলে এই বিহুক নবা ছিগা বিহু বুলি কয়।

পঃবাগ্‌ত আছে ডেকা প্ৰাণৰ অহেতুক আনন্দ, অকৃত্ৰিম প্ৰীতিৰ নিদৰ্শন, আৰু সমাজ পৰিচালনাৰ অপূৰ্ব আদৰ্শ। ওপৰে

ওপৰে চালে ই এটা নিচামত্তলীয়া ভোজ ভাত খোৱা আনন্দমুখৰ উৎসৱ যেন লাগিলেও ইয়াৰ অন্তৰ্নিহিত উদ্দেশ্য তাৎপৰ্য্যপূৰ্ণ। আজি কালি বহুত ঠাইত নোহোৱা হৈ গৈছে যদিও, মিচিং জনজাতিৰ গাঁৱৰ ডেকা-গাভৰুৱে উৎসৱ পাতিবৰ বাবে সজা বাহিৰা ঘৰ আছে। সেয়ে হ'ল 'ডেকা-চাঙৰ' নিচিনা 'মুৰং-ঘৰ'। এক বছৰৰ আগতে মুৰংঘৰত ডেকা-গাভৰু গোট খায়। ব্যক্তিত্ব আৰু সম্মান অনুপাতে তেওঁলোকৰ মাজৰপৰা বিষয়ববীয়া নিৰ্বাচিত হয়। আটাইতকৈ সম্মানীয় বিষয় হ'ল—'মিগম্' বা "মিগম্ ববা।" 'মিগম্' শব্দৰ অৰ্থ হ'ল বজা ; কোনো কোনো ঠাইত তেওঁক 'সোধৰ ববা' বুলি কোৱা হয়। কোনো ডেকা-গাভৰুৱে কিবা দোষ ত্ৰুটি কৰিলে তেওঁ বিচাৰ কৰি দোষ চাই দণ্ড দিব পাৰে। তেওঁৰ যি কোনো সিদ্ধান্তই চূড়ান্ত। ডেকাসকলক পৰিচালনা কৰিবৰ কাৰণে পতা হয় 'ডেকা ববা', গাভৰুসকলৰ কাৰণে 'তিৰী ববা', ঢুলীয়াৰ কাৰণে 'ঢুলীয়া ববা', মানুহ খবৰাখবৰি কৰিবৰ কাৰণে 'বাৰিক'। তেনেকৈ গাভৰুসকলক পৰিচালনা কৰিবৰ কাৰণে, গাভৰুসকলৰ ফালৰপৰা 'পাটগিৰী', 'ৰবাণী' আদি বিষয়ববীয়া নিৰ্বাচিত হয়। কোনো কোনো ঠাইত 'ৰবপোহাৰী'য়েই গাভৰু সমাজৰ শ্ৰেষ্ঠ সম্মান। বিষয়ববীয়া নিৰ্বাচিত হোৱাৰ পিচত দিন ধাৰ্য্য কৰা হয় আৰু কোন গাঁৱৰপৰা 'মিনম্' বা ডেকা-গাভৰুৰ দল নিমন্ত্ৰণ কৰা হ'ব তাৰ আলোচনা হয় আৰু সেই গাঁৱৰ ডেকা-গাভৰুসকললৈ খবৰ দিয়া হয়। সেই গাঁৱেও তদ্ৰূপ বিষয়ববীয়া নিৰ্বাচন কৰে আৰু যথাসময়ত নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ সাজু থাকে। সমাজৰ নীতিমতে বিষয়ববীয়াসকলৰ ফালৰপৰা পঃৰাগ্ উৎসৱলৈ যথাৰীতি 'আপং' দিব লাগে। নিমন্ত্ৰিতসকলে কিন্তু একো নিব নালাগে।

'মিনম্' শব্দৰ অৰ্থ মানুহক কৰা আমন্ত্ৰণ। 'মি' মানুহ, 'নম্' আমন্ত্ৰণ। আমন্ত্ৰিতসকলক আমন্ত্ৰণকাৰীসকলে যথেষ্ট সম্মান প্ৰদৰ্শন কৰিব লাগে। তেওঁলোকক আমন্ত্ৰণকাৰীসকলে কেইবাযোৰো কল পুলিৰপৰা ঢোল তাল বজাই নাচি বাগি আদৰি নিব লাগে। বিষয়ববীয়া অতিথিসকল বিশেষ সম্মানৰ পাত্ৰ। আমন্ত্ৰিত 'মিনম্' দল নিৰ্দিষ্ট দিনৰ আবেলিমা উপস্থিত

হ'ব লাগে। 'পঃৰাগ্' ডেকা-গাভৰুৰ উৎসৱ হলেও বুঢ়া বুঢ়ীসকলেও ৰীতি মতে ডা-ডাঙৰীয়া পোনায়—উপাৰিপুৰুষক জাননী দিয়ে—গাঁৱৰ আৰু সমাজৰ মঙ্গলৰ কাৰণে। মুক্ত বিষয়ৰৰীয়াজনেই উৎসৱত উছর্গা কৰা দ'তাল গাহৰি মৰাৰ নিয়ম। গাহৰিৰ আগমগুহত কোনো ঘুণ নাথাকিলে ৰাইজৰ উৎসৱ কৃতকাৰ্য্য হয়। নিঘূণী আগমগুহ গাঁৱৰ বা সমাজৰ মঙ্গলৰ লক্ষণ। গতিকে ডেকা-গাভৰুসকলে গাঁৱৰ আৰু সমাজৰ কল্যাণৰ কাৰণে, অপায় অমঙ্গল নহ'বৰ কাৰণে উছাঁগত গাহৰিৰ চাৰিও-ফালে ঢোল তাল লৈ নাচি নাচি পাঁচবাৰ ঘূৰিব যাতে সেই গাহৰিৰ মগুহে সমাজক তৃপ্তি দিয়ে আৰু উপাৰিপুৰুষসকলেও শান্তি পায়। গাহৰি মাৰিবৰ সময়ত আদি পুৰুষ—'আনা দঃঞিঃ' অৰ্থাৎ মাতৃ সূৰ্য্য আৰু 'আৰু পঃল' অৰ্থাৎ পিতৃ চন্দ্ৰক স্তুতি কৰা হয়।

মিনম্ ডেকা গাভৰুসকলক বিহু তলিলৈ আদৰি অনাৰ পিচৰপৰাই বিহুতলি আনন্দমুখৰ হৈ পৰে। ডেকাসকলে ঢোল তাল বজাই ভাগৰি পৰে, হেঁপাহ নপলায়; গাভৰুসকল নাচি নাচি ভাগৰি পৰে, আমনি নাপায়। গোটেই দিন আৰু গোটেই ৰাতি নাচ ধেমালি চলি থাকে। নিমন্ত্ৰণকাৰীসকলে যত্ন ল'ব যাতে মিনম্সকলে খোৱা বোৱাত অলপো কষ্ট নাপায়, অভ্যৰ্থ-নাত যাতে কোনো ত্ৰুটি নহয়। মিনম্সকলে যত্ন ল'ব যাতে তেওঁলোকৰ নাচ ধেমালিয়ে সেই অঞ্চলৰ ৰাইজক অপাৰ আনন্দ দি থৈ যাব পাৰে। এই নৰাছিগা বিহুতেই হয় মিচিংসকলৰ কৃষ্টি-সংস্কৃতিৰ আদান-প্ৰদান। এখন গাঁৱৰ ঢুলীয়া আন এখন গাঁৱৰ নাচনী, এখন গাঁৱৰ 'অইনিঃতম্' আন এখন গাঁৱৰ নাচনী বাজনাৰ ছেও, নাচৰ গত, 'নিঃতম্'ৰ আদান-প্ৰদান, ভাবৰ মিলা-মিচা, আচাৰ-ব্যৱহাৰ সংমিশ্ৰণ, এনে বিনিময়ৰ ফলত গঢ়ি উঠে প্ৰীতিৰ বিৰাট সৌধ। বিহুৰ পিচদিনা নিয়মিতভাৱে মিনম্সকলক খুৱাই বুৱাই আগদিনা আদৰি অনাৰ দৰেই-আনন্দমুখৰ পৰিবেশত পুনৰ আগবঢ়াই বিদায় দিয়া হয়। মুৰংঘৰ বিঙা বিঙা লাগে, হৰ্ষ আৰু বিষাদৰ চকুলো বাগৰি আছে। মনলৈ নানা ভাব আহে—ভাব আহে আকৌ কেতিয়া এই আনন্দ ঘূৰি আহিব। পিচৰ বছৰত হয়তো ৰাইজৰ খান

চাউলৰ অৱস্থা ভাল নহ'ব। পাঁচ বছৰেও হয়তো নৰাছিগা বিহু পাতিব নোৱাৰিব। তাৰ মাজতে হয়তো বহুত ডেকা-গাভৰুৰ বিয়া হৈ যাব। তেনে এটা দিন হয়তো বহুতৰ মাজলৈ আকৌ ঘূৰিয়েই নাহিব।

নৰাছিগা বিহুলৈ আন গাঁৱলৈ উলিয়াই দিয়া জীয়ৰীসকলকো যথাবিহিতভাবে নিমন্ত্ৰণ কৰা হয়। জীয়ৰীসকল আহে, প্ৰত্যেকৰ হাতত আহে আপঙৰ টোপোলা। তেওঁলোকে সভক্তিৰে ৰাইজক সেৱা কৰে, সমাজৰ আশীৰ্বাদ লয়। নৰাছিগা বিহু উৎসৱত এইদৰেই আছে প্ৰেম-প্ৰীতি, মৰম-চেনেহ, কৰ্মতৎপৰতা, কৰ্ত্তব্য-পৰায়ণতা, সমাজ সেৱা, দায়িত্ববোধ আৰু বাধ্যতাগুণ। তাতোকৈ আছে নিজৰ কৃষ্টি-সংস্কৃতিক সজীৱ কৰি ৰখাৰ অদম্য প্ৰেৰণা।*

*দৈনিক অসমত প্ৰকাশিত, ৮ ফেব্ৰুৱাৰী, ১৯৭৩ চন।

# পঃৰাগ্

## নন্দেশ্বৰ পামেগাম

"পঃৰাগ্" মিচিঙৰ সাংস্কৃতিক ৰাজহুৱা উৎসৱ। ইয়াক মুম্বুৰয়াঃমেৰ (ডেকা গাভৰু) দ্বাৰা পৰিচালনা কৰা হয়। এই বিহু সাধাৰণতে খেতি চপোৱাৰ পাছত অনুষ্ঠিত কৰা হয়। সেয়ে ভাদ, আহিন অথবা মাঘ ফাগুন মাহৰ ভিতৰতে পতা হয়। ইয়াৰ কাৰণেই অন্যান্য অসমীয়া মানুহে ইয়াক 'নৰাছিগা বিহু' বুলিও কব খোজে। ইয়াক এক সুন্দৰ পৰিবেশৰ মাজেদি 'পঃনুংনুঃনাম্' (স্তুতি নৃত্য), আদিৰে তিনিদিন অতি জাক-জমকেৰে পালন কৰা হয়। দতাঁল গাহৰি, আপং আদি উৎসৰ্গা কৰি আই বসুমতী, অন্নদাতা পৰম পুৰুষ 'কাৰ্চিং কাৰ্তাং', 'দঃঞিঃ পঃল', 'চেঃদ্‌মেঃল', আদি সৃষ্টিকৰ্ত্তাসকলক আৰাধনা কৰে। উদ্দেশ্য "আই বসুন্ধৰা শস্যশ্যামলা হৈ ভৰি পৰক, চহা ৰাইজে সুখেৰে দিন নিয়াওক।"

এই উৎসৱ সুচাৰুৰূপে আৰু শৃঙ্খলাৰে পৰিচালনা কৰিবলৈ "মুম্বুৰ্ য়াঃমে"ৰ এটি সমিটি সামূহিকভাৱে গঠন কৰা হয়। ইয়াৰ সামূহিক ব্যৱস্থা সম্পূৰ্ণ গণতান্ত্ৰিক ভিত্তিত কৰাৰ উপৰিও কাৰ্য্যপালিকাজনো নিৰ্বাচিত। আহোম ৰজাৰ যেনে দৰে ৰাজ্যশাসনৰ সুবিধাৰ্থে বৰপাত্ৰ, গোহাঁই, বৰফুকন, ফুকন ইত্যাদি বিষয়া আছিল এনেদৰে "পঃৰাগ্"তো সৰু-ডাঙৰ বিষয়ববীয়া পাতি দিয়া হয়।

মিচিং 'পঃৰাগ্'ৰ বিষয়ববীয়াসকলৰ উপাধিবিলাকত প্ৰায়েই আহোম ৰজাই অসম শাসন কৰা সময়ৰপৰা অসমীয়া নাম সোমাই পৰিল। যিয়েই নহওক, ডেকাসকলক পৰিচালনা কৰাৰ ভাৰ

---

কাৰ্চিং কাৰ্তাং—বিজুলী বজ্ৰপাতৰ গৰাকী

দঃঞিঃ পঃল—বেলি জোন

চেঃদ্‌মেঃল—আদিম পুৰুষ-প্ৰকৃতি

আপং—চাউলৰপৰা তৈয়াৰ কৰা এবিধ পানীয় মদ।

"ডেকা ৰবা," আৰু গাভৰু পৰিচালনাৰ ভাৰ "তিৰীৰবা"ৰ ওপৰত। ডেকা ৰবাক সকলো প্ৰকাৰে সহায় কৰিবলৈ "চট" ৰবা আৰু তিৰীৰবাক সহায় কৰিবলৈ এজনী গাভৰু "ৰবাণী" থাকে। সিবিলাকৰ তলতেই বিভিন্ন সৰু সৰু বিষয়-ববীয়া ডেকা গাভৰুৰ দল থাকে। "ডেকা ৰবা" আৰু 'তিৰীৰবা"ই উৎসৱৰ উচ্চতম পদাধিকাৰী। বিচাৰৰ নিমিত্তে "উদাৰু" "(সোধাৰু) (সোধানী) আৰু উদানী" নামেৰে যথাক্ৰমে ডেকা-গাভৰু এহাল থাকে।

ডেকা-গাভৰুৰ মাজত মনোমালিন্য ঘটিলে অথবা বাদ-বিবাদ হ'লে সেই দুজনেই বিচাৰকৰ ভাৰ লয় আৰু মীমাংসা কৰে। সমাজুৰা সকলৰ ফালৰপৰা মাথোন ৰায়হে দিয়ে। দোষী-জনক শাৰীৰিক শাস্তি বিধানৰ নিয়ম নাই। মাথোন দণ্ড বিহিৰ পাৰে। -সাধাৰণ দণ্ড হিচাপে ৰূপ এটকা, মতা কুকুৰা এটি আৰু একলহ আপং লয়। গুৰুতৰ অপৰাধীৰ দুগুণ বা তিনিগুণ লোৱা নিয়ম আছে। এই বিচাৰ সকলোৰেই মানি লবই লাগিব। কোনোৰে মানি নললে "There are no courts of law, no Punishment, no jails. The only penalty is public disapproval. A man who rebels against customs will be isolated and considered as "Outsider" or outcaste. This is a sort of social boycott." এই নীতি মিচিঙৰ পঃবাগ্‌তো সম্পূৰ্ণ দেখা যায়। সমাজ দ্ৰোহী লোকক অথবা সমাজৰ নীতি নিয়ম মানি নোলোৱা, নিয়ম ভংগকাৰীক সমাজচ্যুত কৰা হয়।

উৎসৱত অতিথিক অভ্যৰ্থনা কৰিবলৈ এজন "মিনম্‌ ৰবা" (অতিথি ৰবা) থাকে। অতিথিক সকলো প্ৰকাৰে পৰিচৰ্য্যা কৰা, খোৱা বোৱাৰ ব্যৱস্থা কৰা আদি তেৰে'ই কৰি দিব লাগে। অনুষ্ঠানৰ আলোচনাৰ বৈঠক বহিব লগীয়া হ'লে "মুৰং" (ৰাজহুৱা ঘৰ) ঘৰত বহে আৰু খা-খবৰ দিবলৈ এজন "বাৰিক" (দূত) থাকে। কোনো বিষয়ববীয়াই আলোচনা চলাওঁতে অথবা কামলৈ অহত্ত্ব পলম কৰিলে "টেকেলাৰ" দ্বাৰা হাজিৰ কৰোৱা হয়। আৱশ্যক হ'লে "টেকেলাই" শাৰীৰিক শাস্তিও প্ৰয়োগ কৰিব

পাৰে। এনে ক্ষেত্ৰত ডেকাহে প্ৰায়বোৰ উৎসৱত টেকেলা হোৱা দেখা যায়; কোনো কোনো ঠাইত অৱশ্যে 'অ্ৰ্গ্ৰ্'ও (গাভৰু টেকেলা) সুকীয়াকৈ ৰখাৰো নিয়ম আছে।

এই উৎসৱ পালন কৰিবলৈ জাক জমকীয়া ধৰণৰ এটি ঘৰ নিৰ্মাণ কৰা হয়। এই ঘৰকেই "মুৰং" ঘৰ (ৰাজহুৱা ঘৰ) বোলা হয়। এই উৎসৱ সাধাৰণতে বুধবাৰে আৰম্ভ হয় আৰু শুক্ৰবাৰে শেষ হয়। কিন্তু কোনো কোনো ঠাইত পাঁচ দিন পৰ্য্যন্ত একেৰাহে পালন কৰা দেখা যায়; বিশেষকৈ ডাঙৰ গাওঁবোৰত।

প্ৰথম দিনা ডেকা ৰবা আৰু তিৰোবিৰাক মুৰং ঘৰলৈ আদৰি আনে। সেই নিশা সামাজিক ব্যৱস্থানুযায়ী ডেকা ৰবা আৰু তিৰোবিৰাই উৎসৱত আপং দিয়া নিয়ম আছে। ইয়াৰে অতি আড়ম্বৰে "উই ৰাঙাম্"লৈ (দেৱতা সকললৈ) স্তুতি কৰে। আগেয়ে মিবুৰ দ্বাৰাহে পৌৰোহিত্য কৰা হৈছিল যদিও ক্ৰমে এই নীতি বাদ দি অহাও দেখা গৈছে।

দ্বিতীয় দিনা, বৃহস্পতিবাৰে অতিথিসকলক সম্মানেৰে সৈতে আদৰি আনি "মুৰং" ঘৰত বহুৱায়। সেইদিনা বেচ খোৱা বোৱা হয় আৰু আবেলি অতিথি সকলক বিদায় দিয়ে। তৃতীয় দিনা শুক্ৰবাৰে গাঁৱৰ ৰাইজৰ মাজত খোৱা বোৱা হয়। যি গাঁৱত এই বিহু পাতে সেই গাঁৱৰপৰা বিয়া দিয়া জীয়ৰী সকলকো প্ৰায় দুই তিনি সপ্তাহৰ আগৰপৰাই নিমন্ত্ৰণ জনোৱা হয়। এই বিলাকৰ প্ৰতি গৰাকীয়েই নিজৰ গিৰীয়েকৰ সৈতে আপঙৰ টোপোলা অনাৰ বাহিৰেও অন্ততঃ দুজনী গাভৰু ছোৱালী আৰু দুজনকৈ ডেকা লগত আনটো নিয়ম।

আনহাতে যেতিয়াই বিহু পাতিবৰ মানসে মুম্বুৰ্য়াঃমে অনুষ্ঠান গঠন কৰা হৈ যায়, তেতিয়াৰপৰা, যেতিয়ালৈকে উৎসৱ পতা নহয়, তেতিয়ালৈকে মাক বাপেকে কোনো গাভৰু ছোৱালীকেই বিয়া দিব নোৱাৰে। অৱশ্যে বিষয়-ববীয়া সকলৰ ক্ষেত্ৰতহে এই নিয়ম ৰখকৈ প্ৰচলন আছে। জৰুৰী সমস্যাত পৰি কেনেবাকৈ বিয়া দিব লগীয়া হ'লেও অনুষ্ঠানৰ পৰামৰ্শ প্ৰথমে লব লাগিব। কিয়নো বিয়াৰ সকলোবোৰ কাম "মুম্বুৰ্-ৰাঃমেৰ" দ্বাৰাহে সমাধা

কৰিব লাগে। গাঁতকে সিহঁতে বিয়াৰ প্ৰস্তাৱ অনিৰ্দিষ্ট কাললৈ স্থগিত ৰাখিব পাৰে। যদিহে এজনী ছোৱালী সেই সময়ত গান্ধৰ্ব প্ৰথাৰে বৈবাহিক সূত্ৰত আৱদ্ধ হয়, তেতিয়া পাছত এনে উৎসৱত অথবা মাকৰ ঘৰলৈ ঘূৰি আহোঁতে ইচ্ছামতে দণ্ড বিহিব পাৰে। এনেকুৱা কাৰ্য্য কৰা মানে পঃৰাগ্‌ৰ বিষয়-ববীয়াক অপমান কৰা বুলি বিবেচিত হয়।

বিষয়-ববীয়া সকলৰ মজুৰি নাই। বৰং সেইসকলে আপং, চাউল, কুকুৰা বেছিকৈহে অনুষ্ঠানক প্ৰদান কৰিবলগীয়া হয়। অনুষ্ঠানৰ উচ্চতম পধাধিকাৰী হিচাপে ডেকা-বৰাই প্ৰচলিত ৰীতি অনুযায়ী আৰু সন্মানৰ প্ৰতীক স্বৰূপে আচুতীয়াকৈ "আপং" আৰু "মাংস" আগ ভাগ পায়। বিহুত সাধাৰণতে আপঙৰ ব্যৱহাৰ বৰ বেছি। অনুষ্ঠানৰ টকা পইচাৰ বাবে "মুম্বুৰু-ৱাঃমে". অনুষ্ঠানে সামুহিক ভাৱে গাঁৱৰ গণ্য মান্য লোকৰ প্ৰতি ঘৰে ঘৰে কাম কৰি দি (আগতীয়াকৈ মাননী বুলি ডেকা গাভৰুৱে ধান দাই দিয়ে বা তেনে কামত সহায় কৰি থয়) সমস্যাৰ সমাধান কৰে। আন ফালে বহাগ বিহুত হুচৰি গাই পোৱা টকাৰ প্ৰায় সৰহ ভাগ পঃৰাগ্‌ৰ কাৰণে জমা ৰাখে। তদুপৰি অনুষ্ঠানে গাঁৱৰ প্ৰতি ঘৰে কিমানকৈ টকা, আপং, চাউল দিব লাগিব নিৰ্ধাৰণ কৰিব। গাঁৱৰ "গাম্" বা গাওঁবুঢ়াই এনে ক্ষেত্ৰত সাধাৰণতে তিৰীৰৰা আৰু ডেকাবৰাৰ সমানে বা বেছিকৈ বৰঙণি দিব লাগে।

পঃৰাগ্ কেইদিনৰ দিনৰ ভাগত বিভিন্ন ধৰণৰ বিহু হয় আৰু আবেলি "মিবু"ৰ (দেওধাই) দ্বাৰা পৰিচালিত পূজা-পাতল, তাৰ আনুষঙ্গিক ৰীতি-নীতি আৰু "মিবু আঃবাঙৰ" (পুৰোহিতৰ বাণী) জৰিয়তে প্ৰকাশ পোৱা সৃষ্টি পাতনিৰ আখ্যান আৰু বিশ্বাস আদিৰ কথা বুজাই দিয়া হয়। 'মিবি'ৰ মতে 'চেঃদু-ৰাঃৰু' আৰু 'মেঃল নাঃনী' ই প্ৰথম মানুহৰ সৃষ্টি কৰ্তা। এই কাৰণে "চেঃদ্ ৰাঃৰু" আৰু "মেঃল নাঃনী"ৰ নাম লৈ বিভিন্ন ৰাজহুৱা পূজা-উৎসৱ আদিত শ্ৰদ্ধা আৰু ভক্তিৰে উচ্চাৰণ কৰে। নিশাৰ উৎসৱত 'মিবু'ৰ (দেওধাই) নায়কত্বত ডেকা-গাভৰু সকলোৱে মিলি শাৰী পাতি হাতত ধৰা ধৰি কৰি সমস্বৰে গায়—

"দাৰ্মি চিংভুঙা তৰ্মাক তৰ্মাঙায়
কম্বং আপংন্‌া ৰেয়ংপক ৰেয়াৰায়"

তেতিয়া ৰংবিৰঙৰ ফুলাম ৰিহা মেখেলা 'ৰিবি গাচেঙ', 'গন্ৰ উগন্', 'গাপা গাৰে' ইত্যাদি নিজৰ জাতীয় সাজ পোছাক পিন্ধে। বিহু যদিও "মুম্বৰ্ য়াংমে"ৰ দ্বাৰা পৰিচালিত তথাপি ল'ৰা-ছোৱালী, ডেকা-গাভৰু বুঢ়া-বুঢ়ী সকলোৱে অংশ গ্ৰহণ কৰিব পাৰে। ইয়াত ভেদা-ভেদ জ্ঞান অথবা ধনী-দুখীয়াৰ প্ৰভেদ নাথাকে। ধনী-দুখীয়া নিৰ্বিশেষে সমানে উৎসৱত অংশ গ্ৰহণ কৰে আৰু অবাধে "মুৰং" ঘৰলৈ অহা-যোৱা কৰিব পাৰে। পাশ্চাত্য "বনফায়াৰ" (Bonfire) উৎসৱ নীতিৰ আৰু উদ্দেশ্যৰ লগতো পঃৰাগ্‌ৰ কিছু সাদৃশ্য থকা যেন বোধ হয়। বনফায়াৰ উৎসৱৰ অন্তৰ্নিহিত নীতিৰ লগতে সুৰ মিলাই পঃৰাগ্‌কো ক'ব পাৰি "There is no distinction of rich and poor, high and low, old and young. All class barriers shattered on those days and thus the festival is the most democratic one and a big unifying force."

পঃৰাগ্‌ৰ তাৎপৰ্য্য মিচিং সমাজৰ কাৰণে বৰ গভীৰ। আনে ইয়াৰ গুৰুত্ব উপলব্ধি অথবা তাৎপৰ্য্য মূল্যহীন বুলি আখ্যা দিলেও বা উপলব্ধি নকৰিলেও মিচিং মাত্ৰেই ইয়াৰ গুৰুত্ব উপলব্ধি কৰিব। তাৰ বাবেই ইয়াক এনে বুলিও কব পৰা যায়—
It has a special significance for formers (Miri-people) as it marks the ending of the harvesting season and they forget their difference and meet each other and are received with flesh and "Apong" (wine).

ইয়াৰ বাদেও এই উৎসৱে মিচিঙৰ কৰ্মক্লান্ত জীৱনলৈ আনে অপৰিমেয় আনন্দ আৰু সামূহিক জীৱনত তেনেদৰে ৰহণ যোগায়। "The festival serves as a great tonic

ৰিবি গাচেঙ—চাদৰ কাপোৰ।
গন্ৰ উগন্—ধুতি।
গাপা গাৰে—চাদৰ।

for the Miri people, it clears away the rust of the soul. Man also finds in this festival an outlet for his melancholy instincts. The rural folk seen to surpass their counterparts in urban areas in marry making and dancing which go on for several days."

আদিতে এই উৎসৱ প্ৰতিবছৰে প্ৰতিখন গাঁৱত পতা নিয়ম আছিল। কিন্তু আজি কালি দুই তিনি বছৰৰ অন্তৰে অন্তৰেহে সৰহখিনি মিচিং গাঁৱে পতা দেখা যায়।

এই উৎসৱত সাংস্কৃতিক নৃত্যগীতৰ পৰিবেশ বেছিকৈ পৰিলক্ষিত হয়। কৃষিজীৱী মিচিং জাতিৰ একালত কৃষিয়েই আছিল প্ৰাণ। পথাৰৰ পকাধান মুঠিত ভড়ালত জমা কৰাৰ অন্তত কৰ্মক্লান্ত শাৰীৰিক অৱকাশ দিবলৈ কৰা চেষ্টাৰ ফল স্বৰূপেই পঃৰাগ্‌ৰ সৃষ্টি বুলিব পাৰি। মিচিঙৰ এই উৎসৱ কিমান আনন্দৰ, কিমান আপোন হ'ব পাৰে! এই কাৰণেই পঃৰাগ্‌ৰ তাৎপৰ্য্য বৰ গভীৰ। ৰজনীকান্ত বৰদলৈদেৱে "মিৰি জীয়ৰী"ত "নবাছিগা" বিহু সম্বন্ধে এঠাইত প্ৰশংসা আৰু সহানুভূতিৰ সুৰত মন্তব্য কৰিছে "মোৰ আজলী "মিৰি জীয়ৰী" য়ে আজিকালিৰ নব্য ধৰণেৰে বঙলা গান গাবলৈ নিশিকিলে, দুখ লাগিলে তাই আধা ভঙা অসমীয়া মাতেৰেহে মাথোন সামান্য সামান্য বিহু নাম গাব জানে।" আন এঠাইত কৈছে "নবাছিগা বিহু আহিলে তাই (মিৰি জীয়ৰীয়ে) 'দাদাম বনেং বনেং দাদিং..."

"পেকামা কামদাঙা কলপি কলপি" ইত্যাদি নাম গায়"। বৰদলৈদেৱৰ এই মন্তব্য প্ৰায়েই সত্য। বঙলা নেগায়। কিন্তু অকল অসমীয়া বিহুগীতহে গায় বুলি কলেও ভুল হ'ব। বাজহুৱা অনুষ্ঠানবিলাকত প্ৰায়ে নিজা দোৱানৰ "নানেম ৰাৰী" (অইনিঃতম্) গায়। অৱশ্যে বিৰাট অসমৰ বিশেষ অংশ মিচিঙৰ অইনিঃতমত অসমীয়া শব্দ সোমাই পৰাটো স্বাভাবিক। একালত এই বিহু আছিল অতি পবিত্ৰ আৰু নিকা। অ'ৰ ত'ৰ জেকাল

বাবে বঙলা সংস্কৃতিৰ মিশ্ৰণ নাছিল। কিন্তু সময়ৰ দাবী সকলো সংস্কৃতিতে পৰে; পৰা দৰ্কাৰো।

পঃবাগ্ অসমৰ কৃষ্টি সংস্কৃতিৰ এসংহতি। জনজাতিৰ এনে সংস্কৃতিৰ শাখা-প্ৰশাখাৰ সংহতিৰ সমষ্টিয়েই হ'ল সমগ্ৰ অসমৰ সংস্কৃতিৰ বৰ সংহতি। গতিকে ইয়াক জীয়াই ৰাখিলে অসম-সংস্কৃতিৰ বৰনৈখন সবল আৰু শক্তিশালী হ'ব।*

* “আমাৰ প্ৰতিনিধি”ত প্ৰকাশিত। ২য় বছৰ, ৫ম সংখ্যা। পুহ, ১৮৮৩ শক, জানুৱাৰী, ১৯৬১ চন।

# আলিয়াই লৃগাং ঃ ইয়াৰ বৈশিষ্ট্য

## দুৰ্গা বেগন

আলিয়াই লৃগাং মিচিং সমাজৰ এটা প্ৰধান উৎসৱ। দঃঞি ·পঃল (বেলি-জোন) উপাসক মিচিং সমাজে জন্মদাত্ৰী বসুমতী আইকো সদায় শিৰত লয়। যিয়ে মানুহক, জীৱিকাৰ কাৰণে এমুঠি অন্নৰ যোগান ধৰে তেওঁৱে আমাৰ আই পৃথিৱী। তেওঁ চিৰপূজ্য। এয়া লৃগাঙৰ প্ৰাথমিক উদ্দেশ্য। বসন্ত ঋতুৰ আগমনত যেন গোটেই পৃথিৱীতে এক সজীৱতা দেখা দিয়ে। সেই কাৰণে মিচিং সমাজৰ এই উৎসৱটো ফাগুন মাহৰ প্ৰথম বুধবাৰত পাতে। বুধবাৰটো মিচিং মানুহৰ কাৰণে পবিত্ৰ আৰু মঙ্গলৰ দিন। বৰ্তমানে ৰাজ্যিক চৰকাৰেও মিচিঙৰ পবিত্ৰ উৎসৱটো বা 'আলিয়াই লৃগাং'টো এটি মিচিং সম্প্ৰদায়ৰ স্থানীয় উৎসৱ হিচাপে সন্মান কৰি চৰকাৰী বন্ধৰ দিন হিচাপে ঘোষণা কৰিছে।

'আলিয়াই লৃগাঙ'ৰ অৰ্থ হ'ল 'আলি' মানে শস্য বা কঠীয়া, 'আঃয়ে' মানে ফল (আলি-আঃয়ে=আলিয়াই), 'লৃগাং' মানে শস্য সিঁচাৰ প্ৰথম দিন বা কঠীয়া সিঁচাৰ দিন আৰু তিনিটা শব্দৰ একত্ৰিত অৰ্থ হ'ব 'শস্য সিঁচাৰ প্ৰথম দিন'। আগন্তুক বছৰৰ কাৰণে আজিয়ে প্ৰথম শস্য আই বসুমতীত (মাটিত) সিঁচিব। মাটিৰ বুকুত থাকি সেই শস্য যাতে নষ্ট নহয় আৰু সেই শস্যক পোক-পৰুৱা, বনৰীয়া জীৱ-জন্তু আৰু প্ৰাকৃতিক দুৰ্য্যোগে যাতে অনিষ্ট নকৰে, তাৰ কাৰণে মাতৃ বা ধাত্ৰী আৰু পূৰ্বপুৰুষসকলৰ ওচৰত প্ৰণতি জনাবলৈ পতা উৎসৱ। দৰাচলতে এই 'আলিয়াই লৃগাঙ'ত আহুধানৰ খেতি আৰম্ভ কৰা হয়। এই খেতি মিচিং মানুহে পূৰ্বতে বা বৰ্ত্তমানেও জুম খেতি পদ্ধতিৰে কৰে। অকল আহু ধানেই সিঁচে এনে নহয়, তাৰ লগতে 'এঙে' (কচু), 'ভাপা' (কোমোৰা), 'মুৰুচি' (জলকীয়া), 'তাকেঃ' (আদা), 'আঙুনু' বা 'আলি' (কাঠ আলু),

কপাগ্ (কল) ইত্যাদি আৱশ্যকীয় শস্য আৰু গুটি বোজা হয়।

'আলিয়াই লৃগাঙ'ৰ দিনা পুৱাতে ঘৰৰ ঘাই গৃহিণীয়ে পথাৰৰ এচুকত কোৰেৰে নতুন শস্য সিঁচা আৰম্ভ কৰে। তেওঁ শস্য ছটিয়াই দি কোৰেৰে মাটিৰ ওপৰৰ কোমল অংশ খানি এই 'পেনাম্' (বচন) কয়—

(১) "উপাকা. গুঃচিন্ গাম্মাঙা তল বল লাংকা। চিল তাগ্য়িং তাংঙক দপা তঃপানামাম্ চিদ্দুং। অপান্ আঃবেনাম্ কগঃমাংগম্ বিচুয়েকু।"

(২) "কুম্দাং ৰুংঙঙা কাঃত তাঙ্তলাংকা, চিনা য়গ্না তাঃত য়াঃয় নল্ভা কাঃলা-তাদ্লাংকা।"

(দুখ আপদবোৰ, বিফলতা আৰু বাধা বিঘিনিবোৰ ইয়াৰ পৰা চাৰিও ফালে আঁতৰি যোৱা. আজি পাঁচ দহ বছৰৰ খাৰ-লগীয়া শস্য সিঁচা আৰম্ভ কৰিছোঁ, নিছলা, দুখীয়া, খোজনীয়া, মগনীয়াক দান দিম। ঘৰৰ লক্ষ্মীদেৱী বা মঙ্গল বাখোঁতাই দৃষ্টি ৰাখক, মৃত আতা মাতা, পূৰ্ব-পুৰুষ সকলে শস্যবোৰ ৰখি-ঢাকি দিয়ে যেন।)

"উই মচাক্" (পূজা আয়োজন আৰু পালন) ঃ— 'আলিয়াই লৃগাঙ'ৰ কাৰণে মাহেক, পষেক বা সপ্তাহৰ আগতে নিত্য খাদ্য সামগ্ৰীবোৰ গোটাই থয়। অৰ্থাৎ 'লৃগাঙ'ৰ কাৰণে 'আপং' প্ৰায় এমাহৰ আগতে বেলেগাই যতনাই থয়। ইয়াক এনেদৰে ৰখা হয় যে যাতে কোনো ৰকমে অপবিত্ৰ নহয়। সপ্তাহ বা পষেকৰ আগতে প্ৰতি পৰিয়ালৰপৰা এজনকৈ পুৰুষ মানুহ 'দমৃ' (মাছ মাংস) 'আপ্তা' (চিকাৰ) কৰিবলৈ যায়। এই চিকাৰ দৰাচলতে সমজুৱাৰ বাবে কৰে, পিচত ভাগ পাতি লয়। চিকাৰত পোৱা মাছ মাংসবোৰ শুকান কৰি অনা হয়। শুকান মাছক 'ঙচান্' আৰু শুকান মাংসক 'দুন্চান্' বোলা হয়। ঠিক তেনেকৈ প্ৰতি পৰিয়ালৰ তিৰোতা মানুহবোৰেও এমাহৰ আগতে 'আম্কেল্' বা 'আম্পি' (ৰঙা ধানৰ) 'আম্ৱন্' (চাউল) 'ভাকেঃ' (আদা) 'মুৰ্চি' (জলকীয়া) আদি লাগতিয়াল মা-মচলা যতনাই থয়। 'লৃগাঙ'ৰ প্ৰায় দুদিনৰ আগতে এই 'আপ্তা'লৈ যোৱা মানুহবোৰে পাত এবোজা লৈ ঘৰলৈ আহে। এইখিনিতে উল্লেখ কৰিব পাৰি যে

এনে চিকাৰ কৰা বা উৎসৱ আয়োজনৰ কাৰ্য্যকলাপবোৰ গীত, নৃত্য আৰু আকাৰ ভঙ্গীৰে 'লৃগাং চঃমান্'ত (লৃগাং বিহুত) দেখুৱাব পাৰে। তাৰে ভিতৰত 'আপ্তা'লৈ আহ্বান কৰা আৰু মাছ মৰা, খেনু কাঁড়েৰে পহু মৰা নৃত্যবোৰ উল্লেখযোগ্য। 'লৃগাঙ'ৰ পুৱাই ঘৰৰ জীয়ৰী বোৱাৰীসকলে গা-পা ধুই লৈ পুজাৰ বা উৎসৱৰ কাৰণে অনা খাদ্য সামগ্ৰীবোৰ বন্ধা বঢ়াত লাগি যায়। 'লৃগাঙ'ৰ কাৰণে 'আম্পি' বা আম্কেল্ (বৰা) চাউলৰ সৰু সৰু টোপোলা কৰি বান্ধি ৰান্ধে আৰু দৰাচলতে এই উৎসৱৰ কাৰণে 'পঃৰ আপং' (ছাইমদ)হে ব্যৱহাৰ কৰে। শুকান মাছ আৰু তাকেঃ (আদা) মিহলাই এবিধ চাটনি তৈয়াৰ কৰে, তাক 'তৃঃমৃ' বোলে। তাৰ উপৰিও মাছ বা মাংসৰে আঞ্জা ৰান্ধে। এইবিলাক সকলো খাদ্য তৈয়াৰ হোৱাৰ পিছত ঘৰৰ পিচফালে এডোখৰ ঠাই কোৰেৰে পৰিষ্কাৰ কৰি এটি সৰু আলিৰ নিচিনাকৈ মাটি উঠায়। উক্ত আলিৰ ওপৰত পাতেৰে সৰু সৰুকৈ বাটিৰ নিচিনাকৈ এটা ঘৰৰ কিমান উপৰিপুৰুষ বা মানুহৰ মৃত্যু হৈছে তাক হিচাপ কৰি এই বাটিবোৰ সজোৱা হয়। যিবিলাক পূৰ্ব পুৰুষ বা মানুহৰ কেঁচাকৈ অৰ্থাৎ কোনো জ্বৰ বেমাৰ নোহোৱাকৈ মৃত্যু হৈছে তেওঁলোকৰ কাৰণে বেলেগাই বা অন্যভাৱে ঠাই কৰি দিয়া হয়।

'লৃগাঙ'ৰ দিনা ঠিক দুপৰীয়াৰ পিচতে উল্লেখ কৰা মাটি ডোখৰত 'উৰম্ আপিন্' (প্ৰেতাত্মালৈ জলপিণ্ড) দিয়া কাম ঘৰৰ মুখীয়াল বা পুত্ৰ সন্তানে কৰে। 'উৰম্ আপিন্'ৰ অৰ্থ হ'ল 'উৰম্' মানে দেও বা প্ৰেতাত্মা, আপিন্-মানে ভাত। উল্লিখিত পাতেৰে সজা সৰু সৰু বাটিবোৰত 'পঃৰ' আপং (ছাইমদ) ঢালি দি আৰু 'আম্কেল্' বা' আম্পি' (বৰা) চাউল ছটিয়াই দি 'পেনাম্' (বচন) আৰম্ভ কৰে। এই বচন মৃত উপৰি পুৰুষসকলৰ নাম কাঢ়ি গাই যায়। অৰ্থাৎ এঘৰত যদি মেস্তৃন্ নামৰ বুঢ়া ককা আছিল তেন্তে তেওঁৰ নামেৰে এইদৰে ক'ব

(১) "চিনা, চিল তাঃত মেস্তৃন্ নম্, দৃতাগ্লক্কা পুঃন্যাম্ জেৰ্নাম্ লগা দদ তৃঃদপা আম্কেল্ আম্ৰুনোলাং পঃৰ আপঃলক্ উৰম্ আপিন্ বিদুঃনোকা।"

(২) "কুম্‌দাং ব্‌ংগুঙা আইপা দ্‌ঃমতইকা, অকুম্‌ আঁৰাঙাম্‌, আঁচাৰ্‌ বিঃবি মতইকা, উৰম্‌ আপিন্‌ বিমাঃ জাম্‌না ম্‌ঃমাঃলাংকা।"

(এয়া আজি ককাদেউতা মেন্ডন্‌! তোমাক বছৰৰ উৎপাদন আৰু উন্নতিৰে খাব পিবৰ কাৰণে বৰা চাউল আৰু আপঙেৰে জল পিণ্ড দিছোঁ।

গোটেই পৰিয়াল ওচৰ চুবুৰীয়াক সুখ শান্তিৰে থাকিবলৈ দিয়া ঘৰৰ মানুহক কুশল মঙ্গলে থাকিবলৈ শক্তি দিয়া আৰু জলপিণ্ড দিয়া নাই বুলি নেভাবিবা।)

ঠিক সেইদৰে সকলো মৃত উপৰিপুৰুষৰ নাম কাঢ়ি 'উৰম্‌ আপিন্‌' বা জলপিণ্ড দিয়া কাম সমাধা কৰা হয়।

'ল্‌গাঙ'ৰ দিনা প্ৰায় আবেলি দুই বা তিনি বজাৰপৰা খোৱা আৰম্ভ কৰে। এই কামো এটি নিয়মৰ দ্বাৰা আৰম্ভ কৰা হয়। যেনে গাঁৱৰ ম্‌ৰব্বী ঘৰৰ বা 'গাম'ৰ ঘৰৰপৰা যেতিয়ালৈকে 'লাঃনং' 'বাৰ্‌বাং' (এবিধ থালৰ আকৃতিৰ বাদ্য যন্ত্ৰ) নেবাজে তেতিয়ালৈকে কোনেও কাৰো ঘৰত গৈ খোৱাবোৱা আৰম্ভ কৰিব নোৱাৰে। 'লাঃনং' 'বাৰ্‌বাঙ'ৰ ধ্বনিয়ে উৎসৱ আৰম্ভ আৰু ভোজন আৰম্ভৰ সংকেত দিয়ে। এই 'লাঃনং বাৰ্‌বাং' বজোৱাৰ পিছতহে প্ৰতি ঘৰৰ ম্‌ৰব্বী-জনক এবাটি আপং, এটি পুৰাঙৰ টোপোলা (আম্‌পি ভাতৰ টোপোলা) দিয়ে। তেঁৱেই প্ৰথমে ঘৰৰ মাজত খোৱা আৰম্ভ কৰে।

তাৰ পিছত ম্‌জিং বাৰ্‌ক্‌' (বুঢ়া-দলৰ বাৰিক) জনে গাঁৱৰ সিটো ম্‌ৰৰপৰা প্ৰতি 'ম্‌জিং' (বুঢ়া) সকলক মাতি লৈ যায় আৰু আনটো ম্‌ৰৰ পৰা খোৱা বোৱা আৰম্ভ কৰে। প্ৰত্যেক ঘৰৰ বুঢ়া মানুহজনে এই দলত যোগ দিয়া নিয়ম আছে আৰু কৰিব লাগে। তেওঁলোকে খোৱা আৰম্ভ কৰাৰ আগতে 'আপং আপিন্‌' (আপং ভাত) 'আমং আঁচি' (মাটি পানীক) অৰ্থাৎ বসুমতী আইক প্ৰথমে দান দি এই 'পেনাম্‌' (বচন) কৰ—

(১) "চিনা, চিল ব্‌ঃলো-প্‌লো, চিনা-মঃৰ নল্‌ম্‌ আপ্‌প্‌ঙাম্‌ দ্‌ঙাগ্‌ দমান্‌ ত্‌মাল্‌ক বিপঃলুং"।

(২)"অকুম্, আবাঙাম্, আইমত্তইকা, আব্গ, আঁচিঙাম্, আইমত্তইকা, ল্ন্ঞিং কাম্চুঃ চঃঞ চঙ্ম্ক আঃমাম্, পাঃমত্তইকা"।

অসমীয়াত এই দৰে হ'ব (এয়া আজি সৃষ্টি কৰ্ত্তা, মাটি পানী, তোমালোক সকলোকে বছৰেকীয়া উৎসৱৰ খোৱা বস্তুৰ পৰা প্ৰথম ভাগ দিছোঁ।

ঘৰৰ সকলোকে কুশলে ৰাখঁা, খেতিবাতি ভাল হবলৈ দিয়ঁা, অহা বছৰলৈ দুই তিনিটা ভঁড়াল হোৱাকৈ ধান পাবলৈ দিয়ঁা।)

ঠিক সেইদৰে বুঢ়া মেথা সকলৰ পিছত আদহীয়াবোৰে, তাৰ পিছত ডেকাদল আৰু গৰখীয়া বা সৰু সৰু ল'ৰা-ছোৱালীবোৰে ইটো ঘৰৰপৰা সিটো ঘৰলৈ গৈ খোৱা বোৱা কৰে আৰু ভাতৰ টোপোলা গ্ৰহণ কৰে। তেওঁলোকেও বুঢ়া সকলৰ দৰে আগত উল্লেখ কৰা 'পেনাম্' (বচন) খোৱাৰ আগতে গায়।

সেইদৰে সেইদিনা গোটেই নিশা গাঁৱত প্ৰতি ঘৰৰ খোৱা বোৱা কাম সমাধা কৰে। ঘৰৰ জীয়ৰী বোৱাৰীসকলে সেইদিনা কোনেও কাৰো ঘৰত লৃগাং খাবলৈ নেযায়; যিহেতু তেওঁলোকে আলহী বা নিমন্ত্ৰিত সকলৰ অভ্যৰ্থনাত ব্যস্ত থাকিব লগাত পৰে। লৃগাং চঃমান্ (গীতমাত আৰু নৃত্য) 'আলিয়াই লৃগাঙ'ৰ গীত-মাতবোৰ অন্য উৎসৱ বা বিহু অৰ্থাৎ মাঘ আৰু বহাগ বিহুৰ গীত মাত আৰু নৃত্যৰ পৰা বহুত বেলেগ। 'লৃগাং চঃমান্' মিচিং সমাজৰ একমাত্ৰ সম্পূৰ্ণ কলা, সংস্কৃতিৰ প্ৰকৃত উৎপত্তি স্থল। গীতৰপৰা আৰম্ভ কৰি নৃত্য, ঢোলৰ ধ্বনি পৰ্য্যন্ত বহল তাৎপৰ্য্য আছে। পৰম্পৰাগত মিচিং সমাজৰ কৃষ্টিহে ইয়াত বিশেষকৈ পৰিলক্ষিত হয়। 'লৃগাঙ'ত গোৱা গীত, নৃত্য, বজোৱা ঢোলৰ ছেও অইন উৎসৱত পৰিবেশন কৰা নহয়। ঢোলৰ মাত শুনিয়ে নিশ্চিত হ'ব পাৰিব যে আজি আমুক গাঁৱত লৃগাং হৈছে। পূৰ্বাণ কালত 'লৃগাং' উৎসৱ বেলেগ বেলেগ গাঁৱে বেলেগ বেলেগ দিনত অৰ্থাৎ বৰ্ত্তমানৰ নিচিনা একে দিনে পতা নাছিল। অন্য এটা বিশেষত্ব হ'ল যে 'লৃগাঙ'ৰ বাহিৰে 'লাঃনং বাব্বাং' (এবিধ বাঁহৰ আকৃতিৰ বাদ্য যন্ত্ৰ) 'চঃমান্'ত (বিহুত) বজোৱা নহয়। এই লানিং বাব্বাংবোৰ, ঢোল তালৰ ছেৱে ছেৱে বজোৱা হয়।

(১) গ্‌মৃ্‌ৰাগ্‌, গ্‌মৃ্‌ৰাগ্‌, কেকন্‌লক্‌, গ্‌মৃ্‌ৰাগ্‌, কে'কন্‌চি-চিন্‌, গ্‌মৃ্‌ৰাগ্‌, গ্‌মৃ্‌ৰাগ্‌ ৰাগ্‌।

(২) গ্‌মৃ্‌ৰাগ্‌, গ্‌মৃ্‌ৰাগ্‌ আগিন্‌, আগিন্‌, গ্‌মৃ্‌ৰাগ্‌, গ্‌মৃ্‌ৰাগ্‌ ৰাগ্‌।

এইয়া 'হ'ল 'ল্'গাং চঃমান্'ৰ ঢোলৰ প্ৰথম ছেও। ইয়াৰ অৰ্থ এইদৰে হয় বুলি মিচিং মানুহে ভাবে -

গ্‌মৃ্‌ৰাগ্‌ ঢোলৰ ধ্বনি বা মাত ইপিনেও গ্‌মৃ্‌ৰাগ্‌ সিপিনেও গ্‌মৃ্‌ৰাগ্‌ অৰ্থাৎ গ্‌মৃ্‌ৰাগ্‌ ধ্বনিয়ে চাৰিওফালে প্ৰতিধ্বনিত হৈছে।

অতীতৰ গ্‌মৃ্‌ৰাগ্‌ আজি আমি পুনৰ পালন কৰিছোঁ।

ঠিক তেনেকৈ—দ্‌নৃ্‌, দ্‌নৃ্‌, পাক্‌, পাক্‌, ৰাৰ দ্‌নৃ্‌, পাক্‌, দ্‌নৃ্‌ দ্‌নৃ্‌ পাক্‌ পাক্‌ দাং দ্‌নৃ্‌ পাক্‌—ইত্যাদি ইত্যাদি।

এইবোৰ ধ্বনি ঢোলত ফুটি নোলায় মানে 'আলিয়াই ল্'গাং' যেন নেলাগে। বৰঞ্চ এই ছেও নবজালে গাঁৱৰ বুঢ়া মুখীয়াল ৰাইজৰপৰা ডেকা-গাভৰু ৰাইজে বৰ বেয়াকৈ গালি-ভ'ৎসনা পায়। এই বুলি গাঁৱৰ বুঢ়া বুঢ়ীও 'চঃমান্'ত যোগ নিদিয়া নহয়। তেওঁলোকে সময়ত ওলাই আহি পুৰণি ঢোলৰ ছেও কেনেকৈ বজায় আৰু পুৰণি নৃত্য কেনেকৈ নাচে ইত্যাদি উঠি অহা ডেকা-গাভৰুক দেখুৱাই বুজাই দিয়ে।

নৃত্য ভঙ্গিমা আৰু খোজ আদিও গ্‌মৃ্‌ৰাগ্‌ আৰু দ্‌নৃ্‌পাক্‌ আদি ঢোলৰ ছেওৰ সমানে মিলি যোৱাকৈ বিশেষ ধৰণৰ নৃত্যৰ ৰীতি আছে। নৃত্যবোৰত সাধাৰণতে ডেকা-গাভৰুৱে শাৰী পাতি চক্ৰাকাৰে বা ঘূৰণীয়া কৰি লৈ আৰু প্ৰথম নাচনীৰ হাতৰ ভঙ্গীত সমানে মিলাকৈ নাচে। এনেকৈ নেনাচিলে 'ল্'গাঙক' অৱমাননা কৰা বুলি গণ্য কৰা হয়। 'ল্'গাং' নিঃতম্ অন্য অন্য চঃমান্‌ৰ গীতৰ লগত প্ৰায় মিলিলেও কিছুমান 'নিঃতম্' সম্পূৰ্ণ বেলেগ। যিবোৰক কেৱল গ্‌মৃ্‌ৰাগ্‌ বা 'দ্‌নৃ্‌পাক্‌ বজাওঁতে গোৱা হয়। প্ৰকৃততে 'ল্'গাঙত 'লেকে আঃবাং, কাবান্' (পুৰণি গীত আৰু লোকগীত) গোৱা হয়। ল্'গাঙত গোৱা গীতমাতবোৰত উৎসৱ-মুখৰ ডেকা-গাভৰুৰ আনন্দ উলাহৰ বৰ্ণনা থাকে।

১। "লা লঃলে লঃলে লঃলে
দাব লঃলে লঃলে লঃলে
চিচ্ গ্ চ্গ্ ব চ্গ্ ব বদিয়া
ৰাগাম্ গাম্ ব গাম্ ব বদিয়া।"

"হৰিণাই হৰিণীৰ সতে আনন্দত জঁপিয়াই দৌৰি যোৱাৰ দৰে আমিও আজিৰ আনন্দ উৎসৱত মতলীয়া হৈছো।"

২। "য় ব্ঃচে পাঃম চ্তকা
অম্ম্ ব্ল্বা, ব্ঃচে পাঃম চ্তকা।
য় কেক্তাঙা ৰাৰাং চ্তকা
অম্ম্ ব্ল্বা, কেক্তাঙা ৰাৰাং চ্তকা।"

(আহা বন্ধু বান্ধৱীহঁত! সাজি কাচি আমাৰ লগাং উৎসৱক আনন্দ মুখৰ আৰু ৰঙেৰে ৰঙীন কৰোঁ।)

৩। "য় দ্ম্লাবাম্ লাম্ম চুতকা
লাঃতি দ্ম্লাবাম্ লাম্ম চুতকা।
য় দাঅ্ৰা পংক্ৰ্লাঃজে
গ্ঃদাব্ দাঅ্ৰা পংক্ৰ্লাঃজে।"

(দীঘলীয়া চুলিবোৰক নিখুঁতকৈ ফণীয়াই ওলাই আহঁা, আমি সকলোৱে নাচি ৰাগি ৰংবহইস্যৰে হৈ চৈ কৰি প্ৰতিঘৰৰ চোতালত আনন্দ উছৱেৰে মুখৰিত কৰোঁ।)

৪। "য় দ্ম্দ্মাম্ দ্ঃল্ক্তইকা
তাগাঃ দ্ম্দ্মাম্ দ্ঃল্ক্তইকা।
য় মাৰ্প্ঙাম্ পাল্ং চুতকা
মাঃব ব্ল্বা, মাৰ্প্ঙাম্ পাল্ং চুতকা।"

মাঃব ব্ল্বা মেৰ্প্ঙেম্ পাল্ং চুতকা।

(আহা সমনীয়া ভেকাহঁত! ঢোল তালকৈ বজাই দিয়ঁা আৰু মুখত বন্ধা পাগুৰি শুৱনিকৈ লগাই বিহুতলিলৈ ওলাই আহঁা)

৫। "য় আতচাঙা চাঃম চুদচিম্‌,
লাম্‌ং আত্‌চাঙা চাঃম চুদচিম্‌,
য় লাচেনাম্‌ চেন্‌মান্‌লাঃজে
মাঃৰ ব্‌ল্‌ৰা, লাচেনাম্‌ চেন্‌মান্‌লাঃজে।"

(আহা—আমি সুস্থ হৈ থাকোঁতে আনন্দ কৰোঁ, যাতে আনন্দত নাচি নাচি আমাৰ দুখ শোক পাহৰি পেলাওঁ, আহা ডেকা সমনীয়াহঁত।)

৬। "য়াম্‌প য়াঃয়াঙা ৰ ৰ য়াঃয়াঙা
ৰগ্‌না নাগদ্‌প্‌পা গ্‌ৰাং য়েকুপা।
য় কিঃতুনা তুনাং য়েকুপা
কিঃৰপা কিঃতুনা তুনাং য়েকুপা।"

(আজি আজি, কালি কালি কৰি দিনবোৰ ক্ৰমে টুটি গৈছে ; যেনেকৈ কুকুৰাই উমনি দি দি শুকাই ক্ষীণাই যায়, তেনেকৈ মানুহৰ জীৱনো এদিনাখন নাইকিয়া হৈ যাব ; কুকুৰে বুঢ়া হৈ আহিলে কুঁজা হৈ মানুহৰ দুৱাৰে দুৱাৰে ঘূৰি ফুৰি থাকে ঠিক তেনেকৈ মানুহৰ জীৱনো এদিন বাৰ্ধক্যৰ হেচাঁত কুকুৰৰ অৱস্থালৈ আহিব।)

ইত্যাদি লোক গীতবোৰ 'ল্‌ংগাং' উৎসৱত গোৱা হয়। ইয়াৰে কিছুমান গীতত ডেকা-গাভৰুৰ যৌৱন উলাহী মনোভাৱৰ উলাহৰ বৰ্ণনা থাকিলেও আন কিছুমানত মানুহৰ জীৱনৰ জন্ম-মৃত্যুৰ কথাও বৰ্ণনা কৰা দেখা পাওঁ।

ব্যক্তিগত জীৱনৰ প্ৰেম পীৰিতি আৰু হৰ্ষ-বিষাদৰ বৰ্ণনা দিয়াৰ উপৰিও বৰ্ত্তমানে 'ল্‌ংগাং' উৎসৱৰ নিবিড়ভাৱে জড়িত থকা 'অইনিঃতম্‌' শুনিবলৈ পাওঁ।
উদাহৰণ স্বৰূপে—

৭। "মাঃৰ নম্‌, কাঃতপা ল্‌ংগাঙই চঃমান্‌ দ
ম্‌ম্‌ৰ্‌ৰ্‌, য়াঃমেঃ পংকক্‌দ ৰাৰ্‌য়িদইয়া ৰাৰ্‌কদ্‌লা,
নক্‌কা আমিগ্‌ কাঃনাম্‌ দা, নক্‌কা নাপ্‌পাং য়িৰ্‌লাম্‌দা
গুক্‌কা আচিন্‌ মাঃনাম্‌ দাম্‌ অইয় ল্‌ৰি দাগ্‌ৰনা।"

(তোমাক লৃগাং' বিহুত ডেকা গাভৰু দলৰ মাজত আনন্দেৰে ইফাল সিফাল কৰি ফুৰা চাবলৈ ইচ্ছা কৰোঁ, তোমাৰ মুখৰ হাঁহিত যেন মনে ভৰা কথাবোৰ প্ৰকাশ পায়)।

এইদৰে গীত-মাত-নৃত্য আদিৰে আগতে উল্লেখ কৰা কাৰ্য্য বিৱৰণী মতে 'লৃগাং' উৎসৱ শেষ হয়। 'লৃগাঙ'ৰ আগ নিশা ঘৰে ঘৰে খোৱা শেষ কৰি গাঁৱৰ মুৰব্বীৰ বা গামৰ ঘৰত আৰু ঠিকাদাৰ, মহলদাৰ বা কোনো হাতী মহ থকা ধনীঘৰত উক্ত নিশা 'চঃমান্' কৰে। ঘৰৰ গিৰিহঁতে যিমান পাৰে টকা পইচা আৰু 'আপং', 'আপিন্' আগবঢ়াই 'লৃগাং চঃমান্' দলক সেৱা জনায়। এইদৰে 'লৃগাঙ'ৰ প্ৰথম নিশা শেষ হয়।

তাৰ পিচদিনা অৰ্থাৎ দ্বিতীয় দিনা পুৱাতে গাঁৱৰ ইমুৰৰ-পৰা আকৌ এই 'চঃমান্' দলে যাত্ৰা আৰম্ভ কৰে। সেইদিনা প্ৰত্যেক গাভৰু ছোৱালীয়ে নিজ হাতে বোৱা 'বিঃবি', 'গাচেং', 'পতালি' (হাতে বোৱা ৰংচঙীয়া ফুল থকা মেখেলা, চাদৰ আৰু ককাঁলৰ মেঠনি কাপোৰ) পিন্ধে। এই অনুপাতে ডেকা-ল'ৰা সকলেও 'উগন্' আৰু 'গালুক' (হাতে বোৱা চুৰিয়া আৰু চোলা) পিন্ধে এখন 'বিঃবি' বা 'পতালি' লৃগাং কৃষ্টিৰ চিন স্বৰূপে পতাকা লৈ শোভাযাত্ৰা আৰম্ভ কৰে। প্ৰত্যেক ঘৰতে সোমাই দুৱাৰমান 'গুম্ ৰাগ্, গুম্ ৰাগ্' কৰি ঘূৰণীয়া বা হুচৰিৰ দৰে 'চঃমান্' কৰি পিছত গিৰিহঁতে আগবঢ়োৱা টকা আৰু 'আপং' 'আপিন্'ৰ দান লৈ যায়। যোৱাৰ আগতে এফাকি জয়ধ্বনি দি যায়।

এইদৰে দিনটো কটায়। সেইদিনা ঘৰৰ বুঢ়া বুঢ়ী আৰু খোৱাৰী সকলেও দল বান্ধি ইখন ঘৰৰপৰা সিখন ঘৰলৈ গৈ লৃগাং খায়।

দপান্-তৃঃপান্, লৃগাঙ'ৰ তৃতীয় দিনা, আগদিনা পোৱা 'আপং', 'আপিন্' আৰু টকা পইচাৰে গাৱঁৰ সকলোৱে মিলি 'দপান্ তৃঃপান্' (ভোজ ভাত) খায়। চতুৰ্থ দিনা সম্পূৰ্ণ গেনা হৈ থাকে। কাম বন কৰিব নেপায়। সেই কেইদিন গছ কটা, মাছ মৰা, মাটি খনা, পথাৰত জুই জলোৱা আদি কাম বৰ দোষণীয় কৰ্ম্ম। খোৱা বোৱাৰ ভিতৰত কণী, সিজোৱা মাছ,

মাংস তেলেৰে ভজা, চিৰা সান্দহ খনোৱা, টেঙা খোৱা আৰু ফলমূল খোৱা দোষণীয়। এইবিলাক কৰিলে শস্য নষ্ট হয় বুলি মিচিং মানুহৰ গভীৰ জন বিশ্বাস আছে।

পঞ্চম দিনা 'চাগ্‌লেন্‌' (গেনা ভঙা) কাৰ্য্য। এই উপলক্ষে পুৱা খাই বৈ প্ৰত্যেক ঘৰৰপৰা একোজন পুৰুষ 'বুগ্‌বাদ্‌' (চিকাৰ কৰি গেনা ভঙা) লৈ যাব লাগে। পহু থকা এখন হাবি চাই লৈ 'বুগ্‌বাদ্‌' কৰে। অধিক সংখ্যক মানুহে হৈ চৈ কৰি পহু খেদে আৰু চিকাৰীবোৰে এটা এটা বিশেষ ঠাইত বৈ পহু মাৰে।

অৱশ্যে এইদিনা পহু পাবও পাৰে নেপাবও পাৰে, তাৰ কোনো ধৰা বন্ধা নিয়ম নাই। কিন্তু পহু মাৰিলে 'কুম্‌দাং-বুঙং' (আই বসুমতী বা গাওঁ বা ঘৰৰ পালিতা দেৱ দেৱী) সন্তুষ্ট হৈছে বুলি বিশ্বাস কৰে।

সেইদিনা গধূলি প্ৰত্যেক ঘৰতে 'চাগ্‌লেন্‌' আয়োজন কৰে আৰু ইয়াক 'লৃঃলেন্‌' পৰ্ব বুলিও কোৱা হয়। এই 'চাগ্‌লেন্‌'ত বুঢ়া বুঢ়ী সকলক নিমন্ত্ৰণ কৰা হয়। 'বুগ্‌বাদ্‌'ত (চিকাৰত) পোৱা মাছ মাংসেৰে অথবা অইন মাছ মাংসেৰে 'চাগ্‌লেন্‌' কাম সমাধা কৰে। প্ৰথমে আমী (জুই) লৃঃচিগ্‌ (ব্যৱহাৰিত বৰ্ত্তন) কিম্বা (জাঁকি)ক 'আপং,' 'আদিন্‌, (মদ আৰু মাংস) দি এইদৰে কয়—

(১) "চিনা, আমী, লৃঃচিগ্‌ কিংবা নলুম্‌ আপ্‌পুঙাম্‌ আপাং আচি বিপঃলা লৃগাঙাম্‌ চাগ্‌লেন্‌ দুংকুবং।"

(২) "কঃাঁএঃ তান্‌িএঃ মীংিএঃ মীঃচাগ্‌মাঃপাকা।"

হে অগ্নিদেৱতা, ব্যৱহাৰ কৰা বাচন বৰ্ত্তন আৰু (জাঁকি) কিবে তহঁতে সকলোকে 'আপং' পানী দি আজি লৃগাঙ'ৰ গেনা ভাঙিছোঁ। দায় দোষ যেন নধৰা।

এইদৰে সম্পূৰ্ণ পাচ দিন ক্ৰমান্বয়ে 'আলিয়াই লৃগাং' উৎসৱ চলে।*

---

*দৈনিক অসম'ত প্ৰকাশিত আৰু পৰিবৰ্দ্ধিত। ১৯৬৮ চন।

# আলিয়াই লৃগাং

নাহেন্দ্র পাদুন

আলিয়াই লৃগাং মিচিংসকলৰ জাতীয় উৎসৱ। অসমীয়াৰ বঙালী বিহু, ভোগালী বিহুৰ দৰে আলিয়াই লৃগাঙো মিচিংসকলৰ বাবে বৈশিষ্ট্যপূৰ্ণ জাতীয় উৎসৱ। "দবুৰ্" আৰু "পঃৰাগ্" উৎসৱ থাকিলেও এইবোৰ প্ৰতিবছৰে পালন নকৰে আৰু কৰাৰ কোনো ধৰাবন্ধা নিয়মো নাই, কিন্তু আলিয়াই লৃগাং প্ৰতি বছৰে পতা হয়।

আলিয়াই লৃগাঙৰ অৰ্থ হৈছে—"আলি" মানে মাটিৰ তলত হোৱা আলু বা ফলমূল, "আয়ে" মানে গছৰ গুটি বা ফল আৰু "লৃগাং" মানে হৈছে সিঁচিবলৈ আৰম্ভ কৰা বা সিঁচাৰ প্ৰথম দিন অৰ্থাৎ শস্যৰ ফলমূল উৎপাদনৰ কাৰণে কঠিয়া সিঁচি দিয়া কাৰ্য্য। মিচিংসকল কৃষিজীৱী লোক। তেওঁলোকৰ প্ৰধান খেতি হ'ল ধান, মাহ, সৰিয়হ, আলু, কচু ইত্যাদি। সেই কাৰণে এই ফলমূলবোৰৰ কঠিয়া প্ৰজনন শক্তিৰ আধাৰ পৃথিৱী বা মাটিত সিঁচি উৎপাদন বৃদ্ধিৰ কামনা কৰে। বসন্তৰ শেষত প্ৰকৃতিয়ে নৱন বৰন আৰু ফুলে পাতে জাতিষ্কাৰ হয়। শস্য আৰু ফলমূলেৰে ভৰি পৰা পথাৰ এখনৰ বাবে প্ৰত্যেক কৃষিজীৱীয়েই কামনা কৰে। সেই হেতুকে মিচিং সকলেও বসন্ত অহাৰ লগে লগে অৰ্থাৎ ফাগুন চ'ত মাহতে কঠিয়া সিঁচা কাৰ্য্য আৰম্ভ কৰে। বুধবাৰৰ দিনটো মিচিংসকলৰ বাবে মাঙ্গলিক দিন। সেইবাবে ফাগুন মাহৰ প্ৰথম বুধবাৰৰ দিনাই এই আলিয়াই লৃগাং পতা হয়। *

আলিয়াই লৃগাং উৎসৱৰ দিনা বিশেষ ভোজৰ আয়োজন কৰা হয়। সেইদিনাৰ বাবে বৰাধানৰ চাউল কৌ পাতত বান্ধি বিশেষ ধৰণে

* পূৰ্বে ফাগুন, চ'ত মাহত আলিয়াই লৃগাং পালন কৰিছিল যদিও নিৰ্দ্ধাৰিত কোনো দিনবাৰ নাছিল। ১৯৫৬ চনৰ পৰাহে ফাগুনৰ প্ৰথম বুধবাৰে পালন কৰিবলৈ স্থিৰ কৰা হৈছে।

সিজোৱা হয়। তাক প'ৰাং বুলি কোৱা হয়। প'ৰাঙৰ লগতে মাছ, মাংস আৰু আপং ব্যৱহাৰ কৰে। মিচিংসকলৰ প্ৰতি ঘৰে ঘৰে সেইদিনা প'ৰাং আৰু আপঙৰ ব্যৱহাৰ কৰা হয়। এইবিলাক ব্যৱহাৰ আৰু ভোজন কৰাৰো একোটা তাৎপৰ্য্য আছে। আগন্তুক বছৰটো যাতে খাদ্য সামগ্ৰী প্ৰাচুৰ্য্যৰে ভৰপূৰ হৈ পৰে তাৰ কাৰণে আপং, মাছ, মাংস প্ৰস্তুত কৰি ইষ্ট দেৱতা দঞিঃ পঃলো (সূৰ্য্যচন্দ্ৰ) আৰু পূৰ্ব পুৰুষসকলক স্মৰণ কৰে। মাছ-মাংসক লক্ষ্মীৰ প্ৰতীক হিচাপে গণ্য কৰে আৰু আপং হৈছে খাদ্য প্ৰাণ। আলিয়াই ল'গাঙত সকলো মৃত পূৰ্বপুৰুষ সকলক নামচৰ্চ্চন কৰি জলপিণ্ড আগবঢ়ায়। তেওঁলোকৰ সন্তুষ্টিতেই মানুহৰ মঙ্গল বুলি ভাবে। গতিকে প্ৰত্যেক পৰিয়ালেই নিজৰ নিজৰ পূৰ্বপুৰুষ আজু-ককা, ককাদেউতাহঁতক জলপিণ্ড আগবঢ়ায়।

আলিয়াই ল'গাঙৰ দিনা পুৱাতে ঘৰৰ গিৰিহঁতে ভুই বা পথাৰলৈ গৈ ধান আৰু ফলমূলৰ কঠিয়া সিঁচি বা ৰুই আহে। কঠিয়া সিঁচাৰো এক বিশেষ প্ৰণালী আছে। কঠিয়া সিঁচা ঠাই-ডোখৰ মেগেলা গছেৰে সাধাৰণতে চিন দি ৰাখে। প্ৰায়বিলাক মাঙ্গলিক উৎসৱতে মেগেলা গছেৰে সাধাৰণতে গছপাতক মাঙ্গলিক চিন বুলি ব্যৱহাৰ কৰে।

আলিয়াই ল'গাং আৰম্ভ হোৱাৰ দুই তিনিদিন মানৰ আগতে ল'গাঙৰ বাবে মাছ-মাংস বিচাৰি গাঁৱৰ আটাইবোৰ ৰাইজে মিলি চিকাৰলৈ ( কিঃৰুগ্ ) যায়।

পূৰ্বতে চিকাৰত ধনুকাঁড়, যাঠি, আৰু য়ক্চা নামৰ এবিধ অস্ত্ৰ ব্যৱহাৰ কৰিছিল। এতিয়া বন্দুক আদি লৈয়েই চিকাৰলৈ যায়। ল'গাঙৰ আগতে কৰা চিকাৰ "কিঃৰুগ্" আৰু তাৰ পিচত কৰা চিকাৰক "ৰুগ্ৱাদ্" বোলে ( অৱশ্যে এই চিকাৰ কৰা প্ৰথা আজি কালি কিছুমান ঠাইত উঠি গৈছে। বন বিভাগৰ বন্য জীৱজন্তু সংৰক্ষণ আঁচনিয়ে হয়তো ইয়াৰ কাৰণ )।

আলিয়াই ল'গাঙৰ দিনা দুপৰীয়াৰ পৰা গাঁৱৰ ৰাইজে প্ৰতি ঘৰে ঘৰে গৈ ভোজন কৰে। গৰখীয়া ল'ৰাবোৰে প্ৰতি ঘৰত ভোজন কৰি "লুনুঞিং দপাঃ-তুঃপাঃ কাঃলাংকা" অৰ্থাৎ অহা বছৰো এই বছৰৰ দৰে খোৱা বোৱা কৰিবলৈ সামৰ্থ্য দিয়ক বুলি আশীৰ্বাদ দি যায়। দুই এঠাইত অৱশ্যে এই নিয়মৰ ব্যতিক্ৰম।

সেইদিনা নিশা ডেকা-গাভৰুৱে মিলি আলিয়াই লৃগাঙৰ বিহু পাতে। এই বিহুত গীততকৈ নৃত্যৰহে প্ৰাধান্য আছে। নৃত্যাবিলাকৰ বিষয়বস্তু সাধাৰণতে চিকাৰ কৰা, মাছ মৰা, বেনু কাঁহ মৰা, নাও বোৱা ইত্যাদি। তাৰ উপৰি তাঁত বোৱা, ধান সিঁচা ধান কটা আদি নানান নৃত্যও প্ৰদৰ্শন কৰা হয়। আলিয়াই লৃগাঙৰ নৃত্যত ডেকা-গাভৰু আটায়ে শাৰী-শাৰীকৈ বৃত্তাকাৰে নাচে। হুচৰি গাওঁতে শাৰী শাৰী হৈ নচাৰ দৰে ঢোলৰ ছেৱে ছেৱে শৰীৰৰ সমস্ত অবয়ৱ কোমল ভাবে সঞ্চালন কৰে, যেনিবা পথাৰৰ লহ পহকৈ বাঢ়ি অহা ধাননি ভৰাহে বতাহত হালি জালি আছে।

এই আলিয়াই লৃগাঙৰ বিহুত ডেকা-গাভৰু, বুঢ়া-বুঢ়ী বিবাহিত অবিবাহিত সকলোৱে ভাগ লব পাৰে।

অন্যান্য কৃষিজীৱী সমাজৰ নৃত্য গীতৰ দৰে মিচিং সকলৰ আলিয়াই লৃগাঙৰ নৃত্য গীতো তাৎপৰ্য্যপূৰ্ণ আৰু সৃষ্টিমূলক। প্ৰাচীন অন্ধ বিশ্বাসক সময়ৰ সোঁতে ঢৌৱাই নিলেও মিচিং সকলৰ জাতীয় কৃষ্টিৰ মৌলিকতাক উটাই নিব নোৱাৰে বুলি আমাৰ বিশ্বাস। জাতীয় উৎসৱ আলিয়াই লৃগাঙৰ কৃষ্টিৰ লগতেই মিচিংসকলৰ জাতীয় জীৱনৰ সংস্কৃতি ওতপ্ৰোতভাৱে জড়িত। সেইবাবে আলিয়াই লৃগাং মিচিংসকলৰ বাবে বাপতি সাহোন।*

*'নৱযুগ'ত প্ৰকাশিত। ১৯৬৪ চন।

# আলিয়াই লৃগাং

**তৰুণ চন্দ্ৰ পামেগাম**

নলৃকো আবাঙা কাবাঙা গৃকুম্‌চুদৃং
আপিন্‌ক বিতকা, আপংক বিতকা
লত্‌তাল কাবাঙা গৃকুম্‌চুদৃং
নলৃচিন্‌ পাচলাংকা
বকপৃঙা আপিন্‌দাম্‌ বিতইকা
পঃবাঙা আপঃদাম বিতইকা
লাঃনং দৃঃদৃঃবং
মাৰ্বাং দৃঃদৃঃবং, গুলৃ
চিলকো লঙাচ লক্‌কোআমচিন্‌
দৃচাঙাউ দৃদৃবং।

"আদাং কাত্‌মাদ্‌দাম্‌ কাত্‌তম্‌ বিলাংকা, চৰম্লেগ্‌ বাঃদাম্‌ বাত্‌মঃবিলাংকা। আৰৃগ্‌বক্‌কাম্‌ য়ৃম্‌বাঃবক্‌কাম্‌ লক্‌কিয়াম্‌ গুলৃচিন্‌ লাঃলৃগ্‌দৃং"।

বসন্তোৎসৱ "আলিয়াই লিগাঙৰ" গীত গাব লাগিব—"হেৰা গৃহস্থ, আমি বাইজ তোমালোকৰ চোতালত গোট খাইছোঁ, আমাক ভাত দিব লাগিব, তোমালোকৰ চোতালত আমি গোট খাইছো; তোমালোকে গোটেই গৃহস্থই ভয় কৰিবা। মতা কুকুৰা মাৰি আমাক বগা ভাত খুৱাব লাগিব, 'পঃৰ আপং' (ছাই মদ) চাকি খুৱাব লাগিব—আমি 'লেলং' 'মাবাং' নামৰ ৰবক'াহ বজাইছোঁ আমি আজিৰ দিনত লক্ষ্মীক আদৰি আনিছোঁ। ভালবো ভাল 'ছাই মদ' চাকি দিয়া, দ'ভাল গাহৰি মাৰা। আজি আমি পথাৰৰ লক্ষ্মী, বনানিৰ লক্ষ্মী চপাই আনিম। সেই গীত গাবৰ কাৰণে পৃথিৱীক শস্যপূৰ্ণা কৰিবৰ কাৰণে গাওঁৰ, সমাজৰ, দেশৰ লেউৰীয়া হ'ব কাৰণে মানুহে জীয়াই থকাৰ সম্বল লৈ পৃথিৱীত থকা পাকৰ কাৰণে মিচিং গাঁৱে গাঁৱে বসন্তোৎসৱ আলি আই লৃগাং পাতিব লাগিব।।

বসন্ত ঋতুৰ পহিলা অমাৱস্যাৰ আগৰ বধ্বাৰ পৰিবৰ্ত এমাহমানৰ আগতে গোট খালে গাঁৱৰ বিয়াই পাৰ্বণে বিহুৰে উৎসৱে আগৰণুৱা হৈ ওলাই অহা মন্তুম্, মান্বৰ্, কৰ্মাচিং কাৰপুহুঁত, বচকী পাল্তে, মুলোদৈ, আৰু অইচেংহঁত। কাৰ্মুগ্ সাতোলাই আৰু কৰাং সদাচাৰে যোৱাবেলি বহুত ধান পাইছে, ভঁৰাল খুন্দ খাই আছে। এই দুঘৰৰ এঘৰত এইবেলি 'আলিআই ল্'গাঙ'ৰ ৰবকঁাহৰ খুটি পুতিব লাগিব। কাৰ্মুগ্ সাতোলাই যোৱাবেলিৰ আগৰ বেলি আলি আই ল্'গাঙৰ ভোজ দিছিল। কম্বাং সদাচাৰে নিদিয়া বহুত বছৰ হৈ গ'ল। এইবেলি কম্বাং সদাচাৰৰ ঘৰতে জগৰটো লগাব লাগিব।

যেই কথা সেই কাম। ডেকা ল'ৰাহঁতে কম্বাং সদাচাৰৰ ঘৰৰ দুৱাৰ মুখতে ৰাতাৰাতি গৈ সৰু টোম এটাত ভৰাই এটা শিলগুটি ওলোমাই থৈ আহিল। ৰাতিপুৱা শুই উঠি দুৱাৰ মেলি ওলা-য়েই কম্বাং সদাচাৰে জগৰটো লগাব লাগিব।

ওলোমাই থোৱা শিলগুটি দেখি বুজি পালে ৰাইজে এই বেলি তেওঁৰ ঘৰতে 'আলিয়াই ল্'গাঙ'ৰ ৰবকঁাহৰ খুঁতি পুতিব। কম্বাং সদাচাৰ সমাজপ্ৰিয় লোক। অৱস্থাও বেয়া নহয় নিজে বুজে। সমাজক তেওঁ আলিআই ল্'গাঙৰ ভোজ দি নিজে গৌৰবান্বিত হ'ব। গতিকে তেওঁ কোনো আপত্তি নকৰে। আপত্তি থকা হ'লে ৰাইজক চপাই তেওঁ নিজৰ অপাৰগতা বা দুখৰ অৱস্থা কলেহেঁতেন। তেওঁ তাকে নকৰিলে। গতিকে ৰাইজে বুজিলে—কম্বাং সদাচাৰ মান্তি হৈছে। ৰাইজে 'ছাই মদ' পকিব পৰাকৈ দিন লৈ কম্বাং সদাচাৰৰ ঘৰত কৌপাত পেলাই দিলে; কম্বাং সদাচাৰে ৰাইজৰে সহযোগ বিচাৰি গাওঁখনকে খুৱাব পৰাকৈ আপং তৈয়াৰ কৰিলে। কুকুৰা আৰু দ'ভাল গাহৰি ঘৰতে আছে, নহলেও কম্বাং সদাচাৰে কিনিও দিব।

যথাসময়ত কম্বাং সদাচাৰৰ ঘৰৰ চোতালত এদিন গম্ভীৰ ৰাইজে দুটা খুটি পুতি ওপৰত দাং লগাই ৰবকঁাহ আঁৰি দিয়ে। ঢুলীয়া ৰবাই নাচনী গোটাই আনিলে। বাজিল ৰবকঁাহ, বাজিল ঢোল-তাল, পেপা-টকা আলিয়াই ল্'গাং বিহু আৰম্ভ হ'ল। লৰা লুৰি, জীয়ৰী-বোৱাৰী, বুঢ়া-বুঢ়ী সকলো গোট খালে।

মহা পয়োভৰ—চামে চামে ল'ৰা-ছোৱালী ডেকা-গাভৰু বুঢ়া-বুঢ়ী বয়সৰ তাৰতম্য নাৰাখি—সকলোৰে নাচোনত মতলীয়া হ'ল। কিয়নো বৰক'হ আৰু ঢোলৰ শব্দই সুপ্ত মেঘক জগাই তুলিব। নির্মল বাৰিধাৰা বৰষি মেঘে পৃথিবীৰ সুপ্ত বীজবোৰ অংকুৰিত কৰিব—সেউজীয়া শস্যেৰে পৰিপূৰ্ণ কৰিব। তেলেচী, মালতী, মোলানী আদি বোৱাৰীহঁতে জীয়াৰী কালতহে বিহুত নাচিছিল। তেওঁলোকে আলি-য়াই ল'গাঙত নাচিবই লাগিব। কাৰণ তেওঁলোকে নাচিলেহে পৃথিবী সগৰ্ভা হব, শস্য শ্যামলা হ'ব, মানুহ জীয়াই থকা শস্য উৎপাদন হব। ইয়াত তেওঁলোকৰ লাজ নাই। দেখক দেখিলে ৰবজনাকে, তেওঁলোকে নিলাজী বিহু পতা নাই, পাতিছে বসন্তোৎসৱ। এয়া উৎসৱ গাঁৱৰ কাৰণে, সমাজৰ কাৰণে, দেশখনৰ কাৰণে, তাতোকৈ মানুহৰ কাৰণে। সেইদিনা কম্বাং সদাচাৰে যথাসম্ভৱ ৰাইজক আদৰ অভ্যৰ্থনা কৰি পঠিয়াই দিলে।

## সদাচাৰৰ পচুলিত পকাবিহু:

পিছদিনা কম্বাং সদাচাৰৰ ঘৰৰ চোতালত আকৌ ৰাইজ গোট খালে। সেইদিনা পকা বিহু। বিহু মৰাৰ বিৰাম নাই। চামে চামে ল'ৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সকলোৱে নাম ধেমালিত যোগ দিলে। ইফালে ৰাইজৰে কৰ্মীসকলে দণ্ডাল গাহৰি মাৰিব ধৰিলে। চাঙত ৰান্ধনী চাকনীহঁতে ভাগে ভাগে ৰন্ধা বঢ়া আপং চকা কাম কৰিব ধৰিলে। বুঢ়া-বুঢ়ীসকলে কুকুৰা মাৰি ঘৰৰ আৰু গাঁৱৰ ডাঙৰীয়াক সন্তুষ্ট কৰিলে। গাহৰিৰ আগমগুহত কোনো কেৰোণ থাকিব নেলাগে। আগমগুহত কেৰোণ নাথাকিলে গাওঁ জ্ঞাতিৰ মঙ্গল। কম্বাং সদাচাৰৰ অন্তৰ খন ভাল কাৰণে আলিয়াই ল'গাঙৰ ভোজ নিয়াৰিকৈ হৈ গ'ল। ভোজ ভাত খাই ৰাইজে বৰ প্ৰশংসা কৰিলে। গাঁৱৰ ৰাইজেও নিজ নিজ ঘৰত চাকি জ্বলাই ঘৰ ডাঙৰীয়াক সন্তুষ্ট কৰিলে। জ্ঞাতি কুটুম্বকো যি পাৰে খুৱালে।

## অতাৰৰ দিনতো নাচিবই লাগিব:

এইবেলি গাঁৱত অৱস্থাপন্ন মানুহ নাই। বেচেৰা কাৰ্মুগ, সাতোলাৰ এটা ডাঙৰ বেমাৰ হৈ বেজ জানী লগাওঁতে বহুত

উজ্জ্বল গ'ল—মানুহৰ অন্তৰ্জ্বালা পৰিল। ক্ৰমাৎ সদাচাৰবো অৱস্থা আগৰ দৰে নহ'ল। যোৱা বেলি পানীয়ে ধান মাৰিলে; সবিস্ময়বো যোৱা পোকে লাগিল। সেই বুলিয়েই আলিয়াই লৃগাঙৰ ভোজৰ হেতু "গুম্‌বাগ্ গুম্‌বাগ্" নৰজাকৈ থাকিবনে? জগতত সুখ আৰু দুখ বস্তু আছেই। সেই বুলি সমাজখনে বা গাঁওখনে কৰ্তব্য নকৰাকৈ থাকিবনে? এইবেলি কোনেও আলিয়াই লৃগাঙৰ ভোজ ভাত দিব নোৱাৰে। গাওঁ জাতি লগ লাগিলে কেলেই নহব। তুলি মেলি হলেও এঘৰত কৰিব পাৰি। নতুবা ঘৰে ঘৰে 'গুম্‌বাগ্' বজাই হলেও নিয়ম পালন কৰিব লাগিব। বুধবাৰৰ দিনাই—হেন্দাত ঘিলা, শিলগুটি আৰু কঠিয়া ভৰাই পথাৰলৈ গৈ ধানৰ মুঠি লব লাগিব প্ৰত্যেক গৃহস্থই। উদ্দেশ্য ঘিলাৰ চেইৰ দৰে ধানৰ থোক দীঘল হওঁক, গোটবোৰ শিলৰ দৰে গধুৰ হক। শস্যৰ মুঠি লওঁতে কব লাগিব—"গুৰুক দিম, ভকতক দিম—গাধ শাৰীৰক পূজিম।" কাৰণ মানুহতো অকল নিজৰ পেটৰ কাৰণেই জীয়াই থকা নাই। এডোখৰ ঠাই কোৰেৰে কুৰিহে শস্যৰ মুঠি পেলাব লাগিব—কাৰণ কোৰহে পাহাৰত থকা দিনৰে পৰা প্ৰধান খেতি কৰা সঁজুলি। সেইদিনাই কোৰ কেইখন ঘৰলৈ নি সিহঁতৰ গাত কোপাত বান্ধি 'ছাইমদ' (পঃৰ আপং) ঢালিব লাগিব। ন জোন নোলোৱালৈকে কোৰ কেইখন চাঙত থাকিব। আলিয়াই লৃগাঙৰ দিন ধৰি ন জোন নোলোৱালৈকে মাটি খানিব নাপায়—পৃথিবীৰ বুকুত অংকুৰিত হবলৈ সিঁচি দিয়া বীজবোৰৰ অমঙ্গল ঘটিব। ৰেন্ত, বাঁহ, খেৰ, খাগৰি আদি জীয়া বস্তু কাটিব নাপায়—অংকুৰাবিলাকৰ অমঙ্গল ঘটিব। ভজা পোৱাও খাব নোৱাৰি, পুলিবোৰ হয়তো শুকাই যাব। বীজ সিঁচি অহা গৃহস্থই কিন্তু সেই দিনাই সবাতোকৈ আগতে এবাটি চপচপীয়া 'ছাই মদ' পান কৰিব—সেইদৰে খাব লগলৈ পৃথিবীহে সফল যোগাব, 'পুৰাং' (কোপাতৰ ভাত) খাব, তেনেকুৱা বৰাধান প্ৰবল হৈ আগলৈকে খোৰাত কষ্ট নাপাব।

## নাচনৰ হেতুত জীৱনৰ স্পন্দনঃ

ৰবকাঁহ আঁৰি থোৱা গুটি মুঠোক কেন্দ্ৰ কৰি, সমাজখনক প্ৰাণ বৰ্ষি সজীৱ পৃথিৱী এখনক বৰুনায়ে মিচিং সমাজে-নৰনাৰীক

আগমনৰ লগে লগে বছৰি বছৰি আলি আই লৃগাং পাতি থাকিব। ৰৰকাঁহৰ চাৰিওফালে বয়সৰ সীমা নাৰাখি মিচিং পুৰুষ-তিৰোতাই মহাৰঙে বছৰি বছৰি নাচিব। ই পশ্চিমীয়া 'মেপল' নৃত্য নহয় ই মিৰি বা মিচিং সমাজৰ প্ৰাণকেন্দ্ৰ, জাতিৰ আত্মা মানুহ জীয়াই থকাৰ চিৰন্তন আনন্দ।*

*'দৈনিক অসম'ত প্ৰকাশিত, । ১৯৬৯ চন।

# মিচিং লোকগীত

নাহেন্দ্ৰ পাদুন

পৃথিৱীৰ সকলো সাহিত্যলৈ লক্ষ্য কৰিলে দেখা যায় গদ্যতকৈ পদ্য ৰচনাহে আগতীয়াকৈ হৈছে। পদ্য ৰচনাৰ ক্ষেত্ৰতো দেখা যায় যে লিখিত কবিতাৰ আগতেোখৰত মৌখিক গীত-মাতহে প্ৰচলিত আছিল। এই মৌখিক গীত-মাতবিলাক সাহিত্যৰ পিৰামিডৰ প্ৰথম ভেটিৰ দৰে, তাৰ ওপৰত ভৰ দিয়েই সাহিত্যৰ পিৰামিড গঢ়ি উঠে। এই মৌখিক গীত-মাতবোৰ সাধাৰণতে চহা গাঁৱলীয়া জীৱনৰ মুখে মুখে প্ৰচলিত হৈ থাকে, নিৰক্ষৰ সমাজৰ স্মৃতি-শক্তিও প্ৰখৰ। সেইবাবে মুখে মুখে প্ৰচলিত গীতবোৰ বহু পুৰুষৰ পৰম্পৰাৰ পিছতো একোটা জাতিৰ মাজত জীয়াই থাকে। এই গীত-পদবোৰক লোক-সাহিত্য, জন-সাহিত্য, বা মৌখিক সাহিত্য বোলা হয়।

সকলো লোক-সাহিত্যই গীত-প্ৰধান। আদিম মানুহৰ মন সদায়েই অনুভূতিপ্ৰৱণ। প্ৰকৃতিৰ বিচিত্ৰ শোভাই আদিম মানুহৰ মনত খলকনি তোলে আৰু সেই সৌন্দৰ্যৰ অতিশয্যত যিবোৰ স্বাভাৱিক ভাষা প্ৰকাশ পায় সেইবোৰেই গীত বা কবিতা। পৃথিৱীৰ সকলো দেশৰ লোক-সাহিত্যৰ সৃষ্টি এইদৰে হৈছে। জগতৰ বিভিন্ন দেশৰ বিভিন্ন জাতিৰ সকলোৰে আত্মপ্ৰকাশ আৰু আত্মপ্ৰচাৰৰ হেঁপাহ আছে। সেই কাৰণে সভ্য, অসভ্য, সকলো জাতিৰ মাজত নানান গীতমাতৰ প্ৰচলন আছে। এই গীত-মাত বা লোক-সাহিত্যই হৈছে সেই সেই জাতিৰ সাহিত্যৰ ভেটি স্বৰূপ।

মিচিংসকলৰ মাজত লিপিৰ প্ৰচলন নাই। সেইবাবে লিখিত সাহিত্যও এতিয়ালৈকে সৃষ্টি হোৱা নাই। কিন্তু জনজীৱনৰ সামূহিক সাহিত্য হিচাপে তেওঁলোকৰ মাজত অসংখ্য গীত-মাত প্ৰচলিত আছে। এই লোক-সাহিত্যৰ জৰিয়তে মিচিং সমাজৰ ভাব, কল্পনা আৰু উপলব্ধিৰ স্ফুৰণ হৈছে। লোক-সাহিত্য সমাজৰ সৰ্বজনৰ ভাব, চিন্তা আৰু কল্পনাৰ মিলন তীৰ্থ; সমগ্ৰ সমাজৰ আনন্দ বিনোদনৰ কৰ্মক্ষেত্ৰ। মিচিং লোকগীত-

বিলাকত ব্যক্তিবিশেষৰ কল্পনাৰ স্ফুৰণ থাকিলেও সি সমাজৰ উমৈহতীয়া ভাষা হিচাপেহে প্ৰকাশ পাইছে। লোক-সাহিত্য যিহেতু চহা গাঁৱলীয়া জীৱনৰপৰা উদ্ভৱ, তাত সচৰাচৰ বাহিৰা প্ৰভাৱো কম। সংকীৰ্ণ ভৌগোলিক পৰিবেশ আৰু আধুনিক শিক্ষাৰ প্ৰভাৱ এতিয়ালৈকে যথেষ্ট পৰিমাণে কম হোৱাৰ কাৰণে মিচিং লোক-সাহিত্য এতিয়াও নিভাঁজ আৰু আকৃত্ৰিম হৈ আছে।

মিচিং মৌখিক গীতসমূহ এতিয়াও গাঁৱে-ভূঁৱে মানুহৰ মুখে মুখে প্ৰচলিত হৈ আছে। সেইবিলাক বৈজ্ঞানিক প্ৰণালীৰে সংগ্ৰহ কৰি বিষয়বস্তু অনুযায়ী শ্ৰেণীবিভাগ কৰা হোৱা নাই। এই লিখকে বৰ্তমানলৈকে সংগ্ৰহ কৰি পোৱা তথ্যপাতিৰে মিচিং লোকগীতসমূহৰ বিষয়বস্তু আৰু তাৰ লক্ষণলৈ চাই তলত দিয়াৰ দৰে শ্ৰেণী বিভাগ কৰিবলৈ যত্ন কৰিছে।




অসমীয়া 'লোক গীত' অৰ্থত মিচিং ভাষাৰ নিঃতম্ শব্দটো সাধাৰণ ভাবে ব্যৱহাৰ কৰিব পৰা যায়। 'নিঃতম্' শব্দৰে আঃবাং গীতবিলাকৰ বাহিৰে আটাইবোৰ গীতকে সামৰি লোৱা হৈছে।

## ॥ আঃবাং ॥

মিচিংসকলৰ মাঙ্গলিক পূজা-পাতলৰ বিধান দিওঁতা পুৰোহিত হৈছে—মিবু আৰু মিবু বা মিবি। জাতি-গোষ্ঠী বিচাৰ, দেৱতাৰ উৎপত্তি তত্ত্ব বিষয়ে যি পুৰোহিতে বিচাৰ কৰে তেওঁলোকক 'মিবু' বুলি কোৱা হয়। মানুহৰ বেমাৰ-আজাৰ, অপায়-অমঙ্গল হ'লে আধিদৈবিক প্ৰক্ৰিয়াৰে দেও-ভূতৰ লগত সংযোগ ৰখা পুৰোহিতক 'মিবু' বুলি কোৱা হয়। এই দুই শ্ৰেণীৰ (মিবু আৰু মিবু)

পুৰোহিতে তেওঁলোকৰ মাঙ্গলিক ক্রিয়া-কাণ্ডত বিভিন্ন ধৰণৰ গীতৰ আবৃত্তি কৰি পাৰলৌকিক জগতৰ বা ৰহস্যময় জগতৰ কথা বৰ্ণনা কৰে। এই গীতসমূহকে 'আঃবাং' বুলি কোৱা হয়।

আঃবাং গীতসমূহ ক্লাচিকেল পৰ্য্যায়ৰ, ইয়াৰ ভাষাও প্রাচীন আৰু সৰ্বসাধাৰণৰ বোধগম্য নহয়। যিসকল ব্যক্তিয়ে মিবু-মিবুৰ জগত সংস্পৰ্শ ৰাখি তেওঁলোকৰ ভাষা আহৰণ কৰে তেওঁলোকেহে এই ভাষা বুজি পায়। মিবুয়ে সৃষ্টিৰ আদি পাতনিৰপৰা আৰম্ভ কৰি গছ-গছনি, চৰাই-চিৰিকতি, পৰ্বত-পাহাৰ, পোক-পৰুৱা, মানুহ আৰু জীৱজন্তুৰ জন্ম কাহিনী আঃবাং গীতৰ যোগেদি ব্যক্ত কৰে। সৃষ্টিৰ আৰম্ভণি, ইয়াৰ বিকাশ আৰু বিকাৰ, বিভিন্ন খেল, পৰিয়ালৰ গোত্রৰ বংশ-পৰম্পৰাৰ বুৰঞ্জী মিবুৱে দাঙি ধৰে। আঃবাং গীতক সেইফালৰপৰা মিচিং সমাজৰ 'গীতি বুৰঞ্জী' বুলিব পাৰি। উদাহৰণ স্বৰূপে তলত দিয়া আঃবাং গীতৰ একাংশত সৃষ্টিৰ আদি পাতনিৰ বৰ্ণনা মন কৰিব পাৰি। মিবু বা মিবুয়ে সৃষ্টিৰ আদিতে থকা এটা কাল্পনিক অৱভাসক 'কায়ুম্' বুলি আখ্যা দি আৰম্ভ কৰে। এই 'কায়ুম্' সম্পৰ্কে এইদৰে বৰ্ণনা দিছে—

কায়ুম কেন্‌মাঙা য়াঃয়াংক
কেঃৰ কামাঙা য়াঃয়াংক।

অৰ্থাৎ কায়ুম্—বোধগম্যৰ অতীত আৰু অদৃশ্যৰো অদৃশ্য। এই কায়ুম্ হিন্দু দৰ্শনৰ নিগুৰ্ণ, নিৰাকাৰ নিৰঞ্জন ব্রহ্মৰ দৰে। কিন্তু এই একো নোহোৱা শূন্য কায়ুমৰপৰাই 'আছে' আৰু 'নাই', 'হয়' আৰু 'নহয়' বা negative and positive দুটা effect হৈ পঞ্চতত্ত্ব সৃষ্টি হোৱাৰ দৰে—কাঃচি, চিয়াং, আন্‌ৰ, ৰমুগ্, মুক্‌চেং এই অৱভাস সৃষ্টি হৈছে। মুক্‌চেঙৰ পিছত 'চেদ্-মেঃল' সৃষ্টিপাতনিৰ প্রথম গৰাকী 'পুৰুষ-প্রকৃতি'ৰ উদ্ভৱ হৈছে। চেদ্-মেঃলৰ পৰা ক্রমে দুলুং>লুতুং>তুয়ে>য়েপা>পাদং সৃষ্টি হৈছে। এই পাদঙেই মানুহৰ আদি মাতৃ। এইখিনি কথাকে আবাঙত এইদৰে পোৱা যায়—

কায়ুম্ চেদ্ নাঙ্গনাকা
মেঃল মাম্‌ৰু আঃজি মাম্‌ৰু দুঃনামা

ক্যিদ্‌ম্ মেলে য়ায়িকা
কন্‌নকা গল্‌লঙা গল্‌নামীম্
চেদ্ দগ্‌ৰা অ্ৰ্কঙা কংকিআ
আনী কলাং কঙ্আংক। —ইত্যাদি।

এই আঃবাং গীতসমূহৰ দাৰ্শনিক মত আৰু ঋকবেদীয় শ্লোকৰ জটাপাঠৰ দৰে থকা ছন্দ-বৈচিত্ৰ্যৰ বিষয়ে এতিয়ালৈকে কোনেও আলোচনা. কৰা নাই।

মিবুক যদি মিচিংসমাজৰ বুৰঞ্জীবিদ্ বুলি ধৰোঁ, তেন্তে মিবুক পূজা-পাতল আৰু অপায়-অমঙ্গলৰ পুৰোহিত বুলি কব পাৰি। মিচিংসকলে বহুতো দেৱ-দেৱতা, ভূত-প্ৰেত আৰু মৃত পূৰ্ব-পুৰুষক পূজা-পাতল কৰে। মানুহৰ অপায়-অমঙ্গল হ'লে তাৰ প্ৰতিকাৰৰ উপায় বিচাৰি আঃবাং গীতেৰে এক দৈৱিক শক্তি লাভ কৰি মিবুৱে দেৱতাৰ সৈতে সাক্ষাৎ কৰে আৰু অমঙ্গলৰ প্ৰতিবিধান দিয়ে। এই মিবু আৰু মিবু আঃবাংবিলাক এক দৈৱিক শক্তিৰ দ্বাৰা লাভ কৰা বুলি মিচিংসকলে বিশ্বাস কৰে। এই দৈৱিক শক্তিও বিশেষ গুণসম্পন্ন লোকৰ দ্বাৰাহে প্ৰাপ্ত। এনে বিশেষ শক্তিসম্পন্ন মিবুৱে তেওঁৰ শক্তিৰ স্ৰোত-প্ৰবাহত অৱগাহন কৰোঁতা সেই শক্তিমান দেৱতাৰ উদ্দেশ্যে প্ৰথমে এইদৰে প্ৰাৰ্থনা কৰে—

উম্‌লায়া বুম্‌না
দংকা লাবুঙা বুম্‌না
দাঙ লাবুঙা বুম্‌না নমা।
গৰ্‌দুঃ ধাৰ্‌না বুম্‌না
গৰপঃ য়ৰ্‌না আঃতানা
লুগু আঃনা বুম্‌না
পচুম্ তগুঙা গুঃমুনা নমা।
আনা মালকা জেইআ জেমাদ্‌দক্
পাদং আনাকা অদঃ দামা
দঃয়িং আনাকা দঃজিক্‌ক, জিন্‌বিঅ নাম্‌দাঙা
নক্‌কা আগজি তাঃকা কাঃলুঙা
অ্‌ক্কাঙ মেনা।

তাঃবা বা আনিৰ দবে সুদক্ষ মিৰু নহলেও
এই সূৰ্যৰ কিৰণ থাকে মানে
চেঃদুৰ গীত গাবলৈ যত্ন কৰিছোঁ।

এই মিৰু আৰু মিৰু আঃবাংবিলাকত মিচিং সমাজৰ বিশ্বাস, চিন্তা, জন্ম-জন্মান্তৰৰ ৰহস্যজনক কাল্পনিক ৰাজ্যৰ ধাৰণা, পূজা পাতলৰ বিধি অন্তৰ্নিহিত হৈ আছে। আঃবাং গীতবোৰ মিচিংসকলৰ বাবে স্মৃতিশাস্ত্ৰৰ পবিত্ৰ শ্লোক।

॥ কাবান্ ॥

কাবান্‌ৰ অসমীয়া অৰ্থ হৈছে বিননি। সমাজত প্ৰতিজন ব্যক্তিৰ কম বেছি পৰিমাণে দুখ-বেদনা, হৰ্ষ-বিষাদ, স্মৃতি, স্বপ্ন, বেদনা আছে। হৃদয়ত বৈ থকা বৰ নোৱাৰা দুখ-বেদনা, থূপ খাই থকা কেৱল কান্দোনৰ দ্বাৰা তাক ব্যক্ত কৰিও মন পাতলাব নোৱাৰি। বহুদিন সঞ্চিত এনে অব্যক্ত বেদনা কেতিয়াবা গীতিময় আবেগেৰে প্ৰকাশ পায়। এই ধৰণৰ গীতবিলাকক কাবান্ গীত বোলা হৈছে। এই কাবান্ গীতবোৰ ব্যক্তিগত যদিও সামূহিক জীৱনবো অভিব্যক্তি, সাময়িক যদিও চিৰন্তন তাৰ আবেদন। ব্যক্তিগত জীৱনৰ হতাশা, হুমুনিয়াহ কঢ়িয়াই নিয়া এই কাবান্ গীতৰ মৰ্মকথা হৈছে অতীতৰ আপোন স্মৃতি ৰোমন্থন, আপোনজনৰ বিচ্ছেদ, ভৱিষ্যতৰ স্বপ্ন-হীন গতিপথ, জীৱন-নদীত অকলশৰীয়াকৈ ডিঙা মেলি দিয়া নাৱৰীয়াৰ হৃদয়কাতৰ বাণী। যেনে:

(ক) অতীত স্মৃতি ৰোমন্থন:

কম্‌জিং লক্‌কাৰ '[illegible] লক্‌কাৰ
পিত্‌পাঃ লক্‌কাৰ জেয়াঙ লক্‌কাৰ,
[illegible] আলুগা [illegible] [illegible]
আই নম্ [illegible]
আইয়া দেঃপিলাম্ পিন[illegible]
আই নম্ দেঃপঙাম্, পঃম্যান্, বচুতাই,
আই নম্ [illegible]
[illegible]

অৰ্থ ঃ মন্ কলতে একেবেই নজনা কালকণাই তোমাৰ লগতে মোৰ চকুৰ দৃষ্টি এক হৈছিল, হৃদয়ৰ মিলন ঘটিছিল। তোমাৰ লগতে মই বালিৰ সাজি মাটিৰ ভাত আৰু পানীৰ আপং পি খাইছিলোঁ। তোমাৰ লগতেই মই প্ৰথম প্ৰণয়ৰ আশা কৰিছিলোঁ।

(খ) প্ৰিয় বিচ্ছেদ ঃ

অইয়া নাঙানা নাইঁআ নাঙালা
অই নম্ নাঙানা ঙান্তুদ্ ৰম্দুনা।
কেন্পং চুয়াম্‌ল্ কাঃপং চুয়াম্‌লে,
অই নম্ পঃয়াত্পা য়াদ্ৰম্ মমাঙাই।
চিল য়াঃয়াঙা য়াম্প য়াঃয়াঙা
পঃল লকাৰা কাৰতুদ্ দাক্কুনা।—ইত্যাদি।

অৰ্থ ঃ আজি সময়ৰ বন-লতিকাই বাঢ়ি গৈ তোমাক আবৰি ধৰিছে। তাক আগতে জনা হলে সময়ৰ পাক ঘূৰণি খোৰা বতাহত উৰি যোৱাৰ দৰে তোমাক উৰি যাবলৈ নিদিলোঁহেঁতেন। আজি অলপকৈ, কাইলৈ অলপকৈ অৰ্থাৎ ক্ষণে ক্ষণে চন্দ্ৰকলাই কৃষ্ণপক্ষলৈ গতি কৰিছে। (অৰ্থাৎ জীৱনক অন্ধকাৰে আবৰি ধৰিছে বা জীৱন মৃত্যুৰ মুখলৈ আগবাঢ়ি গৈ আছে।)

(গ) অকলশৰীয়া জীৱনৰ অনুশোচনা ঃ

নাঃনা বুলুনা ৰাঃবু বুলুনা
কুম্লাং দাঅুৰ্ পংৰুৰ্ ৰচুলা
মেঃৰ ঙম্ অগলগ্ অতাগানানা।
কিঃত্তা কিপমাম্ য়ম্দঃ তাগ্লা
দাকি মমাঙাম্ দাঙ তাগ্লা
নাঃনা বু মেঃৰ ঙম্ অতাগানা না।
নাঃনা বু অগলক্ অদাস্ দলনা
নাঃনা বু অগলক্ অমুৰ্ জনায়া,
নাঃনা বু গাগ্নয়ঙ্দাম্ চলাম্ গমগ্য়াম্দাম্,
নাঃনা বু গাগ্নাম্দাম্ গাগ্য়াম্ তনায়া।

অৰ্থ ঃ আই আৰু দেউতাৰে সৈতে একেলগে থাকোঁতে মোৰ এই দুৰ্ভাগ্যৰ জনম হৈছিল। দীৰ্ঘদিনৰ গৰ্ভ-বেদনাৰে কতনা

ঘৰুৱাকৈ যোকনো জন্ম দিছিল, যোৱকৰেঁ মোৰ জন্মৰ কালত আয়ে যি ভাল বঢ়াৰ আয়োজন (সন্তান জন্মৰ পৰত শৰীৰত বল পাবৰ কাৰণে হাতেৰে ধান খকা এভাজ বঢ়া) কৈছিল—সেইভাগেই যোৱকৰেঁ (taboo) ভুল আছিল, নাইবা মোৰ জন্মই ভুল আছিল—যাৰ ফলত মোৰ এই অকলশৰীয়া জীৱনত এই সমগ্ৰ দুখৰ ভাৰ বহন কৰিবলগীয়া হৈছে।

এইদৰে জীৱনত উদ্ভৱ হ'ব পৰা যিকোনো ধৰণৰ দুখ-বেদনাৰ কথাকেই এই কাবান্ গীতবিলাকত পোৱা যায়।

কাবান্ গীতৰ আৰু এটি ৰূপ আছে ; সেয়া 'দঃন্নিং কাবান্' বা 'কাহিনী গীত'। এই কাহিনী গীতবিলাক দেখাত প্ৰায় অসমীয়া আখ্যান গীত নাইবা ইংৰাজী বেলাড গীতৰ দৰে। এই গীতবোৰ মিচিং সমাজৰ কোনো ব্যক্তি-বিশেষৰ করুণতম ঘটনাৰ আলম লৈ ৰচিত। গেলাশ্বৰৰ গীত, দেওবৰ-ঢেন্তালীৰ গীত, বিনোদ-পিপলীৰ গীত এই ধৰণৰ কাবান্ গীত। কাবান্ গীতবিলাকৰ ভাষা প্ৰাঞ্জল আৰু সুৰ অতি হৃদয়বিদাৰক।

॥ ৰুঃৰুগ্ ॥

বিশেষ একোটি ঋতু উৎসৱত গোৱা গীতসমূহকে "ৰুঃৰুগ্" বা ঋতু উৎসৱৰ গীত বোলা হৈছে। আলি আঃয়ে লৃগাং আৰু পঃৰাগ্ উৎসৱত বেলেগ বেলেগ ধৰণৰ গীত ব্যৱহাৰ কৰে। এই গীতবোৰ উৎসৱত বাদে সাধাৰণতে অন্য সময়ত ব্যৱহাৰ কৰা নহয়। পঃৰাগ্ উৎসৱত মিবু বা মিবুৱে বিশেষ ধৰণৰ গীত গায়। অন্যান্য উৎসৱত এইবিলাক গোৱা নিষ্প্ৰয়োজন। বহাগ বিহুত কোনো কোনো মিচিং গাঁৱত মিচিং গীতেৰে হুচৰি গায়। এই গীতবিলাকত ঋতুৰ বৰ্ণনা, উৎসৱৰ তাৎপৰ্য আৰু ডেকা-গাভৰুৰ আনন্দ উল্লাহৰ সমাৱেশ থাকে। যেনে ঃ

(ক) ( লৃগাং গীতত )

ম. দুঃচে পায় চুভক
অদুৰ্, দন্দুলা দুঃচে পায়ম চুভকা,
ম কেক্‌চেং মেকেং চুত্‌কা
অদুৰ, দন্দুলা কেক্‌চেং মেকেং চুভকা।

য়াঃমে' আৰু অন্যান্য সাধাৰণ বিষয়বস্তু থকা গীতবোৰক "দঃৰিয়ঃদঃম" বুলিব পাৰি। প্ৰকৃত পক্ষে গীতৰ বিষয়বস্তুৰ ফালৰপৰা এই লুপ নিঃতম্‌ক প্ৰণয়মূলক আৰু খেল-ধেমালিৰ গীতত অন্তৰ্ভুক্ত কৰিব পাৰি। কিন্তু এইবোৰ গীতৰ ব্যৱহাৰ আৰু কথা অংশৰ বাবেহে এই শ্ৰেণীত অন্তৰ্ভুক্ত কৰা হৈছে।

## ॥ মিদাং ॥

মিদাং নিঃতম্ হৈছে বিয়াৰ গীত। অসমীয়া বিয়া-নামৰ লগত মিচিং মিদাং গীতৰ পাৰ্থক্য আছে। অসমীয়া বিয়ানামত থকা স্মৃতিশাস্ত্ৰৰ নীতিৰ দ্বাৰা সংযত পবিত্ৰ মিলনৰ মধুৰ গীতৰ ধ্বনি মিচিং বিয়াগীতত নাই। তাৰ পৰিবৰ্তে ইমান দিনে মাক-বাপেকৰ ঘৰত আদৰেৰে লালিত-পালিত হোৱা ঘৰৰ জীয়ৰীয়ে চিৰদিনৰ বাবে পিতৃ-মাতৃ আৰু ভাই-ভনীৰ মৰম, মায়া-মমতা ত্যাগ কৰি আচিন এঘৰলৈ আঁতৰি যোৱাৰ বাবে যি হৃদয়বিদাৰক বিলাপ কৰে তাৰেই অনুকৰণত মিচিং মিদাং গীতবোৰ সৃষ্টি হৈছে। কোনো কোনো অঞ্চলত সেই শোক-জৰ্জৰিত কন্যাক অতীতৰ মধুৰ স্মৃতি ( লগৰীয়াৰ সৈতে খেলা-ধূলা কৰা, আপোন ঘৰৰ চেনেহৰ বান্ধোন ) সোঁৱৰাই কন্দুৱাবলৈ যত্ন কৰে। মিদাং গীতৰ গায়ক-গায়িকাই নিজেই কন্যা হৈ যেন কান্দিছে। এই গীতবোৰত চিৰাকাংক্ষিত প্ৰিয়জনক এৰি পিতৃ-মাতৃৰ আদেশানুক্ৰমে আচিন এজনক জীৱনৰ লগৰী হিচাপে বাছি লোৱাৰ কৰুণ বিননি, পিতৃ-মাতৃৰ চেনেহৰ ডোল চিঙি যোৱাৰ পিছত হৃদয়ৰ বিক্ততাৰ কৰুণ আৰ্তনাদ মুঞ্জৰিত হৈ উঠে।

এটি মিদাং গীতৰ উদাহৰণ তলত দিয়া হ'ল।

| মিচিং | অসমীয়া অৰ্থ |
|---|---|
| বাঃৰা বাঃধা বাঃৰা আৰ্‌য়াঙা | অ' দেউতা মোৰ আৰ্‌য়াং |
| নাঃনা য়াঃনা নাঃনা পাগ্‌য়াঙা | অ' আই মোৰ পাগ্‌য়াং |
| নাঃনা বাঃৰুনক্‌কা দুঃনা আকিঅা | আই বোপাই তহঁতৰ |
| জিনতুন্‌ নায়্‌দামা। | পেটৰ মাড়ীৰ এটকুৰা নাই। |
| বাঃঙ্কা দয়্‌দাং ঙ | আই বোপাইৰ অকলশৰীয়া |

কিবা চি দ্গোজিবা যাম্নিব বিদ্ঙনা।
আ নাঃনা না-মা নিন্দ্ম না-মা
নিন্দ্ম না-না মাঃনা না-না
চিনা গাঃনিক গাঃন বিতই
নিন্দ্ম্ গাঃনি ক গাঃন বিতই।
আ ঙক্কা আঃজি কাল্ঙ নাচিমা
চেঃকব্ দ্ঃল্ঙা দ্ঃবিজ তু নাইকা?
ঙক্কা আঃজি কাঃল্ঙা নাচিমা
দ্ম্দাঃপায়া তাকাবা বাব্বিজ তুনা?
দগ্য়ঃ পায়া তাকাবা বাব্বিজ তুঃনা?

অর্থ ঃ অ' মোব মবমব মইনাব
পেটতে ভোক লাগিছে এ
পেটতে ভোক লাগিছে।
ভোকত পেট কলমলাইছে,
কলমলাইছে
অ' আই তোমাব জোঙা স্তনাগ্র
মইনাব মুখতে দিয়া।
মোব মইনাক কোনে মাবিলে
মোব মইনাক দীর্ঘ জীবনব কাবণে দিছেনে
কম দিনব কাবণে দিছে?
(অর্থাৎ জীবনব হ্রস্বতা বা দীর্ঘতা)

(খ) অয়উমা কাপ্পঃয় পাক্কউআ দাঃমাঃদা
ধাঃদ্ দুন্ পুঃয়েম্না কায়্য়াংকা।
ঙক্কা না অয়উমা চেঃকনা দাম্তনা
দাম্না দাম্ দাম্য়ে কুনানা।
অয়উকা নঃনাব্ আব্গ্ল পুকাঃনা
পুয়েকুম্ লুবিয়েকুনা না।
অয়উকা কাবনাম্ দা বিতুনাই বাজনা
তাল্মিঃনা দুৎকান্ দাগ্।
তাঃতা বগেনা চিবাক এঃম্তাইকা
আমাময়িদান্ আনিমাম্ বিনা।

অৰ্থ ঃ মোৰে মইনা নাকান্দিবা
কপৌ চৰাই উৰা নাই
উৰিলে কান্দিবা দেই।
মোৰে মইনাক কোনে নো মাৰিলে—
মাৰে'তাক আমিও মাৰিম দেই।
মইনাৰ মায়ে ভ্ৰ‌ুইলৈ গৈছে
আহিলে কৈ দিম দেই।
মইনাৰ কান্দোন যেন বিকুলৰ বাজনা
শুনিলে শুনিয়ে থাকিবৰ মন।
ককা বংগুদ ৰবা গাহৰি মাৰিব
তেনেকুৱা ভাত বাঢ়ি দিম দেই।

॥ অই নিঃতম্ ॥

মিংচিংসকলৰ আটাইতকৈ জনপ্ৰিয় গীত হৈছে অই নিঃতম্। ইয়াক অসমীয়া বনগীতৰ লগত তুলনা কৰিব পাৰি। পথাৰে-সমাৰে, হাবিয়ে-বননিয়ে, বিহুৰ ঢোল-পেঁপাৰ তালে তালে অই নিঃতম্ মুখৰিত হৈ উঠে। অই নিঃতম্‌ত যৌবনৰ উন্মাদনাৰ কলৰৱ, জীৱনৰ বসন্তই এই অই নিঃতম্‌বোৰৰ প্ৰবোচনাৰ থাই অনুপ্ৰেৰণা। ডেকা-গাভৰুৰ প্ৰেম-বিৰহৰ স্বস্তি; নিৰ্জনৰ লগৰীয়া। যৌবনৰ দেহৰ সংযমহীন ক্ষুধা, কাম প্ৰপঞ্চৰ বাসনা পুজাকে আদি সবল উপমাৰে অই নিঃতম্‌ত প্ৰকাশ কৰা দেখা যায়। মোহান্ধ প্ৰেমিক-প্ৰেমিকাৰ সৌন্দৰ্য আৰু প্ৰেম, প্ৰকৃতিৰ দৰ্শনত উপমা বিচাৰি পায়। বিষয়বস্তুৰ ফালৰপৰা অই নিঃতম্‌ত প্ৰেম, বিচ্ছেদ, কৰুণা, কামনা, সমাজ-জীৱনৰ সকলো চিত্ৰই পোৱা যায়। মুঠতে অই নিঃতম্‌ত যি নাই সি মিচিং-সমাজতো নাই। দুটি পংক্তিৰে বিভক্ত উপমাপ্ৰধান আৰু অলংকাৰ প্ৰধান এই অই নিঃতম্ বোৰৰ ছন্দও অতি সাৱলীল আৰু মোহনীয়।

কেইটামান অই-নিঃতম্‌ৰ উদাহৰণ ঃ

(ক) আচি চিকুৰ্ চিকুৰুক মিক্‌চি চিকুৰ্ চিকুৰুক
আচি চিকুৰ্ পুনুঅোঅো মিক্‌চি চিকুৰ্ পুনুপামা।

অর্থ ঃ পানীৰ জুৰিও এবিধ জুৰি, চকুৰ পানীও এবিধ জুৰি। জুৰিৰ পানী শুকাব, চকুপানীৰ জুৰি কেতিয়াও নুশুকায়।

(খ) আচি বিদ্‌নাম্ তাদ্‌বেগ্-দ আচি আবুং কাঃবেগ্‌য়া
অইয়া নম্-অই কাঃবেগ্-দ মাঃনাম্ দঃয়িং রুকেগ্‌য়া।

অর্থ ঃ জুৰি বৈ যোৱা নদীৰ কলকল শব্দ শুনিছোঁ (পাহাৰত)—জুৰি দেখা পোৱা নাই। প্ৰিয়তম, তোমাক দেখিছোঁ—কিন্তু হৃদয়ৰ ভালপোৱাৰ কথা কবলৈ পোৱা নাই।

(গ) চিতা মেন্‌জেগ্ বানাপা ইবাচুলা পাঃয়েপা
অইয়া ঙঞেক্ চিঃচাঃচাম্ ইবাচুলা পাঃপামা।

অর্থ ঃ হাতী মহ কিনিবলৈ হাজিৰা কৰিও ধন পাব পাৰে। হেৰা মৰমী, আমাৰ জীৱনটো হাজিৰা কৰি নোপোৱা।

(ঘ) দলুগ্ লাঃদ য়ংমদাম্ আপিন্ আগম্ কুদ্‌দু-ক
মালুগ্ লাঃমাং অইয়া মা আমিগ্ মিক্‌য়াব্ কুদ্‌দু-ক

অর্থ ঃ এগৰাহ ভাতৰ দৰে এমুঠি বিষ খাব পাৰোঁ, কিন্তু প্ৰিয়জনক চকুৰ এক পচাৰৰ বাবেও এৰিব নোৱাৰোঁ।

(ঙ) যুম্‌দাঙই আয়িৰ্-দ আচি তকাব্ গুদ-দ
গাগৰিদাম্ কেম্‌বমলা কয়েমলা য়িৰ্‌দাগাই
কায়েমলা য়িৰ্‌পঃয়কা বাৰ্‌য়েমলা কাঃপঃয়
মুকুতাপিন্ আঃয়েদোনা আচিনাচিম্ বাগ্‌দাগ্‌না

অর্থ ঃ আবেলি পৰতে পানী অনাৰ ঘাটতে, কাষতে ঘাগৰি লৈ মিচিকিয়াই হাঁহিছিলা, মিচিকিয়াই নাহাঁহিবা, বেঁকাকৈ নাচাবা, তোমাৰ মুকুতা হেন দাঁত দুপাৰিয়ে মোৰ হিয়া কামুৰি ধৰিছে।

## ॥ লোককথা আৰু প্ৰবচন ॥

ওপৰত উনুকিয়াই অহা গীতবোৰত বাদেও মিচিং সমাজত নানান লোককথা আৰু প্ৰবচনৰ প্ৰচলন আছে। লোককথাবোৰ পণ্ডিতসকল বা ঈশপৰ, সাধুৰ দৰে নীতিবচনমূলক নহয়। যেহি তাপেই জীৱজন্তু, পোক পৰুৱা, মানুহ আৰু দেৱতাৰ উৎপত্তি

বিষয়ক। দেৱতা আৰু মানুহৰ কাজিয়া, তাৰ ফলত বিভিন্ন পাহনীয় পূজাৰ সৃষ্টিৰ বিষয়ে এই লোক-কথাবোৰত পোৱা যায়। এই লোক-কথাবিলাকৰ মূল উৎস হৈছে আঃবাং গীতবোৰ। আঃবাং গীতক সংস্কৃত সাহিত্যৰ পুৰাণৰ লগত তুলনা কৰিব পাৰি য'ৰ পৰা সকলো লোককথা বা সাধুকথাৰ উৎপত্তি হৈছে।

লোক-সাহিত্যৰ দৰে প্ৰকাশত সৰল অথচ স্বতঃস্ফূৰ্ত জীৱনৰ প্ৰকাশ ঘটে মিচিং প্ৰৱচন আৰু ফকৰা যোজনাবোৰে। বেছি ভাগ প্ৰবাদ বাক্য বা প্ৰৱচনৰ মূলতে প্ৰত্যক্ষ বা পৰোক্ষভাৱে একোটি কথা বা কাহিনী অন্তৰ্নিহিত হৈ আছে। কোনো কোনো ঠাইত বিশেষ কোনো ব্যক্তিৰ ৰসিকতাৰ পৰা এনে প্ৰৱচনৰ সৃষ্টি হয়। বেছি ভাগ প্ৰৱচনত বিদ্ৰূপৰ ভাব প্ৰকট হয় যদিও সিবিলাকত মানুহৰ চৰিত্ৰ আৰু গুণ সোঁৱৰাই দিবলৈ নাপাহৰে।*

* 'জনজাতীয় লোকগীত' ৰংপুৰ সাহিত্য সভা (সম্পাদক ড° [illegible])ৰ দ্বাৰা প্ৰকাশিত পুথি। ১৯৭৮ চন।

# অই নিঃতম্

## নাহেন্দ্ৰ পাদুন

মিচিং ভাষাত প্ৰচলিত বিভিন্ন গীত-পদ বিলাকৰ ভিতৰত অই নিঃতম্ অন্যতম। জনপ্ৰিয়তাৰ ফালৰ পৰা অই নিঃতম্ আটাইবোৰ লোকগীতৰ শীৰ্ষত। অই নিঃতম্ বুলিলে মিচিঙৰ ল'ৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সকলোৱে এক আবেগৰ দৃষ্টিৰে চায়, অই নিঃতম্‌ৰ ভাৱ, ভাষা আৰু সুৰে সকলোৰে অন্তৰত এক নতুন পুলক সঞ্চাৰ কৰে, অনাবিল আনন্দ বিলায়। অই নিঃতম্‌ৰ এই জনপ্ৰিয়তাৰ কাৰণ নিৰ্দিষ্টকৈ নিৰ্দেশ কৰিব নোৱাৰিলেও ইয়াৰ ভাৱ, ভাষা, উপমা, ছন্দ আৰু সুৰৰ বৈচিত্ৰ্যকেই অন্য কাৰণ বুলি ধৰি ল'ব পাৰি।

অই নিঃতম্ শুনি ভাল নোপোৱা ব্যক্তি বোধকৰো মিচিং সমাজত নাই। অই নিঃতম্ যি ভাল নাপায় তেওঁ মিচিং সমাজ আৰু সংস্কৃতিকো ভাল নাপায়।

### অই নিঃতম্‌ৰ অৰ্থ :

'অই নিতম্' দুটি পদৰ সমষ্টি। মিচিং ভাষাত 'অই' শব্দই সম্বোধনত মৰমৰ, চেনেহৰ, প্ৰিয়জন ইত্যাদি বুজায়। বক্তাজনতকৈ বয়সত সৰু হলে যি কোনো ব্যক্তিকেই মৰমেৰে 'অই' বুলি সম্বোধন কৰি মাতিব পাৰে। আনফালে প্ৰেমিক বা প্ৰেমিকাসকল অন্তৰৰ অতি আপোনজন বুলি ভাবি 'অই' শব্দৰেই সম্বোধন কৰা দেখা যায়। এই অৰ্থত অই শব্দই প্ৰেমিক বা প্ৰেমিকাক বুজায়।

'নিতম্' শব্দত দুটি অংশ আছে। √নিঃ ধাতু—নিচুকনা; মৰমৰ গীত গাই ভুলোৱা। 'তম্' প্ৰত্যয়—উদ্দেশ্য, যাক উদ্দেশ্য কৰি গোৱা হয়। অৰ্থাৎ যাক উদ্দেশ্য কৰি নিচুকাই গোৱা হৈছে। গতিকে অই নিতম্‌ৰ মানক-পাঠ অৰ্থ হ'ল—প্ৰেমক উদ্দেশ্য কৰি গোৱা গীত বা প্ৰেম গীত। অসমীয়া বনগীত, বিহুগীত বা বনঘোষাৰ ভাব-আবেগৰ লগত অই নিতম্ সমতুল্য।

কোনো কোনো উপভাষাত অই নিঃতম্‌ক 'আবেঃ' বুলিও কোৱা হয়। আবেঃৰ 'আ' বিশেষ্য বাচক উপসৰ্গ, ✓ বেঃ—মাত, শব্দ, সুৰ। অৰ্থাৎ সুৰ লগাই কোৱা কথা বা গীত। 'আবেঃ' অই নিঃতম্‌ৰ সমাৰ্থক শব্দ।

## অই নিঃতম্‌ৰ উৎপত্তিঃ

অই নিঃতম্‌ৰ উৎপত্তি কেতিয়া হৈছিল তাক সহজে কোৱা টান। সচৰাচৰ পৃথিবীৰ সকলো লিখিত সাহিত্যৰ আৰম্ভণিতে মৌখিক সাহিত্য সৃষ্টি হোৱাৰ দৰে মিচিং ভাষাতো লোকগীত সমূহে মৌখিক সাহিত্য হিচাপে সৃষ্টি হৈছে। সৃষ্টিৰ আদিম পুৰাতে মানুহে যেতিয়া শব্দৰ যোগেদি মনৰ ভাব অনুভূতি প্ৰকাশ কৰিব পৰাৰ ক্ষমতা লাভ কৰিলে তেতিয়াৰ পৰাই এই মৌখিক সাহিত্যবোৰ সৃষ্টি হৈ আহিছে। যুগে যুগে কালৰ সোঁতত পৰি ইয়াৰ ভাৱ, ভাষা, সুৰ সলনি হৈ আহি বৰ্ত্তমান ৰূপ পাইছেহি। অই নিঃতম্‌বোৰৰ দৰে লোকগীত বা মৌখিক গীতবোৰক আদিম কালৰ পৰা বৈ অহা এখন নদীৰ সোঁতৰ লগত বিজাব পাৰি। নদীৰ উৎপত্তি কেতিয়া হ'ল তাক মানৱ সমাজে সহজে কব নোৱাৰে, তাৰ উৎস ক'ত সেয়াও সহজে দৃষ্টি গোচৰ নহয়। অথচ নদীৰ পানী, আৰু বোঁৱতী সোঁতৰ লগত মানৱৰ এক নিবিড় সম্পৰ্ক। কালৰ গতিত নদীৰ সোঁতে গৰা খহাই গতি সলনি কৰে, পাৰৰ জাবৰ জোঁঠা উটুৱাই নি নদীক গৰ্ভৱতী কৰে। অই নিতঃম্‌বো উৎপত্তি কেতিয়া হ'ল তাক কব নোৱাৰি, কিন্তু মানুহৰ মুখে মুখে বাগৰি আহি বৰ্ত্তমানৰ ৰূপ পাইছেহি। সময়ে সময়ে ইয়াৰ ভাৱ, ভাষা, সুৰ সলনি হৈছে। বিভিন্ন ঘটনা আৰু পাৰিপাৰ্শ্বিকতাৰ প্ৰভাৱত ইয়াৰ বিষয়বস্তুৰ সমৃদ্ধি হৈছে।

অই নিঃতম্‌ৰ কোনো ৰচক নাই, নাইবা কোনো বিশেষ গায়ক গায়িকাৰ মুখত ই আবদ্ধ হৈ নাথাকে। অই নিঃতম্‌ যিয়ে গায় তেওঁৰেই অন্তৰৰ ভাষা হৈ পৰে—প্ৰাণৰ ভাষা হিচাপে প্ৰকাশ পায়। যিয়ে অই নিঃতম্‌ শুনে তেওঁৰো অন্তৰৰ ভাষা হিচাপে প্ৰকাশ পায়। সেয়েহে অই নিঃতম্‌ৰ গায়ক আৰু শ্ৰোতাৰ মাজত তাৰ সমদ্গতা স্থাপন হয়।

অই নিঃতম্ত 'তুমি' 'মই' ইত্যাদি সর্বনামৰ প্ৰয়োগ থাকিলেও সি কোনো ব্যক্তি বিশেষৰ উল্লেখ নহয়। গায়ক আৰু শ্ৰোতা উভয়েই তুমি আৰু মই হৈ অই নিঃতম্ৰ ভাবত অন্তৰ্লীন হয়। অই নিঃতম্ কোনোবা সময়ৰ ব্যক্তি বিশেষক লৈ গোৱা গীত নহয়, ই সকলো সময়ৰ সকলো মানুহৰ অন্তৰৰ ভাষা, প্ৰাণৰ গীত। সেয়েহে অই নিঃতম্ৰ ভাব সাৰ্বজনীন, অই নিঃতম্ৰ ভাষা—চিৰন্তন।

## অই নিঃতম্ৰ উৎস ঃ

অই নিঃতম্ৰ প্ৰধান উৎস হৈছে প্ৰেম। জন্ম, বিবাহ আৰু মৃত্যু মানুহৰ চিৰন্তন ৰূপ আৰু গতি। জন্ম আৰু মৃত্যু মানুহৰ নিয়ন্ত্ৰণাতীত, আনকি ভগৱানবো হস্তক্ষেপ ইয়াত নাথাকে। বিবাহ—জীয়াই থকাৰ কালছোৱাত নাৰী পুৰুষৰ মিলনৰ যোগেদি সংসাৰ সোঁতক চিৰ প্ৰবাহমান কৰি ৰখাৰ এটি প্ৰথা। বিবাহৰ পূৰ্বে নাৰী আৰু পুৰুষৰ মাজত, ডেকা-গাভৰুৰ মাজত পৰস্পৰে পৰস্পৰৰ প্ৰতি কৰা হিয়াৰ বিনিময়, হাস্য কটাক্ষ আদিৰ সহায়ত ভাব, বিভাব, অনুভাব, উদ্দীপন বিভাব আদি ৰসৰ সঞ্চাৰেই এই প্ৰেম। পোৱাৰ আনন্দতকৈয়ো নোপোৱাৰ বেদনাই প্ৰেমৰ উদ্দীপক। মিলন বা বিবাহৰ যোগেদি প্ৰেমে পৰিপূৰ্ণতা লাভ কৰে। কিন্তু মিলনৰ পৰিপূৰ্ণতাত চহা কবিৰ ভাৱৰ উদ্দীপনা হেৰাই যায়। ৰোমাণ্টিক কবি সকলে প্ৰেমৰ অপূৰ্ণতাকেই কবিতাৰ প্ৰেৰণাৰ উৎস হিচাপে গ্ৰহণ কৰাৰ দৰে চহা গাঁৱলীয়া এই অই নিঃতম্ৰ গায়ক কবি সকলেও অপূৰ্ণ প্ৰেম বা প্ৰেম পূৰ্বক আশা, নিৰাশা, ৰাগ, অনুৰাগ, আলম্বন, বিলম্বন ইত্যাদিকেই প্ৰেৰণাৰ উৎস হিচাপে গণ্য কৰে।

## বিষয়বস্তু ঃ

অই নিঃতম্ প্ৰধানকৈ প্ৰেমৰ গীত, ইয়াৰ বিষয়বস্তুত প্ৰেম সম্পৰ্কীয় সকলো ৰসৰ সোজৰেৰে পৰিপূৰ্ণ। আশা-নিৰাশা, হতাশা, মিলন-বিচ্ছেদ, আশাভঙ্গ, সুখ-দুখ, হাঁহি-কান্দোন, ঠাট্টা-বিদ্ৰূপ, প্ৰশংসা-নিন্দা সকলো ৰসৰ মিহলেই অই নিঃতম্ত

প্ৰকাশ পায়। কেৱল এয়েই নহয়—সম-সাময়িক সামাজিক, ৰাজনৈতিক, আচাৰ-ব্যৱহাৰ, যুদ্ধ-বিগ্ৰহ, ইত্যাদিৰ বিষয়বস্তুও অই নিঃতম্‌ত প্ৰকাশ পায়। অই নিঃতম্‌ত ব্যৱহৃত কোম্পানী, জাহাজ, এৰোপ্লেন, চীনা যুদ্ধ, ভাৰত পাকিস্তান যুদ্ধ, হিৰোশিমা-নাগাচাকি, মহাত্মা গান্ধী, জৱাহৰলাল নেহেৰু, লালবাহাদুৰ শাস্ত্ৰী, ইন্দিৰা গান্ধী, পিস্তল, ৰাইফলৰ গুলী, স্কুটাৰ, মটৰ, গাড়ী, তাজমহল, কলিকতা, বোম্বাই ইত্যাদি শব্দৰ প্ৰয়োগ আৰু উপমাই এই কথাৰ সাক্ষ্য বহন কৰে। মুঠতে চমু কথাত কবলৈ হলে—অই নিঃতম্‌ত যি বিষয়বস্তু নাই সি মিচিং সমাজতেই নাই। মিচিং সমাজৰ দৃষ্টিৰ অগোচৰত থকা বিষয়বস্তুও অই নিঃতম্‌ত প্ৰকাশ লাভ কৰে।

**ভাব :**

অই নিঃতম্ দুটি পংক্তিত বিভক্ত। প্ৰথম পংক্তিত সাধাৰণতে প্ৰকৃতিৰ নৈসৰ্গিক ৰূপৰ বৰ্ণনা আৰু দ্বিতীয় পংক্তিত প্ৰকৃতিৰ সতে চহা কবি বা গায়ক-গায়িকাৰ ব্যক্তিগত জীৱনৰ তুলনা বা উপমা। চহা কবি সকলৰ সাধাৰণ আৰু আটাইতকৈ সহজ ভাবে সৰলীকৃত লজিক হ'ল—যি জন ঈশ্বৰে জগতখন স্ৰজিলে তেওঁ পীৰিতি কৰিছে, আমিনো নকৰিম কিয়? বনৰ চৰায়ে জোৰ পাতিছে, আমিনো নাপাতিম কিয়?

অই নিঃতম্‌ৰ প্ৰথম পংক্তিত যি বিৱৰণ দিয়া হয় দ্বিতীয় পংক্তিত ব্যক্তিগত জীৱনৰ উপমাৰে প্ৰথম পংক্তিৰ নেতিবাচক বা ইতিবাচক ইঙ্গিত বহন কৰে। দুটা উদাহৰণ লোৱা হওক—

(ক) Asi sikur sikur ko /
Miksi sikur sikur ko
Asi sikur pvnye pc /
Miksi sikur pvnpc ma

অৰ্থ—পানীৰ জুৰিও জুৰি
চকুপানীও এটা জুৰি
জুৰিৰ পানী শুকাই যায়
চকুপানীৰ জুৰি নুশুকায়।

(খ) Dc:nc motor dc:daggom /
Lapkv namcm ka:begma.
Oi nok lcgang kabdaggom /
Miksi dvnam ka:begma:

উৰা জাহাজ উৰিলেও
পাখি কোবোৱা নেদেখি, (সেইদৰে)
তোমাৰ কাৰণে কান্দিলেও
চকুপানী ওলোৱা নেদেখিবা।

এই উদাহৰণ দুটাত প্ৰথমটোত জুৰিৰ পানীৰ লগত চকুপানীৰ বিজনি আৰু দ্বিতীয় উদাহৰণত উৰা জাহাজৰ পাখি কোবোৱাৰ লগত চকুপানী টোকাৰ বিজনি দিয়া হৈছে। প্ৰথম উদাহৰণৰ বিজনি নেতিবাচক আৰু দ্বিতীয় উদাহৰণৰ বিজনি ইতিবাচক এয়া চহা কবিৰ সহজ লজিক। অৱশ্যে সকলো অই নিঃতমেই যে এই লক্ষণৰ ধৰা-বন্ধা ৰীতিত আবন্ধ সেয়া নহয়, ইয়াৰ ব্যতিক্ৰমো পৰ্য্যাপ্ত পৰিমাণে আছে।

ভাষা ঃ

অই নিঃতমৰ ভাষা প্ৰচলিত আৰু কথিত ভাষাৰ ওপৰত প্ৰতিষ্ঠিত। অই নিঃতমত দুৰ্বোধ্য অথবা দুষ্প্ৰাপ্য শব্দৰ প্ৰয়োগ নহয়। সেই বাবে অই নিঃতমৰ ভাষা সৰ্বজনৰ ভাষা। ইয়াৰ ভাষা বিশেষ কোনো এটা যুগৰ প্ৰচলিত ভাষা নহয়। সময়ৰ পৰিবৰ্ত্তনৰ লগত ভাষাও পৰিবৰ্ত্তন হয়। এই পৰিবৰ্ত্তনৰ লগে লগে অই নিঃতমৰ ভাষাও পৰিবৰ্ত্তন হয়।

কিন্তু এই কথা ঠিক যে আজিৰ যি অই নিঃতমৰ ভাষা— সেই ভাষা আজিৰ পৰা এহেজাৰ বা পাঁচশ বছৰৰ আগতে নিশ্চয় নাছিল। আজিৰ ভাষাৰ লগত এহেজাৰ বা পাঁচশ বছৰৰ আগৰ ভাষা নিশ্চয় সুকীয়া আছিল। কিন্তু অই নিঃতমৰ ভাষাৰ পৰা পূৰ্বৰ সেই সময়ত প্ৰচলিত ভাষা উদ্ধাৰ কৰিবলৈ যোৱাটো দুৰূহ কাম। সেই বাবে মৌখিক সাহিত্য হিচাপে অই নিঃতমৰ ভাষাক যুগ নিৰপেক্ষ ভাষা বুলিব পাৰি। উৰা জাহাজ, চীনা যুদ্ধ, ভাৰত পাকিস্থান যুদ্ধ, ডিজাপথাৰৰ পৰা জলাইলৈ যোৱা

ৰেল গাড়ীৰ বিৱৰণৰ পৰা অসমত সেইবোৰ বস্তুৰ প্ৰচলন আৰু ঐতিহাসিক ঘটনাৰ পৰা কিছু অই নিঃতম্‌ৰ ৰচনা কাল থিৰাং কৰিব পাৰি স'চা, কিন্তু ভাষা ৰবৰৰ আঙঠিৰ দৰে, যি আঙুলিত ৰবৰৰ আঙুঠি খুৱায় তাতে খাপ খাই পৰাৰ দৰে—বিশেষ এটি যুগৰ ঐতিহাসিক ঘটনাৰ আলমত ৰচিত অই নিঃতম্‌ৰ শব্দৰাজিও সময়ৰ সোঁতৰ লগত পৰিৱৰ্ত্তিত হৈ আহি সাম্প্ৰতিক কালৰ ভাষাৰ লগত বিলীন হয়।

মিচিং ভাষাৰ কেইটাও উপভাষা আছে। এই উপভাষাবোৰত এৰেটা অৰ্থৰ কেইবাটাও প্ৰতিশব্দ আছে আৰু এটা শব্দৰ উচ্চাৰণকে উপভাষাগত ধ্বনিৰ তাৰতম্য আৰোপ কৰি উচ্চাৰণ কৰা হয়। অই নিঃতম্ গাওতেও যি অঞ্চলৰ উপভাষাৰ গায়কে গায় সেই উপভাষাৰ শব্দই বা উচ্চাৰণে অই নিঃতম্‌ত প্ৰাধান্য পায়। পাত্ৰ বা আধাৰ অনুসৰি পানীয়ে নিজৰ আকৃতি লোৱাৰ দৰে উপভাষাগত অঞ্চল বিশেষৰ গায়ক অনুযায়ী অই নিঃতম্‌ৰ ভাষাই ৰূপ লয়।

সুৰ ঃ

অই নিঃতম্‌ৰ এটা স্বকীয় সুৰ বিদ্যমান। ৰচনা পদ্ধতিৰ ফালৰপৰা অসমীয়া বিহুগীত, বনঘোষাৰ সতে সাদৃশ্য থাকিলেও সুৰৰ ক্ষেত্ৰত অসমীয়া বিহুগীত নাইবা অন্যান্য ভাৰতীয় লোকগীতৰ সুৰৰ লগত ইয়াৰ সম্পূৰ্ণ বৈসাদৃশ্য লক্ষ্য কৰা যায়। মোৰ নিজৰ সাঙ্গীতিক জ্ঞান সীমিত বুলি জনা সত্বেও কেৱল শ্ৰুতিজ্ঞানৰ ফালৰ পৰা চমুকৈ এইদৰে কব খুজিছোঁ। যে তিব্বতবৰ্মীয় ভাষা গোষ্ঠীৰ লোকগীতত যিবোৰ স্বৰৰ বিস্তাৰ হয়—সেই স্বৰবোৰেই অই নিঃতম্‌তো বিস্তাৰ হয়।

অই নিঃতম্‌ৰ আৰম্ভণি সদায় উচ্চ গ্ৰামত অৰ্থাত তাৰা গ্ৰামত আৰম্ভ হৈ ক্ৰমে মুদাৰা আৰু উদাৰা গ্ৰামলৈ অৱৰোহণ হয়। গীতৰ দুই পংক্তিৰ মাজ ডোখৰত উদাৰা-মুদাৰাত আৰোহণ অৱৰোহণত বিস্তাৰিত হৈ মুদাৰা গ্ৰামত সমাপ্ত হয়। সা, ৰে, মা, পা, ধা এই পাঁচোটা স্বৰেই বেছিকৈ বিস্তাৰিত হোৱা দেখা যায়। এই পাঁচোডা স্বৰৰ অৱলম্বনত অই নিঃতম্‌ৰ বিচিত্ৰ সুৰ

ৰচনা কৰা হয়। এইদৰে প্ৰতিবছৰে অই নিঃতম্‌ৰ বহু সুৰ সৃষ্টি হৈছে আৰু সময়ে সময়ে পাহৰণিৰ গৰ্ভত বিলীনো হৈছে।

## অই নিঃতম্‌ৰ ছন্দ ঃ

অই নিঃতম্ মুখ্যতঃ মৌখিক গীত—য'ত সুৰ আৰু তালৰ লগত এটা নিবিড় সম্পৰ্ক আছে। এই সুৰ আৰু তালৰ সমতা ৰক্ষা কৰে ছন্দই। নিৰক্ষৰ স্বভাৱ কবি গায়ক গায়িকাৰ সচেতন ছন্দ জ্ঞান নাথাকিলেও সুৰ আৰু তালৰ সমতা স্থাপন কৰিবলৈ যাওঁতে ছন্দই আপোনা-আপুনি নিৰ্দিষ্ট পৰিসীমাত আবদ্ধ হৈ পৰে। অই নিঃতম্‌ৰ পংক্তিবোৰত সম-অক্ষৰৰ ছন্দ সজ্জা নাথাকিলেও তালৰ পতন ঘটিব পাৰে। সেয়েহে গায়ক গায়িকাৰ কণ্ঠৰ পৰা নিগৰি অহা যি কোনো অই নিঃতম্‌ত কৰ নোৱাৰাকৈ ছন্দই নিজৰ পৰিধি বিচাৰি লয়।

অই নিঃতম্‌ত দুটা পংক্তি বা শাৰী থাকে। প্ৰতিটো পংক্তি চোধ্যটা অক্ষৰ যুক্ত। ইয়াৰো প্ৰতিটো পংক্তিত থকা চোধ্যটা অক্ষৰত ৭+৭ কৈ দুটা পৰ্বত ভাগ কৰিব পাৰি। প্ৰথম সাতোটা অক্ষৰত এটা যতি বা উপছেদ আৰু পৰবৰ্ত্তী সপ্ত অক্ষৰৰ শেষত পূৰ্ণ যতি বা ছেদ পৰে। যেনে—

Sa/gv/ gv/lai/ ka/pi/ yen * = ৭
mik/si dv/lai ka/pi/yen ** = ৭
mc:/nam oi/mc pa;/ma:/mvl * = ৭
tur/ra du:/lai ka/pi/yen ** = ৭

প্ৰতিটো পৰ্বৰ সপ্তাক্ষৰৰ গঠন ২+২+৩, ২+২+২+১, ৩+২+২, ৩+৪ ইত্যাদি ৰূপত হ'ব পাৰে। কেতিয়াবা প্ৰয়োজনীয় শব্দৰাজিয়ে সপ্তাক্ষৰ পূৰ্ণ কৰিব নোৱাৰিলে oi শব্দৰে পৰিপূৰণ কৰা হয়। কেতিয়াবা আকৌ প্ৰয়োজনতকৈ অধিক অক্ষৰ থকা শব্দ ব্যৱহাৰ কৰিব লগীয়া হ'লে শব্দাক্ষৰৰ একাংশ ধ্বনি বাদ দিয়া হয়। যেনে lo:pc, mcnapc dolokkc এই শব্দবোৰৰ শেষৰ c ধ্বনি বাদ দি lo:p, mcna:p, dolok কৰা হয়।

অই নিঃতম্‌ৰ দুটা চৰণৰ শেষৰ ধ্বনিসাম্য বা অন্ত্যামিল নিতান্তই প্ৰয়োজনীয় নহয়। কবৰাত অন্ত্যামিল থাকিলেও সি

তেনেই আকস্মিক। তাৰ পৰিবৰ্তে প্ৰতিটো পৰ্বৰ সন্তাক্ষৰৰ শেষ ধ্বনি—অৰ্থাৎ খ'ত যতি আৰু পূৰ্ণ যতি পৰে, তাৰ মিলহে বেছি।

মূলে অই নিঃতম্ গোৱাৰ পিছত কেতিয়াবা মূলৰ লগত সঙ্গতি থকা আৰু দুটা পংক্তি সংযোগ কৰি গোৱা হয়, তাক অই-কালি বুলি কোৱা হয়। এই অই-কালিবোৰৰ পংক্তি সজ্জাও মূলৰ সতে একে।*

*'অই নিঃতম্' পুথিৰ পৰা উদ্ধৃত। ১১৮... চন।

# অই নিঃতম্‌ৰ পটভূমি*

টাবু টাইদ

মিচিং জন-গীতৰ প্ৰধান ভাগটো হ'ল 'অই নিঃতম্‌'। 'অই' শব্দৰ অৰ্থ 'চেনাই', 'সোণ', 'বাপু', মইনা' আদি অন্তৰ পৰশা 'মৰমৰ বোকোচা' বৰ নোৰাবি সখি পৰা শব্দ। কাজেই অই নিঃতম্‌ৰ অৰ্থ 'চেনাইৰ গীত,' সোণটিৰ গীত', 'মইনাৰ গীত', আদি হব লাগিছিল, কিন্তু ই নহৈ সাধাৰণতে অই নিঃতম্‌ মানে বুজায় প্ৰিয়তমে প্ৰিয়তমাক অথবা প্ৰিয়তমাই প্ৰিয়তমক কেন্দ্ৰ কৰি বা উদ্দেশ্য কৰি গোৱা গীত আৰু হব পাৰে প্ৰাকৃতিক সৌন্দৰ্য্য বৰ্ণনা। থোৰতে তুলনামূলক ভাবে কবলৈ গলে বন-গীতে অসমীয়া জনগীতত যি ভাবৰ হিল্লোল তোলে অই নিঃতমেও তেনে এটি ভাবৰেই তৰঙ্গ জন্মায়।

অইনিঃতম্‌ৰ পটভূমি মৌলিকতাপূৰ্ণ। কিছুমান পটভূমিৰ উদাহৰণ দিয়া হ'ল। ধলপুৰাতে 'লেদেঙ' (মৰমী) পথাৰলৈ ওলাল। 'চেনেঙৰ' (চেনাইৰ) গাত তৰ্ণি নোহোৱা হৈ পৰিল। তাৰ সৰ্বাঙ্গ শৰীৰত কিবা এটা স্বাভাৱিক কঁপনি উঠিল, অজানিত ভাবৰ উন্মেষ হোৱাত। 'চেনেঙৰ' "ৰাঁমাগই আচিনাং ৰাকপ্‌ ৰাকপ্‌ জিন্দুৰং" (কুমলীয়া কলিজাত ধৰফৰণি উঠিছে)। তেতিয়া সি পুনৰ স্থিৰ হ'ল আৰু গালে—

দঃঞিৰু চাঃদুনৌ লুজগুই লুজগুলা—
মৌনাম্‌ অইৰু লেন্‌দুনৌ গাজুৰই গাকাবুলা।

সুৰুযে ৰঙীন বোল সানি উদয়াচলত দেখা দিছে। মোৰ মানস-ৰাণীও সুন্দৰ হৈ ওলাইছে-নানা ৰুলীয়া সাজ পিন্ধি।*

---

*প্ৰবন্ধটো মুদ্ৰিত কৰোঁতে লিখক ডুলীয়া ছাত্ৰ আছিল। ৰচনা-১৯৫৯-১৯৬০ চনত। প্ৰকাশিত 'মিৰ মিজিম'ৰ পৰা উদ্ধৃত। সংগ্ৰাহক।

প্ৰেয়সীক চকু আৰু মনেৰে প্ৰথম দৰ্শন কৰোঁতে কিজানি সকলো চহা কবিৰে এটি অস্বাভাবিক কঁপনি উঠে। সেই কঁপনি নিশ্চয় "বুদ্ধ হিয়াৰ মূৰ্ত্ত প্ৰকাশ" হোৱাৰ পূৰ্বলক্ষণ; বসুমতীয়ে যেনেকৈ কঁপি উঠাৰ আগতে ৰহস্যময় হুঁহিৰ দৰে এটা কপট গোজৰণি মাৰে।

…গাত জুই জ্বলিছে সৰিয়হ ফুটিছে
ধনক পানীঘাটত দেখি…। আৰু
…তোমাৰ দাঁত দুপাৰি এনেনো ধুনীয়া
যেন ডালিমৰে গুটি…।

এই দুফাঁকি অসমীয়া গীততো প্ৰথম পলকৰ কঁপনি আৰু পিছ মুহূৰ্ত্তত তৃপ্তিৰ ভাৱ প্ৰকাশ কৰিছে। লেদেঙৰ গৈ পথাৰ পালেগৈ। এককাঁল, এবুকু পানীত নামি ধাননি পথাৰত তাই ধান্য কাটিবলৈ লাগিল। তেনেবোৰ চিত্ৰপটৰ সমাবেশত সি দেখিলে—

আম্ অই গাদ্য়ুমা মুতিয়াম্ তুয়ুমা
আংকোলগ্নী আচিদ দাগ্য়ুম্ কাঃয়ুমা।

হে প্ৰণয়িনী! তোমাৰ ধান গছত ৰেপ দিয়া ভঙ্গী, ধানৰ মুঠি থোৱা ভঙ্গীমা, আৰু উঠন বুকুৰ সৌন্দৰ্য্য, সদ্যস্নাত দেহ এই বিলাক কেনে মনোৰম।

এইটো ওলাই থকা কথা যে "মন আৰু কল্পনাৰ যাদু পৰশত সাধাৰণ কামনাতো অনুপম সৌন্দৰ্য্যৰ জেউতি ফুটি ওলায়। মৈথিলীৰ কাষ চাপি "বিশালে বিমলে নেত্ৰে ৰক্তান্তে কৃষ্ণতাৰকে" আদি সম্বোধনেৰে ৰাৱণে তেওঁৰ (সীতাৰ) ৰূপৰ বৰ্ণনা কৰি "মনো হৰসি মে ৰামে নদি কুলমি বাম্ভসা" বুলি হিয়াৰ যি আবেগ প্ৰকাশ কৰিছিল এই ফাঁকিতো তেনে এটি আবেগৰে ইঙ্গিত দিছে। তাৰ পিছত "লেদেঙে" দৃশ্যপটৰ পৰা অন্তৰ্দ্ধান হ'ল। সি তেতিয়া ভাবিলে—

গৰু আঃলাম্ লাগিমাং
মেন্জেগ্ আঃলাম্ লাগিমাং
ঙক্কা আইমা পাঃমুল
কুয়াৰ্ তাগ্লা দৰপা।

খেতি কৰি খাবলৈ মোক গৰু হাল নালাগে, ম'হৰ হাল-খনো প্ৰয়োজন নাই। কিন্তু মোৰ মৰমীৰ সৈতে যদি মোৰ মিলন হয় তেন্তে কোৰেৰেই খেতি কৰি খাম।

কষ্টসহিষ্ণু ও পৰিশ্ৰমী সৰল মিচিং ডেকাৰ এয়াই হ'ল পোনপটীয়া উক্তি। সাধাৰণতে এনেবিলাক কষ্টসহিষ্ণুতাৰ ইঙ্গিত সূচক বহুতো বনঘোষা পোৱা যায়।

এইবাৰ 'লেদেঙ' বা 'মীনাম্' (মানস বাণী) আঁতৰিল। সি কব নোৱাৰে তাই কিমান দূৰলৈ গ'ল। নজনা নুশুনা দূৰ দূৰণিত আশ্ৰয় ললেগৈ। চেনেঙৰ মনৰ চিন্তা মনতে গুজৰি গুমৰি থাকিল। কাৰণ "কৰলৈ নাপালে লগ"। লেদেঙৰ মৰমী মুখখন নেদেখিলে তাৰ অন্তৰখন "ৰৰালি ঙচান্পো চানাঙই দুৰনা" শুকান ৰৰালি মাছৰ দৰে শুকাই যাব ধৰে। এনেবোৰ চকামকা ভাবৰ মাজতেই। কপৌ চৰাই প্ৰেমৰ প্ৰতীক হৈ ওলায়হি। তাৰ প্ৰেমৰ ভাগী হ'ল কপৌ চৰায়েই

পাকু-তমানা পাত্তাং তমানা
আলাৰই কামানা লাব্লুগ্ চুপাৰং
আইনম্ কাঃলুদ কাবেগ্ তমানা।

কপৌ চৰাই নহলোঁ নাইবা আন চৰায়ো নহলোঁ। তেনে হোৱা হ'লে মোৰ উৰি যাবলৈ ডেউকা থাকিলহেঁতেন। হে মোৰ প্ৰিয়া! তৃষ্ণাতুৰ নয়নে তোমাক যথা সময়ত দৰ্শন কৰিব নোৱাৰিলোঁ।

O had I the wings of a dove
How soon would I taste you again

হাঁহ হৈ পৰিমগৈ তোমাৰে পুখুৰীত
পাৰ হৈ পৰিমগৈ চালত,
মাখি ৰূপে ধৰি চুমা খাই আহিমগৈ
তোমাৰ কুমলীয়া গালত।

এই কল্পনা প্ৰৱণ ভাৱটি মনলৈ আনিবলৈ কুপাৰৰ নিচিনা প্ৰথম শ্ৰেণীৰ কবিকো বোধকৰো সময় লাগিছিল। এনে সময়তে চেনেঙৰ মনত নানা অশান্তিৰ সৃষ্টি হ'ব ধৰে। সি য'তে

তন্তে জেনেঙৰ ছবিকে দেখে, সি আনকি নিজকে বিশ্বাস কৰিব নোৱাৰা হৈ পৰে, তাৰ মনৰ ভ্ৰম নে চকুৰ...?

অৰনৰি কাৰাদ আচি তুঃলু্ল পু্ম্চাদম্
লাক্কে পংকেপ্ পংকেপ্ল আইনক্ য়াল্লম্ কাপাদুং।

তৃষ্ণাতুৰ মুহূৰ্ত্তত সোৱণশিৰীৰ পাৰত ঠিয় হৈ পানী খাবলৈ পানীত হাত জুবুৰিয়াওঁতে আঙুলিৰ ফাঁকে ফাঁকে তোমাৰ প্ৰতিচ্ছবি মই দেখিব লাগিছো।

বন্ধুৰ বিৰহত বড়্'স্বৰ্থে' হাবি বনকে বন্ধুৰ ৰূপত কল্পনা কৰিছিল, নাচিচাচে নিজৰ ৰূপহে পানীত প্ৰতিফলিত হোৱা দেখিছিল, কিন্তু মিচিং ডেকাই কি দেখিলে? "আঙুলিৰ ফাঁকে ফাঁকে তোমাৰ প্ৰতিচ্ছবি মই দেখিব লাগিছো"। এনে বিলাকেই হৈছে মিচিং চহা কবিৰ প্ৰশংসনীয় বিৰহৰ উক্তি য'ত তপত চকুলো কেঁচা ঘাঁম হৈ বয়। এই প্ৰসঙ্গতে এষাৰ কথা কোৱা উচিত হ'ব যে সোৱণশিৰীৰ বুকুত মিচিং জাতিৰ বহুতো সম্বন্ধ নিহিত হৈ আছে। সোৱণশিৰীৰ বুকুত বুঢ়া-বুঢ়ীয়ে ভক্তিৰ, ডেকা-গাভৰুৱে প্ৰেমৰ সৰু সৰু ল'ৰা-ছোৱালীয়ে আনন্দৰ সমল বিচাৰি পায়। চেনেঙে যেতিয়া চেতনা প্ৰাপ্ত হয়, তেতিয়া তাৰ ভাৱৰ 'প্লট' আৰু প্ৰকাশভঙ্গী বেলেগ হৈ পৰে—

চিকাং আম্লা মাঃপাচিন্ আগদাম্ অই কাবেগ্মাং
তুৰ্দুং আম্লা মাঃপচিন্ য়ালদাম্ অই কাবেগ্মাং।

তোমাৰ কি মৃত্যু হ'ল? ক'তা কবৰতো দেখা নাই? আৰু যদি জীয়াই আছা তেন্তে তোমাৰ ছাঁটোকে বাৰু নেদেখো কিয়?

অন্তৰৰ বেদনা অশ্ৰুধাৰা হয়। জলাধাৰাৰ চিত্ৰকল্প স্বাভাবিকতে কবি মনলৈ আহে—

আচি জিলি জিলিক মিক্চি জিলি জিলিক
আচি জিলি পুন্নেপা মিক্চি জিলি পুন্পামাং।

প্ৰকৃতিৰ নিজৰা শুকাব পাৰে কিন্তু চকুৰ পানীৰে যি নিজৰাৰ সৃষ্টি হ'ল সেই নিজৰা কেতিয়াও নুশুকায়।

"তথাপি যে সি "য়ালজলাংগেলালম্ কাপ্তুব লাঃতায়াং" (নীলিম দেহৰ ছাঁও নীলিম বাৰ) তাইক মৃত্যুৱা হাতৰ পৰা কাঢ়ি আনিব

নোৱাৰিলে। ইয়াত মৃত্যুৰ স্বৰূপ বেলেগ। যেতিয়া বিচ্ছেদৰ জুই চেনেঙৰ অন্তৰত দপদপকৈ জ্বলি উঠে তেতিয়া সুশীতল পানীয়েও সেই বিচ্ছেদাগ্নি নিৰ্বাপিত কৰিব নোৱাৰে। প্ৰেমৰ পটভূমিকা শৰীৰৰ সংযোগ নহয় স'চা, এইটোও সত্য যে চহা প্ৰেমিকে শৰীৰৰ সংযোগক প্ৰেমাভিনয়ৰ এটা বিশিষ্ট ভূমিকাত নমায়। জীৱন গীতিৰ আটাইতকৈ শুৱলা আৰু মোহলগা সুৰটোৱেই যে প্ৰেম সেই কথা সম্যক জনা হ'লে হয়তো আমাৰ চেনেঙে ভাবিলেহেঁতেন—বহুতো সীমাহীন ভাৱৰ হেন্দোলনি তুলি। তথাপিও সিহঁতৰ প্ৰেম অকৃত্ৰিম। সেই কাৰণেই চহলা বিচ্ছেদক মৃত্যুৰূপে কল্পনা কৰিছে। এনে ক্ষেত্ৰতেই চহা কবিৰ সাৰ্থকতা।

যেতিয়া সিহঁতৰ প্ৰেম নিষ্কণ্টক নহয় নতুবা সিহঁতৰ প্ৰেমত "ভিৰজিয়ৰ"ৰ আটাই কেইটা ৰঙ সন্নিবিষ্ট নহয় তেতিয়া সি গায়—

আচি চিপুদ্ জুৰ্মা ৰামকঙই জুৰ্মা
আক্কঙই দেয়ামা আজনাম্ জন্গুমাং।

হে প্ৰিয়া! পানীৰ ফেনত থকা একে জলকণা নহলো। আৰু এযুৰি চাকৈ চকোৱাও নহলো। একেটি শৰীৰৰ হোৱা হ'লেহে তুমি আৰু মই একেলগে পীৰিতি বান্ধিব পাৰিলোহেঁতেন।

অই নিঃতম্ৰোৰ উপমাব্যঞ্জক। সাধাৰণ উপমা কিছুমানেৰে মিচিং ডেকাই অতি ধুনীয়া বনঘোষা সৃষ্টি কৰে। প্ৰত্যেক উপমাই প্ৰকৃতি প্ৰাথোন। প্ৰকৃতিৰ সন্তান স্বৰূপ মিচিঙে প্ৰকৃতিৰ সৌন্দৰ্য্য বৰ্ণনা কৰাত সিদ্ধহস্ত নোহোৱাটো নিজৰ খুটিত গাখীৰৰ উজান পৰিলে গাখীৰ খোৱাত বাপ নথকাৰ নিচিনা কথা। "পাহাৰৰ নোৱাৰা সৌন্দৰ্য্যবিভৱ লৈ অৰুণৰ উদয় হ'ল"। এনেদৰে আৰম্ভ কৰি "হঁাহি থকা সাগৰ আৰু ওচৰৰ আলোকিত উজ্জ্বল তাৰৰৰ দৰে শুভ্ৰ পৰ্বত শাৰীৰ" বৰ্ণনা বড্‌ছ্‌ৱৰ্থৰ দৰে মিচিঙে কিয়, বহুতেই দিব নোৱাৰে। কিন্তু অনালঙ্কৃত ভাষাৰে হ'লেও মিচিঙেও প্ৰাকৃতিক সৌন্দৰ্য্য বৰ্ণনা কৰাৰ চেষ্টা সকলোৱে মুক্ত কণ্ঠে স্বীকাৰ কৰিব লাগিব।

আলা পঃল ল্ঃচাদ্ং বালা দঃগ্রি অৰাদ্ং
চয়ং পাক্কম্ কাব্দ্বং আচিনাঙা অদ্বং।

"সূদ্ৰ পূৰ দিগন্তত জোনটিয়ে ৰঙচুৰা বোল সানিছে, পশ্চিম দিগন্তত সূৰ্য অস্তমিত হৈছে, কুলি আৰু কেতেকীয়ে বিনাব লাগিছে আৰু সেই বিননিয়ে কোনোবাজনৰ অন্তৰত মিলন বাঞ্ছাৰ উদ্রেক কৰিছে"। এইয়া এটা নিৰ্জ্জন বাসন্তী পূৰ্ণিমাৰ সম্ভৱপৰ সাৰাংশ। পূৰ্ণিমাৰ নিশাহে সূৰ্য অস্তগামী হোৱাৰ লগে লগে জোন উদয়াচলত দৃষ্ট হয়, আৰু বসন্ত কালত হে কুলি আৰু কেতেকীৰ দ্বৈত সঙ্গীত শ্রুত হয়। সেই বাসন্তী পূৰ্ণিমাৰ নিশা কুলি বা কেতেকীৰ মাত শুনিলে কোনোবাজনৰ মনত ব্যক্তি বিশেষে বিৰহৰ হুমুনিয়াহ বা আনন্দৰ হিল্লোল ওলোৱাটোও সেই সেই মধু জ্যোৎস্নাৰে পৃথক ৰূপ। এনে এটি পূৰ্ণিমা নিশাতেই হয়তো মোপাচাঁৰ "ইন দি মুন লাইটৰ" (ইংৰাজী ভাঙনি) ডেকা যাজক জনৰ জীৱনৰ আটাইতকৈ ডাঙৰ ভুলটো ভাগি গৈছিল।

প্রেমাগ্নি বিৰহাগ্নি হৈ বেদনাক্রান্ত অন্তৰ যেতিয়া অই-নিঃতম্‌ৰ ৰূপত প্রকাশ পায় তেতিয়া তাৰ নাম অই নিঃতম্ নহৈ "অই কাব্ নাম্", কাবান্ বা দঃব হয়। এই দঃব বা অই কাব্ নাম্ সকলোকে ইয়াৰ প্রকৃত বিৰহ সূচক সুৰ উলিয়াই গাব নোৱাৰে। কাৰণ ইয়াৰ প্রকৃত বিৰহব্যঞ্জক স্বৰৰ স্পন্দন ডিঙিৰ মাতত প্রকাশ কৰাটো সহজসাধ্য নহয়।

অই নিঃতম্‌ৰ পাটভূমিয়েই হৈছে মিচিং ডেকাৰ প্রেম দর্শন। কিন্তু বৰ দুখৰ বিষয় যে এই প্রেমিক মনৰ পৰিচায়ক গীত-বোৰ সময়ৰ ক্রমত বিভিন্ন ৰূপ লৈছে। পূৰ্বাণিকলীয়া গীতবোৰৰ সলনি হৈ নানা বিকৃত ৰূপ দেখা গৈছে।

আৰমনিয়াম্ লাগিমাং কলগানাম্ লাগিমাং
অইনক্ ল্ংগং গমুগ্দা আচিনাঙাম্ দয়্গ্দ্ং

হে প্রিয়া! হাৰমনিয়াম নতুবা গ্রামফ'নৰ কোনো আৱশ্যক নাই। তোমাৰ কণ্ঠস্বৰেই মোৰ হিয়া হৰিব লাগিছে।

এয়া সবল সাহিত্য শৰীৰত বৈজ্ঞানিক প্রভাৱৰ শীতল পৰশ। এই পৰশ সাহিত্যৰ উপকাৰী নহয়। বৰঞ্চ এনেবোৰ

পৰশেই সাহিত্যৰ ক্ৰমবিকাশৰ অধঃপতনৰ অধ্যায় সৃষ্টি কৰিব। (ইয়াত সাহিত্য শব্দটো মিচিং গীতি সাহিত্যৰ কথা মনত ৰাখিহে কোৱা হৈছে।) এনেকুৱাবিলাক অধঃপতনৰ কাৰণে গাৱঁলীয়া কবি সাবধান হ'লেহে বিজ্ঞানৰ শীতল পৰশৰ প্ৰভাব মুক্ত হব পাৰিব।*

* 'মিৰ মিগ'ল'ত প্ৰকাশিত। ১ম বছৰ, ১ম সংখ্যা। ১৯৬০-৬১ চন। উত্তৰ লক্ষীমপুৰ।

# অই নিঃতম্

## চকভাল কাগয়ুং

অসমৰ এচুকত মিচিং লোকসকলৰ বসতি, খেৰ-কটা সুঁতি, ৰঙানৈ, বিশাল ব্ৰহ্মপুত্ৰ আৰু সোৱণশিৰীৰ পাৰে পাৰে দীঘলীয়া শাৰী শাৰী মিচিং চাংঘৰবোৰ; তাত নাই কৃত্ৰিম কাৰুকাৰ্য্য খচিত পকিদালান, বহল ডাঙৰ দীঘল পোন ৰাজবাট, ধুনীয়া ধুনীয়া ফুলৰ বাগিচা আৰু আধুনিক নগৰ চহৰৰ বিলাসৰ আড়ম্বৰ। জীৰ্ণ শীৰ্ণ চাঙঘৰবোৰৰ তলত গৰু-গাহৰি, হাঁহ-কুকুৰা, পোহনীয়া জন্তুবোৰ আৰু সমুখত চিৰ প্ৰবাহিত নৈ খন! আধুনিক জগতৰ হাই উৰুমিৰ পৰা বহু আঁতৰত প্ৰকৃতি সন্তান এই মিচিং লোকসকলে পেট ভাতৰ কাৰণে সদায় যুঁজি আহিছে। বছৰি খিয়ালীয়া প্ৰকৃতিয়ে বাৰিষাৰ ঢল আনি গৰা খহাই তেওঁলোকৰ ঘৰবাৰী মাটি খেতি সকলো নষ্ট কৰে; বেমাৰ আজাৰ জহৰী গ্ৰহণী আহি গৰু-মহ, মানুহৰ প্ৰাণ হানি কৰে। তথাপি তেওঁলোকে এই প্ৰকৃতিকে আপোন ভাবি ইয়াৰ বুকুতেই বিনন্দীয়া সংসাৰ গঢ়ি তুলিবলৈ হাঁহি মুখে যুঁজিছে। দুখীয়া হ'লেও কোনোৱে আজি পেটৰ দায়ত লোকৰ ঘৰত ভাত মুঠি মাগি খাবলৈ ভাল নাপায়। অন্তৰ সদায় সৰল, চিন্তা সদায় স্বাধীন, তেজ সদায় দীপ্ত। তেওঁলোকৰ মাজত উচ্চ-নীচ, ধনী-দুখীয়া আদি ভাৱৰ ঠাই নাই; মতা-তিৰোতা সকলোৰে সমান অধিকাৰ, সকলোৱে মুকলি মুৰীয়াকৈ আপোন কৰ্ত্তব্য কৰি যায়।

এনে সৰল জীৱনৰ মাজেদি তেওঁলোকে প্ৰকৃতিৰ লগত ডাঙৰ সম্বন্ধ গঢ়ি তুলিছে। তেওঁলোকৰ প্ৰতি মাত-কথা, হাঁহি*

---

* এই (ঐনিতম) প্ৰবন্ধটো "ৰত্তি সাহিত্য মন্দিৰ", মৰিয়নীৰ পৰা অধ্যাপক শ্ৰীপ্ৰফুল্লচন্দ্ৰ মহন্তৰ সৌজন্যত পোৱা হৈছে। পুথিখনত সন্নিবিষ্ট কৰা প্ৰবন্ধাৱলীৰ ভিতৰত এইটোৱেই প্ৰাচীনতম প্ৰবন্ধ। এই প্ৰবন্ধই কুৰি শতিকাৰ পঞ্চম দশকৰ সাহিত্য আৰু মিচিং জিৱনৰ প্ৰতিনিধিত্ব কৰিছে। সংগ্ৰাহক।

কান্দোনতো এটি সৌন্দৰ্য্যৰ খোল সানি দিছে। দিনে ৰাতিয়ে তেওঁলোকে শুনিছে প্ৰকৃতিৰ সন্তান চৰাই চিৰিকতি, কুলি কেতেকী আদিৰ মধুৰ স্বৰ, কলৰৱ, গছ লতিকাৰ নতুন সাজন কাচনে সবাৰো প্ৰাণত দিছে বসন্তৰ এক অভিনয়, নব মূৰ্চ্ছনা বিহু-গীতত মাতে-মাতে, জান-জুৰি তটিনীৰ সুৰে-সুৰে, বতাহৰ ছেৱে-ছেৱে সকলো মিচিংলোকৰে প্ৰাণ নাচি উঠে। কৰ্ত্তব্যৰ শত গধুৰ বোজা ইয়াৰ মাজেদি বহন কৰিছে। প্ৰকৃতিৰ লগতে এনেধৰণৰ ওত-প্ৰোত ভাৱে গঁথা জীৱনৰ মাজেদি অই নিঃতম্‌ৰ জন্ম। ই এটি “কৰুণ গীতি” ইংৰাজীত যাক বেলাদ (Ballad) বুলি কব পাৰি অসমীয়া “বনগীত”ৰ দৰে এই অই নিঃতম্‌বোৰত নাই কৃত্ৰিমতা, নাই ভাৱৰ গভীৰতা, নাই ভাষাৰ জটিলতা, নাই বিজ্ঞানৰ গূঢ়তত্ব। এইবোৰ অতি সহজ সৰল আৰু পোন-পটীয়া। মানুহৰ দৈনন্দিন জীৱনৰ শত ঘাত-প্ৰতিঘাতৰ মাজেদি অন্তৰত যি বেদনাৰ ঢৌ উঠে সেই ঢৌৱে অই নিঃতম্‌ ৰূপে প্ৰকাশ পায়। সৰলতা সুধাসনা জীৱনে জটিল সংঘাতৰ পাক চক্ৰত পৰি সকলো ওলট পালট দেখে, কল্পনাৰ সোণৰ সংসাৰ চকুৰ আগত ভাগি চুৰ-মাৰ হয়। এনে ধৰণৰ অসহনীয় পৰিবৰ্ত্তনে সকলোৰে জীৱনৰ ওপৰত বেদনাৰ ক'লা ডাৱৰে আৱৰি ধৰে। তেতিয়া সেই সৰল প্ৰাণে হাৰ মানি মনৰ বেদনা মাৰ নিয়াবলৈ এক নতুন পথ ৰচনা কৰে। সেয়ে হ'ল কবিতা বা সঙ্গীত। এই কবিতা আৰু সঙ্গীতত অঁকা থাকে কাৰুণ্যৰ ছবিবোৰ, তাত সনা থাকে হিয়াত গুজৰি উঠা ভাৱৰ অনুভূতিবোৰ আৰু কল্পনাৰ মধুৰ সপোনবোৰ। ইয়াৰ মাজতে জিলিকি উঠে সুখৰ দুখৰ সংসাৰখন। ইয়াতেই ইয়াৰ মাহাত্ম্য। অই নিঃতম্‌ৰ শাৰীয়ে শাৰীয়ে তেনে ভাৱ অনু-ভূতি কল্পনাৰ সহজ সৰল প্ৰকাশ বিদ্যমান। ইয়াত জিলিকি উঠে জগতৰ আটাইতকৈ পীড়িত অৱহেলিত দুখীয়া কৃষক সমাজৰ দুখৰ সংসাৰখন; তেওঁলোকৰ অকণি আশা আকাংক্ষা, দুখ সুখৰ সমাৱেশ, জীৱন আৰু তেওঁলোকৰ দুখীয়া কল্পনাবোৰ।

অই নিঃতম্‌ৰ সুৰবোৰত কৰুণ ৰসৰ সৃষ্টি দেখা যায়। যেতিয়া আজলিশা এই কৰুণ সুৰৰ দীঘলীয়া ৰাঁহীত ফুক দিয়ে তেতিয়া আজিৰ বুঢ়া-বুঢ়ীয়েও অতীত সংসাৰ সুঁৱৰি চকুপানী টোকে। বিশাল ব্ৰহ্মপুত্ৰৰ বুকুত শাওণ ভাদ মহীয়া অকলশৰীয়া নাৱৰী-

স্নাই যোঁতিয়া এই কৰুণ সুৰ ধৰিব, পথাৰৰ পৰা দুখে ভাগৰে ৰোকাত লুতুৰি পুতুৰি হৈ উভতি অহা খেতিয়কে ওখ গৰাৰ তলত পানী যংুৰলিত বহি আপোন পাহৰা হয়। খন্তেকৰ বাবে সকলো ভাগৰ পাহৰি এক অভিনব সপোন দেখে, তাৰ মনত পৰে অতীত, সন্মুখত চাৰিওফালে দেখে বৰ্ত্তমান আৰু দূৰত জিলিকি উঠে ভবিষ্যত, সি কৰ নোৱাৰাকৈয়ে তাৰ চকুৰেদি চকুপানী বাগৰি আহে।

কবি ওড্‌স্‌ৱৰ্থ (Wordsworth) 'চলিটাৰি ৰীপাৰ' (Solitary reaper)ৰ দৰে নিজান দুপৰীয়া বহল মুকলি পথাৰৰ এচুকত অকলশৰীয়াকৈ ধান দাই থকা মিচিং গাভৰুৱে গায়—

কুৰুৰাঙা কাব্‌দুবং অ্‌তুলাং অই অ্‌ৰক্‌লা
ঙক্‌কা অচিন্‌ অদুবং ৰংকিলা অই ৰংকিলা॥

কুৰুৰা চৰায়ে গছৰ ডালত বহি ইফালে সিফালে চাই আকুল সুৰত কান্দে, মোৰ অকণি প্ৰাণো আকুলি বিকুলি উঠে কিবা এটা অচিনাকি নজনা ভাৱত (Looking to and fro the Eagle alone)।

আকৌ কেতিয়াবা সংসাৰৰ কুটিল চাকনৈয়াত পৰি চাৰিওফালে কুঁৱলিৰে ঢাক খোৱা আন্ধাৰ যেন লাগে আৰু মনৰ বেজাৰত বিজুলীৰ ফালে চাই কাকুতি মিনতি কৰে।

দুম্মুগ্‌ য়াৰি আৰ্‌গেঅই বিতেইকা
মাদৰ্‌ মুক্‌চুৰ্‌ য়ুংগেঅই মতেইকা।

ক'লা ডাৱৰৰ ঢাকনিক বিজুলীৰ পোহৰেৰে দৰে মোৰ মনৰ বেদনাৰ কুঁৱলিও যেন অ'তৰ হয়।

অই নিঃতম্‌যোৰৰ ভিতৰত বিৰহ বিৰহিনী সকলৰ সকৰুণ বিননি বোলি সোৱাদ লগা, দীঘলীয়া সুৰৰ তালে তালে বাজে বিৰহীৰ অন্তৰৰ বেদনাৰাশি আৰু তাৰ আনুষঙ্গিক সহজ সৰল অকপট ভাৱৰ অনুভূতিখিনি।

দন্‌চিৰি দলৰাম্‌, চিৰিপাদাম্‌ মুদ্‌কম্‌ত
অইয়াঙয়িক্‌ লাম্‌তাদাম্‌, অতুৰঙা দাগ্‌কমত।

ধনশিৰী দলংখন দাং দি বন্ধ কৰাৰ দৰে তোমাৰে মোৰে বাটও শত্ৰুৱে বন্ধ কৰিলে।

অই নিঃতম্‌ৰ চিমিলি বা উপমাখিনি (my mind pines away for the unknown) বিশেষ মন কৰিবলগীয়া। গীত-বোৰ যেনে সহজ সৰল উপমাখিনিও তেনে সহজ সৰল আৰু সেইবোৰ তেওঁলোকৰ পাৰিপাৰ্শ্বিক অৱস্থাৰ পৰা গোটাই লোৱা।

ৰগ্‌প পৰগ্‌, অঃলাংকা দল্‌য়ামুল্‌, দলাংকা
দলুং আঞ্জন্‌, জন্‌লাংকা কাল্‌য়ামুল কাঃলাংকা।
মঃদালগ্‌, পিৰিতি চুপুমাঃনাম্‌, আচ্‌-চা
দঃলুলগ্‌, পিৰিতি লেজৰাউলক্‌ আচ্‌-চা

খাবলৈ ইচ্ছা কৰিলে মতা কুকুৰা পুহিবা, মন গলেই খাবা, পীৰিতিৰ সোৱাদ লব খুজিলে গাঁৱতে পীৰিতি কৰিবা, চাবৰ মন গলেই চাবা।

দুৰৰ পীৰিতি থাউনি নোপোৱা দ পানীৰ নিচিনা কিন্তু গাঁৱৰ পীৰিতি বালিৰ চৰ পৰা বাম পানীৰ নিচিনা।

এই অই নিঃতম্‌বোৰৰ ৰচনা কৌশলত একো ভাষাৰ জটিলতা বা ভাৱৰ গভীৰতা নাই, আছে মাথো সৰল আৰু পোনপটীয়া মাধুৰী। ই পৌৰাণিক কাব্য সাহিত্যৰ ছন্দৰ এনে ধৰা-বন্ধা নিয়ম নেমানে। সি যেনে ভাৱে নিজৰ প্ৰাণৰ অনুভূতিক প্ৰকাশৰ ভাষা পাইছে তাৰেই ৰচনা কৰিছে। এই গীত কেইবাটাও সুৰত গাব পাৰি আৰু আটাই কেইটা সুৰেই কৰুণ সুৰ। প্ৰত্যেক শাৰীৰ মুৰতে "অয়ি অইয়া"। বুলি দীঘলীয়াকৈ সামৰণি মাৰে। "অয়ি অইয়া"ৰ অৰ্থ 'মৰমলীয়া বা 'অতি আপোনজন' বা অতি চেনেহৰ বন্ধু বা বান্ধৱী। এই শব্দ দুটা বিশেষকৈ কৰুণ অৰ্থত ব্যৱহাৰ কৰা হয়। "অই নিঃতম্‌'ৰ অৰ্থ" কৰুণ গীতি।" "নিঃতম্" মানে 'নাম' বা গীত।

এনে ধৰণৰ অনেক গীত গোটাই "অই নিঃতম্" নামেৰে এখন কিতাপো কেইবছৰ মানৰ আগতে শ্ৰীযুত সোণাৰাম পাগ্ৰাং দেৱে প্ৰকাশ কৰিছিল।*

কিন্তু দুখৰ বিষয় কিতাপখনৰ ২য় তাঙৰণ উলিয়াবলৈ নহ'ল। অৱশ্যে কিতাপখনে মিচিং সমাজত বিশেষ আদৰো পাইছিল।**

---

* এই প্ৰবন্ধ লিখাৰ সময়ত শ্ৰীসোণাৰাম পাগ্ৰাং কটকী জীৱিত আছিল। ভাষা সাহিত্যৰ ক্ষেত্ৰত মিচিং সমাজৰ প্ৰথম লিখক বা পথ প্ৰদৰ্শক। তেখেতৰ প্ৰকাশিত অপ্ৰকাশিত পুথিসমূহ হৈছে—"মিৰি জাতিৰ বুৰঞ্জী" (১৯৩৫ চনত প্ৰকাশিত) "মিৰি দোয়ান"। "মান পৰাজয়", "কেৰুলীয়া ঘোৰা"। "ঐ নিতম", আৰু 'ৰৰদৈ চিলা'ত তেখেতৰ লিখনি প্ৰকাশ পাইছিল বুলি শুনা যায়। তেখেতৰ জন্ম ১৮৬৬ চনত। ঘৰ ওৱাটামুখ, অয়ফিয়া ৰৰপাৰ'ত, (চকুৱাখানা. উত্তৰ লক্ষীমপুৰ)। মৃত্যু ১৯৫২ চনত। সংগ্ৰাহক।

---

** 'ৰৰদৈচিলা'ত প্ৰকাশিত। দশম বছৰ। দশম ভাগ। ১৮৬৮ শক। বহাগ, ১৯৪৬ চন।

# অই নিঃতম্‌ত শদিয়াৰ স্থান

## ভৃগুমুনি কাগ্যুং

মানৱ সভ্যতাৰ অগ্ৰগতিৰ ইতিহাসে কোনোবা কিমান যুগৰ পৰা আলফুলকৈ বুকুত বান্ধি লৈ অনা লোক-উপাদান সমূহৰ ঐতিহ্যই আজি লোক-সংস্কৃতিৰ মাধ্যমেৰে আত্মপ্ৰকাশ কৰিছে। আমাৰ বিহু-উৎসৱো লোক-সংস্কৃতিৰ অন্যতম শ্ৰেষ্ঠ উপাদান আৰু ইয়াৰ মাজেদি জাতীয় জীৱনৰ প্ৰতিচ্ছবি প্ৰতিফলিত হয়।

আজি আমাৰ দৈনন্দিন জীৱন ধাৰাৰ হাঁহি-কান্দোন, আনন্দ-নিৰানন্দ, লোক-পৰম্পৰা, জন-বিশ্বাস, লোক-সংস্কাৰ আদিৰ পটভূমিকাত লোক-উৎসৱ বিহু অনুষ্ঠানে পূৰ্ণতা লাভ কৰিছে আৰু সেই বিহু অনুষ্ঠানত লৌকিক গীত-পদ, নৃত্য-বাদ্য, আচাৰ-নীতি সমূহ অপৰিহাৰ্য্য অঙ্গ স্বৰূপে সমন্বয় ঘটি লোক-সাহিত্যৰ ভঁড়াল চহকী কৰাৰ লগতে লোক-সংস্কৃতিৰ দিগন্ত প্ৰসাৰী পথ আৰু দ্বিগুণে প্ৰসাৰিত কৰি তুলিছে। সেই লোক-সাহিত্যৰ অংশ বিশেষ বিহুগীত, বনগীতত, জন-প্ৰবাদ, লোক পৰম্পৰা আৰু যুগৰ ৰঙীন আঁচোৰে অসমৰ কোনো কোনো অঞ্চলৰ বৈচিত্ৰ্য বহণ চৰাই অতীত ঐতিহ্যবো সৌষ্ঠৱ বঢ়াইছে। এনে প্ৰসিদ্ধ অঞ্চলবোৰৰ ভিতৰত অসমৰ পূবপ্ৰান্তৰত অৱস্থিত শদিয়াৰ কথা বিশেষ ভাবে উল্লেখযোগ্য।

আমাৰ প্ৰাচীন কাব্য-সাহিত্য আৰু জন-সাহিত্য আদিত শদিয়াক কেন্দ্ৰ কৰি গঢ়ি উঠা সমগ্ৰ উত্তৰ পূব সীমান্তৰ নানান জাতি-জনজাতি, সভ্যতা-সংস্কৃতিৰ, গুণ-গৰিমাৰ গৌৰৱেৰে গৌৰৱান্বিত ৰঙীন মানচিত্ৰও আজি দেখা পাওঁ। সেই অতীত গৌৰৱেৰে ভৰা ভীষ্মক ৰজাৰ কুণ্ডিল নগৰীৰ হাজাৰ কাহিনী আৰু যুগৰ আঁচোৰত জিলিকি উঠা মানচিত্ৰৰ শদিয়া আজি নাই কিন্তু [illegible] প্ৰবচন আদিত শদিয়া সদায় জীৱন্ত হৈ আছে সেয়ে যোজনাত আমিও কওঁ—

শদিয়ালৈ নাযাবা সত ফুল নাখাবা
কেঁচা পাতত নাবান্ধিবা লোণ
উপজিয়ে লৰ মাৰে কোন ?

সো সিদিনালৈকে শদিয়া অসম তথা অখণ্ড ভাৰতবৰ্ষৰ ৰাজনৈতিক আৰু সামাজিক ক্ষেত্ৰত পৰ্বত-ভৈয়ামৰ ছিগিবলৈ উপক্ৰম হোৱা সমন্ধৰ এনাজৰী ডালৰ যোগসূত্ৰৰ নাভি কেন্দ্ৰ আছিল, সেয়ে আন্তৰ্জাতিক ক্ষেত্ৰত শদিয়াৰ বৈশিষ্ট্য আৰু ৰহস্যপিৰ কথা আমি উলাই কৰিব নোৱাৰো। অন্য হাতেদি অতীজৰ পৰা অসমৰ দাঁতি কাষৰীয়া অঞ্চলবোৰৰ লগত বেপাৰ-বাণিজ্যৰ যোগেদি পৰ্বত-ভৈয়ামৰ আদান-প্ৰদান বিনিময়ত পৰস্পৰৰ মাজত সামাজিক সম্প্ৰীতি, ভ্ৰাতৃস্বভাৱ স্বভাৱিকতে গঢ়ি উঠিছিল আৰু সেয়ে আছিল পৰ্বত-ভৈয়ামৰ একমাত্ৰ ঐক্য সাধনৰ প্ৰকৃত জাতীয় সংহতিৰ স্বৰ্ণ-সৌধ নিৰ্ম্মাণ কৰাৰ সুচল পথ। আজি পৰ্বত-ভৈয়ামৰ মাজত সামাজিক আত্মীয়তাৰ ভাব গঢ়ি তোলাত ৰাজনৈতিক 'ইনাৰ লাইনে' অভেদ্য প্ৰাচীৰ ৰচনা কৰিছে। আমি অতীতলৈ উভতি চালে সামাজিক জীৱনৰ লাগতীয়াল বস্তুৰ সাজ-সজনি, আদান-প্ৰদানৰ মাধ্যমেৰে গঢ়ি উঠা সম্প্ৰীতিৰ লোক পৰম্পৰা বিহু গীতত পাওঁ—

খনে গৈ আছে গৈ মিছিমি পাহাৰত
আনিব কপাহৰ জোলা ;
তুমি বৈ দিবা বিহাকৈ মেখেলা
মোকো বৈ দিবা চোলা।

আমাৰ লোক-উৎসৱবোৰৰ লগত জাতীয় বস্ত্ৰ কৃষ্টিৰ অবিচ্ছেদ্য সম্পৰ্ক, সেয়ে এদিন মিচিমি পাহাৰৰ কপাহ আনি, পাঁজি কাটি মৰমৰ দীঘ দি, চেনেহৰ বাণি বৈ ; হেঁপাহৰ আঁচুৰে সপোনৰ ফুল বচা বিহুৱানখন, আৰু লগতে মৰমৰ বোল সনা ফুলাম হঁাচটিখন শিপিনী গাভৰুৱে বিহুৰ দিনা প্ৰিয়জনলৈ উলিয়াই আপোনজনক উপহাৰ দিবলৈ নাপাহৰে জনত শান্তি লাগাইছিল আৰু সেয়া আছিল আমাৰ অসমীয়া জাতিৰ জাতীয় বৈশিষ্ট্য। এইদৰে অসমবাসীৰ জীৱন ধাৰাৰ লগত শদিয়াৰ

পৰিৱেশ প্ৰতি অণুপৰমাণুতে জড়িত হৈ থকাৰ কথা শদিয়া অঞ্চলৰ মিছিমি পাহাৰে প্ৰতিনিধিত্ব কৰিছে, কিন্তু কেতিয়াবা বিহুৰ প্ৰীতি উপহাৰে ডেকা-গাভৰুৰ মিলনৰ মনেৰণা পুখুৰীত বিহু চাকি অপ্ৰীতিৰো সৃষ্টি নকৰাকৈ থকা নাই। বিহুৰ মুকলি পৰিৱেশে মিলন আকাংক্ষী ডেকা-গাভৰুৰ চঞ্চল মনক বেছিকৈ চঞ্চল কৰি তোলে সেয়ে বিচ্ছেদৰ বলিয়া বানে তিলাতিলকৈ পষাণ দহি নিয়াৰ আগতে মিছিমিৰ বৰ বিহুখাই অন্তৰৰ জ্বালা মচিব খুজিছে।

কিনো খাই পাহৰিম তোকে ঐ লাহৰী
কিনো খাই পাহৰিম তোক;
মিছিমি আহিব বৰে বিহু আনিব
তাকে খাই পাহৰিম তোক।

মিচিং অই নিঃতম্‌বোৰতো শদিয়াৰ বাজতা খোৱা উপমা আৰু বৈচিত্ৰ্যপূৰ্ণ বৰ্ণনা বিৰাজ কৰিছে। অৱশ্যে সেইবোৰত আদিম বংশানুবৰ্তনৰ লগতো এনাজৰীডাল একেবাৰে অঁতি ছিগা নহয়। প্ৰাকৃতিক অৱদানৰ অনুকূলে লোক-সংস্কৃতিৰো প্ৰতিফলন হোৱাটো স্বাভাৱিক আৰু প্ৰাকৃতিক অৱদানে বহু ক্ষেত্ৰত কলা সাধনা আৰু বিকাশৰ ক্ষেত্ৰত সুচল পৰিৱেশ সৃষ্টি কৰে, সেয়ে চিৰি-লুইত; চতাই পৰ্বত, মিছিমি পাহাৰ তথা শদিয়া আৱাৰ চিৰ-পৰিচিত আৰু বুকুৰ আপোন, অই নিঃতম্‌তো তাৰ লোক-পৰম্পৰা প্ৰকাশ পাইছে—

অদিয়াতপ্‌ গুদদ দিবং আঃনাম্‌ কাবেগ্‌ দাগ্‌
আদি আচি তুদদ অইনক্‌ য়াল্‌লম্‌ কাবেগ্‌ দাগ্‌।

শদিয়াতে গলে দিবং নদীৰ সৌন্দৰ্য্য দেখা পাওঁ আৰু পৰ্বতীয়া নিৰ্মল পানী খাওঁতে পানীত তোমাৰ প্ৰতিবিম্ব দেখা পাওঁ।

শদিয়াবাসীৰ দেশ প্ৰেম, বীৰত্ব অতুলনীয়। বিশাল বিস্তৃত অসম ভূমিৰ ভৌগোলিক পৰিবেষ্টনত গঢ়ি উঠা দেশৰ অখণ্ডতা, জাতীয় ঐক্য সামাজিক সম্প্ৰীতি তথা জাতীয় সংহতিৰ ক্ষেত্ৰত শদিয়াৰ স্থান অনন্য। বুৰঞ্জী প্ৰসিদ্ধ ঠাই হিচাপে শদিয়াই

এককালত প্ৰসিদ্ধি লাভ কৰিছিল। আজি প্ৰাকৃতিক সৌন্দৰ্য্যৰে পৰিবেষ্টিত পূত-পবিত্ৰ পৰশু কুণ্ডৰ মাহাত্ম্যৰ মহিমা মণ্ডিত শদিয়া আৰু নাই—কিন্তু অনুসন্ধানৰ সকলো অজ্ঞাতসাৰে আপু-ৰুগীয়া প্ৰাকৃতিক সম্পদ ৰাজি আজিও অনাবিষ্কৃত হৈ পূব প্ৰান্তৰ শিখৰত কুণ্ডে কুণ্ডে জাতীয় কুবেৰ সম্পত্তি হৈ জাপি আছে আৰু এদিন নিশ্চয় যুগৰ বুকুত সেইবোৰ অমূল্য সম্পদ উদ্ধাৰ হৈ আমাৰ জাতীয় সমৃদ্ধি তথা দেশৰ শ্ৰীবৃদ্ধি কৰিব।

সেই শদিয়াবাসীয়ে বিদেশীৰ কবলৰ পৰা পূৰ্বাঞ্চলৰ চিৰ স্বাধীনতা ৰক্ষা কৰিবলৈ গৈ প্ৰবল প্ৰতাপী ইংৰাজক এদিন তৰধ খুৱাইছিল আৰু হালকণ চাহাবক কাটি শত্ৰুৰ তেজেৰে লুইতৰ পানী ৰাঙলী কৰিছিল, সেয়ে বিহুগীতত সেই বীৰত্বৰ কাহিনী আজিও লোক পৰম্পৰা ৰূপে বৰ্ণিত হৈছে—

হোৰাকৈ গছৰে মূঢ়া সমনীয়া
হোৰাকৈ গছৰে মূঢ়া ;
হালকণ চাহাবক আবৰে কাটিলে
বিচাৰি নাপালে মূৰা।

এদিন সমগ্ৰ ভাৰতবৰ্ষৰ স্বাধীনতা হৰণ কৰাৰ পাছত শদিয়াকে কেন্দ্ৰ কৰি উত্তৰ পূব সীমান্তৰ ফালে ইংৰাজ অগ্ৰসৰ হৈছিল আৰু তাক প্ৰতিৰোধ কৰিবলৈ গৈ বীৰ আবৰ, মিছিমি জাতিয়ে বিদ্ৰোহৰ সূচনা কৰিছিল আৰু পৰিণামত শদিয়া এদিন ৰণক্ষেত্ৰত পৰিণত হৈছিল। সেইখন ৰণত নতুন কৌশল আৰু বিজ্ঞানৰ নতুন আবিষ্কৃত যুদ্ধৰ মৰণাস্ত্ৰ সা-সঁজুলি ব্যৱহাৰ কৰিছিল সেয়ে অসমবাসীৰ অন্তৰতো ত্ৰাসৰ সৃষ্টি নকৰাকৈ থকা নাছিল। সেই শদিয়া ৰণৰ কথাই লোক প্ৰবাদস্বৰূপে আজিও বিৰাজমান, আমাৰ চহা ডেকা-গাভৰুৰ মন দাপোণত তাৰ প্ৰতি-ফলন দেখা পাওঁ—

ডিবৰুৰ ৰণেকন শদিয়াত লাগিলে
মিৰিয়নী কান্দিলে চাওত ;
সৰুৰে এপৰা পীৰিতি কৰিলো
নেৰিবা দুখৰে কালত।

চিৰ স্বাধীনমনা অসমীয়া ডেকাই স্বদেশ, স্বাধীনতা ৰক্ষাৰ কাৰণে কোনো দিনে মৰণক বৰণ কৰিবলৈ কুণ্ঠাবোধ কৰা নাই। শদিয়াৰ ৰণে ৰাষ্ট্ৰৰ উত্থান-পতনৰ সন্ধানকে দিয়া নাই, জন-মানৱৰ মনোজগতৰ মনোবলৰ কথাও প্ৰকাশ কৰিছে—

ইকৰা পাতেৰে জাহাজ বনাই দিয়া
শদিয়া ৰণলৈ যাওঁ।………

আমাৰ ডেকা-গাভৰুৰ দেশপ্ৰেম, সম্প্ৰীতি ; জাতীয়তা ভাবৰ কথা আমি নতুনকৈ কৰিব নোৱাৰো। সময়ৰ সোঁতত অজানিত ভাৱে যৌবনে জীৱনৰ সংগী হৈ আমনি কৰাৰ লগে লগে স্বাভাৱিক প্ৰেম-প্ৰীতি ডেকা-গাভৰুৰ মাজত গাঢ় হৈ উঠে আৰু বিহুৰ মুকলি পৰিবেশে সেই প্ৰেমক দুখোজ আগবাঢ়ি যোৱাত সহায় কৰে, তথাপি ডেকাই সেই আধৰুৱা প্ৰণয়কো সাময়িক ভাৱে পৰিত্যাগ কৰি দেশৰ কাৰণে যুঁজিবলৈ শদিয়াৰ ৰণলৈ গৈছে, সেয়ে বিৰহী প্ৰেমিকাই বিহু গীতেৰে ৰজিতা খুৰাই মনৰ ভাব প্ৰকাশ কৰিছে—

কোনে আনি দিব লোণে আমেলখি
কোনে আনি দিব জৰা ঃ
কোনে আনি দিব ধনৰে বাতৰি
শদিয়া ৰণৰে পৰা।

অজানিত মুলুক শদিয়া আচহুৱা ঠাই। অসমৰ বিশাল বিস্তৃত ভৌগোলিক পৰিবেষ্টনেৰে পৰিবেষ্টিত হ'লেও এই ভূ-খণ্ডত ইন্দ্ৰবংশী আহোম ৰজাই এসময়ত অখণ্ড প্ৰতাপেৰে ৰাজত্ব কৰিছিল, সেয়ে ৰোমাণ্টিক কবিয়ে গাইছে—

…… … ..শদিয়া শৰাইঘাট ৰংপুৰে মেলে ছাতি
কত যুগ ৰাখিলে আৱৰি
বুকুৰ শোণিত শেষ কৰি
ৰংপুৰ অতিকে সাদৰী…॥

শদিয়াৰ বহু লোক-গল্পগাথা অই নিঃস্বতৰুবনতো পোৱা যায়। সেইবোৰৰ লগত একোটা আজোককালৰ কাহিনীও পোৱা

যায়। পূবে শদিয়াৰ পৰা পশ্চিমে শোণিতপুৰ জিলাৰ ভঁড়ে-ভড়লী নদীলৈকে মিচিংসকলৰ অৱস্থিতি ; সেয়ে অই নিঃতম্‌তো গাইছে—

অদিয়া তলক্‌কা ৰুৰুলি অই বলপী
মিচিং অইয়া ৰাঙামী দুপিদ্‌চুলা দুৰনী।

শদিয়াৰ পৰা আৰম্ভ কৰি ভঁড়ে-ভড়লী নদীলৈকে মিচিং সকল বিস্তৃত হৈ আছে।

সৌ সিদিনালৈকে শদিয়াৰ লগত যাতায়াতৰ বা যোগাযোগৰ কোনো সুবিধা নাছিল, মাথোন অসমৰ সীমা নিৰ্ধাৰণৰ উপমা ৰূপে শদিয়াই ঠাই পাইছিল, তথাপি অসমবাসীৰ মনৰ দিগন্তত শদিয়া সুদূৰত নাছিল, সেয়ে বিহুৱা ডেকাই শদিয়াক দূৰত্বৰ উপমাত বজিতা খুৱাই নিজৰ মনৰ ভাব প্ৰকাশ কৰিছে।

উজনি উজনি ভটীয়াই নামনি
শদিয়া কেইদিনৰ বাট ;
মাতিলে নমতা হলি ঐ লাহৰী
অগনি জ্বলিছে গাত।

বিশাল অসমৰ ইমূৰত শদিয়া আৰু সিমূৰত ধুবুৰী পথিকৰ কাৰণে বহু দূৰত যদিও আমাৰ ডেকা-গাভৰুৰ প্ৰেমৰ আবেগত তেনেই ওচৰ। সেয়ে অই নিঃতম্‌তো দূৰত্বৰ উপমাত শদিয়াক বজিতা খুৱাই গাইছে—

অদিয়াত দুদাগ্‌গম্‌ ৰুৰুলিৰ দুদাগ্‌গম্‌
অয়ি ওঁঐক্‌ আগম্‌ দাম পাঃমুন্‌ চুলাপী।

দুৰণিৰ শদিয়াত থাকিলেও বা ৰুৰুলীত থাকিলেও তোমাৰ বতৰা সদাই পাই থাকিম।

মিচিং সকলৰ মাজত এটা উপাদেয় আখ্যান আছে। অতীজতে নাৱেৰে ভঁৰ বান্ধি শদিয়াৰ পৰা লুইতৰ বুকুৰেদি ভটীয়াই আহোতে বহুদিন লাগিছিল আৰু ভড়লী নদী আৰু লুইতৰ সঙ্গমস্থল পাওঁতেই নাৱৰ কাঠ পচি আৰু ভটীয়াই নাৱ

লোকবাত পৰিল, সেয়ে মিচিংসকলৰ বসতি বিস্তাৰ তেতিয়াৰ দৰঙ জিলাৰ ভৰলী নদীত শেষ হ'ল।

অন্য এটা জনপ্ৰিয় মিচিং অই নিঃতম্‌ত লোক প্ৰবাদৰ পট-ভূমিকাত ৰচিত ৰোমাণ্টিক কবিতা "ধনবৰ ৰতনী"ৰ সাদৃশ্য দেখা যায়। এদিন দূৰণি ধনশিৰী মুখৰ ধুনীয়া গাভৰু ৰতনীয়ে উজনিৰ দিচাংমুখৰ মোমায়েকৰ ঘৰলৈ উজাই আহি বুঢ়ালুইতেৰে হঠাতে এদিন ধনবৰৰ প্ৰেমৰ বুকু উদং কৰি বেচেৰাৰ কামিহাড় ভাঙি ৰতনী গুছি গ'ল—

…লুইতৰ শিহু ঐ টুপাই বুৰ মাৰিলে
আকৌ চোন এটিবাৰ ওলা;
ধনশিৰীৰ ৰতনী টুপাই বুৰ মাৰি গ'ল
ভাঙি মোৰ কামিহাড় চলা……।

প্ৰেমৰ অন্তৰ দৃষ্টিত মিলনৰ সান্নিধ্যই একে কেন্দ্ৰ বিন্দুৰে আবৃত পৰিধিৰ মাজলৈহে লৈ যায়, সেয়ে শদিয়া আৰু ৰুৰুলী নদীৰ দূৰত্বৰ কোনো মূল্য নাই।

অদিয়াতক্‌ তামেন্‌ৰ্‌, ৰুৰুলিৰক্‌ য়ামেন্‌ৰ্‌
নিঃতম্‌ তুঃলি পুম্‌চা দকুদম্‌ কাংকিন চুকাংকু।

শদিয়াৰ ডেকা তামেন আৰু ৰুৰুলীৰ গাভৰু য়ামেনৰ মাজত এদিন অই নিঃতম্‌ৰ বিনিময়তে পৰিচয় ঘটি প্ৰেমপ্ৰীতি গঢ়ি উঠিছিল।

সকলো মানৱ মনে চিৰ যৌৱন, চিৰ বসন্ত উপভোগ কৰি চিৰকাল জীয়াই থকাটো বাঞ্ছা কৰে, কিন্তু কেতিয়াবা অৱস্থাৰ প্ৰতিকূলে অকাল মৰণকো আহ্বান জনাবলৈ বাধ্য কৰায়। তেনে এটা পৰিস্থিতিত মনস্থ কৰিছে, সেয়ে গাভৰুৱে সূৰ্য্যৰ অবিহনে চন্দ্ৰৰ অস্তিত্ব নথকাৰ কথা উপলব্ধি কৰি বিৰহৰ একুৰা জ্বলা জুই জ্বলাই নিঠৰুৱা কৰি নাযাবলৈ প্ৰেমিকক সান্ত্বনা দিছে—

ৰাৰীৰে ঢাপতে গছে আমেলাখি
আনি দিম মঙহৰ জোপ;
শদিয়া ৰণলৈ চিন্তৰ নালাগে
তোমাৰনো দুখিল মাউঁ সোপ।

আমাৰ জন বিশ্বাস, "জন্ম, বিবাহ, মৃত্যু" ভগৱান নিয়ন্ত্ৰিত, সেয়ে কয় "চৰণেহে জানে মৰণৰ ঠাই।" আজি গাভৰুৰ মৰম লগা জালেঙাৰ বাঁশীয়েও ডেকাৰ মনে বিচৰা বৰ্কুৰ আপোনজনক হাতত পাই বাটত হেৰুৱাৰ বেদনাত ডেকাই অন্তৰত আঘাত পাইছে সেয়ে ব্যৰ্থ প্ৰেমৰ পৰিণতিত শদিয়াৰ ৰণত গৈ মৰাকে কামনা কৰি শেষ বাণী শুনাইছে—

নৈৰ ৰঙা গড়া দলনি দোপনি
হৰিণাই চিঞৰে বনত ;
তোমাৰে সন্তাপত থাকিব নোৱাৰো
মৰিম গৈ শদিয়া ৰণত ।*

---

*'দৈনিক অসম'ত প্ৰকাশিত। এপ্ৰিল, ১৯৮৩ চন।

# অই নিঃতম্‌ত নদীৰ উপমা

## ভৃগুমুনি কাগ্যুং

### (ক)

পৃথিৱীৰ প্ৰত্যেকখন দেশলৈ প্ৰকৃতিয়ে দিয়া বৈচিত্ৰ্যপূৰ্ণ অৱদানক কেন্দ্ৰ কৰি দেশৰ সভ্যতা সংস্কৃতি তথা মানৱ ইতিহাস ৰচিত হৈছে। আমাৰ চেনেহী অসম দেশ পৰ্বত পাহাৰ নদ-নদীৰে বিস্তৃত আৰু নানান জন মানৱৰ গোষ্ঠীপুঞ্জকলৈ ভৌগোলিক পৰিৱেষ্টনেৰে পৰিৱেষ্টিত আৰু তাত পুত পৱিত্ৰ লুইত আমাৰ জীৱনৰ প্ৰাণকেন্দ্ৰ। আদিম মানৱ সভ্যতাই এদিন নদীক কেন্দ্ৰ কৰি বিকাশ লাভ কৰিছিল, ইজিপ্তৰ সভ্যতাত নীল নদীৰ; ভাৰতীয় সভ্যতাত সিন্ধু নদীৰ আৰু অসমৰ সভ্যতাত লুইতৰ অৱদান বিপুল সম্ভাৱেৰে সমৃদ্ধ, সেয়ে সমাজৰ অন্তৰত পুঞ্জীভূত হৈ থকা বিহু সংস্কৃতি আদি উৎসৱৰ অন্যতম শ্ৰেষ্ঠ উপাদান জন গীত, বিহুগীত অই নিঃতম্ আদিত নদীৰ উপমা চিৰ বিৰাজমান।

সেই নদী কেন্দ্ৰিক সভ্যতাৰ স্বাক্ষৰ আদিম মানৱ সভ্যতাৰ ইতিহাসৰ পাত ভৰি আছে। অসমৰ চহা জনজীৱনৰ দৈনন্দিন জীৱন নিৰ্বাহৰ গতি ধাৰা দিখৌ, দিচাং, দিহিং, জোগদৈ, ধনশিৰী, লুইত, সোৱণশিৰীৰ উত্তাল তৰঙ্গমালাৰ লগত তৰঙ্গিত হৈ আছে আৰু আমাৰ সামাজিক, ৰাজনৈতিক, আৰ্থিক, সাংস্কৃতিক ক্ষেত্ৰত নদীয়ে বিপুল বৰঙণি যোগাই আহিছে, সেয়ে মিচিঙৰ লোক গীত অই নিঃতম্‌তো নদীৰ উপমা অৱৰ্ণনীয়--

কাজে অইয়া মলায়ে
আজ্ জিদাগ্ গম্ অকুম্ক
অৱনিৰ ৰাকামপা
দৰ্মিএ পঙল দাগ্কাম্পা।

আহা! শুৱনি সোৱণশিৰীৰ পাৰত এটি বন সাজি তুমি মই মিলি [illegible] সুন্দৰ সংসাৰ পাতো। ধুনীয়া [illegible] [illegible]

সূৰ্য্যৰ মুকলি আকাশৰ তলত সেই সৰু ঘৰটিত আশ্ৰয় লৈ ভাল পোৱাৰ উমেৰে জীৱন নিৰ্বাহ কৰিম।

আমাৰ জনগীত জনজীৱনৰ অভিব্যক্তি। সেয়ে অই নিঃতম্‌-বোৰতো ডেকা-গাভৰুৰ প্ৰেম প্ৰীতিৰ অব্যক্ত বেদনাৰ উমান পাওঁ আৰু যৌন উলাহী ভাৱ প্ৰৱণতাই প্ৰকাশৰ বাট বিচাৰি অন্তৰত গুজৰি গুমৰি অই নিঃতম্‌ৰ মাজেদি প্ৰকাশ বিচাৰিছে। আমাৰ চহা ডেকা-গাভৰুৰ যৌৱনৰ মন ফুলনিত মৰমৰ মনোমোহা হাজাৰ ৰঙীন ফুল ফুলি অকালতে অনাদৰত মৰহি গৈছে, অথচ তাত ভ্ৰমৰৰ গুণগুণনো নাই, জীৱনৰ সাৰ্থকতাও নাই। এনে ব্যৰ্থ প্ৰেম প্ৰীতিৰ বিশ্বজনীন মনোবেদনাই ডেকা-গাভৰুৰ অন্তৰত চিৰ বিৰাজমান, সেয়ে অই নিঃতমেৰে নদীৰ সোঁতৰ লগত সাময়িক যৌৱন সোঁতৰ উপমা দি ব্যক্ত কৰিছে—

আচ্‌চে বিদ্‌দুবং বিত্‌তাৰ্‌ অইয়া কামাবং
আচিনাঙী অদুবং অতাৰ্‌ অইয়া কামাবং। (গীত)।
অকল অইয়া দুংকাংকুন্‌অক আগেৰ্‌ গেৰ্‌কাংকুন্‌
কাঃমাঃনাম্‌মী ইকাবং লয়িংকলা লঃতুংক। (জাত)।

যেনেকৈ স্ৰোত প্ৰবাহিনী নদীৰ গতিৰ অন্ত নাই, ঠিক তেনেকৈ আপোনজনৰ প্ৰতি আশা আকাংখা চিন্তা ভাৱনাৰো অন্ত নাই, ভাবিলে ভাৱনা বাঢ়িহে যায়, কিন্তু জীৱন যৌৱন নদীৰ সোঁত যোৱাৰ দৰে ভাটী দিছে। (গীতৰ অৰ্থ)

মিচিং বিবাহ নীতিত পাত্ৰ পাত্ৰীৰ নিৰ্বাচন কৰাৰ পাছতহে উপযুক্ততাৰ বিচাৰৰ সাপেক্ষে ছোৱালী খোজা বঢ়া কৰি ভাৱী জোৱায়েকে শহুৰেকৰ ঘৰত জোৱাই খাটে। সেইছোৱা সময়ত ভাৱী জোৱায়েকৰ নৈপুণ্য, গুণ, স্বভাৱ চৰিত্ৰৰ কথা আৰু ভাৱী দৰায়ো ভাৱী কন্যাৰ মনোভাৱ, স্বভাৱ চৰিত্ৰ নিৰীক্ষণ কৰাৰ পাছত দুয়োৰ মনোভাৱৰ মিলতে বিয়াৰ দিন স্থিৰ কৰে নহ'লে বিয়া ভাঙে। আমাৰ ডেকাই গাভৰুক মনে প্ৰাণে ভাল পাইছে কিন্তু গাভৰুৱে ডেকাক মনঃপুত ভাৱে ভাল পাব পৰা নাই, সেয়ে বিয়াৰ নামত হিয়া ভঙা বিয়োগান্ত জীৱন নাটৰ প্ৰস্তাৱনাত নিজৰ মনোভাৱ নৈ-বালিৰ উপমা দি অই নিঃতমেৰে প্ৰকাশ কৰিছে—

অবনাৰ চুল্‌লিদাম্‌ অক আচ্‌চা জন্নাৱেন্‌,
আচিন গমান কংনাদাম্‌ কাপা মালাদ মন্নানা। (গীত)।
কাঃয়্‌ম্‌ কাঃপ কাঙানা, মাঃয়্‌ম্‌ মাঃপ মাঙানা
কাঃবলাঙা কাপিয়েন্‌, আমি অমা বৰ্‌মাদাম্‌। (অৰ্থ)।

সোৱণশিৰীৰ উত্তপ্ত শুকান বালিত এছাটি বৰষুণে তিয়াব নোৱাৰে, মনে প্ৰাণে ভাল নোপোৱা অৰ্থাৎ গাভৰুৰ মন কোনেও ঘূৰাব নোৱাৰে।

দেখাত সঁচাকৈয়ে দেখনিয়াৰ, তোমাৰ কথা সঁচাকৈয়ে ভাল লাগে কিন্তু সেইবোৰ সকলো মিছা; কাৰণ তুমি যে মোৰ প্ৰতি অন্তৰ শূন্য আৰু লোকৰ লালিত-পালিত চেনেহৰ বাই-ভনী, চেনেহৰ জী।

গাভৰুৰ অন্তৰ কেতিয়াবা ফুলতকৈ কোমল কেতিয়াবা শিলতকৈয়ো কঠিন হয় আৰু কেতিয়া কাৰ প্ৰতি কি ৰূপ লয় কোনেও কব নোৱাৰে। সেয়ে মিচিং ডেকায়ো শেষত নিজৰ মনোভাব প্ৰকাশ কৰিছে—

বিত্‌তক্‌না আচিদাম্‌ বিদ্‌লাদ্‌ অইয়া মলামাং
আগম লংমান কংনাদাম্‌ নৰা লুংলাদ্‌ মলামাং। (গীত)।
চিৰি অইয়া চিয়াদা এবালি অই ময়াদা
আগম্‌ লুংমা লংমাপা ঙক্‌কা আচিন্‌ দদুবং। (অৰ্থ)।

নদীৰ ভাটিয়নী সোঁতক কোনেও ওভোটাই বোৱাব নোৱাৰে আৰু কথা নোকোৱা, কথা নুশুনা জানিও নজনা ভাও ধৰা, সুধিলে উত্তৰ নিদিয়া নিমাতী কন্যাৰ মন কোনেও পাব নোৱাৰে বা নিমাতী কন্যাক কোনেও ভুলাব নোৱাৰে।

পানী চাকনৈয়াৰ দৰে আৰু শৰালি চৰাইৰ চতুৰালিৰে নিমাতী কন্যা হৈ মোৰ অন্তৰ দহিছা মাথোন।*

---

* "পৰিক্ৰমা" আৰু 'দৈনিক অসম'ত প্ৰকাশিত প্ৰবন্ধৰ পৰা অংশ বিশেষ তুলি দিয়া হৈছে। ১৯৬৯-৭০ চন। সংগ্ৰাহক।

(খ)

মিচিং সমাজত সংস্কৃতিৰ প্ৰভাৱ কম নহয়। সংস্কৃতিৰ পৰ্য্যবেক্ষণত মিচিং সমাজ অগ্ৰগামী হ'লেও অনুগামী নহয়। জন-জীৱনৰ লগত জনসাহিত্যৰ যিদৰে ওতপ্ৰোত সম্বন্ধ, সেইদৰে জন-সাহিত্যৰ লগতো লোক-সমাজৰ নেৰানেপেৰা সম্বন্ধ আৰু সেই দুয়োটাৰ সমন্বয়তে বিশাল পৰিধিৰে আমাৰ জন-সাহিত্যয়ো বিকাশ লাভ কৰিছে। আমাৰ লোক-সাহিত্যৰ অন্যতম উৎস সংস্কৃতিৰ উপাদান লোকগীতবোৰ বিভিন্ন মানৱ গোষ্ঠীৰ মাজত বিভিন্ন ধৰণে প্ৰভাৱ বিস্তাৰ কৰি আছে আৰু মিচিং সমাজত লৌকিক গীত অই নিঃতমৰ প্ৰাদুৰ্ভাৱ অবৰ্ণনীয়।

আমাৰ লৌকিক গীতসমূহৰ প্ৰধান উৰ্বৰা উৎস ভূমি হৈছে, জনজীৱনৰ জীৱনবোধ। মিচিং অই নিঃতমবোৰো লোকসমাজৰ হাঁহি-কান্দোন, প্ৰেম-প্ৰীতি, বিৰহ-মিলন, আনন্দ-নিৰানন্দ যুগৰ উত্থান-পতনৰ ভাৱ বহন কৰি সমাজৰ মন দাপোণৰ প্ৰতিফলনতে পূৰ্ণতা লাভ কৰিছে। বয়সে বাগৰ সলোৱাৰ লগে লগে আমাৰ জন্ম-লগ্ন সহজাত প্ৰবৃত্তিবোৰো সচেতন হৈ উঠে। ডেকা-গাভৰুৰ অন্তৰতো সেই চেতনাৰ প্ৰতিক্ৰিয়াই খোঁচকৈ থোকি-থাথো লগায়। প্ৰেমৰ অনুৰাগ হেঁপাহ ক্ৰমাত বাঢ়ি যায়। মানুহৰ মন স্বাভা-ৱিকতে পানী দেখি পিয়াহ লগাৰ দৰে বিহু উৎসৱৰ পৰিৱেশে ইজনৰ প্ৰতি সিজনৰ মনত স্নেহ দয়া ওপজায়, সেয়ে অই নিঃতমতো পানী দেখি পিয়াহ লগাৰ বিজনি দি অন্তৰ পিয়াহৰ কথা বৰ্ণনা কৰিছে।

আঃনী আচচাম্ কাঃতনাম্ পুমচালানা তলদাগ্
লাককে পংকেপ্ পংকেপ্দ অইনক্ য়াললম্ কাঃ বেগ্ দাগ্।

নদীৰ পানী দেখি পিয়াহ লাগিল আৰু চলুৰে চলুৰে আজলি ভৰাই পানী পিবলৈ যাওঁতে আঙুলিৰ ফাকে ফাকে পানী চলুত তোমাৰ প্ৰতিচ্ছবি প্ৰতিবিম্বিত হোৱা দেখা পালো।

মিচিং সমাজ নৈ কাষৰীয়া আৰু আদিম নদী কেন্দ্ৰিক সভ্যতাৰ মোহ আজিও পাহৰিব পৰা নাই। সেয়ে হয়তো মিচিং

অই নিঃতম্ত পানী, নদীৰ উপমাই বিশেষ স্থান অধিকাৰ কৰি আছে আৰু মিচিং সমাজৰ নদী কেন্দ্ৰিক সুচল জীৱন প্ৰবাহৰ কথা' যুগ যুগান্তৰৰ পৰা বহন কৰি আনিছে—

> আচ্চা অইআ তাদ্না দউৰা লুঃ লংগ্ লুঃলুগ্লা
> আচিন্নঙা অদ্না মিক্চি দুঃলুগ্ দুলুগ্লা।

নৈৰ পানী তৰঙ্গমালাৰে তৰঙ্গিত হৈ ফেনে-ফোটোকাৰে নৈৰ পানী বাঢ়িছে আৰু আজি অজানিতে তোমালৈ মনত পৰি চকুলো বাগৰি বাগৰি আহিছে।

প্ৰকৃতিৰ লগত আমাৰ চহা জনজীৱনৰ নিবিড় সম্পৰ্ক। প্ৰকৃতিৰ নৈসৰ্গিক অৱদানেৰে পৰিপুষ্ট একোটা ঋতুৰ পৰিৱেশে ঋতু পৰিৱৰ্ত্তন তথা এই ঋতুত উদ্‌যাপিত আগন্তুক উৎসৱৰ সংকেত দিয়ে। নৈ কাষৰীয়া চহা জন-জীৱনৰ লগত নদীৰ অবি-চেছদ্য সম্বন্ধ আছিল আৰু নদীয়ে সমাজৰ ভূত-ভৱিষ্যত নিৰ্ণয় কৰিছিল। প্ৰকৃতিৰ পৰিৱেশত লালিত-পালিত প্ৰকৃতিৰ সন্তান স্বৰূপ মিচিং ডেকা-গাভৰুৱে সেয়ে প্ৰকৃতিৰ আনন্দ উলাহৰ লগতে বিজাইছে—

> আচি বিদ্‌ক বিদ্‌কল চিচাং আচিন্ বিদ্‌মুন দাগ্
> পাগুন্ আচাৰ্ চাৰ্‌কল ঙক্‌কা আচিন্ চাৰ্‌মুন্‌দাগ্।
> নাইয়া নাঙানা ঙান্‌দুৰং দাক্‌তগ্ আচাৰ্ চাৰ্‌দুৰং
> নাৰুৰ্ অই ৰুৰ্‌কম্‌পা বিৰ্‌মান্‌লা দুলুদাগ্।

নৈৰ পানীৰ সোঁতে সোঁতে আমাৰ ডেকা মন উটি ভাঁহি যায়, ফাগুনৰ বা' লাগি আমাৰ উৰণীয়া মন কোনোবা অজান দেশলৈ উৰা মাৰি যায়।

বসন্তৰ পৰশ পাই প্ৰকৃতি ৰাজ্যত গছ-গছনিয়ে নতুন কুঁহিপাত আৰু ফুলেৰে হাঁহি জাঁহি নাচি থকাৰ দৰে আমাৰ চেঙেলীয়া মনেও চিৰদিন নাচি বাগি থাকিব খোজে।

আদিম সমাজৰ জন বিশ্বাস আছিল বসন্ত উৎসৱত ডেকা-গাভৰুৱে মিলনৰ মাচোন নানাচিলে ধৰিত্ৰীৰ বুকুত শস্যৰ বাবে উৰ্বৰা শক্তি লাভ কৰে, প্ৰকৃতিৰ বুকুত সৃষ্টিৰ অংকুৰ নেমেলেকো সেয়ে উৎসৱৰ মাধ্যমেৰে সমবেত হোৱা আৰু জন মাজলিপলীৰ

উঠা প্ৰেম, প্ৰীতি, সৰল চহা জীৱনৰ জীৱন নীতি আৰু সৃষ্টিৰ অন্যতম শ্ৰেষ্ঠ দান। সেয়ে কেতিয়াবা ডেকা-গাভৰুৰ মিলনৰ পৰিৱৰ্ত্তে বিচ্ছেদৰ জীয়া ধল জীৱন নদীৰ বুকলৈ বৈ আহে

আচি জিলি জিলিক মিক্‌চি জিলি জিলিক
আচি জিলি পুনয়াপা মিক্‌চি জিলি পুন্‌পা্‌ মাং।

শিলনিৰ বুকুৰেদি নিজৰি নিজৰি বৈ থকা নিজৰাও এক বেলেগ নিজৰা আৰু অন্তৰ ভেদি নিগৰি নিগৰি বৈ অহা চকুলোৰ নিজৰাও এক বেলেগ নিজৰা।

হয়তো এদিন নিজৰি নিজৰি বোৱা পানীৰ নিজৰা হঠাতে বন্ধ হৈ যাব পাৰে; কিন্তু জীয়াই থাকো মানে অন্তৰ ভেদি বৈ অহা চকুলোৰ নিজৰা কেতিয়াও বন্ধ নহয়।

এইফাকি অই নিঃতম্‌ৰ সুকীয়া এটা বৈশিষ্ট্য আছে। ইয়াৰ কাব্যিক সৌন্দৰ্য্য, ছন্দৰ মাধুৰ্য্য, শব্দালঙ্কাৰ আৰু অৰ্থালঙ্কাৰ বিশেষ ভাৱে পৰিস্ফুট আৰু লক্ষণীয়। আচি=পানী, জিলি=নিজৰা, মিক্‌চি=চকুলো; পুনয়েপা=বন্ধ হৈ যাব; পুন্‌পামাং=বন্ধ নহয়।

মিচিং অই নিঃতমত নদীৰ উপমা উপচি আছে। ধনশিৰী আৰু সোৱণশিৰী তেওঁলোকৰ বুকুৰ আপোন। সেয়ে গাইছে—

দনচিৰি দলবাম্‌ চন্‌কুলংক দুংকাবং
মাংনাম্‌ অইয়া কঃনামা তাতকুলংক দুংকাবং।

ধনশিৰী নদীৰ ওপৰত নতুন কলাকৌশলেৰে নিৰ্ম্মাণ কৰা দলংখন বগাই চাবৰ ইচ্ছা জীৱনত থাকি গল আৰু মনে বিচৰা গাভৰুজনীক ৰীতিমতে খুজি বিয়া পাতি আনিবৰ ইচ্ছা জীৱনত অপূৰ্ণ হৈ ৰ'ল।

মিচিং সমাজৰ কথিত ভাষাত মহাপ্ৰাণ বৰ্ণৰ ব্যৱহাৰ নাই বা উচ্চাৰিত নহয়, সকলো কথাই অল্প প্ৰাণ বৰ্ণৰ উচ্চাৰণেৰে উচ্চাৰিত হয় সেয়ে ধনশিৰীৰ ঠাইত দনচিৰি, সোৱণশিৰীৰ ঠাইত অৱনাৰি আদি উচ্চাৰিত হৈছে।

আধুনিক সমাজৰ পৰা সুদূৰ লুইত, সোৱণশিৰী পাৰৰ এচুকত কালবাস কৰা মিচিং ডেকা-গাভৰুৰ কাৰণে নতুন কলা কৌশলেৰে নিৰ্ম্মাণ কৰা আৰু সেই সময়ৰ অসমৰ অন্যতম বিখ্যাত ধনশিৰী দলংখন ৰগাই চাবলৈ পোৱাটো কৌতূহলৰে বিষয় আছিল এনে নহয়, তেওঁলোকৰ কাৰণে সঁচাকৈ অন্তৰৰ সপোন আছিল। ইয়াৰ পৰা আধুনিক সভ্যতাৰ কথা অনুমেয়, সেয়ে মিচিং ডেকা-গাভৰুৰ অন্তৰত চিৰ বিৰাজমান হৈ থকা অই নিঃতম্‌ত তেনে ভাৱৰ কথাই প্ৰকাশ পাইছে।

দনচিৰি দলবাম্‌ ৰেলে গাবি দুক্‌চত্‌ত
য়াঞ্চ কাঃকক্‌ কঃবাদাম্‌ মাগৰ্‌ দুগ্‌লা দক্‌চত্‌ত।

ধনশিৰীৰ দলংখন ৰেলগাড়ীয়ে ভাঙিলে আৰু তোমাক ৰীতি মতে বিয়া কৰাই নিবৰ কাৰণে জোৰাই খাটিবলৈ অহা ৰোৱা কৰোঁতে কৰোঁতে তোমালোকৰ চাংঘৰৰ জখলাটোও ভাঙি গৈছে, অথচ তোমাক আজিও বিয়া কৰাব পৰা নাই। *

* বিভিন্ন সময়ত সাময়িক কাকতত প্ৰকাশিত কেইটামান নদী বা পানী বিষয়ক অই নিঃতম্‌ দাঙি ধৰা হৈছে। সম্পাদক।

# অই নিঃতম্‌ত ডুবৰি বনৰ ছাঁত

## ভৃগুমুনি কাগ্যুং

মানৱ মনৰ উৎকর্ষ সাধন আৰু প্ৰাকৃতিক পৰিবেশৰ মধ্যৰ সমন্বয়তে আদিম সমাজত উৎসৱৰ জন্ম হৈছিল আৰু আজিও প্ৰাকৃতিক ঋতু পৰিবৰ্ত্তনে একো একোটা উৎসৱ উদ্‌যাপনৰ সন্ধান দিয়ে। আমাৰ এইবোৰ পালনীয় উৎসৱক বছৰৰ বিভিন্ন ঋতুৱে নানান ৰূপ ৰস গন্ধেৰে ৰূপত ৰহণ চৰাই বহু ৰঙীন কৰি তুলিছে। আদিম জনসমাজৰ লোক-পৰম্পৰাগতভাৱে চলি অহা আনন্দৰ বসন্তোৎসৱ বহাগ বিহুৰ ওপৰত প্ৰকৃতিৰ প্ৰভাৱ সকলো লোক উৎসৱতকৈ বেছি; সেয়ে কেতিয়াবা ঋতু পৰিবৰ্ত্তনৰ ব্যতিক্ৰম ঘটিলে আমাৰ বিহুৱাই গায়—

ন-পানী বঢ়া নাই, নাহৰ ফুল ফুলা নাই
বিহু বিহু লগা নাই গাত;
গাঁৱৰ ডেকা ল'ৰাই কড়ি খেল খেলা নাই
ঢোল পেপাৰ শুনা নাই মাত।

প্ৰকৃত পক্ষে বহাগ বিহু আমাৰ সামাজিক সম্প্ৰীতি আৰু সমন্বয়ৰ উৎসৱ। ইয়াৰ লগত অসমৰ বিভিন্ন জাতিপুঞ্জৰ গীত মাত, নৃত্য, বাদ্য লোকাচাৰ আদিৰ সংমিশ্ৰণ ঘটি ৰঙালি বহাগ বিহুক সৰ্ব্বাঙ্গ সুন্দৰ আৰু বিহু বিনন্দীয়া কৰি জাতীয় উৎসৱত পৰিণত কৰিছে। আজি সভ্যতাৰ সীমাহীন দিগন্ত প্ৰসাৰী পথত আমি যিমানে আগবাঢ়ি নাযাওঁ লাগে লোক সংস্কৃতিৰ মন দাপোণত জাতীয় জীৱনৰ প্ৰতিৰূপ দেখা পাম, সেয়ে সংস্কৃতিৰ অন্যতম শ্ৰেষ্ঠ উপাদান বহাগ বিহু সকলোৰে আপোন আৰু আমাৰ জীৱন মৰণৰ লগত ইয়াৰ ওতপ্ৰোত সম্বন্ধ বিহুৱাই গাইছে—

বিহু আনন্দীয়া বিহু বিনন্দীয়া
বিহুৰ মো সনা মাত;
বিহুৰ বা লাগি বিহুৱা ককাই ঐ
দেওধনি লাগিছে গাত।

আমাৰ জীৱন ধাৰাক প্ৰকৃতিৰ চৰাই চিৰিকতি, গছ-গছনি তৰু, তৃণ-লতা আদি অণু-পৰমাণুৰ লগত আঁত নিছিগা সূতাৰ দৰে আঁত লগাই ৰাখিছে। প্ৰকৃতিৰ সাধাৰণ বস্তুৰ উপমাৰে আমাৰ জনসাহিত্য উভৈনদী হৈ আছে, আৰু তেনে উপমাৰ ভিতৰত দুবৰি বনৰ বীজতা খোৱা উপমাৰ কথা বিশেষভাৱে উল্লেখযোগ্য, সেয়ে আমাৰ বিহুৱা ডেকাই মনৰ মাজত গুজৰি গুমৰি থকা ভাৱ দুবৰি বনৰ উপমাৰে প্ৰকাশ কৰিছে—

হাতী হেৰুৱালো লিহিৰি বনতে
ঘোঁৰা হেৰুৱালো ৰণত ;
পাই হেৰুৱালো সৰগৰ মুকুতা
চোতালৰ দুবৰি বনত।

বিধাতাৰ বিশাল সৃষ্টি বিশ্ব বসুন্ধৰাত সকলো বস্তুৰে মূল্য আছে, সৃষ্টিৰ কোনো বস্তু অপদাৰ্থ নহয়। দুবৰি বন আমাৰ বিশাল জনসাহিত্য আৰু ৰোমাণ্টিক সাহিত্য ভড়ালৰো এটি অমূল্য সম্পদ, কবিৰ হিয়াৰ এটুকুৰা কহিনুৰ ; সেয়ে ৰহস্যবাদী ৰোমাণ্টিক কবিতাতো দুবৰি বনৰ মাহাত্ম্য বৰ্ণনা কৰিছে

"বাটৰ দুবৰি বন গছকত পৰা
তাৰো এটি পাতে দিয়ে স্বৰ্গৰ বতৰা।"

আমাৰ জন বিশ্বাসত দুবৰি বনৰ প্ৰয়োজনীয়তা বৰ্ণনাৰো অতীত। লোক সমাজৰ মাঙ্গলিক কাৰ্য্যত দুবৰি বন অপৰিহাৰ্য্য অঙ্গ স্বৰূপ। আৰু তেনে কাৰ্য্যৰ মাজেদি ইয়াৰ পবিত্ৰতা উপলব্ধি কৰিব পাৰি। আমাৰ কোনো নৱ জাতকৰ জন্ম মৃত্যু শুচি সংস্কাৰ কাৰ্য্য, কোনো পাপপঙ্কিল কাৰ্য্যত পতিতজনৰো প্ৰায়শ্চিত্ত কাম দুবৰি বনেৰে সিঞ্চ কৰা সামাজিক লোকাচাৰ নীতি আছে। সেয়ে মিচিং লোক গীততো দুবৰি বনৰ বৰ্ণনা পাওঁ

অলুম্, অইনম্, লাংগেলা অকুম্, বমূলা দদুবং
দুবৰি আন্নাম্, জুংগেলা পুঃদেঃঅদাম্ মদুবং।

তোমাক বিয়া কৰাই ঘৰ সংসাৰ কৰিছো আৰু দুবৰি বনৰ পাতেৰে জন্ম শুচি কৰি সাংসাৰিক জীৱন যাত্ৰা নিৰাময় কৰিছো।

আমাৰ ধৰ্ম্মীয় অনুষ্ঠানত ডুবৰি বনৰ ব্যৱহাৰ চিৰ অবিচ্ছেদ্য আৰু প্ৰাচীন সংস্কৃত শাস্ত্ৰতো কৈছেঃ "ডুবৰি বনৰ গাঁঠিয়ে গাঠিয়ে গজালি ওলাই বংশ বৃদ্ধি হয়, ঠিক তেনেকৈ আপোনাবো পুৰুষানুক্ৰমে শতসহস্ৰ বংশ বৃদ্ধি হওক।"

প্ৰাচীন আয়ুৰ্বেদিক শাস্ত্ৰৰ কাৰণে ডুবৰি বন এক আমোঘ দ্ৰব্য আৰু বনৌষধি হিচাপে এবিধ মহৌষধ। কোনো কটা ছিঙা ঘাত ডুবৰি বন আৰু কেইটামান চাউল মিহলি কৰি পিহি লগালে ঘা অতি সহজতে ভাল হয় আৰু আজিও লোক সমাজে ডুবৰি বনক মহৌষধি হিচাপে বহু ক্ষেত্ৰত ব্যৱহাৰ কৰি আছে আৰু ব্যৱহাৰিক জীৱনত উপকাৰো পাইছে।

আমাৰ সামাজিক সংকল্প, আশীৰ্বাদ আদি মাঙ্গলিক কাৰ্য্যত দুৰ্বাদলৰ ব্যৱহাৰ শাস্ত্ৰৰ বিধান। মানুহৰ মুখৰ বাক্যত কেতিয়াবা প্ৰকৃতিৰ চিৰন্তন নীতিয়েও বিপৰীত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে।

"তোমাৰ ভেটিত তিতা লাও গজক।"
"তোমাৰ ভেটিত ডুবৰি গজক"।

প্ৰকৃতিৰ বিপৰীত প্ৰতিক্ৰিয়াৰ কথা বুজাবলৈ গৈ বিহুৰা ভকতে ডুবৰি বনৰ উপমা দিছে—

চৰায়ে খাবৰে ধান সমনীয়া
উফৰি পৰিব কণ;
অতি চেনেহৰ আমাৰ বিহু তলীত
গজিলে ডুবৰি বন।

আমাৰ কৃষিজীৱী সমাজৰ লগত, প্ৰকৃতিৰ লগত আটাইতকৈ ওচৰ সম্পৰ্ক, সেয়ে কৃষি কৰ্ম্মৰ নিৰ্দ্দেশ, সামাজিক ধৰ্ম্ম কৰ্ম্মৰ নিৰ্দ্দেশ, নীতি, জ্ঞান, সেৱা-সৎকাৰ, প্ৰেম-প্ৰীতি আদি পালনীয় কথা প্ৰাকৃতিক ঋতুৰ উপমাৰে বিহু গীতত গাইছে—

চ'তলে চকৰী বহাগত বগৰী
জেঠত আমনা ধান;
গৰু বিহুদিনাখন লবা আশীৰ্বাদ
তেহে পাবা বৈকুণ্ঠৰ থান।

আমাৰ মিচিং চহা নামতীয়েও লৌকিক অই নিঃতম্‌ত ড্‌ৱৰি বনৰ উপমাৰে মনৰ কথা কৈছে

অইনম্‌ আজন্‌ জনক্‌ আৰ্‌গ্‌লক্‌ তাঙদাম্‌
ম্‌ম্‌ৰাং অইয়া ড্‌ৱৰি প্যাৰ্‌তিদ্‌ তকোৰন্‌।

আহু ধানৰ নিৰ্জ্জন টঙিখন তোমাৰ আৰু মোৰ চৰাই খেদা আৰু প্ৰণয়ৰ ঠাই আছিল। কিন্তু আজি সেই ঠাইত ড্‌ৱৰি বন হাজি আছে।

বিহুগীত বনগীত হুচৰি গীত অই নিঃতম্‌ৰোৰ প্ৰধানকৈ যৌৱন উলাহী ডেকা-গাভৰুৰ উৎসৱমুখৰ উদ্দাম উদ্দীপনাৰ প্ৰকাশ আৰু ইয়াৰ উৎস হৈছে, চহাৰ জীৱন বোধ। কৃষিজীৱী সমাজৰ দৈনন্দিন জীৱনৰ হৰ্ষ-বিষাদ, প্ৰেম-প্ৰীতি, বিৰহ-মিলন, কামনা-বাসনা আদিৰ পটভূমিত ৰচিত হ'লেও জন গীতত বিশ্বজনীনতাৰ ভাবে সোণত সুৱগা চৰাই স্বয়ং সম্পূৰ্ণ হৈছে। আজিৰ বহাগৰ অপৰিহাৰ্য্য অঙ্গ হুচৰি গীতৰ লগত পবিত্ৰ বৈষ্ণৱ ধৰ্ম্মৰ প্ৰভাৱ পৰি সংকীৰ্ত্তনৰ গীত পদো সন্নিবিষ্ট হৈ বিহু সংস্কৃতিৰ সৌষ্ঠৱ বঢ়াইছে

হুচৰি এ চ'ত
আমি যে ওমলো য'ত
ড্‌ৱৰি নগজে তত।

আজিৰ ডেকা-গাভৰুৰ আকৰ্ষণ আদাম ইভৰ পুৰুষ প্ৰকৃতিৰ আকৰ্ষণ আৰু তাৰ পৰিণতিতে আজিৰ সমাজৰ সৃষ্টি-স্থিতি, সেই কাৰণে প্ৰেম-প্ৰীতিৰ কথা নুই কৰিব নোৱাৰো। বিহুৰ মুকলি পৰিবেশনত নেদেখাজনকো দেখা, নিচিনা জনকো চিনা, কোনোদিনে সংস্পৰ্শত নহা জনবো লগত সম্পৰ্ক ঘটে। সেই মুক্ত পৰিবেশত কোনো অশ্লীলতা নাই, বৰঞ্চ আছে, বিশ্বজনীনতা, অই নিঃতমো তাৰেই প্ৰকাশ

বাঃলা আলি জ্‌ৱৰি আদ্‌লনা ক্‌ঙাৰ্‌য়েন্‌
অইঙয়িক্‌ আগম্‌দাম্‌ আদ্‌ঃলনা ল্‌ঙাৰ্‌য়েন্‌। (গীত)।
অকল অইয়া দ্‌ংকোংকুন্‌ অক আগেৰ্‌ গেৰ্‌কাংকুন্‌
মাঃগ্ৰিঙৰ কাবেগ্‌দাপ্‌ তালাঙঃ আমচ্‌ কাবেগ্‌ মাং (জাত)।

বেলৰ আলিত গজি থকা ডুবৰি বন গণি শেষ কৰিব নোৱাৰাৰ দৰে তোমাৰ মোৰ অন্তৰ নিহিত ভাল পোৱাৰ কথাও কৈ শেষ কৰিব নোৱাৰি। (গীতৰ ভাবাৰ্থ)।

তুমি কলৈ গলাগৈ, কি কামত আত্মনিয়োগ কৰি আছাগৈ কব নোৱাৰো, মাথোন সপোনৰ আঁৰে আঁৰে তোমাক দেখা পাওঁ কিন্তু দিঠকত চাবলৈ হেপাহ কৰিও দেখা নাপাওঁ। (জাতৰ ভাবাৰ্থ)।

আমাৰ জন-সাহিত্য জন-জীৱনৰ অভিব্যক্তি আৰু তাৰ প্ৰাজেদি বহাগ বিহুক গইনা লৈ 'জনগীতে বিকাশ লাভ কৰিছে। আদিম মানৱে প্ৰকৃতিৰ সন্তান স্বৰূপে প্ৰকৃতিৰ পৰা নৈসৰ্গিক জ্ঞান আহৰণ কৰি, প্ৰকৃতিকে আজীৱনকাল আপোন ভাবি আহিছিল আৰু এদিন এই প্ৰকৃতিৰ বুকুতে সঙ্গীতৰ সন্ধানো পাইছিল।

বতাহত হালি-জালি থকা গছ-গছনিৰ হিল্লোলৰপৰা নৃত্যৰ ভঙ্গীমা ; বতাহত কঁপি উঠা গছ-গছনিৰ মৃদু তৰঙ্গৰ পৰা গীতৰ ঝংকাৰ ; কুহু কুহু কৰি বিনোৱা কুলি কেতেকীৰ সুললিত গীতৰ পৰা তান, সুৰ ; গুণ-গুণাই গীতগোৱা মৌ-মাখি ভ্ৰমৰৰ গুঞ্জনৰ পৰা গীতৰ সুৰ সমলয় তাল মান ; জীৱ-জন্তুৰ বিকট চিঞৰৰ পৰা সুৰৰ আৰোহণ অৱৰোহণ আৰু প্ৰকৃতিৰ সৃষ্টিত থকা বিভিন্ন মাতৰ শাব্দিক অনুসৰণৰ পৰা এদিন ললিত কলাৰো জন্ম হৈছিল। এইদৰে আদিম মানুহে প্ৰকৃতিৰ বিশাল সৃষ্টিৰ পৰা সকলো উৎপাদন আৰম্ভ কৰি সেইবোৰৰ বিকাশতে বিভিন্ন নৃত্য-বাদ্যৰো চৰম উৎকৰ্ষ সাধন কৰিছিল।

আজি বছৰৰ বিহুতলীত বিহুৰ আনুষঙ্গিক নৃত্য-গীত বাদ্যৰ সমলয়ত জনজীৱনৰ স্বৰূপ প্ৰতিফলিত হৈ প্ৰকৃতি আৰু মানুহৰ নিবিড় সম্পৰ্কৰ কথা সুৰৰি চাবলৈ বহাগ বিহুৱে প্ৰত্যেকৰ অন্তৰত সমল যোগাইছে। সেয়ে প্ৰকৃতিৰ ক্ষুদ্ৰ উপাদান ডুবৰি বনৰ উপমাৰে নিজৰ মনৰ ভাব প্ৰকাশ কৰিবলৈ সুবিধা পাইছে—

বেল আজি ডুবৰি বনে ঐ আহৰী
বেল আজি ডুবৰি বন ;
হাড়ক মাটি কৰি তেজক পানী কৰি
কালৈ অটিছো ধন।

মানৱ মনৰ ভাৱ প্ৰকাশৰ বিনিময়তে এদিন শব্দ ভাষা সাহিত্যৰো জন্ম হৈছিল আৰু সেই ক্ষেত্ৰত সাহিত্যৰ সকলো-বোৰ উপাদানতকৈ সঙ্গীতে প্ৰাধান্য লাভ কৰি আহিছে। সঙ্গীত ভেৱা পোৱা লোক নাই, সঙ্গীতৰ মূৰ্চ্ছনাই সকলোকে মুহিব পাৰে ; সেয়ে কবিয়েও গাইছে—

"সঙ্গীতেই সঙ্গী মোৰ"
সিয়ে কৰে প্ৰাণ জুৰ
সিয়ে দিয়ে মৰতৰ শান্তি সুধা দান...।"

সেই সঙ্গীতৰ অন্যতম উৎস বহাগ বিহুক মহীয়ান আৰু মনোমোহা কৰি তুলিছে—বিহু সমলয়ৰ নৃত্য, গীত, বাদ্যই। ৰোমান্টিক কবিয়েও গাইছে—

"ৰূপহী জোনাক ৰাতি ডুবৰি দলিচা পাতি
দুয়ো বহি কত দিন গাইছিলো গীত ;
দুয়োৰো বুকুৰ সুৰ একোটি সুৰত কঁপি
সৰিছিল ফুল কলি ফাগুনী ৰাতিত।"

কৃষিজীৱী সমাজৰ আজিও জন বিশ্বাস আছে যে লোক উৎসৱত ডেকা-গাভৰুৰ মিলন নৃত্যই বসুন্ধৰাৰ বুকলৈ উৰ্বৰা শক্তি আনি দিয়ে আৰু শস্যৰ অংকুৰ মেলায়। আধুনিক বিজ্ঞানেও স্বীকাৰ কৰিছে যে, ডেকা-গাভৰুৰ নৃত্য-গীতৰ মূৰ্চ্ছনাই প্ৰকৃতিৰ তৃণ, তৰু, লতা, গছ বন ফুল পাতৰ সজীৱতা, নতুন জীৱনী শক্তি আনি দিয়ে। ডেকা-গাভৰুৰ প্ৰাণত যেনেকৈ যৌৱনে নতুন শক্তিৰ সঞ্চাৰ কৰে, ঠিক তেনেকৈ প্ৰকৃতিৰ বুকুলৈয়ো নতুন সঞ্জীৱনী শক্তি আনি দিয়ে, জীৱন যৌৱন মধুৰ হৈ পৰে, প্ৰকৃতি বিনন্দীয়া হৈ পৰে, সেয়ে বিহুগীততো গাইছে—

ইফালে টকাৰ মাত সিফালে টকাৰ মাত
মাজতে সোলেং গুৰি সঁুতি ;
টকাৰ মাতে শুনি বাহিৰ চতিয়না
পুজিয়ে ধৰিলে গুটি।

বিহুতলীৰ মুকলি পৰিবেশত ডেকাজো এদিন অভিসাৰিক [illegible] [illegible] প্ৰথম পুলকিত ভাব পাৰে, নতুন চাৱনিত [illegible]

দুয়োৰে প্ৰতি আকৃষ্ট হৈ মনৰ কথা পাতি মুকলি মনেৰে মনে মনে হয়তো প্ৰতিজ্ঞাবন্ধ হ'ল। সেই জীৱনৰ অবিস্মৰণীয় দিনৰ কথা বিমান পাৰে সিমানে গোপন কৰিবলৈ চেষ্টা কৰিছে; কিন্তু স'চা কথা লুকাই নথকাৰ দৰে দৈব বিপাকত লুকাই নাথাকি বতাহতকৈ কথা আগ হৈ ৰাষ্ট্ৰ হৈ পৰিছে, সেয়ে গোপন ভাল পোৱাৰ কথা বাজিতা খুৱাই ডুবৰি বনৰ উপমা দি অই নিঃতমেৰে গাইছে—

আচি বিদ্‌লা বিদ্‌লেন্‌ত মৰানই ডুবৰি
আগম্‌ লুলা লুলেন্‌ত অইঙয়িক্‌ আগম্‌দাম্‌।

মাটিৰ তলত পোত গৈ থকা মৰাণ দুবৰি বন পানীৰ কোবাল সোঁতে খানি উলিৱাৰ দৰে কথকীৰ কথাৰ ধাৰে তোমাৰ মোৰ গোপন ভাল পোৱাৰ কথাও প্ৰসঙ্গত উলিয়ালে।

আঁমাৰ অজলা ডেকাৰ গোপন ভাল পোৱাৰ কথা ৰাষ্ট্ৰ হৈ পৰাৰ লগে লগে শতুৰুৰ চকু পৰি ভৱিষ্যতৰ মিলনৰ পথ ৰুদ্ধ কৰি দিছে; অন্য হাতেদি চাতুৰী গাভৰুৰেও নিমাতী কন্যাৰ ভূমিকা গ্ৰহণ কৰি পলায়ন প্ৰবৃত্তিৰে আঁতৰে আঁতৰে থাকি, ডেকাই প্ৰেম পাৰাবাৰত হাবু-ডুবু খাই খাই সাঁতুৰি নাদুৰি ফুৰাৰ আলেখ লেখ চাইছে। আজি বেল আলিৰ ডুবৰি বন গণি শেষ কৰিব নোৱাৰাৰ দৰে আমাৰ ডেকাৰো বিৰহ ভৰা অন্তৰৰ বেদনাৰ কথা কৈ শেষ কৰিব নোৱাৰা হৈ পৰিছে অথচ গাভৰুৰেও পোৱা মাছ দেখুৱাই বিড়ালীক নচুৱাৰ দৰে নচাই ডেকাক আলেঙে আলেঙে ৰং চাই ফুৰিছে, সেয়ে—বিহুগীতেৰে গাইছে—

চিপ্‌চিপ্‌ কৰি বৰষুণ দিছিলে
তিয়ালে ডুবৰি বন;
আগেয়ে নাজানো এতিয়া জানিছো
তোমাৰ দুফলীয়া মন।

এদিন স্বয়ং ভগৱানেই তিৰোতাৰ মন বুজিব নোৱাৰিলে, আমাৰ অজলা ডেকাৰ কথাই নাই। ডেকায়ো পৰাপক্ষত তেনে চাতুৰী প্ৰেমৰ পৰা বিৰক্ত থকাকে বিচাৰিছিল। কিন্তু জন্ম-প্ৰেম-মৃত্যু-বিবাহ ভাগ্যৰ লিখন হোৱাৰ দৰে কম নোৱাৰাকৈ হঠাতে

এদিন 'ঘৰে পৰা আঁতৰি থাকিব খোজে তেতে উজনুটি খাই পৰা'ৰ দৰে গাভৰুৰ প্ৰশয়ত পৰিল। এতিয়া 'ঘতে বাঘলৈ ভয় তাতে বাতি হোৱাৰ', দৰে গোপন কথাও বাষ্ট্ৰ হৈ ঢাকি নোপোৱা গছৰ গুটি খাবলৈ ইচ্ছা কৰাৰ দৰে হৈ পৰিছে। অন্য হাতেদি বিহুৰ পৰিবেশে আনি দিয়া অবাধ মিলনবো পথ বিহু শেষ হৈ যোৱাৰ লগে লগে বন্ধ হৈ পৰিল, সেয়ে—অই নিঃতমেৰে ডুবৰি বনৰ উপমা দি গাইছে—

আৰ্গ্ লগ্ দুবৰি ৰ্গুমলা মপাগ্ দুং
আগম্ বুচিল্ তাদ্নাদী গুলুক লাম্তাম্ মতুম্ দুং।

আহু ধাননিৰ ডুবৰি বন নিৰাই গুচুৱাৰ দৰে, পৰচৰ্চা কৰা শত্ৰুৱে তোমাৰ মোৰ মিলনৰ পথ বন্ধ কৰি দিছে।

অ'কৰাই মৈত উঠিলে নামিব নজনাৰ দৰে আমাৰ ডেকায়ো সেই বিহুতলীৰ পৰিবেশত কথা দি কথাৰে ভুলাই আঁতৰি যোৱা গাভৰুৰ কথা পাহৰিব পৰা নাই। সেয়ে আমাৰ বিহুৱো ডেকা-গাভৰুৰ মাজত জীৱন্ত এখন বিয়োগান্ত নাটকৰ সৃষ্টি হৈছে। ডেকায়ো হাতত পাই বুকুৰ আপোনজনক জীৱনৰ মাজ-বাটত হেৰুৱাই নোপোৱাৰ বেদনাতকৈ পাই হেৰুৱাৰ বেদনাত হাবাথুৰি খাই দুখে বেজাৰে জৰ্জৰিত হৈ পৰিছে। সেই বিহুৰ পটভূমিকাত গঢ়ি উঠা বিয়োগান্ত নাটকৰ যৱনিকা কেতিয়া পৰিব তাৰ এটা সীমিত সীমাৰেখা ডুবৰি বনৰ উপমাৰে জীয়া ট্ৰেজেদি নাটকৰ দৰদী দৰ্শকৰ ওচৰত সমবেদনা কামনা কৰি গাইছে—

কেতিয়া পাহৰিম তোকে ঐ লাহৰী
কেতিয়া পাহৰিম তোক ;
ৰৰনৈ শুকাব ডুবৰি গজিব
তেতিয়া পাহৰিম তোক।

আজি কৃষি শক্তিকাৰ যান্ত্ৰিক সভ্যতাৰ অগ্ৰগতিয়ে প্ৰকৃতি আৰু মানুহৰ নিৰবচ্ছিন্ন সম্পৰ্কৰ কথা লাঘৱ কৰি দিছে আৰু যিমানে নৈসৰ্গিক জ্ঞানৰ পৰা কৃত্ৰিম জগতৰ বস্তুবাদী দৰ্শনৰ মাজত সোমাই পৰিছে সিমানে অনৈতিক অধৰ্মৰ অভিমুখে দিনক দিনে গতি কৰিছে। আধুনিক কৃত্ৰিম সভ্যতাৰ জীৱন দৰ্শনে

প্ৰকৃতিৰ দানক অস্বীকাৰ নকৰিলেও বিজ্ঞানৰ প্ৰভাৱত প্ৰকৃতিৰ প্ৰতি থকা স্বাভাৱিক ভক্তি ভাৱাপন্ন মানুহৰ মনোভাৱক বিভ্ৰান্ত কৰি তুলিছে। আমাৰ লোক সংস্কৃতিৰ অন্যতম শ্ৰেষ্ঠ উপাদান আনন্দৰ লোক উৎসৱ বহাগ বিহুৰ লগত টকাৰ ইপিঠি সিপিঠি সম্বন্ধ আৰু সেয়ে আধুনিক কৃত্ৰিম জীৱন যাত্ৰাৰ মাজতো বছৰৰ বিহুৰ দিনা অন্ততঃ বছৰটোলৈ এবাৰ জাতীয় সংস্কৃতি, ঐতিহ্যলৈ সুৰিৰ চোৱাটো বাঞ্ছনীয় আৰু সমীচীন হব।

আদিম কৃষিজীৱী সকলৰ বসন্তোৎসৱ বহাগ বিহুৱে আজি নগৰমুখী আধুনিক সভ্যতাৰ সমাজখনকো উৎসৱ-মুখৰ কৰি তাহানিৰ পথাৰৰ মাজৰ বুঢ়া আঁহতৰ তল, চোমনিৰ আঁৰ, চাপৰিৰ আঁৰ প্ৰকৃতি ৰাজ্যৰ মুকলি পৰিবেশ এৰি আধুনিক ৰঙ্গমঞ্চৰ মাজেদি পুনৰ উথান লাভ কৰাটো জাতিৰ মাঙ্গলিক লক্ষণ আৰু বিহু বিনন্দীয়াৰ আনন্দৰ সমাৰোহে নিশ্চয় আমাৰ জাতীয় জীৱনলৈ আনন্দ, সম্প্ৰীতি তথা সামাজিক আত্মীয়তা, জাতীয় সংহতিৰ সমল যোগাই অসমীয়াৰ জাতীয়ত্ব ৰক্ষা কৰাত ৰৰঙণি যোগাব।*

* "নতুন অসমীয়া"ত প্ৰকাশিত আৰু পৰিবৰ্দ্ধিত। ১৪ এপ্ৰিল, ১৯৭০ চন।

# মিচিং লোক-নৃত্য

নাহেন্দ্ৰ পাদুন

মিচিং সমাজত নৃত্য কেনেকৈ উৎপত্তি হ'ল সেই সম্পৰ্কে কোনো লোকগাথা বা কিংবদন্তি বিচাৰি পোৱা নাযায়। 'মিৰু' বা 'মিৰ' (মিৰি) নামৰ পুৰোহিত শ্ৰেণীয়ে গোৱা প্ৰাচীন গীত বিলাকতো নৃত্যৰ উৎপত্তি সম্পৰ্কীয় কথা বিচাৰি পোৱা নাযায়। সম্ভৱতঃ আদিম যিকোনো জনজাতিৰ মাজত প্ৰচলিত হোৱাৰ দৰে অৰণ্যক জীৱনত পোৱা চিকাৰৰ সামগ্ৰীৰ আনন্দতেই নাচিবলৈ শিকিলে আৰু পৰৱৰ্তী কালত ধৰ্মীয়, কৃষি, শৱ সংকাৰ আৰু প্ৰজননক কেন্দ্ৰ কৰি মিচিং সমাজতো বিবিধ প্ৰকাৰৰ নৃত্যৰ প্ৰচলন হ'ল। নৃত্য প্ৰকৃততে ভাৱ, অনুভূতি বা কোনো এটা কাহিনী বৰ্ণাবলৈ লওঁতে শৰীৰৰ কোনো অংগ বা সৰ্বাংগ ছন্দায়িত ৰূপত লৰচৰ কৰাকে বুজায়। নৃত্যৰ লগত প্ৰতীকীভংগী সংযুক্ত হ'লে আৰু তাৰ লগতে কোনো কাহিনীৰ বৰ্ণনা থাকিলে সি নাট্য-নৃত্যলৈ (pantomine) ৰূপান্তৰিত হয়।

মিচিং ভাষাত নৃত্য বা নাচ বুজাবলৈ 'পাক্ চং' বা 'মাক্ চং' শব্দ দুটা ব্যৱহাৰ কৰা হয়। দুয়োটা শব্দই কোনো গীত বা বাদ্য যন্ত্ৰৰ লগত নচা ছন্দোময় অংগী-ভংগীকে বুজায়। গীত বা কাহিনীৰ ছন্দ ৰক্ষা কৰিবৰ কাৰণে বিভিন্ন ধৰণে পাদচালনা কৰে। ঘটনা বা কাহিনী বিকাশক সহায় কৰিবৰ বাবে হাতেৰে বিভিন্ন ধৰণৰ অংগী-ভংগী কৰি মুদ্ৰা প্ৰকাশ কৰে। এই দুয়োটাকে সম্যক আৰু ছন্দায়িত কৰিবৰ কাৰণে ভৰিৰ আঁঠু, হাতৰ কিলাকুটি, হাতৰ মণিবন্ধ, ভলুৰো সংকোচন, সম্প্ৰসাৰণ অথবা চক্ৰাকাৰে ঘূৰাই প্ৰকাশ কৰা হয়। চকু আৰু ডিঙিৰ সঞ্চালন মিচিং লোক-নৃত্যত কম।

সাধাৰণ অৰ্থত 'ৰিহু' বুজাবলৈ মিচিং ভাষাত 'চঃমান' শব্দ ব্যৱহাৰ কৰা হয়। √চং বা √চঃ ধাতু—নৃত্য কৰা। 'মান' গঠনমূলক প্ৰত্যয়—ধেমালি কৰা, 'আনন্দ কৰা' ধেমালি

কৰি নৃত্য কৰা' অৰ্থত সংযোগ হৈছে। গতিকে চঃমান্ মানে 'ৰিহু', 'বিহু কৰা', 'আনন্দ কৰা', 'ধেমালি কৰি নৃত্য কৰা'। চঃমান্ত নৃত্যৰ লগতে গীত গোৱা, বাদ্য যন্ত্ৰ সংগত কৰা ইত্যাদিও জড়িত হৈ থাকে। পাক্চং বা মাক্চং বোলেঁাতে কেবল নৃত্য-ভংগীমাকে বুজায়। সেই ফালৰপৰা চালে পাক্চঙতকৈ চঃমান্ৰ অৰ্থ অধিক বহল। বিষয়বস্তু আৰু পৰিবেশন ৰীতিৰ ওপৰত নিৰ্ভৰ কৰি মিচিং নৃত্যক বহলকৈ তিনিটা ভাগত ভগাব পাৰি—যেনে—(ক) ধৰ্মমূলক ( Ritual ), (খ) কৃষি উৎসৱমূলক (Agricultural Festival ) (গ) বিশ্ৰামমূলক ( Recreational )।

ধৰ্মমূলক : ধৰ্মীয় লোক বিশ্বাস, পূজা-পাতল আদি বিষয়ক কেন্দ্ৰ কৰি যিবোৰ নৃত্য পৰিবেশন কৰা হয় সেই-বোৰক ধৰ্মমূলক নৃত্যৰ শ্ৰেণীত ধৰিব পাৰি। 'মিবু' আৰু 'মিৰু' নামৰ পুৰোহিত সকলৰ নেতৃত্বত নচা নাচবোৰক ধৰ্মীয় নৃত্য বুলিব পাৰি। মিবুসকলে সৃষ্টিৰ আদি পাতনিৰেপৰা আৰম্ভ কৰি মানুহ, জীৱ-জন্তু, পোক-পৰুৱাৰ উৎপত্তি, মানুহৰ বংশ বৃদ্ধি গোত্ৰৰ উৎপত্তি আদি আঃবাং নামৰ এক শ্ৰেণী গীতেৰে গায়। এই গীতবোৰ পৰিবেশন কৰিবৰ সময়ত মিবুৱে 'ৱক্চা' নামৰ এবিধ দীঘল তৰোৱালৰ আগটো ওপৰলৈ তুলি গীতৰ তালে তালে জোকাৰি জোকাৰি ভৰিৰে গীতৰ তাল ৰাখি নৃত্য পৰিবেশন কৰে। অৰুণাচলৰ আদী, পাদাম, মিঞং, গালং আদি জনজাতিয়ে এতিয়াও চলুং, আভৰ্ ইত্যাদি উৎসৱত মিবুৰ দ্বাৰা গীত পৰিবেশন কৰাই ডেকা-গাভৰুৱে সমদলে নৃত্য কৰে। সেই জনজাতি সকলৰ সম্পৰ্কীয় জনগোষ্ঠী হিচাবে মিচিং সকলবো মিবু নৃত্য আছিল বুলি কোৱা হয়। কিন্তু ভৈয়ামলৈ আহি বহু বছৰ বাস কৰি বিভিন্ন সংস্কৃতিৰ প্ৰভাৱত এই মিবু নৃত্য মিচিং সমাজত নাইকিয়া হৈ আহিল।

মিৰু বা মিৰিকো মিবু শ্ৰেণীৰ পুৰোহিত বুলি গণ্য কৰা হয়। কোনো ব্যক্তি বা পৰিয়ালৰ বেমাৰ আজাৰ, অপায়-অমংগল হ'লে, তাৰ কাৰণ বিচাৰি আৰু নিৰাময়ৰ কাৰণে মিৰুৱে নৃত্য-গীত কৰি মংগল চায়। এনে মংগল চোৱা নৃত্য গীতৰ অনুষ্ঠানক 'মিৰু দাগ্নাম্ বা মিৰু চুম্নাম্' বোলে। ব্যক্তিগত বা পাৰিবাৰিক অসুখ-বিসুখ, অপায়-অমংগল হ'লে 'মিৰুক ধৰলৈ ব্যক্তি আনি

"মিৰু দাক্‌কাং" অৰ্থাৎ মংগল চাৰলৈ দিয়া হয়। সাধাৰণতে এনে অনুষ্ঠান নিশাহে হয়। গাৱঁৰ বৃদ্ধসকলক—বিশেষকৈ যি সকলে মিৰু, মিৰুৰ দুৰ্বোধ্য ভাষা বুজি পায়—তেওঁলোকক বিশেষ ভাৱে নিমন্ত্রণ কৰি অনা হয়। নিশা পূজা-পাতলৰ নিৰ্দিষ্ট সামগ্ৰী তৈয়াৰ কৰাৰ পিছত চৌদিশে গঞা সমজুৱাক বহুৱাই মিৰুৱে চাবিগৰাকী গাভৰু আৰু চাবিগৰাকী ডেকা ক্রমে ৰাওঁকালে আৰু সোঁ-কালে লৈ নৃত্য কৰে। গাভৰু আৰু ডেকাসকলে মিৰুক মাজত ৰাখি পৰস্পৰে পৰস্পৰৰ কান্ধত ধৰাধৰি কৰি মিৰুৰ লগে লগে চক্ৰাকাৰে ঘূৰি ঘূৰি নৃত্য কৰে।

মিৰুক সহায় কৰা এই ডেকা-গাভৰু দলক 'অৰ্‌গং' বোলে। মিৰুৱে তেওঁক অনুপ্ৰাণিত কৰা দেৱ-দেৱীক সন্তুষ্ট কৰিবলৈ 'মিৰু আঃবাং' গাই যায়। মিৰুৱে গোৱা প্ৰথম ফাঁকি পদ বা ঘোষা (refrain) ডেকা-গাভৰু সকলে দোহাৰে। ডেকা আৰু গাভৰুৰ মাজত থাকি মিৰুৱে দীঘল ৱক্‌চা জোকাৰি জোকাৰি, গীতৰ তাল ৰাখি জাপিয়াই জাপিয়াই নৃত্য কৰে। ভৰিৰে তাল ৰক্ষা কৰাৰ বাহিৰে মিৰু নৃত্যত হাতৰ মুদ্ৰা নাই অৰ্থাৎ হাতৰ মুদ্ৰা প্ৰয়োজনীয় অংশ নহয়। গীতৰ তালে তালে কৰা পাদ-চালনাহে ইয়াত অতীৱ প্ৰয়োজন।

মিবু বা মিৰু নৃত্যত মিবু-মিৰুজনে সাধাৰণতে মিবু গালুগ্‌ বা মিবুচোলা পিন্ধে। আঁঠুলৈকে চুৰীয়া, ডিঙিত দগ্‌নী নামৰ এবিধ তিব্বতীয় ৰঙা-হালধীয়া মালা পৰিধান কৰে। মূৰত 'দুম্‌লুং' অৰ্থাৎ ৰঙা, হালধীয়া, সবিয়হ-ফুলীয়া ৰঙৰ সূতাৰে বোৱা এবিধ দীঘল গামোচা পৰিধান কৰে। সেই দুম্‌লুং বা গামোচাখন সাধাৰণতে নিমন্ত্রণ কৰোঁতা পৰিয়ালে বা ব্যক্তিয়ে উপহাৰ স্বৰূপে মিবু-মিৰুক্‌ পিন্ধায়।

সংগত কৰিবলৈ বিশেষ বাদ্য-যন্ত্ৰৰ প্ৰয়োজন নহয়। মিবুৰ ৱক্‌চাৰ ওৰিৰতে তিনি চাৰি পাতমান তামৰ বা পিতলৰ পাতি থাকে। মিবুৱে ৱক্‌চা ডাল তালে তালে জোকাৰি দিলে সেই পাতি কেইচটাই জুনুকাৰ দৰে শব্দ কৰে। সেয়েই একমাত্র তাল ৰক্ষক বাদ্য-যন্ত্ৰ।

ব্যক্তিগত বা পাৰিবাৰিক অনুষ্ঠানত বাদেও কেতিয়াবা গাঁওখনৰ সামূহিক স্বাস্থ্য, কৃষি উৎপাদন, কৃষিত লোক-পশুৰ বিনাশ

সাধন ইত্যাদিৰ কাৰণে সমূহীয়াকৈ মুৰং ঘৰত মিবুং দাগ্‌নাম অনুষ্ঠান কৰা হয়। এনে অনুষ্ঠান সমূহীয়াকৈ বহুতো ডেকা-গাভৰুৱে মিবুৰ লগত নৃত্য কৰিব পাৰে।

আদীসকলৰ চলুং, আতৰ্, দালং আদি উৎসৱত গোৱাৰ দৰে মিচিং সকলেও পঃৰাগ্‌ দবুৰ্ আদি উৎসৱ আৰু পূজাত মিবু-মিবুৰ দ্বাৰা নৃত্য-গীত পৰিবেশন কৰোৱা হৈছিল। বৰ্ত্তমানে এইবোৰ মিচিং সমাজত লোপ পাইছে।

ধৰ্মমূলক নৃত্যবোৰ কেৱল এটা নিৰ্দিষ্ট সময়ত নচা হয়। যি কোনো সময়ত বা যি কোনো পৰিস্থিতিত ইয়াক নচা নহয়। সেই ফালৰ পৰা চালে বহাগ বিহুত নচা হুঁচৰি নৃত্যকো ধৰ্ম-মূলক নৃত্যৰ শ্ৰেণীত অন্তৰ্ভুক্ত কৰিব পাৰি। মন কৰিব লগীয়া যে অসমীয়া বিহুত হুঁচৰিৰ বিশেষ নৃত্য নাই। সমজুৱাকৈ চক্ৰাকাৰে হুঁচৰি গীত গাই বিহুৱা দলে ঘূৰে। মিচিং হুচৰিত বিশেষ ধৰণে পাদচালনা কৰি হুচৰি গায়।

হুঁচৰি গীত লগাওঁতাজনে বিহুৱাদল অৰ্থাৎ ডেকা-গাভৰুৰ চক্ৰাকাৰ বৃত্তৰ মাজত থাকি প্ৰথমে বাওঁফালৰ পৰা সোঁফাললৈ আৰু তাৰ পিছত সোঁফালৰ পৰা বাওঁফাললৈ ঢোলৰ তালে তালে ঘূৰে। প্ৰথম গোৱা পদ বা ঘোষা ফাকি বিহুৱা দলে দোহাৰি তেওঁলোকেও চক্ৰাকাৰে ঘূৰে। ডেকা-গাভৰু উভয়ে পৰস্পৰে অনা-মিকা আঙুলিৰে হাকুটিৰ দৰে ধৰি লয়। এইদৰে ধৰি লোৱা হাত দুখন আগলৈ আগুৱাই, দুখোজ সোঁফাললৈ ভৰি দুখন আগুৱাই আকৌ দুখোজ পিছুৱাই আহে এইদৰে পাদচালনা কৰোঁতে একে সময়তে হাত আৰু ভৰি বৃত্তৰ কেন্দ্ৰলৈ আগবাঢ়ি আহে আৰু একে সময়তে বহল হৈ পিছুৱাই আহে। ঢুলীয়া আৰু তালীয়া দুয়ো হুচৰি পদ লগাওঁতাজনৰ লগত মাজত থাকি ঘূৰে। হুঁচৰি গাওঁতে মাজে মাজে ঢোলৰ চাপৰৰ ধ্ৰুম বা অধ্যায় এটি সলাবৰ কাৰণে বিশেষ ধৰণে চাপৰ দিয়ে। তাৰ লগে লগে গীতৰ, খোজৰ আৰু ঢোলৰ তাল খৰ হৈ পৰে। মিচিং হুচৰিৰ ভৰিৰ খোজেই বিশেষ ধৰণৰ নৃত্যভংগীমা ফুটাই তোলে।

হুঁচৰি নৃত্যৰ কাৰণে কোনো ধৰণৰ সাজসজ্জাৰ প্ৰয়োজন নহয়। সাধাৰণ বিহুত পিন্ধা চোলা-চুৰীয়া, বিহা-মেখেলাই

ডেকা-গাভৰু সকলে পৰিধান কৰে। বাদ্য যন্ত্ৰৰ ভিতৰত ঢোল আৰু তালেই প্ৰধানকৈ ব্যৱহৃত হয়।

কৃষি উৎসৱমূলকঃ শস্য ৰোপণ উৎপাদন আৰু বৃদ্ধিৰ কাৰণে আনুষ্ঠানিক ক্ৰিয়া কৰাৰ পিছত যিবোৰ নৃত্য নচা হয় সেইবোৰকে এই শ্ৰেণীত পেলাব পাৰি। আলি আই লৃগাং, মঃপুনৃ, আৰুগ্, দবুৰৰ কোনো নিৰ্দিষ্ট সময় নাই। ধানৰ ঠোক মেলাৰ সময়ত এই দুটা পূজা কৰা হয়। নৃত্যৰ ফালৰ পৰাও এই দুটাৰ বিশেষ উল্লেখযোগ্য নৃত্য ভংগীমা নাই।

কৃষি উৎসৱমূলক নৃত্যৰ ভিতৰত থাইকৈ আলি আই লৃগাঙৰ নৃত্যক উল্লেখ কৰিব পাৰি। ফাগুন চ'ত মাহত ভুঁই থলিত আহুধান সিঁচাৰ দিনা আবেলি ডেকা-গাভৰুৱে গাঁৱৰ মুখীয়াল ব্যক্তি—বিশেষকৈ গামৃ বা গাওঁবুঢ়াৰ ঘৰত এই লৃগাং নৃত্য কৰে।

লৃগাং নৃত্যও প্ৰায় হুঁচৰিৰ দৰে। মিৰু বা মিৰুয়ে ডেকা-গাভৰুৰ মাজত থাকি লৃগাঙত গোৱা এবিধ গীত গায়। তাৰ প্ৰথম ঘোষা ফাঁকি ডেকা-গাভৰুৱে দোহাৰে। ডেকা-গাভৰুৱে বৃত্তাকাৰে বা অৰ্ধকাৰে ঘূৰি পাদচালনা কৰি নৃত্য কৰে। ডেকা-গাভৰু দলৰ সৰাতোকৈ আগত ঢুলীয়া, তালীয়া আৰু 'লাঃনং' (বৰকাঁহ) আৰু 'মাৰ্বাং' নামৰ দুবিধ পুৰণি কালীয়া বাদ্য যন্ত্ৰৰ বাদকসকল থাকে। তেওঁলোকক অনুসৰণ কৰি ডেকা-গাভৰু দলে ঘূৰে। আলি-আই লৃগাঙত বিশেষ ধৰণৰ ঢোলৰ ছেও বজোৱা হয়। এই বিহুক 'গুম্ৰাগ্ চঃমান্' বুলিও কোৱা হয়। লৃগাঙ নৃত্যৰ ভৰিৰ তালক "দাকেঃ কেঃলা চঃনাম্" বুলি কোৱা হয়। নাচোঁতে প্ৰথমে বাওঁ ভৰি মাটিত ৰাখি সোঁ ভৰি আগুৱাই দি দুবাৰকৈ মাটি স্পৰ্শ কৰোঁ নকৰোঁ অৱস্থাত ৰাখি আকৌ মাটিত পেলোৱা হয়। তাৰ পিছত বাওঁ ভৰিখনো সেই দৰে আগুৱাই আগৰ দৰে স্পৰ্শ কৰোঁ নকৰোঁকৈ ৰাখি মাটিত পেলায়। ভৰি দুখনৰ মাজত প্ৰায় এফুট বা আধা ফুট মানকৈ আঁতৰাই নচা হয়। নৃত্য কৰোঁতা-জনে দুবোৰ ভৰিখন দি এবাৰ বৃত্তৰ ভিতৰৰ ফালে মুখ কৰি পিছফালে বাহিৰৰ ফাললৈ মুখ কৰি—দুয়োখন হাতৰ মণিকাণ্ঠ

পকাই তলুৱাবে মুদ্ৰা প্ৰকাশ কৰে। দুয়োখন হাত প্ৰথমে কঁকালৰ সমানে সমানে ৰাখি মুদ্ৰা প্ৰকাশ কৰে ; তাৰ পিছত ওপৰলৈ তুলি পুনৰ মুদ্ৰা প্ৰকাশ কৰে। ঠোৰ মেলা ধান গছে বতাহত হালি জালি থকাৰ দৰে শৰীৰ আৰু হাতৰ মুদ্ৰাই ৰূপ লয়। বহুতে এই নৃত্য ভংগীমাক বতাহত হালি জালি থকা ধান গছৰ অনুৰূপ বুলি ব্যাখ্যা কৰে।

বিশ্ৰাম মূলক : অৱসৰ বিনোদৰ কাৰণে মাজে সময়ে কৰা বিহু বা চঃমানৰ নৃত্যবোৰক বিশ্ৰাম মূলক বা অৱসৰ বিনোদৰ নৃত্য বুলিব পাৰি। মিচিংসকলে বহাগ বিহু, মাঘ বিহু, পঃৰাগ, আলি আই লৃগাং ইত্যাদি উৎসৱবোৰৰ বাদেও, আহু ধানৰ খেতি চপোৱাৰ পিছত মাজে সময়ে কোনোবা গাঁৱৰ পৰা ডেকা-গাভৰুৱে গাঁওখনলৈ ফুৰিবলৈ আহিলে নিশা বিহু বা চঃমান কৰে। এনে চঃমান বিলাকত কোনো আনুষ্ঠানিক পূজা-পাতল বা নীতি-নিয়ম পালন কৰা নহয়। ই সম্পূৰ্ণৰূপে ডেকা-গাভৰুৰ আমোদ প্ৰমোদৰ অনুষ্ঠান। এই চঃমানবোৰত নচা নৃত্যবোৰক তিনিটা ভাগত ভাগ কৰিব পাৰি। (১) অই নিঃতম, (২) কৃষ্টিমূলক, (৩) ভাওনা।

অই নিঃতম মিচিং সকলৰ আটাইতকৈ জনপ্ৰিয় গীত। অই নিঃতম গোৱাৰ পিছত একোটাকৈ ঢোলৰ ছেও বজোৱা হয়। ঢোলৰ ছেও অনুযায়ী অই নিঃতমৰ লগত নচা শতাধিক নৃত্য ভঙ্গীমা আছে। কিমান প্ৰকাৰৰ নৃত্য ছেও আছে সিবিলাকক আজিলৈকে কোনেও জৰীপ কৰিব পৰা নাই।

অই নিঃতমৰ লগত নচা নাচত দুগৰাকী বা চাৰিগৰাকী নাচনীয়ে একেলগে নাচে। অই নিঃতম গাবৰ পৰত গীত ফাঁকি যাতে শ্ৰোতাই শুনিব পাৰে তাৰ বাবে ঢুলীয়াই ঢোলৰ খোলাত মাৰিবে তাল ৰক্ষা কৰি টোকৰ মাৰি যায়। অই নিঃতমৰ প্ৰথম ফাঁকি পদ গাওঁতে নাচনীয়ে বাওঁহাতখন কঁকালত ভৰাই, সোঁ-হাতখন ওপৰলৈ অৰ্ধকুঞ্চিত ৰূপত তুলি, মণিবন্ধৰ পৰা হাতৰ তলুৱাখন সোঁফালৰ পৰা বাওঁফাললৈ ঘূৰায়। দ্বিতীয়ফাঁকি পদ গাওঁতে এই একে ক্ৰমত সোঁহাত কঁকালত ৰাখি বাওঁহাতখন ওপৰলৈ তুলি ঘূৰায়। গীতৰ তালে তালে ভৰিৰে তাল ৰাখি

সেঁফালৰপৰা বাওঁফাললৈ চক্ৰাকাৰে ঘূৰে। গীত শেষ হোৱাৰ লগে লগে ঢুলীয়াই বিবিধ ঢোলৰ চাপৰ মাৰে আৰু নাচনীয়ে সেই অনুক্ৰমে ভৰিৰে তাল ৰাখি হাতেৰে মুদ্ৰা প্ৰকাশ কৰে। অই নিঃতমূৰ ঢোলৰ চাপৰৰ লগত নাচনীয়ে যি বিষয়ৰ মুদ্ৰা প্ৰকাশ কৰে সেইবোৰৰ কিছুমানক বিষয়বস্তু অনুসৰি নামকৰণ কৰিব পাৰি, কিছুমান নোৱাৰি। ধান দোৱা, পানী তোলা, গা ধোৱা, মূৰ আঁচোৰা, সেৱা জনোৱা ইত্যাদি কিছুমান নৃত্য ভংগীমা চাই নামকৰণ কৰিব পাৰি। কিছুমান এইদৰে বিষয়-বস্তু থকা মুদ্ৰাৰ ভিতৰত অন্তৰ্ভুক্ত নহয়। অৰ্থাৎ এইবোৰত বৈচিত্ৰময় ৰূপ প্ৰকাশ পায়।

কৃষিমূলক নৃত্যৰ তিনিটা পৰ্ব থাকে। প্ৰথম পৰ্বত এজন গায়কে এটি দীঘলীয়া যোজনাৰ গীত জোৰে। সেইখিনি সময়ত ঢুলীয়াই ঢোলত মৃদু কঁপনি তোলে। নাচনীয়ে পাদচালনা নকৰাকৈ একে ঠাইত বৈ অই নিঃতমূত নচাৰ দৰে হাত কঁকালত আৰু ওপৰলৈ তুলি মুদ্ৰা প্ৰকাশ কৰি গীত অনুসৰণ কৰে অথবা কঁকাল আৰু ভৰিৰ আঁঠু কিঞ্চিত কিঞ্চিত কৰি হাত দুখন ওপৰলৈ মেলি ধৰি হাতৰ তলুৱা পকায়। কেতিয়াবা কেতিয়াবা গীত গাবৰ পৰত নাচনীসকলে নীৰৱ হৈ থকাও দেখা যায়। যোজনা গীত শেষ হোৱাৰ পিছত দ্বিতীয় পৰ্য্যায় আৰম্ভ হয়। ঢুলীয়াই ঢোলত বিবিধ ছেওৰ চাপৰ মাৰে। সেই অনুক্ৰমে নাচনীসকলে নাচি যায়। কৃষিমূলক ঢোলৰ ছেওত—তাঁত বোৱা, ধান সিঁচা, ভুঁই ৰোৱা, মাছ মৰা ইত্যাদি বিবিধ দৃশ্যাৱলী প্ৰকাশ কৰা হয়। ঢোলৰ ছেও অনুযায়ী নৃত্য ভংগীমা, পাদচালনা, হাতৰ মুদ্ৰা পৰিবৰ্ত্তন হৈ থাকে। প্ৰতিটো ঢোলৰ ছেওৰ লগত নৃত্য ভংগীমাও সুকীয়া সুকীয়া। মূল দৃশ্য-নৃত্যৰ ( Scene dance ) শেষ হ'লে তাতে এটি অধ্যায় পেলোৱা হয়। ঢোলত মৃদু কঁপনি তুলি পৰ্ব সামৰণিৰ ইংগিত দিয়াৰ লগে লগে নাচনীয়ে আগলৈ কোঁজা হৈ, হাত দুখন মণি-বন্ধতে পূৰণ চিহ্নৰ দৰে দুভাগ কৰি আঙুলি কেইটা কঁপাই তোলে। ইয়াতে দ্বিতীয় পৰ্বৰ সামৰণি পৰে। আন তৃতীয় পৰ্ব আৰম্ভ ইয়াৰ পিছতেই। তৃতীয় পৰ্ব সাধাৰণতে সামৰণি অংশ হিচাপে পৰিব। এনে সমষ্টিগতভাৱে 'পৰিকল্পীয়া' ছেওত এই সামৰণি

পৰ্ব থাকে। কৃষ্টিমূলক নৃত্যত বিষয়বস্তু অনুযায়ী নাচনীৰ সংখ্যা ৪, ৬, ৮ গৰাকীও হ'ব পাৰে। পুৰুষ নাচনিও এই নৃত্যত অংশ গ্ৰহণ কৰিব পাৰে।

ভাওনা (মিচিং ভাষাত 'ব্যউনা') নৃত্যত কৃষ্টিমূলক নৃত্যৰ দৰে বিবিধ প্ৰকাৰৰ, বিষয়বস্তু বৈচিত্ৰ্যময় আৰু ডেকা-গাভৰু উভয়ে নাচিব পাৰে। সম্ভৱতঃ কৃষ্টিমূলক নৃত্যবোৰ চলি থকা সময়তে অসমীয়া ভাওনাৰ আহিত কিছু নৃত্যৰ অনুকৰণ কৰি মিচিং নাচৰ অন্তৰ্ভুক্ত কৰা হয়—সেই কাৰণে এনেবোৰ নৃত্যক বাউল্লাং বা ভাওনা, বুলি কোৱা হয়। ভাওনাটো যোজনা গীত, মূল নৃত্য ভাগ আৰু সামৰণি এই তিনিটা পৰ্য্যায় বা পৰ্ব থাকে। ভাওনা নৃত্যৰ বিষয়বস্তু (যেনে-যুদ্ধ কৰা, সাপ নচুৱা) মিচিংকৃষ্টিৰ বাহিৰৰো হ'ব পাৰে।

ভাওনা নৃত্যবো পাদচালনা আৰু হাতৰ মুদ্ৰাৰ বিভিন্ন প্ৰকৃতিৰ ছোঁৱা দেখা যায়। এইবোৰৰ বাদেও অসমীয়া বিহু গীতৰ লগত নচা নৃত্যগীতো আছে। সিবিলাক প্ৰকৃততে মিচিং সমাজৰ নৃত্যগীত নহয়। চুবুৰীয়া অসমীয়া বিহু নৃত্যক অনুকৰণ কৰা নৃত্যহে। এইবোৰও গীত আৰু নৃত্য সমানে গতি কৰে। সুকীয়া ঢোলৰ ছেও আৰু নৃত্য নাই।

মিচিং নৃত্যৰ উল্লেখযোগ্য কথা হ'ল—নাচনীয়ে নাচিবৰ পৰত কোনো গীত নাগায় অথবা বচন নামাতে। সৰ্বসাধাৰণতে ছোৱালীয়েই নৃত্য কৰে যদিও নৃত্যৰ বিষয়বস্তু অনুযায়ী ডেকাও নৃত্যত অংশ গ্ৰহণ কৰিব পাৰে।

"স্মৃতিগ্ৰন্থ চিন্তুং" (সম্পাদক [illegible]-শাহাৰী) ১৯৮৬ চনত প্ৰকাশিত গ্ৰন্থ।

# মিচিং বাদ্য যন্ত্ৰ

## নাহেন্দ্ৰ পাদুন

আন আন জনজাতিৰ দৰে মিচিং সকলেও বিবিধ বাদ্য যন্ত্ৰ সংগত কৰি লোকগীত চৰ্চা কৰা দেখা যায়। মিচিং লোক-গীতত ব্যৱহাৰ কৰা বাদ্যযন্ত্ৰবোৰক মাইকৈ চাৰিটা ভাগত ভগাব পাৰি—ঘাট যন্ত্ৰ, সুষিৰ বা ফু যন্ত্ৰ, ঘন যন্ত্ৰ আৰু আনদ্ধ।

॥ বাদ্য যন্ত্ৰ ॥

ঘাটযন্ত্ৰৰ ভিতৰত দুম্‌দুম্‌ (ঢোল), দেন্দুম্‌, তক্‌তক্‌ (টকা) ইত্যাদিয়েই প্ৰধান। গীতৰ তাল ৰক্ষা কৰিবলৈ মানুহে চাপৰি বজায় নাইবা ভৰিৰ আগডোখৰ দাণ্ডি দাণ্ডি মাটিত খোজ মিলাই যায়। আদিম মানুহৰ ক্ষেত্ৰতো আনন্দত জপিওৱা, নচা বা হাতৰ অংগীভংগীৰপৰাই তাল জ্ঞানৰ উৎপত্তি হৈছে বুলি পণ্ডিত সকলে ক'ব খোজে। তেনেকৈ ক্ৰমান্বয়ে বাঁহ, কাঠ আদিত টুকুৰিয়াই তাল মিলোৱাত এসময়ত সেইবোৰ বস্তুক বাদ্য হিচাপে ব্যৱহাৰ কৰিলে। মিচিং সকলে ঢোলৰ ব্যৱহাৰ কৰা আগতে সম্ভৱতঃ এই ধৰণৰ তালযন্ত্ৰ 'দেন্তক্‌' আৰু 'দেন্দুন্‌' বা 'তিনুতং' ব্যৱহাৰ কৰিছিল। দেন্তক্‌ হ'ল চুৰুং নামৰ এবিধ ডাঙৰ আকৃতিৰ বাঁহৰ চুঙা। বাঁহৰ পাবটোৰ দুমুৰে থকা গাঠি কাটি দিয়া হয়। দুমুৰে খোলা এই বাঁহৰ চুঙাটি পেটত ৰাখি এডাল মাৰিৰে কোবায়। এইদৰে কোবাই থাকোঁতে এবাৰ আগলৈ এবাৰ পিচলৈ আনি পেটত স্থাপন কৰিলে ঢোলৰ দৰে বিভিন্ন মাত উলিয়াব পাৰি। কোনো কোনো মিচিং গাঁৱত এতিয়াও এই ধৰণৰ দেন্তক্‌ ব্যৱহাৰ কৰি বিহু কৰে। বিশেষকৈ পথাৰত বা ভুঁই তলিত (য'ত সচৰাচৰ ঢোল পেঁপা বজাব নোৱাৰি অৰ্থাৎ ধানৰ থোক ওলাবৰ সময়ত ঢোল পেঁপা বজালে ধান পতান হয় বুলি বিশ্বাস (taboo) আছে) গৰখীয়া ডেকা ল'ৰাই দেন্তকেৰে বিহু কৰে। দেন্দুন্‌ বা তিনুতং তেনেকুৱা এবিধ বাদ্য যন্ত্ৰ। যেগেলা ফুলৰ ঠাৰি আনি খোজ চাঙত শুকুৱাই ৰখা হয়। শুকাই যোৱাৰ পিছত

তাৰ ওপৰৰ বাকলিৰপৰা দুফালে বাঁহৰ নিচিনাকৈ উলিয়াই আনি দুমুৰে বান্ধি দিয়া হয়। তেনেকৈ প্ৰায় এফুট দীঘলৰ সহ বাৰটা-মান উলিয়াই একেলগে বান্ধি তাৰ দুমুৰত এডাল গোটা মাৰি সুমুৱাই দিয়ে যাতে ওপৰলৈ উলিয়াই অনা বাকলিছটাৰপৰা শব্দ হয়। তাৰে এপিঠিত দুডাল খৰিকা দিয়া হয় আৰু আনটো পিঠি উকাকৈ ৰাখে। খৰিকা দিয়াৰ ফালে মাৰিৰে আঘাত কৰে, আনটো পিঠিত আঙুলিৰে ৰেপ দিয়ে। এইদৰে ঢোলৰ বিভিন্ন ছেও আৰু তাল দেন্দুনতো বজাব পাৰি। দেন্দুনৰ মাত ঢোলতকৈ অধিক শুৱলা।

মিচিং ঢোল অসমীয়া ঢোলৰ দৰে। ঢোলৰ ব্যৱহাৰ মিচিং-সকলে কেতিয়াৰপৰা কৰিলে তাৰ একো উমান পোৱা নাযায়। আগতে দেস্তক্‌ৰ দৰে বাঁহৰ চুঙাত নাইবা ফোঁপোলা কাঠৰ খোন্দত দুমুৰে পুহুৰ ছাল দি ঢোল হিচাপে ব্যৱহাৰ কৰাৰ কথা মিচিং বয়োবৃদ্ধসকলে উল্লেখ কৰে। মিচিমি আৰু আঁকাসকলে এতিয়াও এনে ধৰণৰ পহুছাল দিয়া সৰু ঢোল ব্যৱহাৰ কৰে। বৰ্তমানে মিচিংসকলে ব্যৱহাৰ কৰা ঢোল মুচীয়াৰে তৈয়াৰ কৰা। সম্ভৱতঃ অসমত বেলেগ বেলেগ জাতিৰ সংমিশ্ৰণত বৰ্তমানে উন্নত ধৰণৰ ঢোল ব্যৱহাৰ কৰা হৈছে।

তাল ৰক্ষা কৰিবলৈ ব্যৱহাৰ কৰা আন এবিধ বাঁহৰ যন্ত্ৰ হৈছে তক্‌তক্ বা টকা। ইয়াক তালমাৰি বুলিয়েই ক'ব পাৰি। বড়ো-কছাৰীসকলে একে ধৰণৰ টকা ব্যৱহাৰ কৰে। শদিয়া আৰু নামাচাইৰ ওচৰৰ কেইখনমান গাঁৱত এপাত চেপেটা বাঁহৰ মাৰি মাজ ভোখৰত ভাঁজ কৰি ( চেপেনাৰ দৰে ) হাতৰ তলুৱাত কোবোৱা তালমাৰি ব্যৱহাৰ কৰে।

॥ সুষিৰ যন্ত্ৰ ॥

সুষিৰ বা ফুঁ-দি বজোৱা যন্ত্ৰৰ ভিতৰত দুম্পেপ, আজুক্ তাপুং, গন্‌গনাং বা গুংগাং, কুদ্লি, পেম্পা, তুলুং, পিঃলি এই-বিলাকেই প্ৰধান।

দুম্পেপ দুবিধ আছে। এবিধ বজাল বাঁহেৰে সজা। বজাল বাঁহৰ পাৰ এটা এমুৰে ফুঁ দিব পৰাকৈ খোলাকৈ ৰাখি আনটো গাঁঠিলৈ দুফাল কৰি ফালি দিয়া হয়। তাক [illegible]

দিলে হৰিণা পোৱালীৰ দৰে মাত ওলায়। এই দুম্পেপত বিভিন্ন ধৰণৰ মাত লোলায়। মাত্ৰ চিকাৰীয়ে এইবিধ ব্যৱহাৰ কৰে। আন বিধ দুম্পেপ কেঁচা জাতি বাঁহেৰে সজা, দুমুৰে এচলীয়াকৈ কাটি ভিতৰৰ বেলুনৰ দৰে পাতল চামনিখিনি ৰাখি দিয়া হয়। তাৰে এমুৰত মুখ দি গীত গালে মাতবোৰ কঁপি উঠে।

সাপৰুৱাই বজোৱা পেঁপাৰ দৰে শুকান লাউৰ খোলাৰ এমুৰত চাবিটাকৈ বিন্ধা থকা পেঁপাক আজুক্ তাপুং বুলি কোৱা হয়। এইবিধ পেঁপাৰ ব্যৱহাৰ এতিয়া মিচিং সমাজত ক্ৰমে নাইকিয়া হৈ আহিছে। ইয়াক বজালে সাপ ঘৰলৈ আহে বুলি কৰা বিশ্বাসৰ ফলতেই ইয়াৰ ব্যৱহাৰো নাইকিয়া হৈছে। গুংগাং বা গন্‌গনাং অৰ্থাৎ গগনা বাঁহেৰে সজা এটা সৰু বাদ্য-যন্ত্ৰ। অসমত গগনাৰ ব্যৱহাৰ তিব্বত বৰ্মীসকলৰপৰা অহা বুলিব পাৰি। বড়ো আৰু নেপালীসকলৰ মাজতো গগনাৰ ব্যৱহাৰ আছে। গগনা ওঁঠত দি মুখৰ উশাহ ভিতৰলৈ আৰু বাহিৰলৈ টানি আঙুলিৰে লাৰি মাত উলিওৱা হয়। মিচিংসকলে দুই ধৰণৰ গগনা ব্যৱহাৰ কৰা দেখা যায়। এবিধ সচৰাচৰ ব্যৱহাৰ কৰাৰ দৰে আঙুলিৰে লাৰি বা টুকুৰিয়াই বজোৱা হয় আৰু আনবিধ ৰচি লগাই তাক টানি টানি বজোৱা হয়। দুয়োটাৰে আকৃতি কিছু পৃথক। নেপালী গগনা ধাতুৰে সজা আৰু ইয়াক দাঁতৰ ফাঁকত ৰাখি বজোৱা হয়। ওঁঠত ৰাখিলে শব্দ নহয়। এইবিধ গগনাও মিচিংসকলে বজোৱা দেখা যায়।

গগনাৰ মাত মিহি আৰু ছন্দময়। মিচিং গাভৰুৱে গগনা বজোৱা জনাটো যৌৱনৰ এক আনুষঙ্গিক কলা বুলি গণ্য কৰে। প্ৰিয়জনক গগনাৰে মনৰ গোপন কথা ব্যক্ত কৰিব পৰাটো মিচিং গাভৰুৰ পাৰদৰ্শিতাৰ পৰিচায়ক। এতিয়া জীয়া ভৰলী অঞ্চলৰ মিচিং গাভৰুসকলে গগনাৰে কথা পাতিব পাৰে। কথা চহকী বাগ্মনীৰ জাত লবোৱা মাৰি চুপ কৰি গগনা তৈয়াৰ কৰিলে বেছি শুৱলা আৰু মাত ওলায় বুলি ভাবে।

দীঘলীয়া সৰু বাঁহৰ চুঙাত ছটাকৈ সৰু ছিদ্ৰ কৰি সুৰ উলিওৱা বাদ্য যন্ত্ৰ হৈছে কুন্দুলি বা বাঁহী। কুন্দুলি দুবিধ পথালিকৈ আৰু আনবিধ থিয়কৈ ৰাখি ফু দিয়ে। তাক ক্ৰমে

কাত্‌পং আৰু তুংতক্‌ কুৰুলি বোলে। কুৰুলিৰ ছটা বিন্ধাৰ প্ৰান্তটোতেই সুকীয়া সুকীয়া মাত ওলায়। বাঁহীৰ সুৰ খৰ কৰুণ। অই নিঃতম্‌ বা কাবানৰ সুৰকেই মিচিং ডেকাই বাঁহীত বজায়। গাভৰুৱে গগনাৰে অন্তৰৰ বাৰ্তা যেনেকৈ দিয়ে ডেকায়ো নিশা গাঁৱত ফুৰিবলৈ যাওঁতে বাঁহীৰ কৰুণ সুৰ তুলি মৰমী-জনীক আগমনৰ বাৰ্তা দিয়ে।

পেম্পা বা পেঁপা মহৰ শিঙেৰে তৈয়াৰ কৰা। ইয়াৰ সৰু মুৰৰ ফালে বাঁহীৰ দৰে চাৰিটা ছিদ্ৰ থকা এটা বাঁহৰ নলী আৰু তাৰ মুৰত নলৰ জিভা থকা চুপাহি এটা দিয়া হয়। চুপাহিত ফু দিলে মাত ওলায় আৰু সেই মাত ছিদ্ৰ চাৰিটাত আঙুলি দি নিয়ন্ত্ৰিত কৰে। পেম্পাৰ সুৰ খৰ গতিৰ। সাধাৰণতে ইয়াক বিহু আৰু ৰং খেমালিৰ উৎসৱত বজায়।

পেম্পাৰ আকৃতিৰ দৰে আৰু এবিধ বাদ্য যন্ত্ৰ আছে। তাক তুংলু বুলি কোৱা হয়। মহৰ ডাঙৰ শিঙৰ সৰু ফালটো বিন্ধা কৰি ফু দিলে মাত ওলায়। ওৰাং জনজাতি সকলে এই ধৰণৰ মহৰ শিঙৰ পেঁপা বিয়াত বজায়। বাঁহৰ চুঙাৰে তুংলু তৈয়াৰ কৰা হয়। এই দুয়োবিধ বাদ্যযন্ত্ৰক যুদ্ধত শত্ৰু আক্ৰমণৰ ইংগিত দিবলৈ নাইবা খেতি পথাৰত বনৰীয়া হাতী মহ খেদিবলৈ বজায়। ইয়াক ৰণ শিঙা বুলিব পাৰি।

॥ ঘনযন্ত্ৰ ॥

ধাতুৰে নিৰ্মিত বাদ্যযন্ত্ৰ কম। লাঃনং, ৰাৰ্‌ৱাং বা মাৰ্‌ৱাং আৰু এবিধ দেওঘণ্টা নামৰ বাদ্যযন্ত্ৰ পোৱা যায়। লাঃনং বৰ-কাঁহ আৰু হঁকাৰৰ দৰে মাজডোখৰ ঘুৰণীয়া, ওখ আৰু চাৰিও-কাষে ভিতৰলৈ ভাঁজ খোৱা। মাৰৱাং কাঁহীৰ দৰে। এই দুয়োটাকে বিন্ধা দি বাহিৰে ওলোমাই কাপোৰ মেৰিওৱা এডাল মাৰিৰে কোবায়। আলিয়াই লৃগাং উৎসৱৰ বিহুত ইয়াক বজোৱা হয়। কাৰোবাৰ ঘৰত "দাঃঙাং" (বিশেষভাৱে আমন্ত্ৰিত ডেকা-গাভৰুৱে কৰা লৃগাং বিহু) হ'লে লাঃনং আৰু মাৰ্‌ৱাং কোবায়।

লাঃনং আৰু মাৰ্‌ৱাং সাধাৰণ বাদ্যযন্ত্ৰ হিচাপে ব্যৱহাৰ নকৰে। ইয়াক ধৰ্মীয় অনুষ্ঠানৰ লগত জড়িত উৎসৱতহে ব্যৱহাৰ

কৰে।' কোনো কোনো ঠাইত যবৰ মৃত্যু হ'লে জাতিসং আৰু যাং কোবায়। সেই কাৰণে ইয়াক পৈত্ৰিক সম্পত্তি হিচাপে বংশ পৰম্পৰা অনুসৰি সংৰক্ষণ কৰে।

দেওঘণ্টা এবিধ সৰু টিলিঙা ঘণ্টা। মিবুয়ে আঃধাং গীত গাবৰ সময়ত ইয়াক বজায়। কোনো কোনো ঠাইত মঙল চাওঁতে বজায়। মিবুয়ে যোগীৰ আৰোগ্যৰ বাবে 'য়াল' (আত্মা) মাতি গোৱা গীতৰ লগতো এই ঘণ্টা বজোৱা দেখা যায়।

ধাতুৰে নিৰ্মিত বাদ্যযন্ত্ৰৰ ভিতৰত 'য়ক্চা'কো (মিবুয়ে ব্যৱহাৰ কৰা এবিধ দীঘল তৰোৱাল) ধৰিব পাৰি। 'য়ক্চা'ৰ নালৰ গুৰিত কেইচটামান ক'হৰ পাত থাকে। মিবুয়ে গীত গাওঁতে গীতৰ তালে তালে য়ক্চা জোকাৰি খঞ্জৰিৰ দৰে শব্দ কৰে।

ওপৰত উল্লেখ কৰা ধাতুৰ এই বাদ্যযন্ত্ৰবোৰ সাধাৰণতে ধৰ্মীয় অনুষ্ঠানতহে ব্যৱহাৰ কৰা দেখা যায়। এই বাদ্যযন্ত্ৰবোৰ ক'ৰপৰা অনা হৈছে সেয়া লক্ষ্য কৰিবলগীয়া। উত্তৰ পূব অঞ্চলৰ জনজাতি পাঃদাম্ঃ মিএঃ বৰি, অ'কা সকলৰ মাজতো এইবোৰৰ ব্যৱহাৰ দেখা যায়। তিব্বতী লোকসকলে ভোৰতাল ব্যৱহাৰ কৰে। দেওঘণ্টাৰ ব্যৱহাৰো তেওঁলোকে কৰে।' ছেৰদুক্পেন, আৰু মন্পা সকলেও দেওঘণ্টা ব্যৱহাৰ কৰা দেখা যায়। উত্তৰ পূব অঞ্চলৰ জনজাতিসকলে ধাতুৰে নিৰ্মিত বাদ্যযন্ত্ৰ নিজে তৈয়াৰ কৰি লোৱাৰ প্ৰমাণ নাই। সম্ভৱতঃ এইবোৰ তিব্বতৰপৰা বৌদ্ধ ধৰ্মাৱলম্বী মন্পা (ছেৰ্দুক্পেন্) সকলৰ জৰিয়তে অসমৰ উত্তৰাঞ্চলৰ জনজাতিৰ মাজলৈ আমদানিকৃত হৈছে। সাংস্কৃতিক দিশত মিচিংসকল উত্তৰ পূব সীমান্তৰ জনজাতিৰ লগত সম্পৰ্ক থকাৰ বাবেই এই বোৰ বাদ্যযন্ত্ৰ ব্যৱহাৰ কৰা দেখা যায়।

॥ আনদ্ধ ॥

জন্তুৰ ছালেৰে নিৰ্মিত বাদ্যযন্ত্ৰৰ ভিতৰত দুম্দুম্ (ঢোল) কেঁঃকুং (বীণ) আৰু দোতৰাই প্ৰধান। ঢোলক ঘাটযন্ত্ৰ বুলি কব পাৰি। বৰ্তমানে ব্যৱহাৰ কৰা ঢোলবোৰ অসমীয়া ঢোলৰ দৰে। বীণ নাৰিকলৰ খোলা, কাঠ বা বাঁহৰ চোঙাত গুইছাল দি তাৰ ওপৰত পাট বা 'কুগা' সূতাৰ খাঁছ দি বেপি বজোৱা

এবিধ বাদ্যযন্ত্ৰ। দোতৰা নামনি অসমত প্ৰচলিত দোতৰাৰ সৈতে একে। দোতৰাৰ ব্যৱহাৰ মিচিংসকলৰ মাজত অৰ্বাচীন যেন লাগে। ইয়াৰ মিচিং শব্দও পোৱা নাযায়। ইয়াক টোকাৰী বুলিয়েই কোৱা শুনা যায়।

ওপৰত উল্লেখ কৰা মিচিং লোক গীতৰ বাদ্য-যন্ত্ৰবোৰ উচ্চাঙ্গ সঙ্গীতত সঙ্গত কৰিবৰ কাৰণে উপযুক্ত নহ'ব পাৰে, কিন্তু এইবোৰ যে সকল মিচিং লোক শিল্পীসকলৰ আপুৰুগীয়া সম্পত্তি তাক অস্বীকাৰ কৰিব নোৱাৰি।*

---

*জনজা, অক্টোবৰ, ১৯৭০।

# মিচিং বাদ্য-যন্ত্ৰৰ পৰিচয়

টঙ্কেশ্বৰ লইং

মিচিংসকলৰ লৌকিক আৰু ধৰ্মীয় আচাৰ অনুষ্ঠানসমূহ অধ্যয়ন কৰি ইবিলাকৰ প্ৰাচীনতাৰ বিষয়ে অনুসন্ধান কৰিলে দেখা যায় যে, তেওঁলোকে অতীজৰে পৰাই সহজ সৰল আৰু ধৰ্মপ্ৰাণ প্ৰকৃতিৰ লোক। অতীত কালত পাহাৰত বাস কৰা অৱস্থাত তেওঁলোকৰ ধৰ্মটো কিছুমান দেওপূজা আৰু লৌকিক আচাৰ অনুষ্ঠানৰ মাজতে আৱদ্ধ আছিল। তেওঁলোকৰ ধৰ্মত ভৈতিয়া আজিৰ দৰে হিন্দু ধৰ্মৰ প্ৰভাৱ পৰা নাছিল। সেই সময়ৰ পৰাই তেওঁলোকৰ দেওপূজাৰ লগতে উৎসৱ অনুষ্ঠান আদিও জড়িত হৈ অহা দেখা যায়। গতিকে পাহাৰত থকা দিনৰ পৰাই তেওঁলোকৰ উৎসৱ অনুষ্ঠান আদিত নৃত্য-গীতবো প্ৰচলন হৈ আহিছে। সেই নৃত্য-গীতৰ আনুষঙ্গিকৰূপে তেওঁলোকৰ মাজত নানান বাদ্য-যন্ত্ৰৰ ব্যৱহাৰ হৈ আহিছে। অৱশ্যে সেইবিলাক বাদ্য-যন্ত্ৰৰ বহুখিনি আজিৰ মিচিং সমাজত প্ৰচলন হৈ থকা নাই। কাৰণ গতিশীল জগতৰ লগত আগুৱাই আহি থাকোঁতে সেইবিলাক বাদ্য-যন্ত্ৰৰ আদিম বিশ্বাস আদিৰ দৰেই সংস্কাৰ ঘটিছে। উদাহৰণ স্বৰূপে আদিম "দুম্পাক," "আজুক," "তাপুং", "দেন্দুন" আদি বাদ্য পৰোক্ষ বা প্ৰত্যক্ষ ভাৱে ক্ৰমান্বয়ে পিচৰ যুগত "ঢোল", "পেপা", "টোকাৰী" আদি বাদ্যলৈ ৰূপ সলোৱাৰ কথা কব পাৰি। আধুনিক জগতৰ বতাহে কোবাই বোৱাৰ আগমুহূৰ্ত্তলৈকে মিচিংসকলৰ মাজত যিবিলাক বাদ্য-যন্ত্ৰৰ প্ৰচলন হৈ আছিল, ইবিলাকৰ বিষয়ে ইয়াত এটি চমু আলোচনা দাঙি ধৰা হ'ল।

মিবু মকৃচা :—মিচিংসকলে দেওধাইক 'মিবু' আৰু দেওধাইৰ জনোৱালোকক 'মক্‌চা' বুলি কয়। তেওঁলোকৰ মাজত কব [illegible] কাৰণে পৰা দেওধাই নৃত্যৰ প্ৰচলন হৈ আহিছে। নৃত্যৰ দেওধাই [illegible] [illegible] [illegible] পৰা চাং চং শব্দ হয়। সেই

চৰং চৰং শব্দৰ লগতে তাল মিলাই নৃত্য কৰা হয়। গতিকে মিৰু সকলৰ মুগ্‌চাখনকো মিচিং বাদ্য যন্ত্ৰৰ আদিম স্তৰটোত এবিধ বাদ্য ৰূপে লব পৰা যায়।

দুম্পাগ্‌ ঃ—গৰখীয়া ল'ৰাই ভাদমহীয়া কুমলীয়া বাঁহৰ একোটা পাৰ কাটি লৈ তাৰে দুম্পাগ্‌ নামৰ এবিধ বাদ্য কৰি বজাই ফুৰা আজিও কোনো কোনো মিচিং অঞ্চলত দেখা পোৱা যায়। এই 'দুম্পাগ্‌' বাদ্যটোৰেই হেনো মিচিংসকলে পাহাৰত থাকোতে 'গুম্‌ ৰাগ্‌' নৃত্য কৰিছিল। তেওঁলোকৰ ধৰ্মৰ লগত উক্ত নৃত্যৰ নিবিড় সম্বন্ধ আছে। কিন্তু ভৈয়ামত আহি বৌতিয়া তেওঁলোকৰ 'ঢোল' নামৰ বাদ্যত উক্ত ছেও 'দুম্পাগ্‌'তকৈও সুন্দৰ ৰূপত ফুটাই তুলিব পাৰিলে, হয়তো তেতিয়াই দুম্পাগ্‌ বাদ্য তেওঁলোকৰ মাজত অচল টকা হৈ পৰিল।

লানং ঃ—কাঁহ জাতীয় বাদ্যক মিচিং ভাষাত 'লানং' বুলি কোৱা হয়। লানং তিনি প্ৰকাৰৰ 'মাৰ্বাং', লালং' আৰু 'ৰালি'। তিনিওবিধ লালঙৰ গঠন প্ৰণালীৰ তাৰতম্য লক্ষ্য কৰা যায়। নিজকে প্ৰতিষ্ঠিত গোত্ৰৰ মিচিং বুলি চিনাকি দিবলৈ হ'লে বংশত থকা লানংখনেও মিচিং মানুহক কম সহায় নকৰে। এই লালং জাতীয় বাদ্য বহু পুৰণা। অৱশ্যে পাহাৰৰ পৰা ভৈয়ামলৈ আহোঁতে তেওঁলোকে লগত লাংনং লৈ আহিছিলনে নাই এই কথা খাটাংকৈ কৰ পৰা হোৱা নাই। এটা গোত্ৰৰ লালং অইন এটা গোত্ৰৰ লোকে নিজৰ সম্পত্তি হিচাপে ব্যৱহাৰ কৰিব নোৱাৰে বুলি মিচিং সকলৰ মাজত এটা জনবিশ্বাস আছে। নিম্নলিখিত কাৰণসমূহত লানঙৰ ব্যৱহাৰ দেখা যায়।

(ক) গাঁৱৰ কোনো মুখীয়াল মানুহৰ মৃত্যু ঘটিলে মৰাঘৰে লালং বজায়। গাঁৱৰ আৰু দূৰ দূৰণিৰ মানুহবো লালঙৰ শব্দ শুনি মৃতকক সংকাৰ কৰিবলৈ আহে।

(খ) 'গুম্‌ৰাগ্‌' নৃত্য য'ত কৰা হয়, সেই নৃত্যত লালং বজোৱা হয়।

(গ) গাঁৱৰ জৰুৰী বিষয় আলোচনা কৰিবলৈ অৰ্থাৎ মিচিং ভাষাত 'কেবাং' (সভা) বহুৱাবলৈ হলে লালং বজায়। লালঙৰ

মাত শুনিলেই প্ৰত্যেক ঘৰৰে মুখীয়াল লোকজন কাৰাঙত যোগদান কৰেহি।

এজুগ্ তাপুং :—সাপ লৈ ফুৰা অথৰী সকলে যিটো পেঁপা বজাই সাপ নচুৱাই ফুৰে, মিচিংসকলৰ এজুগ্ তাপুংও তেনেকুৱা গঢ়ৰে ভিতালাউৰ খোলা দি কৰা এবিধ পেঁপাই। এই বস্তুটো তেওঁলোকৰ মাজৰ পৰা বৰ্তমান সম্পূৰ্ণই লোপ পাইছে। ই এটা জনশ্ৰুতিৰ সমল হৈ পৰিছে মাথোন। তেওঁলোকৰ বিবাহ অনুষ্ঠানত (দৰা আদৰা, কন্যা আদৰা আদিত) আৰু বিশেষকৈ সন্মানীয় ব্যক্তিসকলক সমাজলৈ আদৰি আনোতে এজুগ্ তাপুং বজোৱা হৈছিল।

পাহাৰৰ পৰা নামি আহোঁতে তেওঁলোকে এজুগ্ তাপুংকো এবিধ মূল বাদ্য যন্ত্ৰ হিচাপে লৈ আহিছিল বুলি কোৱা শুনা যায়। পিছৰ যুগত ভৈয়ামত হয়তো ম'হৰ শিঙৰ পেঁপাই এজুগ্ তাপুঙৰ ঠাই দখল কৰিলে।

গুংগাং :—গগনাক মিচিং ভাষাত গুংগাং বুলি কয়। গগনা এবিধ বাদ্য ৰূপে অসমৰ মঙ্গোলীয়ান জনগোষ্ঠীৰ ভিতৰুৱা প্ৰায় সকলোবিলাক জাতি উপজাতিৰ মাজতে প্ৰচলন কৰা দেখা যায়। মিচিংসকলৰ সমগোত্ৰীয় লোক আবৰসকলৰ মাজতো গুংগাঙৰ প্ৰচলন আছে। মিচিংসকলৰ মাজতো অতীজৰে পৰা গুংগাং বজোৱা প্ৰথা চলি আহিছে। একসময়ত মিচিং ডেকা-গাভৰুৰ আদৰৰ ধন আছিল গুংগাংখন। গুংগাঙেৰে প্ৰেমিক প্ৰেমিকাই পৰস্পৰে প্ৰেমালাপ কৰিছিল। গুংগাঙেৰে অই নিঃতম্ আৰু বিহু গাইছিল। তেতিয়াৰ দিনত প্ৰত্যেক ডেকা-গাভৰুৰ হাততে স্বহস্তে তৈয়াৰী একোখন গুংগাং আছিল। বৰ্তমান ক্ৰমান্বয়ে ইয়াৰ প্ৰচলন হ্ৰাস হৈ আহিছে।

ঢুমঢুম্ :—'ঢোল' নামৰ বাদ্যক মিচিংসকলে ভৈয়ামৰ কোন জাতিৰ সংস্পৰ্শত আহি লাভ কৰিছিল এই কথা থাটাংকৈ কব পৰা নাযায়। কিন্তু এইটো ঠিক যে, তেওঁলোকে ভৈয়ামতেই ঢোলক জাতীয় বাদ্য হিচাপে গ্ৰহণ কৰিছিল আৰু 'দুম্পাগ্'ৰ পৰিৱৰ্তে ঢোলেৰেই গুমৰাগ্ নৃত্যৰ কাৰ্য সমাধা কৰিছিল। পিচত এইবিধ বাদ্যই তেওঁলোকৰ আমোদ প্ৰমোদৰ প্ৰধান সমল হৈ পৰিল।

ঢোলৰ গঢ় এতিয়ালৈকে দুই প্ৰকাৰৰ দেখা গৈছে। দৰং জিলাৰ ভৰলী অঞ্চলৰ মিচিং সকলৰ ঢোলৰ গঢ়ৰ লগত উজনি অঞ্চলৰ ঢোলৰ গঢ়ৰ অলপ পাৰ্থক্য দেখা যায়। ঢোলৰ হেওৰ চাপৰ; সমূহৰ পাৰ্থক্য লক্ষ্য কৰা যায়।

মিচিং ঢোলবোৰ মুচীয়াৰক ছাবলৈ দিয়ে। তেওঁলোকৰ মাজত নিজে ঢোল ছাই লোৱা নিয়ম নাই। সাধাৰণতে চাম আৰু কঁঠাল কাঠেৰে ঢোলৰ খোলা তৈয়াৰ কৰা হয়। গৰু আৰু ছাগলীৰ ছালেৰে ছোৱা হয়।

'ঢোল' মিচিং ডেকা-গাভৰুৰ প্ৰাণ স্বৰূপ। বৰনৈৰ শুকান বুকত বাস কৰা তেওঁলোকৰ জীয়াই থকাৰ সমলখিনি বছৰি বান-পানীয়ে কাঢ়ি লৈ যায়, ভৰালত খাবলৈ নাই ভাত, তথাপি এসাজ খাই এসাজ লঘোনত থাকিও তেওঁলোকে দিনটোৰ কঠোৰ পৰিশ্ৰমৰ অন্তত বাতি ঢোলৰ চাপৰ মাৰি জীৱনৰ সকলো দুখ ক্লেশ পাহৰি যায়। ঢোলৰ মাতেই যেন মিচিং ডেকা-গাভৰুক প্ৰতিকূল পৰিবেশৰ মাজতো মৰি মৰি জীয়াই থাকিবলৈ প্ৰেৰণা যোগাইছে।

অকল মিচিং ডেকা-গাভৰুকে ঢোলৰ মাতে বৰনৈৰ মৰুময় নিৰ্জন বুকুত মৰি মৰি জীয়াই থাকিবলৈ প্ৰেৰণা যোগাইছে এনে নহয়, ল'ৰাৰ পৰা ডেকা, ডেকাৰ পৰা বুঢ়া আৰু সকলো বয়সৰ মিচিং তিৰোতাকে অৰ্থাহাৰৰ মাজতো বুঢ়া লুইতৰ পাৰত আনন্দৰ মাজত পৰস্পৰ মিলা-প্ৰীতিৰে বান্ধ খাই থাকিবলৈকো শক্তি আনি দিছে। মি'বু চৗনাম্' (দেওধাই নৃত্য) আৰু অই নিঃতম্ গাই কৰা নৃত্যৰ বাহিৰে বাকী প্ৰায় সকলো নৃত্যতে ঢোলৰ ব্যৱহাৰ অপৰিহাৰ্য্য। মিচিং ভাষাত ঢোলক 'দুম্ দুম্' বোলে।

তুতাপিঃ—মিচিং ঢোলৰ লগতে তালৰ সম্বন্ধ নিবিড় হৈ আহিছে। আধাসেৰৰ পৰা ১০।১২ পোৱালৈকে একযোৰা কাঁহৰ তালৰ ওজন। তালৰ মাতেহে মিচিং বিহুগান গম্ভগমীয়া কৰি তোলে। অসমৰ অন্যান্য সম্প্ৰদায়সমূহৰ বিহুত মিচিংসকলৰ দৰে সৰহীয়া আৰু ডাঙৰ তালৰ ব্যৱহাৰ দেখা নাযায়। ঢোলৰ হেঙৰ লগত তাল মিলাই বজোৱাটো এটা কৃতিত্বৰ বিষয়। তালক মিচিং ভাষাত "'তুতাপি' বুলি কোৱা হয়। ঢোলৰ লগতে তাল মিচিং নৃত্যৰ অন্যতম অপৰিহাৰ্য্য বাদ্য।

পেঁপা ঃ—ভৈয়ামত থকা বহুতো জাতি উপজাতিৰ মাজত শিঙা জাতীয় 'পেঁপা' এবিধ বাদ্য-যন্ত্ৰ হিচাপে প্ৰচলন থকা দেখা যায়। মিচিংসকলে ম'হৰ শিঙৰ পৰা তৈয়াৰ কৰা চোলাত বাহৰ নলা আৰু নল বা বাঁহৰ ধুৰি দি বোৱা পেঁপাক বিহুৰ অন্যতম বাদ্যৰূপে ব্যৱহাৰ কৰে। তেওঁলোকৰ পেঁপাৰ গঢ় আৰু সুৰৰ লগত অসমৰ অন্যান্য জাতি জনজাতিৰ পেঁপাৰ গঢ় আৰু সুৰৰ পাৰ্থক্য দেখা যায়। খুব সম্ভৱ ওপৰত উনুকিয়াই অহা এজনুগ্ তাপুণ্ডেই, ভৈয়ামত পেঁপাটো ৰূপ সলালে। ঢোল তালৰ পিচতেই মিচিং বিহুত 'পিলি' বা পেঁপাৰ স্থান।

কৰুতেৰ্ টকা ঃ—টকা এবিধ বিহুমূলক বাদ্য। টকাৰ ব্যৱহাৰো অসমৰ বহুতো জাতি, জনজাতিৰ মাজত থকা দেখা যায়। ৰড়ো সকলে গুৰি বাঁহেৰে সাজি লোৱা টকাৰ গঢ় ডাঙৰ। উজনি অসমৰ বিহু গোৱা অঞ্চল সমূহত প্ৰায় বিহুৱা সমাজৰ মাজতেই টকা জাতীয় বাদ্যৰ ব্যৱহাৰ দেখা যায়। মিচিং ডেকা-গাভৰুসকলে অই নিঃতম্ গাই বিহু মাৰোতে অঞ্চল বিশেষে টকাৰ ব্যৱহাৰ কৰা দেখা যায়। হাত চাপৰিৰ উন্নত সংস্কাৰণেই বোধহয় টকা। বৰ্তমান মিচিংসকলৰ মাজত ইয়াৰ ব্যৱহাৰ কমি আহিছে।

পুলি (বাঁহী) ঃ—এই বাদ্যটোৰ প্ৰচলনো মিচিংসকলৰ মাজত বহুদিনৰ আগৰে পৰা হৈ আহিছে। পিচে পাহাৰত থাকোতে মিচিংসকলে বাঁহী বজাইছিল নে নাই এই বিষয়ে স্পষ্টকৈ জনা নাযায়, অৱশ্যে কোনোৱে কেতিয়াবা বিহু মাৰোতে বাঁহী ব্যৱহাৰ কৰিলেও বৰ্ত্তমান ই মিচিং বিহুৰ অপৰিহাৰ্য্য অঙ্গ নহয়।

দেন্দুন ঃ—দেন্দুন্, এবিধ টোকাৰী বা বীণ জাতীয় বাদ্য। অতীতৰ মিচিংসকলৰ মাজত খুব সম্ভৱ ভৈয়ামৰ অসমীয়া সমাজত প্ৰচলিত গঢ়ৰ টোকাৰী বা বীণৰ প্ৰচলন নাছিল। অৱশ্যে যদি বীণ বা টোকাৰী মিচিংসকলৰ নিজা বস্তু নাছিল আৰু ইয়াৰ প্ৰচলন এতিয়া তেওঁলোকৰ মাজত বৰকৈ নাই, তথাপি আগৰ দিনৰ ডেকাসকলে [illegible] কৰিছে পৰা টোকাৰীৰ নিচিনা [illegible] বাদ্য [illegible] বজাইছিল। [illegible] 'দেন্দুন্', [illegible] বৰ্ত্তমান [illegible] মিচিং [illegible]

সুৰত টোকাৰী বজাব পৰা দেখা গৈছে। উত্তৰ লক্ষীমপুৰৰো স্থান বিশেষে মিচিং ডেকাই আজিৰ পৰত টোকাৰী বা বাঁহী হাত দিয়া দেখা যায়।

চুলুকী :—ই এবিধ গৰখীয়া বাদ্য। মাটি কলহৰ মুখটোত জন্তুৰ ছালেৰে মুচীয়াৰক এছাল ছোৱাই গৰখীয়াই ডিঙিত ওলোমাই লৈ বজাই ফুৰে। মাতটো শুনিবলৈ ভাল লাগে। পিচে ঢোলৰ দৰে তাত আটাইবোৰ নাচনী ছেও ফুটাই তুলিবলৈ টান হব পাৰে। উত্তৰ লক্ষীমপুৰ অঞ্চলত স্থান বিশেষে এই-বিধ বাদ্যই গৰখীয়াবোৰৰ মাজত প্ৰভাৱ বিস্তাৰ কৰা দেখা যায়। বস্তুটোৰ প্ৰচলন বৰ বেছি পুৰণি নহয় যেন লাগে।

বামতাল :—অসমৰ বৈষ্ণৱ ধৰ্মৰ ভিতৰুৱা কালসংহতিৰ গোসাই সকলে মিচিংসকলৰ মাজত 'পূৰ্ণভগীয়া বা অময়াভকীত' নামৰ এবিধ ভক্তি ধৰ্মৰ প্ৰচাৰ কৰাৰ কথা সকলোৱে জানে। সেই ধৰ্মত সুমুৱা ভকতসকলে বামতাল নামৰ এবিধ বাঁহৰ বাদ্য বজায়। সূৰ্য্যলৈ মুখ কৰি থকা চাৰিডাল বাঁহৰ চাৰিছটা বাঁহ লৈ এই বামতাল তৈয়াৰ কৰা হয়। ওপৰ খাপৰ ভকতসকলেহে সেইবোৰ বাঁহ চিনি পায়। পূৰ্ণভগীয়া ভকতসকলে তেওঁলোকৰ সেৱাত চাপৰি ধৰোঁতে বামতালৰ ব্যৱহাৰ কৰে, শুনিবলৈ ভাল লাগে।

জোনাই শামুকৰ খোলাত এছলা বাঁহলৈ ঘহঁনি খুৱাইয়ো তেওঁলোকে বামতালৰ লগত তাল মিলাই এবিধ বাদ্যৰ সৃষ্টি কৰি লোৱা দেখা যায়। 'টকাৰ' দৰেই ইয়াকো হাত চাপৰিৰ উন্নত সংস্কৰণ বুলিলে ভুল নহব বোধহয়। হাত চাপৰি বাই সোন-কালে ভাগৰি পৰাৰ বাবেই এইবোৰ বাদ্যৰ আৱিষ্কাৰ হৈছে।

আধুনিক বাদ্য সম্ভাৰ :—বৰ্ত্তমান যুগত মিচিং যুৱক-যুৱতীসকলৰ মাজত আধুনিক বাদ্য যন্ত্ৰসমূহে সমাদৰ লাভ কৰা দেখা গৈছে। কোনো কোনো অঞ্চলত হাৰমনিয়ম লৈ সুৰীয়া সুৰত নিতম্ বা গান গোৱা দেখা যায়। কোনো কোনো উন্নত অঞ্চলত তবলা আদি আধুনিক যুগৰ বাদ্য যন্ত্ৰ সমূহৰ প্ৰচলনো একো আচৰিত কথা নহয়। আধুনিক বাদ্য যন্ত্ৰসমূহ যদি কোনো কোনো গাঁৱত আহি সোমাইছেহি তথাপি সেইবোৰৰ প্ৰভাৱ এতিয়াও নগণ্য বুলিব লাগিব। অৰ্থ, শিক্ষা আৰু যান বাহনৰ অসুবিধাৰ

বাবেই আধুনিক জগতৰ লগত মিচিং সকলৰ সম্বন্ধ এতিয়া ঘনিষ্ঠ হব পৰা নাই আৰু সেয়েহে আধুনিক বাদ্য যন্ত্ৰসমূহৰ লগত পৰিচিত হবলৈ আজিও তেওঁলোকৰ সৌভাগ্য হোৱা নাই।

উপৰোক্ত আলোচনাটিৰে মিচিং সমাজত প্ৰচলিত বাদ্য যন্ত্ৰ সমূহৰ সামগ্ৰিক ৰূপ এটা ফুটাই তুলিবলৈ যত্ন কৰা হৈছে এনে নহয়, তাৰে সামান্য আৰু প্ৰাৰম্ভিক প্ৰচেষ্টা এটাহে মাথোন কৰা হৈছে।*

---

* ৰচনা, জুলাই ১৯৭০ চন।

# মিচিং সমাজত প্ৰচলিত চোলৰ হেও

## টংকেশ্বৰ লইং

শান্তি আৰু আমোদপ্ৰিয় মিচিংসকল অসমৰ আহোম যুগৰ প্ৰাৰম্ভৰ অলপ আগা-পিচাকৈ উত্তৰ পূৰ সীমান্তৰ চিয়াং অঞ্চলেদি ক্ৰমান্বয়ে ভৈয়ামলৈ নামি আহি উক্ত অঞ্চলৰ থলুৱা বাসিন্দা সকলৰ সৈতে মিলা-প্ৰীতিৰে বাস কৰিবলৈ লয়। এইদৰে তেওঁলোকে ভালেমান যুগ অতিক্ৰম কৰাৰ পিচত দেখা গল যে থলুৱা বাসিন্দাসকলৰ বহুতো আচাৰ-নীতি তেওঁলোকৰ মাজত সোমাই পৰিছে, তাৰ ভিতৰত অসমৰ 'বিহু সংস্কৃতি' তেওঁলোকৰ হাড়ে হিমজুৰে লগা বস্তু হৈ পৰিছে। এই বিহু সংস্কৃতি কেতিয়া কেনেকৈ ক'ৰ পৰা মিচিং সমাজে গ্ৰহণ কৰিলে, নতুবা, ই তেওঁ-লোকৰ লগতেই অহা বস্তু নেকি—এই বিষয়ে ভাবি চালে আমি ইয়াকে পাও যে, এই সংস্কৃতি পূৰ্বতে তেওঁলোকৰ নিজা নাছিল যদিও ইয়াৰ লগত খাপ খোৱা কিবা আমোদ প্ৰমোদৰ প্ৰথা নিশ্চয় তেওঁলোকৰ আদিম সমাজত প্ৰচলিত আছিল, যাৰ ফলত হয়তো কম দিনৰ ভিতৰতে, অতি সহজে উক্ত বিহু সংস্কৃতি তেওঁলোকৰ মাজত হাড়ে হিমজুৰে সোমাই পৰিল। বছৰৰ তিনি বিহু মিচিং সমাজে আন্তৰিকতাৰে পালন কৰে যদিও বিহু বুলিলে সাধাৰণতে মিচিং সমাজত আনন্দোৎসৱৰ কথাকে বুজে, কিন্তু গম্ভীৰভাৱে আৰু কম উলহ-মালহেৰে তেওঁলোকে কাতি বিহুৰ কাম সমাধা কৰে। মাঘ বিহুত ডেকাসকলৰ মৌজ থলীত বিহু পাতে। ইয়াৰ পিচত তিনি বিহুৰ ভিতৰত বৈশিষ্ট্যপূৰ্ণ ৰঙালী বিহুটিক তেওঁলোকে অতি উলহ মালহেৰে পালন কৰে। এই তিনি বিহুৰ উপৰিও ডেকা-গাভৰু উভয়ে মিলি বিভিন্ন কাৰণত হোৱা সমাজৰ বিভিন্ন আনুষ্ঠানিক উৎসৱ সমূহত আনন্দ কৰে; তেওঁলোকৰ ভাষাত কবলৈ গলে—বিহু পাতে।

দেখা যায় বিহু সংস্কৃতি কোন জাতিৰ অৱদান—এই বিষয় লৈ বিভিন্ন লোকৰ বিভিন্ন [illegible] [illegible] এই সংস্কৃতি

যি জাতিৰেই অৱদান নহওক, ই অসমৰ সমূহ খিলঞ্জীয়া অধিবাসী আৰ্য্য-অনাৰ্য্যৰ মিলনৰ স্বাক্ষৰ স্বৰূপ। এই সমূহ খিলঞ্জীয়া অধিবাসীৰ বিভিন্ন জাতিৰ অৱদানৰ অন্তত ই আজিৰ 'বিহু' ৰূপত গা কৰি উঠিছে। উদাহৰণ স্বৰূপে বিহুৰ অন্যতম বাদ্য পেঁপা (শিঙা) কোন জাতিৰ অৱদান সঠিককৈ কোৱা টান। দেউৰীৰ পেঁপাৰ সুৰ আহোমৰ পেঁপাৰ সুৰৰ লগত নিমিলে আৰু আহোমৰ পেঁপাৰ সুৰ মিচিঙৰ পেঁপাৰ সুৰৰ লগত নিমিলে। অথচ ইটো জাতিয়ে সিটোৰ পৰা পেঁপা বোৱা প্ৰথাটো শিকি লৈছে বুলি কোৱাটো এক জটিল সমস্যা। কাৰণ প্ৰত্যেক বিধ পেঁপা আৰু তাৰ সুৰৰ বেলেগ বৈশিষ্ট্য আছে। সেইদৰে বহাগ বিহুত হুঁচৰি গোৱা প্ৰথাটো 'হৰি উচ্চাৰি'ৰ অপভ্ৰংশ নে বসন্ত কালৰ মতলীয়া ৰাইজৰ গৃহস্থৰ পদূলিত ঘূৰি ঘূৰি হাউচ কৰি চেনেহ আশিস্ যচা প্ৰথা এটাৰ অনুসৰণৰ পৰা 'হৰি উচ্চাৰি' হৈ হুঁচৰি হ'লগৈ এইবোৰ কথাও ভাবিবলগীয়া। আনহাতেদি বিভিন্ন জাতিৰ ঢোলৰ ছেওবোৰো বেলেগ বেলেগ। কিছুমান ঠাইত মিচিং বিহুৰ প্ৰভাৱ এনেভাৱে পৰিছে যে ওচৰ ঘৰীয়া কলিতা আদি লোকেও বিহুমূলক ঢোলৰ ছেওবোৰ বজাওতে মিচিং সকলৰ অনুসৰণ কৰা দেখা যায়। সেই বুলি 'ঢোল' বাদ্যটো মিচিং সকলৰেই অৱদান বুলি কৰলৈ যোৱাটোও নিৰ্ভুল নহয়। তথাপি ঢোল মূলক বাদ্যৰ প্ৰাৰম্ভিক 'দুম্পাক্' বা 'দেন্তক্' নামৰ বাদ্য মিচিং সকলে ভাদমহীয়া কুমলীয়া বাঁহৰ পাৰৰ পৰা কৰি লোৱাৰ কথা উনুকিয়াব পাৰি। পিচত হয়তো সেই মিচিং 'দুম্পাক্'ৰ শবদৰ লহৰে ভৈয়ামৰ কোনোবা জাতিৰ অৱদান 'ঢোল' বাদ্যত সম্পূৰ্ণ সুন্দৰকৈ আত্মা প্ৰকাশ কৰিলে। ঠিক তেনেকৈয়ে পেঁপা, গগনা আদি বাদ্যৰ বেলিকাও, মিচিং সকলে অইন সমাজৰ পৰা ইবিলাক বস্তু ধাৰ কৰাৰ পৰিবৰ্তে তেওঁলোকৰ নিজা তেনে ধৰণৰ কিছুমান আদিম বাদ্য ভৈয়ামৰ বাসিন্দাসকলৰ সংস্পৰ্শত ক্ৰমে পৰিবৰ্তন আৰু পৰিবৰ্দ্ধন হৈছে বৰ্ত্তমান ৰূপ লৈছে বুলিব পাৰি। মিচিং সকলৰ ওচৰ ঘৰীয়া অন্যান্য সমাজ আৰু সংস্কৃতিতো মিচিং কৃষ্টি কলাৰ প্ৰভাৱ কিঞ্চিত হ'লেও নপৰাকৈ থকা নাই। গতিকে দেখা যায় 'বিহু সংস্কৃতি' অসমৰ খিলঞ্জীয়া সেইবাটোও জাতিৰ প্ৰাণৰ উম্ পাইহে টন ধৰি উঠিছে।

অদূৰ ভৱিষ্যতে এই সংস্কৃতিক জাতি ধৰ্ম নিৰ্বিশেষে সদৌ অসমবাসীয়ে বৰকুত সমূৰাই লব পাৰিলে ই আমাৰ অসমৰ সংহতিৰ মূল বাহন হৈ পৰিব।

বিহুৰ বাহন স্বৰূপে ঢোল, তাল, পেঁপা, বাঁহী, টকা, গগনা (গুংগা) এই বাদ্য কেইটাৰ ভিতৰত ঢোল তালেই হ'ল বিহুৰ অপৰিহাৰ্য্য বাদ্য। মিচিং বিহুত আজি কালি বাঁহী আৰু টকাৰ ব্যৱহাৰ কমেই দেখা যায়। বাদ্যৰ সহায় নোলোৱাকৈও বাতি সমনীয়া ডেকাই বা গাভৰুৱে অথবা ডেকা-গাভৰুৱে মিলি হাত চাপৰিৰেই বিহু মৰা প্ৰথা মিচিং অঞ্চলৰ কোনো কোনো ঠাইত এতিয়াও প্ৰচলিত হৈ আছে। সুস্থিৰ পৰিবেশৰ অভাৱত অৱশ্যে ইবিলাকৰ অপমৃত্যু ঘটি আহিছে।

ঢোল কেইবা প্ৰকাৰে আনুষ্ঠানিক উৎসৱত বাদ্যৰূপে ব্যৱহাৰ কৰা হয়। ইয়াৰ ভিতৰত ওজাপালি আৰু বিহু মূলক অনুষ্ঠানেই প্ৰধান। ওজাপালি অনুষ্ঠানত বজোৱা ওজাপালি বাদ্য মিচিং সমাজত কমেই চৰ্চা হয়।

## বিহু মুলক ছেও ঃ

(ক) নাচনী ছেও ঃ ঢুলীয়াই ঢোলত ৰগৰ তোলাৰ লগে লগেই লগৰ লগৰীয়াই বহাগ বিহুত যৌৱনৰ আবেগপূৰ্ণ সুৰেৰে হাই কিৰিলি মাৰি জুনা দিয়ে—

জোনৰে সাৰথি তৰা ;  
আমাৰে সাৰথি অ' কলীমতী  
ওলাই আহ ভিতৰৰ পৰা।

এই মধুৰ জুনা দিয়াৰ লগে লগেই ঢুলীয়াই নাচনী ছেও আৰম্ভ কৰে। এই ছেওত সাধাৰণতে এবাৰত দুজনীকৈ নাচনী নচুৱা হয়। ডেকা-গাভৰুৱে হিয়া উদিয়াই আনন্দ কৰাৰ এইটোৱেই চৰম মুহূৰ্ত্ত। নাচনী ছেওৰ অন্তত দীঘলীয়া ছেও মৰাৰ লগে লগেই বিহুতলী গহীন হৈ আহে।

(খ) দীঘলীয়া ছেও ঃ এই ছেওবোৰ একেটা ছেওকে বহুত বাৰ দোহৰা হয়। বিভিন্ন ধৰণৰ দীঘলীয়া ছেওসমূহে বিহু

তলীৰ আৱেশ বেলেগ কৰি পেলায়। মাজ ৰাতি দীঘলীয়া ছেও বাই নামৰ ৰাউচি জুৰি ডেকা-গাভৰু উভয়ে মিলি যেতিয়া বহাগ বিহুত ঘৰে ঘৰে বিহু গাই আহে, তেতিয়া সেই বিহুৱা-সকলৰ মধ্যৰ সৰুত মানুহেই শুই থাকিব নোৱাৰা হয়। কিয়নো ঢোল, তাল আৰু নামৰ ত্ৰিসুৰে ৰাতিৰ পৰিবেশত সুৰৰ মাধুৰ্য্যও বঢ়াই তোলে। তেতিয়া যৌৱনৰ আবেগপূৰ্ণ কোনো আত্মাই শান্তিৰে শুই থাকিব নোৱাৰে। অজানিতে পুলকময় স্বৰ্গীয় বেদনাত সৰ্বশৰীৰ কঁপি উঠে। এই ছেও বাওঁতে ডেকা-গাভৰু আটায়ে মিলি এটা বৃত্তাকাৰ পৰিবেশত ঘূৰি ঘূৰি নাচি হাউচ কৰে।

(গ) খঁৰা ছেও : দীঘলীয়া ছেওৰ অন্তত বিহুৱাসকল প্ৰায় ভাগৰি পৰে। তেতিয়া কিঞ্চিত বিৰতি মূলক বিহুৰ আৰম্ভণ হয়। জোৰানাম, পেঁপা, গগনা আদিৰে তেতিয়া বিহু গোৱা হয়।

প্ৰত্যেকবাৰ জোৰানাম, গগনা, পেঁপা আদি বাদ্যৰ প্ৰত্যেকটো ছেওৰ অন্তত ঢোলত একোটাকৈ খঁৰা ছেও বোৱা হয়। সৃষ্টিশীল আৰু প্ৰতিভাবান ঢুলীয়াসকলৰ হাতত প্ৰতি বছৰে নতুন নতুন খঁৰা ছেও সমূহ জন্ম হয়। এই ছেওতো সচৰাচৰ দুজনীকৈ নাচনী নচুওৱা হয়। এই ছেওক 'ন কলি' বা নাকৰি ছেও বুলিও কোৱা হয়।

(ঘ) নগঞা ছেও : বিহুৱাসকলে নাম গাই, পেঁপা, গগনা আদি বজাই খঁৰা ছেওৰে বিহু মাৰি আমুৰালে ন-গঞা ছেও মাৰি বিহু পাতে। প্ৰতিভাবান ঢুলীয়াসকলৰ হাতত খঁৰা ছেওৰ দৰে এই ন-গঞা ছেওসমূহো ঠন ধৰি উঠে। এই ছেও নামৰ লগত নতুনকৈ অহা মানুহৰ অৱদানৰ সামঞ্জস্য আছে।

কেতিয়াবা দূৰৰ আলহী গাভৰু আহিলে গাঁৱৰ ডেকা-গাভৰুহঁতে মিলি ৰাতি বিহু মাৰি আলহী ছোৱালীক নচুওৱাৰ এটা নিয়ম মিচিং সমাজত এতিয়াও প্ৰচলিত আছে। আনকি নাচিব নজনাকৈ গাভৰু কালত অন্য গাঁৱত ৰাতি থকাকৈ আলহী থাবলৈ যোৱাটো ছোৱালীজনীৰ পক্ষে অলপ দুৰ্ভাগ্যৰেই কথা। কাৰণ নাচিব নজনা বাবে আমোদপ্ৰিয় গাঁৱৰ ডেকা-গাভৰুহঁতৰ পৰা লাজ পাব লগাও হয়।

মিচিং সমাজত কিছুদিনৰ আগলৈকে কোনো কোনো ঠাইত এতিয়াও সমাজৰ সকলো ডেকা-গাভৰুৱে বিহুত যোগদান কৰি বিহু মাৰিবলৈ শিকাটো বাধ্যতামূলক আছিল। পিচে আজি ন পুৰণিৰ সন্ধিক্ষণত আৰু কৃত্ৰিম পৰিবেশৰ তাড়নাত বহুত ডেকা-গাভৰুৱে বিহুত যোগদান নকৰে। এনে লোকৰ ভিতৰত অল্প শিক্ষিত যুবক-যুৱতীৰ সংখ্যা সৰহ। নিজৰ প্ৰাণপ্ৰাচুৰ্য্যৰে পৰিপূৰ্ণ বিহু নাচক অশ্লীল বুলি ভাবি আধুনিক আমোদ গৃহলৈ গৈ পশ্চিমীয়া ব'ল নৃত্য কৰা বা হিন্দী জগতৰ নগ্ন চিত্ৰ কিছুমান চাই নিজকে সভ্যতাৰ স্তৰত ৰাখিছোঁ বুলি ভবা লোকসকল নিশ্চয় পুতৌৰ পাত্ৰ।

যি কি নহওক মুঠতে উক্ত নগঞা ছেওৰেই ভাল ভাল নাচনীসকলক প্ৰতিভাবান ঢুলীয়াসকলে চেৰ পেলাবলৈ বিচাৰে। এই ছেওৰ পিচত জুনা দি পুনৰ দুই এছেও নাচনী ছেও বোৱাৰ অন্তত বহাগ বিহু হ'লে এঘৰত বিহু গোৱা শেষ হয় আৰু 'ৰাতিবিহু' হ'লে বিহুতলী এৰি আটায়ে ঘৰাঘৰি আহেগৈ। উপৰোক্ত ছেওকেইটাৰেই সচৰাচৰ মিচিং ডেকা-গাভৰুহঁতে পতা বিহু পাতে।

২। হুঁচৰি ছেও : বহাগ বিহুত হুঁচৰি গোৱা হয়। কিছু বছৰৰ আগতে ফাগুন গৈ চ'ত সোমোৱাৰ লগে লগেই ৰাতি হুঁচৰি গোৱা প্ৰথা মিচিং সমাজত প্ৰচলিত আছিল। ৰাতি ডেকা-গাভৰুৱে গাঁৱৰ কোনো এঠাইত গোট খাই ধ্বনি দি ঢোল, তাল লৈ হুঁচৰি গোৱাৰ অন্তত গাভৰুসকলক ঘৰাঘৰি যাবলৈ দি ডেকাহঁতে আগন্তুক বিহুখন কেনেধৰণে পৰিচালনা কৰিব লাগিব এই বিষয়ে আলোচনা কৰে। আজিকালি চ'তৰ পষেক কাল যাবৰ পৰাহে হুঁচৰিৰ আখৰা হয়।

হুঁচৰি থলুৱা ভৈয়ামবাসী সকলৰ সংস্পৰ্শত গঢ়ি উঠা কৃষ্টি। ফুলকোঁৱৰ, মণি কোঁৱৰৰ গীতেৰেই সচৰাচৰ হুঁচৰি গোৱা হয়। আজি কালি অৱশ্যে হুঁচৰিত কীৰ্ত্তনৰ প্ৰভাৱো নপৰা নহয়। আগৰ কালৰ ডেকা সকলৰ হুঁচৰি গীত আজিৰ যুগৰ হুঁচৰি গীতবোৰতকৈ সম্পূৰ্ণ বেলেগ আছিল। ডেকাহঁতৰ মাজৰ দুই এজনে জোৰাদি হুঁচৰি নামবোৰ গাইছিল; লগৰ ডেকাহঁতে

অকে আওৰাই হাউচ কৰি গৈছিল। পিচে মুখ ৰাগৰি অহা গীত মাত বাদ্যসমূহ আধুনিক যুগৰ প্ৰভাৱত লোপ পাইছে আহিছে। হুঁচৰিৰ নাচৰ ছেৱে ছেৱে ঢোলৰ তালৰ ছেও মিলাই যায়। অৱশ্যে অসমৰ অন্য সমাজৰ হুঁচৰি ছেওতকৈ মিচিং সকলৰ হুঁচৰি গোৱা ছেওবোৰ সহজ যেন লাগে। হুঁচৰিৰ গাওঁতে বৃত্তাকাৰ হৈ ঘূৰি ঘূৰি ডেকা-গাভৰু উভয়েই সহযোগ কৰিব পাৰে।

৩। গুমৰাগ ছেও ঃ—বৈশিষ্ট্যপূৰ্ণ আনুষ্ঠানিক উৎসৱবোৰত এই ছেওৰে বিহু পাতি বিশেষকৈ মিচিঙৰ আদি-ধৰ্ম পালন কৰা হয়। কোনো পৰিয়ালত তিনি পুৰুষতকৈ ওপৰৰ মৃতক দেৱতালৈ পিণ্ড দান কৰিলে তাক 'আমৰাগ উৎসৱ' বোলে। তেতিয়া এই গুমৰাগ ছেৱেৰে পিণ্ড দানকাৰীৰ ঘৰত গাঁৱৰ ডেকা-গাভৰু উভয় দলেই মিলি বিহু পাতে। এই ছেও 'গুমৰাগ' আৰু 'পৰাগ' ছেও নামেৰেও জনাজাত। পৰাগ মুমুবুৰুয়াঃমে অৰ্থাৎ 'নৰাছিগা' বিহু অথবা প'ৰাগ উৎসৱৰ উৎপত্তিৰ লগত উক্ত ছেও উৎপত্তিৰ কিবা সম্বন্ধ থাকিব পাৰে। 'পৰাগ' মিচিং সকলৰ আদি ধৰ্মৰ সৰ্বশ্ৰেষ্ঠ সামাজিক ধৰ্মীয় উৎসৱ। ঔপন্যাসিক সম্ৰাট ৰৰদলৈয়ে 'মিৰি জীয়ৰী'ত এই উৎসৱৰ বিষয়ে ভালকৈ লিখি গৈছে। প্ৰকৃততে এই ছেওৰে নৃত্য কৰা হয় যদিও ইয়াক বিহুমূলক অনুষ্ঠানত পেলাব নোৱাৰি। এই ছেওটো ধৰ্মমূলক অনুষ্ঠানৰ ভিতৰুৱাহে। তথাপি আমোদপ্ৰিয় ৰাইজে 'গুমৰাগ ছেও'ৰে ধৰ্মমূলক অনুষ্ঠানৰ কাম শেষ কৰাৰ অন্তত এফলীয়া হৈ বেলেগে বিহুও পাতে। 'পৰাগ' আমৰাগৰ সমপৰ্য্যায়ৰ 'কুচাগ' অনুষ্ঠান আৰু মিচিঙৰ 'লিগাং' উৎসৱত এই ছেওৰে ধৰ্মৰ কাম সমাধা কৰা হয়। অৱশ্যে কোনো কোনো মিচিং ফৈদত ই আমৰাগতকৈ কম বৈশিষ্ট্যপূৰ্ণ। 'উৰম পূজা' আৰু 'দহাভো' এই ছেও ৰাই পিণ্ডদানৰ কাম সমাধা কৰা দেখা যায়। সাধাৰণতে সূৰ্য্য চন্দ্ৰক মুখ্য কৰি স্বৰ্গৰ দেৱতা সকল আৰু উপাৰিপুৰুষ সকলৰ মনৰ সন্তুষ্টি বিধানৰ বাবেই গুমৰাগ নৃত্য পৰিবেশন কৰা হয়। জধে মধে যতে ততে এই ছেও বোৱা নহয়। কাৰণ নৃত্যৰ সময়ত জাতীয় সাজ পোছাক পৰিধান, কাহ আদি বাদ্য বজোৱা কিছুমান অপৰিহাৰ্য্য নিয়ম আছে। সমাজৰ বুঢ়া-বুঢ়ী, ডেকা-গাভৰু আটায়ে এই নৃত্যত যোগদান কৰে।

৪। আদৰণি ছেও ঃ—কেতিয়াবা ৰজা, ৰাজ বিষয়া আৰু সম্মানীয় ব্যক্তি সকল মিচিং সমাজলৈ গলে তেওঁলোকক এই ছেওৰে দূৰৰ পৰা আদৰি অনা হয়। কিছুদূৰ ঢোল তাল নৃত্যৰে অনাৰ পিছত বৈ বৈ বিহু পতা হয়। সমাজৰ বিবাহ উৎসৱ আৰু পৰাগ্ উৎসৱতো এই ছেও প্ৰয়োগ কৰা হয়। বিবাহ উৎসৱ হ'লে—দৰা আদৰা, দৰাৰ সখী আদৰা আদিত আৰু পৰাগ্ উৎসৱ হ'লে ডেকা বৰুৱা (মিগম্) আৰু বৰ পুৰোৱী আদিক আদৰোঁতে এই ছেও প্ৰয়োগ কৰা হয়।*

---

* 'দৈনিক অসমত প্ৰকাশিত ১৯৬১ চন।

# মিচিং সমাজ জীৱনৰ এটি ছবি

**ৰত্নেশ্বৰ পেৰ্মে**

মিচিংসকলৰ জীৱিকা অৰ্জনৰ কৃষিয়েই প্ৰধান সম্বল। এই কৃষিক নিৰ্ভৰ কৰিয়েই সমগ্ৰ অধিবাসীৰ জীৱন। সুদূৰ অতীতত যেতিয়া মিচিংসকল পৰ্বতৰ অধিবাসী আছিল তেতিয়া জোঙেই খেতিৰ আহিলা আছিল। পৰ্বত এৰি ভৈয়ামলৈ আহি তেওঁলোকে আধুনিক যুগৰ নাঙল যন্ত্ৰলিৰ অনুকৰণ কৰিলে। ভৈয়ামলৈ নামি অহাৰ পিছতো বহুদিন তেওঁলোকে জোঙৰ সলনি কোৰকেই কৃষিৰ আহিলা কৰি লৈছিল। সেই সময়ত ডেকা-গাভৰু নিৰ্বিশেষে সকলোৱে কোৰ মাৰিয়েই খেতি কৰিছিল। হাবি কাটি মাটি মুকলি কৰি ফাগুন চ'ত মহীয়া পকা ৰ'দত খেতি কৰি খেতিৰ ধানেৰে ভঁৰাল বান্ধি সুখৰ জীৱন যাপন কৰিছিল। সেয়ে মিচিং ডেকাই কষ্ট সহিষ্ণুতাৰ পৰিচয় দি গাভৰুৰ কোমল মন আয়ত্ত কৰিছিল।

চঃৰ আলাম্ লাগিমাং মেন্‌জেগ্ আলাম্ লাগিমাং
মানাম্ অইমা পাঃমুল কুয়াৰ্ তাগ্‌লাঃ দৰপা অই।

গৰু মহৰ হাল নহলেও জীৱন ধন চেনাইক পালে কোৰ মাৰি মাৰিয়েই খুৱাম।

ব্ৰহ্মপুত্ৰ আৰু সোৱণশিৰীৰ উপত্যকা মিচিঙৰ জাতীয় জীৱনৰ পদচিহ্ন। এই উপত্যকাবোৰৰ উৰ্বৰা মাটিত ঋতুগত আহু আৰু বাওঁ খেতি যথেষ্ট পৰিমাণে কৰে। এই শস্যৰ বেছি ভাগ পথাৰেই মাজুলী চপৰি নাইবা নদ নদীৰ পাৰত লোৱা হয়। শস্য নিৰীক্ষণ কৰিবলৈ পথাৰৰ মাজত টঙি সাজ হয়। জাৰ কালিৰ আৰম্ভণিৰ লগে লগেই শুৱনি ধাননিৰ পকা বাওঁ ধানবোৰ সোণালী হৈ উঠে। স্বভাৱতঃ মিচিংসকল কৃষক। পুৱাতে পথাৰলৈ গৈ বহুত দেৰিলৈকে পথাৰত কাম কৰে। যেতিয়া দুপৰ হয় তেতিয়া ৰ'দৰ প্ৰচণ্ড উত্তাপ আৰু নদীৰ প্ৰাকৃতিক দৃশ্যাৱলীয়ে তেওঁলোকৰ মনত জুৰ দিয়ে আৰু জিৰণিৰ বাবে

টঙিলৈ বাট দেখুৱাই লৈ যায়। এই জিৰণিৰ সময়কণত ডেকা-গাভৰুৰে নৈৰ পাৰত গৈ স্নানৰ সময়ত নৈৰ ফটিক পানীত সকলো ভাগৰ পাহৰি পেলায়। দৰাচলতে মিচিং ডেকা-গাভৰুৰ এই জিৰণিৰ সময় ডোখৰত ভোক পিয়াহৰ লগতে অন্তৰৰ গভীৰতম কোণৰ পৰা নিজৰি নিজৰি বৈ অহা গীতবোৰ শুনিলে কেনে মধুৰ লাগে সেই মধুৰ সুৰেই সিহঁতৰ পবিত্ৰ প্ৰেমৰ পৰশ। সেয়েহে মিচিং গাভৰুৱে গায় ঃ—

অইয়া তঙিদ এচলিয়া তঙিদ

মদ-চিকাৰ, মপায়া, পাত্‌তাঙামাই মান্‌পায়া অই।

সোণালী ধাননিৰ মাজৰ এছলীয়া টঙিত অকলে মিচিং গাভৰু বিমোৰত পৰিল। ধান খাবলৈ অহা চৰাইকে খেদিব নে নাই প্ৰিয়তমৰ কথাকে ভাবিব।

প্ৰাকৃতিক দৃশ্যাৱলীৰ মাজত মিচিং সকলে সৰল সহজ জীৱন যাপন কৰি আছিছে। তেওঁবিলাকৰ অতিথি সৎকাৰো বৰ অমায়িক। এই অমায়িক মিচিং সমাজখনৰ ডেকা-গাভৰুৱেই মেৰুদণ্ড। স্মৃতিৰ বৰ্কুত এৰি থৈ অহা দিনবোৰত ডেকা-গাভৰু বোৰেই কৰ্মীৰ দল হিচাবে পৰিগণিত হৈছিল।

বুঢ়ালোক সকলে বয়সৰ লগে লগে ঘৰুৱা কাম কাজৰ পৰা বিৰত থাকিব পাৰিছিল। সেই সময়ত সমবায় পদ্ধতিৰে ব্যক্তিবিশেষৰ ঘৰতো কাম কৰিছিল। তাৰ বাবে টকা পইচাৰ কোনো প্ৰয়োজনীয়তাও বোধ নহৈছিল। ডেকা-গাভৰুবোৰে ধনী দুখীয়া নিৰ্বিশেষে গাঁৱৰ ঘৰ মুৰি একোজন কৰ্মী লৈ কাম কৰি দিয়ে। তাৰ বাবে গৃহস্থই গধুলি কৰ্মীদলক ভাত, মাছ, মাংস আৰু আপং (Ricebeer) সৈতে এটা ভোজ দিয়াৰ নিয়ম আছে। এই ভোজত গাঁৱৰ অন্যান্য ডেকা-গাভৰুবো অংশ থাকে। এইদৰেই ডেকা-গাভৰুৰ মিলা প্ৰীতি অতীতত দৃঢ় হৈছিল। এই পদ্ধতিটোক ৰুগুৰ (সাঁৰিয়া) বোলে। কিন্তু দুখৰ বিষয় যে এই পদ্ধতিৰ হ্ৰাস হৈ অহাৰ লগে লগে সামাজিক মিলা প্ৰীতি আৰু বিধি বিধানবো হ্ৰাস পাইছে।

এই পদ্ধতিৰেই আৰু এক পদ্ধতিৰ প্ৰচলন মুমুৰুৰা য়াংমেৰ আছে। এই পদ্ধতিটোক 'মাইন, ৰুগুৰ'' বুলি কোৱা হয়। এই পদ্ধতিৰে কৰা সমবায় খাটনিৰ বাবে সমস্যা বিশেষে টকাৰে

সম্মানৰ শৰাই দিয়া প্ৰচলন আছে। এই পদ্ধতিতো আপং মাংস খুওৱাৰ প্ৰথা আছে। সাধাৰণতে এই ভোজবোৰ মাংস বা মাছেৰে খুওৱা হয়। ইয়াৰ বাবে কোনো ধৰা-বন্ধা নীতি নাই। এই সমবায় খাটনিত যুগ যুগ ধৰেই প্ৰতিঘৰৰ পৰা কৰ্মী ডেকা-গাভৰুৱে খাটি দিয়ে। এইদৰেই মিচিং ডেকা-গাভৰুৱে গাঁৱৰ ধনকোষৰ পৰিসৰ বৃদ্ধি কৰে। এই পদ্ধতিৰে সংগ্ৰহ কৰা ধন ভড়ালীৰ হাতত জমা দিয়া হয় আৰু তাৰে সামাজিক ধৰ্ম, সংস্কৃতি মূলক উৎসৱ "দবুৰ্‌ উই" "পৰাগ্‌" আদিত খৰচ কৰে। কিন্তু এই পদ্ধতি লাহে লাহে অৰ্থনৈতিক অনাটনৰ ফল স্বৰূপে হ্ৰাস পাই আহিছে।

মিচিংসকল সাৰুৱা মাটি দখল কৰাত অগ্ৰগণী। সাধাৰণতে তেওঁবিলাকে সাৰুৱা মাটিত খেতি কৰে। এই সাৰুৱা মাটি লাভৰ বাবে তেওঁবিলাকে অটব্য অৰণ্য, হাবি-জংঘল ভাঙি অশেষ শাৰীৰিক পৰিশ্ৰম কৰে। এই মাটিবোৰ অনুৰ্বৰ হ'লেই তেওঁ-বিলাকে ঠাই বিশেষলৈ সময়ে সময়ে খাট পাম আৰু সম্ভৱ স্থলত ঘৰ দুৱাৰো স্থানান্তৰিত কৰে। মাহ, সৰিয়হৰ খেতিয়েই মিচিঙৰ অৰ্থ উপাৰ্জনৰ পথ। এই সৰিয়হৰ খেতি সাৰুৱা চাই দ ঠাইত কৰা হয়। সৰিয়হৰ পৰাই কোনো কোনোৱে ধনৰ ভাণ্ডাৰ পাতে। মাহ, সৰিয়হ, শাক-পাচলি, জলকীয়া, লাউ, কোমোৰা, ৰঙালাউ ইত্যাদিবোৰ তেওঁবিলাকৰ বাণিজ্যৰ বেহানি। মৰাপাট, কপাহৰ খেতিও তেওঁবিলাকে কৰে। সাধাৰণতে এই দুবিধ খেতি নিজা ব্যৱহাৰত খটাবৰ কাৰণেহে কৰা হৈছিল। এই দুয়োটা খেতিৰ ভিতৰত কপাহৰ খেতি বৰ বেছি মনোযোগেৰে কৰা হৈছিল। এই কপাহৰ পৰাই তেওঁবিলাকৰ সাংস্কৃতিক শিল্প, 'মিৰিজিম' (গাদু) তৈয়াৰ কৰি লৈছিল আৰু এইদৰে চালি-জাৰি চালে তেওঁবিলাকৰ শিল্প প্ৰাচুৰ্য্য দেখিবলৈ পোৱা যায়। এই "মিৰিজিমে" "মিৰিজীয়াৰীৰ দেশ" যে শিল্প বিষয়ত সমৃদ্ধ আছিল তাৰ পৰিচয় দিয়ে। তেওঁলোকৰ জীৱনৰ যাৱতীয় বস্তুবিলাক এই বস্তুবিলাকৰ পৰাই আহৰণ কৰিছিল।

মিচিংসকলৰ ঘনাই বসতিস্থান স্থানান্তৰিত কৰা এটি বৰ দুখ লগা স্বভাৱ আছে। খেতি মাটিবোৰ অনুৰ্বৰ হ'লেই আন ঠাইত বসতি লয়। প্ৰায় ১৫০-২০০ বছৰ পূৰ্বে অৰ্থাৎ উত্তৰ

ট্ৰাংক ৰ'ড নিৰ্ম্মাণ কৰাৰ পূৰ্বে বৰ্ত্তমান য'ত উত্তৰ লক্ষীমপুৰৰ আদালত স্থাপন কৰা হৈছে সেই ঠাইত সোৱণশিৰীৰ আৰু ব্ৰহ্মপুত্ৰৰ আশে পাশে থকা বহুতো মিচিং গাওঁ আছিল। মাটিবোৰ অনুৰ্ব্বৰ হোৱাৰ লগে লগেই সাৰুৱা মাটি বিচাৰি ব্ৰহ্মপুত্ৰ আৰু সোৱণশিৰীৰ মাজুলী, উপত্যকাবোৰত বসতি কৰিবলৈ ধৰিলে। তেতিয়াৰে পৰাই তেওঁলোকে উপৰোক্ত নদী দুখনৰ দ্বাৰা পানীতে সুখ স্বাচ্ছন্দ্যেৰে বসতি কৰি আহিছিল। ভিতৰুৱা ঠাইত নাথাকি ভজাৰ বগৰিৰ দৰে ঘূৰি ফুৰাৰ বেয়া পৰিণাম বুজিব পাৰি, আজি কালি স্থায়ী বসতি কৰাৰ আৱশ্যকতা তেওঁলোকৰ মনলৈ আহিছে।

অন্যান্য জাতি উপজাতিৰ সাংস্কৃতিক জীৱন চালি জাৰি চালে গান-বাজনা অপৰিহাৰ্য্য অঙ্গ ৰূপে আমি দেখা পাওঁ। মিচিংসকলৰ সাংস্কৃতিক জীৱনতো নাচ-গান-বাজনাই একে ৰৰঙণিকে যোগাইছে। এই নাচ-গান সাধাৰণতে সামূহিক ভাবে পৰিচালনা কৰা হয়। এই কাৰ্য্য সুচাৰুপে পৰিচালনা কৰিবলৈ গণতান্ত্ৰিক নীতিৰে মুমুৰুৰ্-য়াঃমে নামেৰে এক সামাজিক শাসন ব্যৱস্থা কৰি ললে। আহোম বুৰঞ্জীত লিখা বৰফুকন, সদিয়া খোৱা গোহাঁই, বৰপাত্ৰ গোহাঁই আদি বিষয়াসকলে ৰজাক শাসন কাৰ্য্যত সহায় কৰাৰ দৰে তেওঁলোকৰো বিষয়া সকলে এই পৰিচালনা কাৰ্য্যত প্ৰশংসনীয় অংশ গ্ৰহণ কৰি আহিছে। সম্ভৱতঃ আহোম ৰাজত্বৰ এই পদ্ধতিকে অনুসৰণ কৰি তেওঁলোকৰ মাজৰে এজন গণ্যমান্য লোকক ডেকা-গাভৰু সকলক পৰিচালনা কৰিবলৈ ডেকা ভৰফৰ "ডেকাবৰা" বাছি লৈছিল। এই ডেকাবৰাক সহায় কৰিবলৈ "চুট" বৰা বা সৰু বৰা এজন বাছি লৈছিল। তদ্ৰূপে এগৰাকী জাকত জিলিকা "ৰবাণী" বাছিলৈ গাভৰুসকলৰ পৰিচালনাৰ ভাৰ গতাই দিয়া হৈছিল। "ডেকাবৰা" আৰু "ৰবাণীয়ে" সংযুক্ত পৰিচালনাৰে গাভৰুসকলৰ তত্ত্বাৱধান লয়। এই সামাজিক শাসন ব্যৱস্থা সাধাৰণ পঞ্চায়ত পৰ্য্যায়ৰ ভিতৰত নহয়। এই ব্যৱস্থা কেৱল ডেকা-গাভৰু সকলৰ উৎসৱাদি সামাজিক পৰিচালনা বহন কৰিবলৈহে অনুষ্ঠিত হৈছে। এই অনুষ্ঠানৰ কৰ্মীসকলক সম্পূৰ্ণ গণতান্ত্ৰিক ভেটিত ভিত্তি কৰি বাছি লোৱা হয়। অৱশ্যে ইয়াৰ কৰ্মীসকলৰ কাৰ্য্যকালৰ কোনো নিৰ্দ্ধাৰিত সময় নাই। কিন্তু অসুবিধা হ'লে কোনোৱে ৰাইজৰ সন্মতি লৈ আনৰো লগ

পাৰে। নিৰ্বাচনৰ পাছতো বাইজৰ অবাধ্য হ'লে স্বইচ্ছাৰে ডেকা-গাভৰু সকলে এজনক ভাঙি আন এজনক বাছি লোৱাৰ ব্যৱস্থা আছে।

এই সামাজিক শাসন ব্যৱস্থাৰ উপৰি আন এটা বিচাৰ বিভাগৰ ব্যৱস্থা আছে। এই ব্যৱস্থাতো গতানুগতিক ভাৱে ডেকা আৰু গাভৰুৰ তৰফৰ পৰা ক্ৰমে "উদাৰু" আৰু "উদানী" বাছি লোৱা হয়। সিবিলাকে ডেকাই ডেকাই, গাভৰুৱে গাভৰুৱে নাইবা ডেকা গাভৰুৰ মাজত কোনোৰকম বাক-বিতণ্ডা, কাজিয়া-পেচাল হ'লে বা কোনো ত্ৰুটিৰ বিচ্যুতিৰ অৱতাৰণা হ'লে বিচাৰ কৰি ন্যায্য শাস্তি বিহিব পাৰে। 'উদাৰু' আৰু 'উদানী'য়েই বিচাৰৰ কাম কৰিছিল আৰু সমজুৱা সকলে মাথোন ৰায়হে দিছিল। দোষী-জনক দণ্ড দিয়াৰো ব্যৱস্থা আছে। দণ্ডৰ বাবদ একলহ আপং, এটা মতা কুকুৰা নাইবা মূল্য দিয়াৰ নিয়ম আছে। কোনোৱে এই দণ্ড মানি নললে তাক এঘৰীয়া কৰি দণ্ড (excommunicated) দিয়া হৈছিল।

মিচিংসকলৰ "পৰাগেই" সাংস্কৃতিক উৎসৱৰ ভিতৰত প্ৰাধান্য লাভ কৰিছে। এই উৎসৱ আহু বা শালি খেতি চপোৱাৰ পাছত পালন কৰা হয়। এই উৎসৱ আড়ম্বৰপূৰ্ণকৈ বেচ জাক-জমকতাৰে তিন বা পাঁচদিনীয়াকৈ পালন কৰা হয়। ডেকা-গাভৰুৰ সামাজিক শাসন ব্যৱস্থাত "ডেকাবৰা" আৰু "বৰাণীয়েই" উচ্চতম পদাধিকাৰী। এই অনুষ্ঠানৰ দুৱাৰ মুকলি কৰিবৰ বাবে "ডেকাবৰা" আৰু "বৰাণীয়ে" উৎসৱৰ প্ৰথম দিনৰ আগবাতি সামাজিক ব্যৱস্থা অনুযায়ী আপং দিয়াৰ প্ৰথা আছে। এই আপঙেৰে 'উইবাগামু' লৈ (দেৱতাসকললৈ) প্ৰাৰ্থনা জনায়, সকলো বাইজে সামূহিক ভাৱে। অতীতত মিবু অৰ্থাৎ পুৰোহিতে পোৰোহিত্য কৰাৰো নিয়ম আছিল। উৎসৱৰ প্ৰথমদিনাখনেই "ডেকাবৰা" আৰু বৰাণীক প্ৰচলিত নীতি অনুযায়ী মাংস দিয়া হয় এক আচুতীয়া নিয়মেৰে সম্মানৰ চিন স্বৰূপে এই উৎসৱ পালন কৰিবলৈ নিৰ্মাণ কৰা মুকলি ঘৰটোক "মুৰং" বুলি কোৱা হয়। এই উৎসৱটিক আমিচিং সমাজত নৱাছিগা বিহু নামেৰে জনাজাত।

এইবিলাকৰ উপৰি অন্যান্য বহুতো বিষয় বাব আছে। বিষয় বাব পোৱা সকলে শৃঙ্খলা আৰু নীতি পালনৰ কাৰণে

সকলো ব্যৱস্থা কৰিবলৈ "ৰৰাণীক" উপদেশ দিয়ৰ কাৰণে তিৰীবৰা বুলি এটি বিশেষ বাবো আছে। এই বিষয় বৰীয়াসকলৰ মজুৰি দিয়াৰ ব্যৱস্থা নাই।

অন্যান্য জাতি উপজাতিৰ দৰে মিচিংসকলৰো নিজা গীত পদ আছে। প্ৰকৃততে মিচিংসকলৰ কাৰণে প্ৰকৃতিৰ অনুপম দৃশ্য ৰাজি বা সৌন্দৰ্য্য শালিনী শস্য-শ্যামলা ঘাহঁনি পথাৰ অতি আপোন। মিচিং গাভৰু যৌতিয়া অকলে সোণালী ধাননিত প্ৰেম বিহ্বল হৈ পৰে তেতিয়া ক্ৰাচিৰ প্ৰতি বেপত অন্তৰৰ গভীৰতম কোণৰ পৰা নিৰ্জৰি অহা গীত মাতবোৰে দূৰ সুদূৰৰ বিৰহী-জনৰ কাণত কি মধুৰ প্ৰতিধ্বনি তোলে। সঁচাকৈ মিচিং গাভৰুৰ এই দৃশ্যটি মনত পৰিলে মন হয় ইংৰাজী "দি ৰিপাৰ" বোলা কবিতাৰ নায়িকাৰে সৈতে সমানেই ফেৰ মাৰিব পাৰিছে। পবিত্ৰতা, সৰলতা আৰু ভাৱ প্ৰৱণতাই এই গীত মাতবোৰৰ বিশেষত্ব। পাৰ্থিব দুখসুখৰে ৰঞ্জিত এই গীত পদ বা মাতবোৰ বনগীতৰ আকাৰে মিচিং গাভৰুৰ প্ৰেম বিহ্বল অন্তৰৰ পৰা স্বভাৱতে বৈ আহে। ঔপন্যাসিক ৰজনীকান্ত বৰদলৈদেৱে তেখেতৰ "মিৰি জীয়ৰী" বোলা উপন্যাসখনত জংকি পানৈৰ চৰিত্ৰত ইয়াৰেই এটা অংশ সমাজৰ আগত দাঙি ধৰিছে। মুখে মুখে চলি অহা গীতমাত-বোৰে তাৰেই সবল প্ৰমাণ দিয়ে।

অইয়া পিৰিতি আজ্‌জিলক্‌কা পিৰিতি
গৰু-মেন্‌জেগ্‌ চঃকাম্‌পা চঃপানই চঃদুনা অই।

দুই প্ৰেমিক প্ৰেমিকাই ল'ৰালি কালৰে পৰা একেলগে ধূলি বালি খেলি যৌৱনৰ সম্ভাৰ আদৰি আনিলে কিন্তু কালে তাৰ যুৱতীয়া হালোৱা গৰুৰ আন এটা অঁতৰাই লৈ গ'ল।

অইয়া তত্তাগ্‌পা কাগৰিয়ই তত্তাগ্‌পা
চেঃদি ৰাঃবুন তুৰ্‌পাঃনই চুঃতনা অই।

পচা খাগৰী ডাল যেনেকৈ অতি সহজে ভাগে তেনেকৈয়ে সিহঁতৰ দুইৰে প্ৰেমৰ খাগৰি ডাল পচি ভাগি গ'ল। সচৰাচৰ নৈসৰ্গিক বিপৰ্যয়বোৰ মিচিংসকলৰ বনগীতবোৰৰ উপমেয়। প্ৰাকৃতিক দুৰ্য্যোগবোৰৰ লগত সম্বন্ধ ৰাখি এই বনগীতবোৰৰ

গাৱঁলীয়া কবিৰ দ্বাৰা ৰচিত হৈছে। তলত দিয়া বনগীতবোৰেই তাৰ উদাহৰণ

ৰৰনৈ পুনুগেলা দুৰবি অই চাঃদাগুগমু;
মানাম্ অই অতাৰুনম্ মাঃয়্নগুচুমাৰ অই।

ৰৰনৈ শুকাই ৰৰনৈৰ বুকুত, ডুবৰি নগজালৈকে চেনেহৰ মৰমীক পাহৰিব নোৱাৰো।

চুঃলুঙলগ্ কাঙানা নাঙৰই পুলিদা
তানিলগ্ কাঃয়্নম্না মানাম্ অই কৰ্নাৰু।

কাঠনিৰ মাজত নাহৰৰ পুলিটো যেনে শুৱনী মানুহৰ মাজতো মোৰ চেনাই তদ্ৰূপ শুৱনী।

অসমীয়া সমাজত মণিৰাম দেৱানৰ গীত, বদন বৰফুকনৰ গীত আদি মৌখিক গীতৰ দৰে মিচিং সমাজতো তেনে গীতৰ প্ৰচলন আছে। বাবুগেলা আৰু পিচিবিং আদিৰ গীতেই এই গীতৰ উদাহৰণ। ফুল কোঁৱৰ, মণিকোঁৱৰ আদি কিংবদন্তিমূলক গীতৰ দৰে "মাঃম অই য়াচলী" আদি গীতসমূহ এই গীতবোৰৰ শাৰীত পৰে।

মিচিংসকলৰ সংস্কৃতিৰ আন এটা অপৰিহাৰ্য্য অঙ্গ নাচ। অতীতত নাচিব জনাটো বা পৰাটো মিচিং জীয়ৰীৰ এটা বিশেষ গুণ বুলিয়েই ধৰি লোৱা হৈছিল। নিজকে সৰ্বগুণী কৰাৰ প্ৰচেষ্টাত নাচ গান আৰু খেলা ধূলাই ৰৰঙণি যোগাইছিল। কৃষিজীৱী মিচিংসকলৰ ক্লান্তি নিবাৰণেই এটা নিচা স্বৰূপ আছিল। এই নাচ গান, খেলা ধূলাৰ পৰা বিৰত থকাটো এক প্ৰকাৰৰ মিচিং ডেকা-গাভৰুৰ অনুতাপৰ কাৰণ হৈ পৰিছিল। থলুৱা বাদ্য-যন্ত্ৰ ৰূপে 'তুতক্', তাপুং (চিফুং) গুংগাং (গগনা), দেন্তাক্ (কুমলীয়া বাঁহৰে তৈয়াৰ কৰা বা চুঙাৰ দৰে বাদ্য সামগ্ৰী, ইয়াক ঢোলৰ দৰে ব্যৱহাৰ কৰা হয়), টকা এই বিলাকেই প্ৰধান। তুতক্‌ৰ সুৰেৰেই বুদ্ধিমতী মিচিং গাভৰুৱে প্ৰিয়জনক সকলো ভাবৰ আয়ত্ত কৰিব পাৰিছিল। তাপুঙৰ সুৰে বিৰহিনীৰ অন্তৰ পৰশিছিল। গুংগাঙৰ কিন্ কিনিয়া সুৰে গাভৰুৰ অন্তৰৰ কথা ডেকাক বুজাই দিছিল খাইবৈ উঠাৰ জিৰণিৰ কাল ডোখৰত। এই গুংগাঙবোৰৰ এনে এটি বিশেষত্ব আছে যে নিজে এই বাদ্যত হাত বুলাব নেজানিলে গায়তীয়ে কি গাইছে বুজিব

নোৱাৰি। এইখিনিতে এটা কথা উল্লেখ কৰিব পাৰি যে অতীতত ডেকা-গাভৰুৰ মাজত ভেদভাব হীন এখন সামাজিক পৰিৱেশ গঠিত হৈছিল আৰু কোনো অশ্লীলতাই পৰশিব নোৱাৰিছিল। কাজেই অভিভাৱকসকলে এই নাচ-গানবোৰত পাৰ্গতালি দেখুৱাব পৰাটো এটা বিশেষ গুণ বুলি বিবেচনা কৰি গৌৰব কৰিছিল।

মিচিংসকলৰ নাচ-গানৰ পাচতেই সাজপোছাকেও তেওঁবিলাকৰ শিল্প প্ৰতিভাৰ পৰিচয় দিয়ে। তেওঁবিলাকৰ বোৱা-কটা একেবাৰেই পৃথক ধৰণৰ। আধুনিক সা-সৰঞ্জামৰ কোনো প্ৰচলন নাছিল। বহুতো মেহনতি কৰি হাতে বোৱা কাপোৰ বহুত দিন টিকিছিল। "গেৰ-এগে" "ৰিবি গাচেং" "গনুৰ উগনু", গাপা, গালোক আদিয়েই মিচিংসকলৰ বোৱা-কটাৰ প্ৰধান নমুনা। হাতে-বোৱা কাপোৰৰ সলনি অৰ্থনৈতিক পৰিবৰ্তন আৰু শিল্প উন্নয়নৰ লগে লগে কলত বোৱা কাপোৰ ব্যৱহাৰ কৰিবলৈ ধৰিলে। মিচিং সকলে সেই একে কাৰণতেই কলত বোৱা কাপোৰ ব্যৱহাৰ কৰিবলৈ ধৰিলে। কিন্তু কালৰ পৰিবৰ্তনে তেওঁলোকৰ বোৱা কটা শিল্প একেবাৰে নিৰ্ম্মূল কৰিব নোৱাৰিলে। উদাহৰণ স্বৰূপে তেওঁবিলাকৰ গৌৰৱৰ বস্তু 'মিৰি-জিমৰ' স্থায়িত্ব প্ৰসংশনীয়। সুদূৰ অতীতত তেওঁবিলাকে কলত বোৱা কাপোৰ ব্যৱহাৰ কৰাটো লাজৰ বিষয় বুলি ভাবিছিল আৰু ই প্ৰকৃততে মিচিং গাভৰুৰ পক্ষে বৰ লাজৰ কথাই আছিল।

তেওঁলোকৰ সমাজৰ বিয়া কৰোৱা প্ৰথামতে কোনো ডেকাৰ অভিভাৱকে আন এগৰাকী গাভৰুৰ অভিভাৱকলৈ সামাজিক নিয়ম অনুসৰি ছোৱালী খোজাৰ সন্মান স্বৰূপে তামোল পাণৰ এটা টোপোলা নিজে নতুবা আনৰ হতুৱাই দিছিল। ইয়াকে মিচিং সমাজত টোপোলা দিয়া বুলি কয়। টোপোলা পোৱাৰ লগে লগে ছোৱালীৰ মাক-বাপেকে ঘৰত অন্যান্য মানুহৰ লগত আলোচনা কৰি ডেকাৰ অভিভাৱকলৈ দিয়া নিদিয়াৰ এটা মীমাংসা দি পঠিয়ায়। ছোৱালী দিয়া হ'লে ডেকাৰ অভিভাৱকে এদিন তামোল পাণ আৰু আপঙৰ কলহলৈ ছোৱালী খুজিবলৈ অহাৰ নিয়ম আছে।*

---

*ছোৱালী দিয়া নিদিয়া বিষয়টো এক লৌকিক নিয়মেৰে নিৰ্ণয় কৰা নীতি আছে। তামোল-পাণৰ টোপোলাটো খুলি তাতে এটা নিৰ্দ্দোষ বালকৰ হতুৱাই ফালি চায়। এনেকৈ ফলা তামোল ভাল হ'লে মিলিব ভাল হব বুলি ধাৰণা কৰে আৰু বেয়া হ'লে মিলিব নহয় বুলি এটা অন্ধ বিশ্বাসো আছে।

ইয়াকে ছোৱালী খোজা বুলি কয়। ছোৱালী খোজা হৈ গলে এই গাভৰু গৰাকীক গাঁৱৰ ডেকা-গাভৰুৱে সংৰক্ষণ কৰি ৰাখে। ছোৱালী খোজা বঢ়া কৰিবলৈ আহোতে এই বিষয়ে ছোৱালীৰ অভিভাৱকে গাঁৱৰ ডেকা-গাভৰুক আগ জাননী দিয়ে। তেওঁলোকে দৰা-কন্যাৰ ভৱিষ্যত জীৱন মঙ্গলময় হবৰ কাৰণে পূৰ্ব-পুৰুষ (চিনে মঃৰ) সকললৈ প্ৰাৰ্থনা জনায়। এই কাৰণে বিয়াৰ সময়ত গাঁৱৰ ডেকা-গাভৰুৰ দৰাৰ ওপৰত কন্যা সংৰক্ষণৰ দাবী আজিও বৰ্ত্তমান।

খোজা বঢ়া হোৱাৰ পাছৰ পৰাই ভাবী জোৱায়েকে ভাবী শহুৰেকৰ ঘৰলৈ যোৱাৰ নিয়ম আছিল। শহুৰেকৰ ঘৰত থকা কেইদিনত ছোৱালীয়ে বৈ দিয়া কাপোৰ কানি পিন্ধাৰ নিয়ম আছিল। এইদৰে অহা-যোৱা কৰাকে জোৱাই খটা বা মাগুৰ দুগুনাম্ বুলি কয়। জোঁৱাই খটা কেইদিনত দৰা-কন্যা দুয়োকে পৰস্পৰে পৰস্পৰক বোছিকৈ ভাল পাবৰ কাৰণে একেলগে চলন-ফিৰণ কৰিবলৈ দিছিল। তেনে বুলি ইয়াত অশ্লীলতা নাছিল।

অতীজতে যেতিয়া মিচিংসকল পাহাৰৰ অধিবাসী আছিল তেতিয়াৰ সমাজ ব্যৱস্থা পিতৃ পুৰুষ অনুযায়ী অনুষ্ঠিত হৈছিল। সমাজৰ গামেই নেতা স্বৰূপ আছিল। সমাজেও এই গামৰ কথা মতে চলিছিল। মুবং ঘৰবোৰে সাধাৰণ পঞ্চায়তৰ আদালত স্বৰূপ আছিল। বহু বয়োবৃদ্ধ লোকসকলেই বিচাৰকৰ কাম কৰিছিল। আচামী আৰু গোচৰীয়া দুয়ো পক্ষকে মুবঙলৈ চমন কৰি অনা নিয়ম আছিল। প্ৰথমতে গাঁৱৰ কৌবাঙেই বিচাৰ কৰে। কৌবাঙে বিচাৰৰ শেষ মীমাংসাত উপনীত হব নোৱাৰিলে বানী কৌবাঙৰ দ্বাৰা বিচাৰ নিষ্পত্তি কৰিছিল। কৌবাঙ বা বানে কৌবাঙৰ মেহনতিৰ বাবদ আপং, কুকুৰা বা গাহৰিৰ মাংস দিয়া প্ৰথা আছিল। বিচাৰত দোষী সাব্যস্ত হ'লে কুকুৰা, গাহৰি আৰু মেঠোনকেই দণ্ড হিচাবে দিয়াৰ প্ৰথা আছিল। এইবিলাকেৰে গ্ৰাম্য নিধিৰ পৰিসৰ বৃদ্ধি কৰিছিল।*

* 'মিৰি' মিলন'ত প্ৰকাশিত, ১৯৬৬ চন।

# মিচিং সমাজত সমবায় প্ৰথা

তৰুণচন্দ্ৰ পামেগাম

তাহানিখন গাঁৱৰ মানুহবোৰ চিকাৰলৈ গ'ল কিন্তু দুৰ্ভাগ্য-বশতঃ সেইদিনা চিকাৰত একো জন্তু নাপালে। সকলো সুদাহাতে ঘূৰি আহিল। এজন মানুহে কিন্তু হঠাৎ এটা অকণমানি চৰাই পালে। সি চৰাইটো পোৱা কোনেও নেদেখিলে। গতিকে সি কোনেও নেদেখা দেখি মনে মনে ঘৰলৈ লৈ আহি ৰাতি পুৰি খাবলৈ কাৰবাৰ কৰিলে। পিছে ৰাতি যে পোৰা গোন্ধ গাঁৱৰ সকলো মানুহে পালে। সকলোৱে ভাবিলে আজি অমুকাই চিকাৰৰ বস্তু আনি অকলে খাইছে। মিচিং সমাজত একেলগে সমূহীয়াকৈ চিকাৰ কৰা নিয়ম। যাৰে হাতত চিকাৰ নপৰক লাগে সকলোৱে ভাগ কৰি খাব লাগে। আনকি কিবা স্বৰূপত কোনো লোক যদি চিকাৰলৈ সেইদিনা যাবও নোৱাৰে, তথাপি যাব নোৱাৰা ঘৰেও এভাগ পাব। আগত ৰবা, গাহৰি চিকাৰ কৰি আনি তেনেকৈয়ে মুখিয়ালজনৰ ঘৰত ভাগ কৰিব। গাঁৱত যিমান ঘৰ মানুহ সিমানটা খৰিকা কৰিব আৰু একোখৰিকা মঙহ ঘৰে ঘৰে পঠাই দিব। তাকে কৈছিল "ত্যাৰং অৰ্নাম্"। পিছে সেইদিনা তাৰ ঘৰত পোৰা মঙহৰ গোন্ধ পাই সকলোৱে 'যুকুতি' কৰিলে যে সি গাঁৱৰ মাৰ ভাঙিছে, চিকাৰৰ মঙহ অকলে খাইছে। গতিকে তাক গাঁৱৰ পৰা খেদি পঠোৱা হওঁক। সেইবুলি সকলোৱে মিলি তাক খেদি নিলে। বেচেৰাই কোনোমতে কাঠনিৰ মাজৰ "চিৰাং" নামৰ কাঁইটীয়া গছৰ জোপোহাৰ মাজত লুকাইহে প্ৰাণ বচালে। চিৰাং গছৰ আঁৰত লুকাই ৰখা পোৱা কাৰণে বোলে সেই জাতটোৰে নাম চিৰাং জাত হ'ল। মিচিং সমাজত এতিয়াও "চিৰাং" নামৰ এটা জাত আছে। সমাজে খেদা কাৰণেই বোলে চিৰাং জাতিটো এতিয়া সংখ্যাত কম। চিৰাং গাওঁ বুলি গাওঁ পাতি থকা দেখা নাযায়। কথাটো অৱশ্যে কিম্বদন্তি। কিন্তু ঘটনাটো সঁচা নহ'লেও সামাজিক বান্ধোনৰ

আদৰ্শটো স'চা। বৰা, হৰিণ আদি জন্তু চিকাৰ কৰি খাব পৰা দিনবোৰত মিচিং সমাজৰ সামূহিক চিকাৰ পদ্ধতি আৰু সমানে ভগাই খোৱা পদ্ধতি তেনেকুৱাই আছিল।

মিচিং ঘৰৰ দীঘলীয়া চাঙৰ মাজত বেৰ নাথাকে, প্ৰতিটো পৰিয়ালৰ বাবে অৰ্থাৎ মূল বূঢ়াৰ প্ৰতিজন বিয়া কৰোৱা ল'ৰাৰ বাবে একোটাকৈ জুহাল থাকিব। বন্ধা-বঢ়া কিন্তু ঘৰগৰাকীৰ জুহালতে হব। তাৰ পৰাই আটাইবিলাকক বিলোৱা হয়। ভাগে ভাগে মাছ পুঠি আনিলেও একে ঠাইতে জমা হব। একে চৰুতে বান্ধি সকলোকে একে সময়তে সমানে বিলাই দিয়া হব। মাজত বেৰ নিদিয়াৰ কাৰণ কোনোবাই কিবা বস্তু অকলে লুকাই খাব পাৰে। নিজৰ নিজৰ জুহালত মাছ পুৰি খাব পাৰে। বেলেগে বেলেগে খালে মনবোৰ বেলেগ হৈ যাব পাৰে। গতিকে ইমুৰৰ পৰা সিমুৰলৈ সকলোৱে দেখা শুনাকৈ খাব লাগিব। "জোটাৰ বেঙেনা জোটাতহে লেৰেলিব লাগিব সুলকি পৰিব নালাগিব।" ধান খুন্দোতে চাৰি পাঁচজনী বোৱাৰীয়ে একেটা খুৰলিতে চাৰি পাঁচডাল উৰাল মাৰি চলাব— একেলগে পথাৰৰ কাম কৰিব, একেলগে ডাঙৰ কাঁহী একেখনতে খোৱা-বোৱাও কৰিব। মনলৈ কাহানিও অমিলতা আহিব নোৱাৰে।

গাওঁখনত কাৰোবাৰ হালৰ গৰুৰ দোষত নতুবা জৰ-পীড়াৰ দোষত খেতিত পিছ পৰিছে। তেওঁ যৎকিঞ্চিত ভাত 'আপং' যোগাৰ কৰি গাঁৱৰ মানুহক খবৰ দিয়ে। প্ৰতিঘৰৰ পৰা একো-হালকৈ গৰু বা ম'হ লৈ কান্ধত নাঙল যুঁৱলিৰে সৈতে একোজন হালোৱা তেওঁৰ পথাৰত উপস্থিত, তিনিমাহৰ কাম একেদিনাই হৈ গ'ল ইয়াকে কয় "ৰিগ্নম্" প্ৰথা। গাঁৱৰ কেৱা ঘৰৰো ধান দাই আজিৰ হ'ল, আনহাতে আকৌ কেবাঘৰৰো দাই শেষ হোৱা নাই। ইফালে পানী বাঢ়ি আহিছে, দুদিনতে ধান দাই শেষ হোৱা নাই। ইফালে পানী বাঢ়ি আহিছে, দুদিনতে ধান দাই শেষ নহ'লে পানীয়ে বুৰাই পেলাব। আজিৰ হোৱা বাইজ গৈ পথাৰত উপস্থিত হ'লগৈ। হাতে পাতে ধৰি ধান উঠাই পেলালে। কাৰো-বাৰ পথাৰত ধানৰ ডাঙৰি বন্ধা অৱস্থাত থাকিল। ইফালে ধুমুহা আহিব ধৰিছে। অলপ পিছত বৰষুণ হব। ডেকা ল'ৰা কিছুমানৰ নিজৰ ডাঙৰি কঢ়িওৱা হৈ গ'ল। গ'ল সিহঁত ডাঙৰি থকা পথাৰলৈ

ৰৰমুণ অহাৰ আগে আগে পথাৰৰ ডাঙৰি ভৰালত সোমালহি।

মিচিংসকল সাধাৰণতে চাপৰি মাটিত বাস কৰে। কিন্তু দিনলৈকে নৈ কাষৰীয়া চাপৰিবোৰত বহুত অনাবাদী মাটি আছিল। খেতি আৰম্ভণিৰ আগতে ৰাইজ গোট খালে। আলোচনা কৰিলে "এইৰেলি ক'ত মুঢ়ালি ভঙা হব। মাহৰ খেতি কোনখিনিত কৰা ভাল হব।" কাৰণ একেলগে কৰিলে খেতি ৰখাত সুবিধা, বেৰা দিয়াত সুবিধা, হাতে পাতে, ধৰি তোলা মেলাতো সুবিধা। কোনোবাই নতুনকৈ ঘৰ সাজিছে। মিচিংসকলে সাধাৰণতে নিজে নিজেই ঘৰ সাজি লয়। কোনো আজৰিত থকা মানুহক মাতিবই নালাগে। নিজে নিজেই সহায় কৰি দিলেগৈ। এঘৰত ডাঙৰ সকাম বা বিয়া পাতিছে আগৰাতি গাঁৱত খবৰ পঠালে। ৰাইজে কাইলৈ অলপ সহায় কৰি দিব লাগে। গঞাই জানি গ'ল। একোজনকৈ ওলাই গৈ সকামৰ বাবে বন শাক, পাত পতুৰা আনি ঘৰ ভৰাই দিলেহি।

মিচিং গাওঁবিলাকত গাভৰু ছোৱালীয়ে একে ঠাইতে একেলগে তাঁত বব পৰা দীঘলীয়া দীঘলীয়া পঁজা ঘৰ প্ৰায়ে দেখা যায়। একেলগে হাঁহি ধেমালি কৰি তাঁত বৈ তেওঁলোকে ভাল পায়। সকলোৰে মনৰ মিল থাকে। ইজনীয়ে বাছিৰ নজনা ফুল সিজনীৰ পৰা শিকি লব পাৰে। কোনোবা ফাগুন দিনৰ মন উতলা কৰা ক্ষণত সকলোবোৰ গাভৰু ছোৱালীয়ে বগৰি চাপৰিত বগৰি খায়গৈ—বগৰি গছৰ তলে তলে কহুৱাৰ অঁাৰে অঁাৰে মন হৰি নিয়া 'অই নিঃতম্' গায়। কোনোবা সময়ত সোৱণশিৰীৰ ৰূপালী পানীত একেলগে পৰি বনৰীয়া ৰাজহাঁহৰ সাঁতোৰ মেলে। গাঁৱৰ ডেকা-গাভৰুৰ নিভাজ আৰু অকৃত্ৰিম মিলনৰ সাথী "মুৰং ঘৰে" দিয়ে। কিন্তু আজিৰ যুগৰ বিভেদকামী ৰাজনীতিৰ চূড়ান্ত প্ৰতিযোগিতাৰ মাজত কিছুমান সৰল মনৰ মূল খনেৰে গঢ়ি উঠা মিচিং সমাজৰ এই সমবায় পদ্ধতিৰ মূল্যাঙ্কণ কৰাৰ অৱসৰ জানো কাৰোবাৰ থাকিব?

---

ৰচনা, আগষ্ট, ১৯৭০ চন।

# মিচিং সমাজত নাৰীৰ স্থান

টাবু টাইদ্

আমি যি অৰ্থত কওঁ যে বিশ্বত সিঁচৰিত হৈ থকা বিভিন্ন জাতি-ধৰ্ম বৰ্ণৰ মানুহৰ মাজত একোটিয়েই মাথোন মানুহসমা, সেই একে অৰ্থত কব পাৰো যে, দেশ কাল ভেদেই নহওঁক, নাৰী সদায়েই নাৰী। ফুলৰ দৰে কোমল হৈও হীৰাৰ দৰে কঠিন হ'ব পৰাটো এই বিশ্ব নাৰীসত্বাৰ বহু বৈশিষ্ট্যৰ ভিতৰত এটা।

তথাপি সমাজ ভেদে, সময়ভেদে, আৰু সভ্যতা ভেদে নাৰীৰ সামাজিক স্থান ও দায়িত্ব ভিন্ ভিন্ হোৱা দেখা যায়। আমাৰ সৰু অসমখনৰ ভিতৰতে এনেকুৱা সমাজ আছে যি সমাজত পৰিয়াল পৰিচালনা, অৰ্থ উপাৰ্জ্জন আদিৰ দৰে গধুৰ দায়িত্ব নাৰীয়েই বহন কৰে। আৰু এনেকুৱা সমাজো আছে, যি সমাজে নাৰীয়ে অপৰিচিত জনৰ আগত আৱৰণপৰা মুখ উলিওৱাটো দুৰ্নীতি বুলিয়েই হয়তো গণ্য কৰে। এহাতে এমেজনসকলৰ দৰে পুৰুষ বিদ্বেষী, যুদ্ধপ্ৰেম নাৰীৰ অস্তিত্বৰ কাহিনী যিদৰে আমি জানো, সেইদৰে আনহাতে পুৰুষৰ আজ্ঞা পালন কৰি সতীত্বৰ তলা কৰ্ঁজত বান্ধি নিঃসঙ্গ জীৱন যাপন কৰা নাৰীৰ কথাও আমাৰ অবিদিত নহয়। জ'ন দাৰ্ক'ৰ বিচাৰত এটা প্ৰধান অপৰাধ হিচাবে গণ্য কৰা হৈছিল—তেওঁৰ পুৰুষ বেশ; অথচ ভিয়েটনামৰ অজস্ৰ জ'ন দাৰ্ক আজি প্ৰশংসাৰ পাত্ৰী।

এনে স্থলত মিচিং সমাজত মিচিং নাৰীৰ স্থান অসমৰ তথা ভাৰতৰ অন্যান্য সমাজৰ নাৰীৰ স্থানৰ তুলনাত পৃথক পৰ্য্যায়ৰ হোৱাটো অসম্ভব নহয়। আৰু অসমীয়া ভাষী আইদেউসকলে একেখনি অসমীয়া লুইতৰ পানীয়ে জীয়াই ৰখা মিচিং আইদেউসকলৰ বৈশিষ্ট্য সম্পৰ্কে জানিবলৈ আগ্ৰহ দেখুওৱাটো উচিত বুলিয়েই ধাৰণা হয়। অৱশ্যে এখন সমাজত নাৰীৰ স্থান নিৰ্ভৰ কৰে বিশেষকৈ সেই সমাজৰ সভ্যতা ও সংস্কৃতিৰ ওপৰত; গতিকে মিচিং সমাজ ব্যৱস্থাত নাৰীৰ স্থান নিৰূপণ কৰাৰ আগতে

মিচিংসকলৰ সভ্যতা সংস্কৃতিৰ স্বৰূপ সম্পৰ্কে এটা থূল মূল ধাৰণা কৰি লোৱা প্ৰয়োজন ।

ভাৰতীয় সভ্যতাৰ প্ৰধান সোঁতত অন্যান্য জনজাতীয় লোকৰ দৰে মিচিংসকলৰো বিশেষ অবদান নাই । তিব্বত-বৰ্ম্মীয় গোষ্ঠীৰ অন্যান্য জাতি উপজাতিৰ দৰে তেওঁলোককো আদিম শ্ৰেণীৰ মানুহৰ মাজতে গণ্য কৰা হয় । কেইশমান বছৰৰ আগলৈকে তেওঁলোকৰ বাসস্থান আছিল উত্তৰ পূৰ সীমান্ত অঞ্চলত । কিন্তু ঠিক এইটো কাৰণেই মিচিংসকলৰ সভ্যতা ও সংস্কৃতি সম্পৰ্কে এটা ভুল ধাৰণা হোৱাৰ অৱকাশ আছে । অৰ্থাৎ তেওঁলোক যদিও পাহাৰীয়া শ্ৰেণীৰ মানুহ, তেওঁলোকৰ বিশ্বাস ও আচাৰ-নীতি যদিও আদিম পৰ্য্যায়ৰ হোৱাটোৱেই স্বাভাবিক, তথাপি অসমৰ সমতলত বসতি কৰা দিনৰে পৰা তেওঁলোকৰ আগৰ সভ্যতা ও সংস্কৃতিৰ স্বৰূপ ক্ৰমান্বয়ে পৰিবৰ্ত্তনৰ সন্মুখীন হৈ আহিছে। কোৱা বাহুল্য যে ভৈয়ামৰ নতুন পৰশেই এই পৰিবৰ্ত্তনৰ কাৰণ।

পোনপটীয়া ভাৱে ক'বলৈ গলে মিচিংসকলৰ বৰ্ত্তমানৰ সাংস্কৃতিক অস্তিত্ব "হাইব্ৰিড" অৰ্থাৎ দ্বিজাতীয় পৰ্য্যায়ৰ। তেওঁলোকৰ সাংস্কৃতিক পৰিচয় যি দৰে পৰ্বতীয়া, সেইদৰেই সমতলীয়, যিমান আদিম পৰ্য্যায়ৰ, সিমানেই অসমীয়া হিন্দু সংস্কৃতি ধৰ্ম্মী । কি ধৰ্ম, কি ভাষা, কি ৰীতি-নীতি, কি ৰং-ধেমালি—তেওঁলোকৰ জীৱনৰ প্ৰায় সকলো ক্ষেত্ৰতেই ভৈয়ামৰ পৰশ লাগিছে। সেয়েহে মিচিং গাভৰুক বিয়াৰ সময়ত কইনাৰ সাজ হিচাবে মুগাৰ বিহা-মেখেলা পিন্ধোৱা হয় আৰু বেইও নোৱাই ধোৱাই ঢোল তাল পেঁপাৰ ধ্বনিত উৎসৱ মুখৰ পৰিবেশত বিবাহ কাৰ্য্য সম্পাদন কৰা হয় বুলি কলে অসমীয়া ভাৱী আইদেউ-সকল আচৰিত হোৱাৰ কাৰণ নাই। অৱশ্যে, পাহাৰ আৰু ভৈয়ামৰ এনে সংমিশ্ৰণৰ ফলত মিচিংসকলৰ নিজস্ব হেৰাই গৈছে বুলি ধৰি ললে নিশ্চয় ডাঙৰ ভুল হ'ব।

সি যিকি নহওক, এই দ্বিজাত-ধৰ্ম্মী সভ্যতা ও সংস্কৃতিৰ মাজত মিচিং নাৰীসকলক কল্পনা কৰি লোৱাটো সদায় সমীচীন।

বিশ্বৰ অন্যান্য সমাজৰ নাৰীৰ দৰে মিচিং নাৰীও প্ৰধানতঃ এক মাতৃজাতি। সৃষ্টি প্ৰক্ৰিয়াত নাৰীৰ ভূমিকাই মুখ্য বুলি মিচিং সকলে বিশ্বাস কৰে। সেইকাৰণে বৈজ্ঞানিক সকলৰ দৰে সূৰ্য্যক

সকলো শক্তিৰ উৎস হিচাবে গণ্য কৰা মিচিংসকলে সূৰ্য্যক সম্বোধন কৰে "আনী দঃঞ্ৰি" অৰ্থাৎ "মাতৃ সূৰ্য্য"! এই অতুলনীয়া শক্তি সম্পন্না "মাতৃ সূৰ্য্য"ৰ কাষত "আবু পঃল" অৰ্থাৎ "পিতৃ চন্দ্ৰ" ভেনেই ম্লান। আকৌ যি নদ-নদীয়ে তেওঁলোকক পাহাৰৰ পৰা ভৈয়ামলৈ নামিবৰ সময়ত বাট দেখুৱাই আনিলে আৰু মাটি উৰ্বৰ কৰি দি জীয়াই থকাৰ ইন্ধন যোগালে সেই নদীসমূহকো তেওঁলোকে "মাতৃ" বুলিয়েই সম্বোধন কৰে।

কিন্তু সূৰ্য্যক নৰীৰূপে পূজা কৰাটো মিচিং নাৰীৰ কাৰণে আশাপ্ৰদ হ'লেও এটা কাল্পনিক আদৰ্শ মাথোন। বাস্তৱ ক্ষেত্ৰত তেওঁলোক সিমান সৌভাগ্যৱতী নহয়। পূজা ভক্তিৰ পাত্ৰী হোৱাৰ পৰিবৰ্ত্তে তেওঁলোক সকলো দিশৰ পৰাই পুত্তৌৰ পাত্ৰী বুলিহে ক'ব পাৰি। এগৰাকী মিচিং তিৰোতাই সাধাৰণতে পালন কৰিব লগীয়া দৈনন্দিন কৰ্ত্তব্যসমূহলৈ এবাৰ চকু ফুৰালেই এই সত্য প্ৰতিপন্ন হয়। কুকুৰাৰ প্ৰথম ডাকত নহ'লেও অন্ততঃ দ্বিতীয় ডাকৰ লগে লগে অৰ্থাৎ পুৱা ৩।৪ বজাৰ ভিতৰত শয্যা ত্যাগ কৰিব লাগে। যথেষ্ট গধূৰ এডাল মাৰিৰে উৰালত ধান বানি তেওঁ দুসাজ তিনি-সাজলৈ চাউলৰ দিহা ৰাতিপুৱাই কৰিব লাগে। তাৰ পিচত ঘৰৰ ভিতৰখন থানথিত লগাই ল'ৰা-ছোৱালীৰ কাৰণে জা-জলপানৰ দিহা কৰি আৰু পানী জোগাৰ কৰি বেলি ওলোৱাৰ আগতে বা লগে লগে খেতি পথাৰৰ কামত হাত দিয়ে। কৃষি কাৰ্য্যত মিচিং নাৰীৰ কৰ্ত্তব্য চৰাই খেদাৰ দৰে সহজ কামৰ পৰা আৰম্ভ কৰি হাবি ভাঙি খেতি লগোৱাৰ দৰে কঠিন কামলৈকে হ'ব পাৰে। সময়ে সময়ে পুৰুষৰ লগত সমানে সমানে দা-কোৰৰ পৰিশ্ৰম কৰিব লাগে। মুঠতে কৃষি কাৰ্য্যত জন্তুৰ সহায়ত কৰা পৰিশ্ৰমৰ বাহিৰে বাকী সকলো ধৰণৰ শ্ৰম মিচিং নাৰীয়ে পুৰুষৰ প্ৰায় সমানেই কৰিব লাগে। গতিকে পুৰুষ কেন্দ্ৰিক সমাজ সমূহত Man for the field, woman for the kitchen. অৰ্থাৎ বাহিৰখনৰ কাৰণে পুৰুষ আৰু ঘৰৰ ভিতৰখনৰ কাৰণে মহিলা বুলি যিটো বাৰ আগেয়ে মানি চলা হৈছিল বা এতিয়াও হয়, সেইটো মিচিং নাৰীৰ ক্ষেত্ৰত সম্পূৰ্ণৰূপে প্ৰয়োজ্য নহয়। এইটো তেওঁলোকৰ আত্মনিৰ্ভৰশীলতাৰ পৰিচায়ক আৰু প্ৰকৃত পক্ষে পুৰুষ বিহীন মিচিং পৰিয়াল সেই কাৰণে মুঠেই অসম্ভৱ নহয়। প্ৰয়োজনীয় চাদৰ, মেখেলা, ৰিহা, ব্লাউজৰ কাপোৰ আদি ঘৰতে বৈ লোৱাটোও তেওঁলোকৰ স্বাৱলম্বিতা গুণৰে উদাহৰণ।

দুপৰীয়া আৰু গধূলি ৰন্ধা-বঢ়া কৰা আৰু কৈ অহা কামবোৰৰ উপৰি মিচিং তিৰোতাৰ অন্যান্য কামৰ ভিতৰত খৰি যোগাৰ কৰা, পানী অনা, হাঁহ-কুকুৰা, ছাগলী আদি পোহনীয়া পশু-পখীৰ তদাৰক কৰা, ধান-মৰা, আপং তৈয়াৰ কৰা আদি অন্যতম কৰণীয়। মূৰত খৰিৰ একো একোটা ডাঙৰ বোজা কঢ়িয়াই গধূলি পৰত পথাৰসমূহৰ পৰা তেওঁলোকে বেগাবেগিকৈ ঘৰৰ ফালে খোজ দিয়াটো মিচিং গাওঁ সমূহৰ এটা সচৰাচৰ দৃশ্য।

জীয়াই থাকিবৰ কাৰণে আৰু জীয়াই ৰাখিবৰ কাৰণে, অকাল বাৰ্ধক্য বহন কৰি অনা এই হাড় ভগা পৰিশ্ৰমৰ স্বীকৃতিৰ স্বৰূপে মিচিং নাৰীয়ে মিচিং পুৰুষ সমাজৰ পৰা যিটো বস্তু চিৰদিন পাই আহিছে সেইটো হ'ল পুৰুষৰ মই-মতালি। পুৰুষ সমাজে তেওঁলোকক সদায়েই শাসন কৰি আহিছে। নাৰী জাতিৰ ওপৰত পুৰুষ শ্ৰেণীয়ে সাধাৰণতে যি মন্তব্য কৰে সেইটো হ'ল "লাও যেনেকুৱাই নহওঁক পাতৰ তল"। কথাষাৰি প্ৰকৃত ইংগিত যিয়েই নহওঁক তেওঁলোকে ইয়াৰ দ্বাৰা পুৰুষৰ শ্ৰেষ্ঠতাকেই বুজাব খোজে।

পুৰুষৰ এই আত্মাভিমান মিচিং তিৰোতাৰ জীৱন বিশেষ ভাবে সীমাবদ্ধ কৰি ৰাখিছে। "কৌবাং" অৰ্থাৎ পঞ্চায়ত শ্ৰেণীৰ যিবোৰ বিচাৰ সভা বা আলোচনা সভা বহে, সেইবোৰত তিৰোতাক সদস্য কৰা নহয়, আন কি, এনে সভাত তিৰোতাৰ উপস্থিতিও কাম্য নহয়। অৰ্থাৎ তিৰোতা মানুহৰ মতামতৰ ওপৰত কিবা গুৰুত্ব থাকিব পাৰে বুলি পুৰুষসকলে নেভাবে। আকৌ 'পঃৰাগ্' নামৰ যি সমাৰোহপূৰ্ণ উৎসৱ মিচিং সকলে সময়ে সময়ে আয়োজন কৰে, তেনে সামাজিক অনুষ্ঠানত তিৰোতাৰ কৰ্ত্তব্যসমূহ পৰিচালনা কৰিবৰ কাৰণে এখন মহিলা সমিতি গঠন কৰা হয় আৰু মুখ্য পৰিচালিকাক ৰৰাণী উপাধিৰে বিভূষিত কৰা হয় কিন্তু সেইখন সমিতি তদাৰক কৰিবৰ কাৰণে 'তিৰী ৰৰা' পদাধিকাৰী এজন পুৰুষক নিয়োগ কৰা হয়। গতিকে এই ক্ষেত্ৰতো মিচিং নাৰীৰ সামাজিক স্বাধীনতা তেনেই সীমাবদ্ধ।

"মুম্বুৰ্ য়াঃমে" বুলি মিচিং ডেকা-গাভৰুৰ এটা সংগঠন আছে। এই সংগঠনে গঞা ৰাইজৰ বা কোনো পৰিয়ালৰ বিপদে-আপদে সহায়-সহযোগ আগবঢ়ায়। এইখিনি কথা বিচাৰ কৰিলে

ধাৰণা হয় মিচিং তিৰোতাৰ শ্ৰম কৰাৰ বাহিৰে অন্য বিশেষ সামাজিক অধিকাৰ নাই।

দুটা কথাত তেওঁলোক অলপ সৌভাগ্যৱতী বুলি ধাৰণা হয়। প্ৰথমটো হ'ল আমোদ প্ৰমোদৰ ক্ষেত্ৰত তেওঁলোকে পুৰুষৰ সমানে অংশ গ্ৰহণ কৰিব পাৰে। ডেকা-গাভৰুৰে এক গোট হৈ বিহু মৰাটো ব্যতিক্ৰম নহয়; ই এক প্ৰকাৰ এটা আইন। সমস্ত বান্ধোনৰ পৰা আঁতৰি বিহুতলীতেই যেন মিচিং গাভৰুৱে এটা মুক্ত নিশ্বাস এৰিব পাৰে। দ্বিতীয়তে, মিচিং গাভৰুৱে মনে বিচৰাজনক পতি বৰণ কৰিব পাৰে; কাৰণ সাধাৰণ নিয়মেৰে বিয়া নহ'লেও "পলুৱাই নিয়া" প্ৰথাকো মিচিং সমাজে সম্পূৰ্ণ নৈতিক স্বীকৃতি দিয়ে? কিন্তু পলুৱাই নি বিয়া কৰালে ডেকাঘৰীয়াই গাভৰু ঘৰীয়াক ধন ভৰিব লাগে।

মিচিং সমাজত বিধবাবিবাহৰ প্ৰচলন আছে, আনহাতে বিবাহ বিচ্ছেদ নিষিদ্ধ নহয় যদিও এনে ঘটনা বিৰল। কাৰণ, এক পতিৰ সাধনা মিচিং নাৰীসকলৰ আদৰ্শ।

ওপৰত কৈ অহা কথাবোৰৰ বহল আলোচনাৰ সুযোগ ইয়াত নাই। সামৰণিত ক'ব লাগিব যে, সময়ৰ অগ্ৰগতিৰ লগে লগে সভ্যতা ও সংস্কৃতিয়ে বিশ্বৰ বিভিন্ন নাৰী সমাজক যিদৰে মানসিক উৎকৰ্ষতাৰ নিত্য নতুন যোগান ধৰিছে, মিচিং নাৰী সেই পোহৰৰ পৰা বঞ্চিতা। শিক্ষাৰ অভাৱেই মিচিং নাৰীৰ মানসিক জড়তাৰ কাৰণ। মাতৃজাতিৰ এই অনুৎকৰ্ষতা মিচিং সমাজ পিছ পৰি থকাৰ এটা প্ৰধান কাৰণ। বননিৰ এন্ধাৰত লুকাই থকা অনাদৃতা কপৌ ফুল যেন, মিচিং তিৰোতাসকলৰ প্ৰতি নিশ্চয় আমাৰ সকলোৰে বহুতো কৰ্ত্তব্য আছে।*

---

*জোনাকীৰ কণিকা। ১৯৬১ চন।

# মিচিং সমাজত নাৰীৰ ভূমিকা

## নন্দেশ্বৰ পামেগাম

নাৰী আৰু পুৰুষৰ সমষ্টিৰে সমাজ গঠিত। অকল পুৰুষ বা নাৰীৰ দ্বাৰাই সমাজ সংগঠিত হব নোৱাৰে। সমাজ হ'ল ব্যক্তিৰ বহুবচন; পুৰুষৰ আৰ্ধাঙ্গস্বৰূপ নাৰী। নাৰী আৰু পুৰুষৰ সৰ্ব্বতোপ্ৰকাৰ উন্নতি আৰু নেৰানেপেৰা চেষ্টাৰ দ্বাৰাহে সুস্থ সবল এখন সমাজৰ সৃষ্টি হ'ব পাৰে। অসমীয়া জাতিৰ জনক মহাপুৰুষ শ্ৰীশংকৰদেৱেও নাৰী পুৰুষৰ সমন্বয়ৰ প্ৰয়োজনীয়তা সম্বন্ধে তলৰ ফাঁকি লিখিছে—

পুৰুষ প্ৰকৃতি দুয়ো হৈবা একমতি।
তেবেসে সিজিব হৰিত ভকতি।

সমাজ আৰু সংস্কৃতি বিকাশৰ পথত নাৰীৰ অবদান অনন্য। ই আজিৰ নতুন কথা নহয়, তাহানি ইতিহাসৰ অনাদি কালৰ পৰা ভাৰতীয় নাৰীয়ে বিভিন্ন কাৰ্য্যকলাপবোৰত অংশ গ্ৰহণ কৰি উল্লেখযোগ্য আৰু প্ৰসংশনীয় স্থান অধিকাৰ কৰি আহিছে।

মিচিং সমাজৰ কথা বিশ্লেষণ কৰি নাচালে নাৰীৰ স্থান বিতংভাৱে নিৰ্ণয় কৰি দিয়া সহজ নহয়। এই সমাজৰ নাৰীৰ নামগুণ বাহিৰজগতত নেথাকিলেও অসমৰ অসমীয়াই কৃষ্টি-সংস্কৃতিৰ ক্ষেত্ৰত মিচিং নাৰীৰ কথা পাহৰিব নোৱাৰে। মিচিং নাৰী অশিক্ষিত অথচ কৰ্মপটু। অসমৰ প্ৰতিজনী মিচিং নাৰীয়ে পথাৰত কোৰমাৰি শস্য উৎপাদন কৰে। ধান ৰোৱা, মৰণামৰা, খেতি বাতিৰ অনিষ্টকাৰী বস্তুৰ প্ৰতি চকু ৰখা ইত্যাদি কামত তিৰোতাৰ ভাৰ অধিক। মিচিং নাৰীৰ জীৱন ইতিহাস বৰ জটিল। তেওঁলোকৰ জীৱনৰ দৈনন্দিন কামৰ তালিকাত দেখা পাওঁ প্ৰতিটো অনুপৰামাণুৰ লগত তিৰোতাৰ দায়িত্ব সাঙোৰ খাই আছে। তেওঁলোকৰ কৰ্ত্তব্যৰ বিৰতি নাই। পুৱা প্ৰথম কুকুৰা ডাকত উঠি বুকুৰ কেঁচুৱাটি পিঠিত বান্ধিলৈ উৰালত ধান বানে, নৈৰ পৰা পানী দুকলহ আনে. ঘৰুৱা কাম যত হয় সকলোখিনিকেই কৰে।

প্ৰথম কুকুৰা ডাকতে শোৱা বিছনা ত্যাগ নকৰিলে আলৰ বুঢ়ীৰ হাঁহিয়াতৰ পাত্ৰ হয়। বেলিয়ে ভুমুকি মৰাৰ আগতে ঘৰৰ ভিতৰৰ আৰু বাহিৰৰ কাম শেষ কৰি পথাৰমুৱা হবৰ নিমিত্তে সাজু হয়। বাটৰ সময়ছোৱা এনেয়ে খৰচ নকৰি হাতত টাকুৰীটো ঘূৰাই যায়। অবাবত সময় কটোৱা মিচিং তিৰোতাৰ লজ্জাৰ বিষয়। পথাৰত দিনটো কাম কৰি আজৰি সময়খিনিত হাবিৰ পৰা শাক-পাচলি, ফল-মূল, খৰি লুৱা আদি কামত ব্যস্ত থাকে। এনেকৈ নাৰীয়ে কৃষিৰ ক্ষেত্ৰতো উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰে।

মিচিং নাৰীৰ নাম ঘৰুৱা শিল্পত। মিচিং সম্প্ৰদায়ক আনে পাহৰিলেও "মিৰিজিম" বুলি কোৱাৰ লগে লগে নিশ্চয় মনত পৰিব। "মিৰিজিমে" এসময়ত অসম তথা সদৌ ভাৰতবৰ্ষতে খ্যাতি আৰ্জ্জন কৰিব পাৰিছিল। "মিৰিজিমৰ" কাৰুকাৰ্য্য অতি কৌশল পূৰ্ণ। 'মিৰিজিমে'ই মিচিং সম্প্ৰদায় এটি যে অসমত আছে তাৰ কথা বহিজগততো প্ৰচাৰ কৰি দিয়ে। মিচিঙৰ জাতীয় সাজ পোছাক "বিবি গাচেং", "য়াম্ব", "গাপা গাৰে," "গাপা", "গনৰ উগন" ইত্যাদি বিলাক আটক ধুনীয়া আৰু মজবুত ধৰণে নাৰীয়েই তৈয়াৰ কৰি বস্ত্ৰৰ সমাধান কৰে।

প্ৰতিজনী তিৰোতাই বোৱাকটা শিল্পত পাকৈত। নিজৰ নিজৰ ছোৱালীক মাকেই শিকায়। মাক বুদ্ধিমতী নহ'লে জীয়েকেও মাকৰ দৰে হোৱা স্বাভাৱিক। এয়ে মিচিঙৰ মাজত কাপোৰ বব নজনা তিৰোতাৰ স্থান অতি নীচ বুলি স্বীকৃত। মানুহ ব্ৰহ্মাণ্ডৰ আশ্চাৰ্য্য সৃষ্টি, চিন্তাশক্তি তাৰ বৈশিষ্ট্য। ইতিহাসৰ অনাদি কালৰ পৰা মিচিঙে প্ৰকৃতিৰ সতে সংগ্ৰাম কৰি ইয়াৰ পৰিবেশ আৰু প্ৰাকৃতিক নিয়মবোৰ কৰায়ত্ত কৰিবলৈ আপ্ৰাণ চেষ্টা চলাই আহিছে। তাৰ ফল স্বৰূপেই মিচিং নাৰীয়ে গছ গছনিৰ ছাল পাত ইত্যাদিক আদৰ কায়দাৰ যোগেদি বং কৰি কাপোৰত নানান ৰঙৰ চানেকি তোলে। এইবোৰ বং সহজে মচা নেযায়। মিচিং নাৰীয়ে এই বং বৈজ্ঞানিক গ্ৰন্থ অধ্যয়ন কৰি কৰা নাই। অথবা আন কাৰোবাৰ পৰা নকল কৰাও নহয়। এইয়া মিচিং নাৰীৰ স্বকীয় সাজ পোছাকৰ বাবে কৰা কাৰুকাৰ্য্যৰ প্ৰগতিমুখী অভিযানৰ প্ৰতীক। যুগ যুগ ধৰি ঠৌকি শিকা অভিজ্ঞতাৰে বৈচিত্ৰ্যময় কৰি গঢ়ি তোলে ভেওঁলোকৰ জীৱন। মিচিং নাৰীৰ

ফুলাম আৰু বং বিৰঙৰ সাজ পোছাক আজি আন বাহিৰজগতৰ চকুত চমকপ্ৰদ হৈ পৰিছে।

এই বয়ন শিল্পত মিচিং নাৰীৰ নিজা ঐতিহ্য আছে, যি ঐতিহ্যই অসমৰ কলা কৃষ্টিৰ বৰ চৰাত বিপুল বৰঙণি যোগাব পাৰে। এৰি, মুগা আৰু পাটৰ কাপোৰ তৈয়াৰ কৰাটো মিচিং নাৰীৰ এক প্ৰকাৰ ব্যৱসায় আছিল বুলি কলে বহুত সনা নহব। তাৰো-পৰি প্ৰতিজনী তিৰোতাই কুকুৰা, গাহৰি, পাৰ আদি পোহাটো মিচিং নাৰীৰ আন এটা বৈশিষ্ট্য। ইবিলাকক বিক্ৰী কৰি নিজৰ প্ৰয়োজনীয় আহিলা-পাতিৰ যোগান নিজেই ধৰে।

মিচিং নাৰী কৰ্মপটু আৰু ধৈৰ্য্যশীল। মিচিং নাৰী বৰ পৰিশ্ৰমী। সুবিধা পালেই পুৰুষৰ সতে কৰ্ম্মৰ ফেৰ মাৰে। কিন্তু আমাৰ নাৰী সমাজৰ কৰ্ত্তব্য শক্তিয়ে আজিও চোতালৰ পৰিসীমাতে আৱদ্ধ। তথাপি এইটো আমি অস্বীকাৰ কৰিলে নচলিব যে বাহিৰজগতৰ লগত সংস্পৰ্শ ৰাখিবলৈ সুবিধা পোৱা নাই আৰু পুৰুষসকলো এই বিষয়ত অমনোযোগী। মিচিঙৰ জাতীয় সামাজিক 'ইদুগ্' (উৎসৱ) বিহু পৰ্ব আদিতো মিচিং নাৰীয়ে সমানে অতীতৰ পৰাই অংশ গ্ৰহণ কৰি আহিছে।

মিচিঙৰ সামাজিক "ইদুগ্" "আলিয়াই লৃগাং", (কঠিয়া সিঁচা উৎসৱ) আৰু "পঃৰাগ্" (নৰাছিঙা বিহু) আদি কৃষ্টিমূলক উৎসৱাদিত নাৰীৰ কাৰ্য্য প্ৰণালী অতি প্ৰশংসনীয় আৰু প্ৰতিটো উৎসৱত নাৰীয়ে বিশেষ ধৰণৰ একো একোটি ভাৰ বহন কৰে। "আলিয়াই লৃগাঙৰ" মুকলি মুৰীয়া "গুম্ৰাগ্" "কোঁচকেপাগ্" আদি নৃত্যই এক নৃত্যপুৰী সৃষ্টি কৰে। "মৃম্বৃৰ্ যাঃমে" (ডেকা-গাভৰু) ৰ প্ৰেম প্ৰীতিৰ মাজৰ সম্প্ৰীতিৰ বীজ সিঁচে। লগে লগে মিচিং নাৰীৰ নাচত অসীম সৌন্দৰ্য্যৰ সমাবেশ হয়। শীতকাল হোৱাত বনৰুণ শাম কাটে আৰু ক্ৰমে নৈসৰ্গিক সৌন্দৰ্য্যই ব'হাৰ উত্তাপত যি এক অভিনৱ ভাৱে জগতখন সজাগ কৰি নতুনৰ নসুৰ লৈ প্ৰতিধ্বনি তোলে, ঠিক এনে সময়হোৱাত এই উৎসৱ পাতে। ফাগুনৰ বলিয়া বতাহৰ নৰ বং সিঁচা সময়তে পতা কাৰণেই এই উৎসৱ বৰ তাৎপৰ্য্যপূৰ্ণ আৰু তেনেকৈ আমোদজনকো। এই উৎসৱ মিচিং নাৰীৰ বুকুৰ অমপোল, যত তেওঁলোকৰ প্ৰাণখোলা

হয় আৰু যি বিহুত নানাচিলে ধানৰ থোক লেখেলি বিদাৰি যায় বুলি বিশ্বাস তেওঁলোকৰ মাজত আছে। এই উৎসৱৰ লৈতে অসমৰ 'বঙালী বিহু'ৰ লগত হুবহু সাদৃশ্য বিচাৰি নেপালেও প্ৰায় ক্ষেত্ৰত সাদৃশ্য মন কৰিব লগীয়া। আনহাতে প্ৰচলিত কাহিনীত গীত (Pastoral song) সমূহ প্ৰায়ে নাৰীকণ্ঠৰ বিননি বুলিব পাৰে। "বাবু গেজা" নামৰ বিননি গীতত জীয়েকৰ প্ৰাণৰ বিননি আৰু তেনেকৈ "ন্নাঃয়' পিচিৰিঙ" আদি একে ধৰ্মীয় গীত। অই নিঃতম্., কাবান, (বিননিগীত) নিচুকনি গীত আদিত মিচিং নাৰীৰ ভূমিকা উল্লেখযোগ্য।

আনহাতে পঃৰাগতো নাচোন আৰু অই নিঃতম্.ৰ সম্বন্ধ নাৰীয়েই ৰাখে। তদুপৰি অই নিঃতম্.বোৰৰ ভাবাৰ্থৰ উপৰিও ছন্দোময়ী ভাষাৰ লালিত্য অতি আকৰ্ষণীয়। 'পঃৰাগ' সাধাৰণতে আহিন-কাতি অথবা ফাগুন-চ'ত মাহত অনুষ্ঠিত হয়। ইয়াক পৰিচালনাৰ ভাৰ লয়—"মুম্.বুৰ্. য়াঃমে" (ডেকা-গাভৰু) নামৰ এটি অনুষ্ঠানে। নাৰী আৰু পুৰুষ সমানে মুম বুৰ্-য়ামেৰ অনুষ্ঠানত বিষয়বাব পায়। ইয়াক পৰিচালনা কৰা নীতি সম্পূৰ্ণ ধৰণে গণতান্ত্ৰিক ভিত্তিত। "মুম্.বুৰ্." (গাভৰু) হ'তৰ গুৰিতে থাকে এজনী "তিৰীবৰা" আৰু "বৰাণী", ঠিক তেনেকৈ "য়াঃমে" (ডেকা) হ'তৰ গুৰি হ'ল "ডেকাবৰা" ইহ'তৰ তলতীয়া বহুতো সৰু সুৰা বিষয়ববীয়া "মুম্.বুৰ্. য়াঃমে" থাকে। "পঃৰাগ্.ৰ" পৰিচালনা কৰা নীতিত আহোম যুগৰ শাসন নীতি আৰু মোগল যুগৰ 'মনচবদাৰী' নীতিৰ লৈতে কিছু পৰিমাণে সাদৃশ্য আছে। ইয়াৰ উপৰিও অন্যান্য সৰু সুৰা উৎসৱ, পৰ্ব আদিতো মিচিং নাৰীৰ স্থান সুকীয়া ভাবে সংৰক্ষিত থাকে। বিহুত নচা, 'অই নিঃতম্.' গোৱা তেওঁলোকৰ কৰ্ত্তব্য আৰু এইবোৰ জনাটো গৌৰৱৰ বিষয় বুলিয়েই ভাবে। প্ৰতিজনী গাভৰুৱেই গগনা বজাব পাৰে, ভৰ বাৰিষা সোৱণশিৰী নৈৰ বুকুত নাওঁ বাই অই নিঃতম্.ৰ সুৰ তুলি গীত গাই আত্মহাৰা হৈ নৈ পাৰ হৈ সিপাৰৰ পথাৰলৈ যায়। নৈৰ সতে মিচিঙৰ নিবিড় সম্বন্ধ সো তাহানিৰ পৰাই আছে। স্বৰ্গীয় ৰজনী কান্ত বৰদলৈৰ "মিৰি জীয়ৰী"য়ে মিচিং জীয়ৰীৰ জীৱনৰ, যৌৱনৰ বহু কথাই কলে। এঠাইত তেখেতে লিখিছে "মিৰি জীয়ৰী মৰা নাই, অথবা মৰিও অমৰ।"

মিচিং সমাজৰ "মিতিৰ পতা" ক্ষেত্ৰত বাপেকেই সৰ্বেসৰ্বা বুলি কব নোৱাৰি। বিয়া-বাৰুৰ সম্বন্ধত পৰিয়ালৰ পুৰুষসকলে মতামত দান কৰে। ছোৱালী মাকৰ মতামত প্ৰায়ে লোৱা নহয়। অৱশ্যে এই নীতিৰ দ্ৰুত পৰিবৰ্ত্তন আহিছে। ছোৱালীৰ মতামত যে বিয়া-বাৰুৰ ক্ষেত্ৰত বৰ্ত্তমান অপৰিহাৰ্য্য সেইটো উপলব্ধিৰ মাজলৈ আহিছে। প্ৰায়বোৰ বিয়াত ছোৱালীয়ে নিজেহে যাক ভাল পাই গন্ধৰ্ব্ব প্ৰথা (Elopment) যে বৈবাহিক সূত্ৰতে আবদ্ধ হোৱা সংখ্যাত সৰহ। এই নীতিৰ প্ৰায়বোৰ গাঁৱতে ব্যাপক প্ৰচলন আছে। ডেকা-গাভৰুৰ প্ৰণয়ৰ যোগ সূত্ৰ স্থাপনৰ প্ৰকৃতস্থল হৈছে—জাতীয় বিহু উৎসৱবোৰ। ঘৰৰ সকলো সম্পত্তি বাপেকৰ নামত থাকে, মাকৰ নামত নহয়। সমাজত নাৰীৰ স্থান যদিও আছে 'মাতৃ প্ৰধান" (Matrarchal) নহয়, "পিতৃ প্ৰধান" (Patrarchal system) নীতিহে চলে। তদুপৰি মিচিঙৰ মাজত বহুতো খেল বা উপাধি আছে। যেনে মিলি, তায়ু তায়ে, পায়েং পেঃগু, দলে, পগাগ্, তাঅ্দ্, বাচিং, পেৰ্মে আদি। দৰা 'দলে'ৰ ঘৰৰ হ'লে কন্যা "পেঃগু" অথবা আন জাতৰ হ'ব লাগিব। একেখেল বা জাতৰ মাজত বিয়া কৰোৱা একেবাৰে নিষিদ্ধ। বিয়া কৰোৱাৰ লগে লগে দৰাৰ জাতকেই কন্যাই মানি লব আৰু লিখিব। আন প্ৰকাৰে কোনো নাৰী বিধবা হ'লেও বিধবা বিবাহৰ প্ৰচলন আছে। স্বামীৰ অকাল বিয়োগ হ'লে সকাম নিকাম কৰি সাং কৰাৰ পাচত নতুনকৈ সংসাৰ কৰিব পাৰে।

নাৰীৰ আন এটি মহৎ গুণ হৈছে অতিথি সৎকাৰ। অতিথি সৎকাৰ কৰাটো মিচিং নাৰীৰ ধৰ্ম। বিশেষকৈ বিহু উৎসৱ, পৰ্ব আদিত আলহী অতিথি আহিলে গাভৰু ছোৱালীয়েই খুৱাই বুৱাই থকা মেলাৰ সা-সুবিধা কৰি দিয়ে। এনে উৎসৱত চিনাকি অচিনাকিৰ প্ৰশ্ন নুঠে। সকলোকে সমানে নাৰীয়ে চকুৰাখি অতিথি সৎকাৰ কৰে। অচিনাকি হ'লে হঠাতে চিনাকি মুখেৰে পৰিচয় লোৱাই গাভৰুৰ ধৰ্ম। প্ৰতিঘৰতে মাতি মাতি "আপং আপিন্" (আপং ভাত) খুৱায়। আলহীক ভেওঁলোকে "মিনম্" বোলে। প্ৰতি ঘৰতে অলপ অলপ "আপং আপিন্" নেখালে সাধাৰণতে গাভৰুহঁতে অসন্তোষ প্ৰকাশ কৰে। বিয়া-সবাহ, সকাম নিকাম হ'লে বুঢ়ী আলৰ আইতায়ে শাক-পাচলি অ'ৰ-ত'ৰ পৰা অনাত অংশ গ্ৰহণ

কৰে। গাভৰুহঁতে হঁাহি মুখে কিৰীলি পাৰি সমদলে মাছ মাৰিবলৈ যায়। সামূহিক ক্ষেত্ৰতো এই একে কামতে গাভৰুহঁতে ব্যস্ত থাকে আৰু সমাজৰ পৰিপূৰক হিচাবে কাম কৰিবলৈ ভেওঁলোকে ভাল পায়।

নাৰী শিক্ষা যে সমাজ উন্নতিৰ অবিচ্ছেদ্য অঙ্গ, এই কথাও আজিৰ মিচিং সমাজে বুজি উঠিছে। শিক্ষিতা নাৰীৰ সংখ্যাও বাঢ়ি আহিছে যদিও পুৰুষৰ তুলনাত কম। মিচিং গঁাৱত বিভিন্ন স্কুলো স্থাপন হৈছে। আগেয়ে নাৰী সমাজ নিৰক্ষৰ হোৱাৰ আন এটি কাৰণ আছিল মিচিং গঁাৱত পঢ়াশালি নাছিল। নগৰে চহৰে থাকি শিক্ষালাভাৰ্থে থকা মেলাৰ অসুবিধা আছিল। আনহাতে আৰ্থিক শোচনীয়তাও এটি কাৰণ।

শিক্ষাৰ অবিহনে সমাজৰ অথবা দেশৰ উন্নতি কল্পনা কৰা দুৰাশা মাথোন। মিচিং নাৰীৰ মানৱাত্মাক জাগ্ৰত কৰি তোলাৰ সময় আহিল আৰু মানুহ হিচাবে থিয় কৰোৱাৰো আৱশ্যাক হৈ পৰিছে। শিক্ষাই মানৱাত্মাৰ হিংসা, কলুষ-কালিমা আৰু অজ্ঞানতাৰ পৰা মুক্তি পথৰ সন্ধান দিয়ে। প্ৰকাৰান্তৰে সমাজৰ কু-ৰীতি নীতি অঁাতৰাই আত্মিক উন্নতি সাধনত আৰু মনুষ্যত্বৰ গঢ় দিয়াত সহায় কৰে। শিক্ষা বিষয়ত মিচিং সমাজে নাৰীৰ উপযুক্ত সা-সুবিধা দিব পৰা নাই। তাৰ বাবেই মিচিং সমাজখনৰ অন্তৰায় হৈ পৰিছে যিহেতু নাৰী হ'ল সমাজ উন্নতিৰ অপৰিহাৰ্য্য অঙ্গ স্বৰূপ। মাতৃ হিচাবেও নাৰী শিক্ষাৰ প্ৰয়োজন এই কথা নকৈ কোৱাৰ আৱশ্যাক নাই। এইটো চিৰসত্য যে শিক্ষাৰ দ্বাৰাহে ল'ৰা-ছোৱালীৰ সমুখত মাক-বাপেকে উচ্চ শিক্ষাৰ আদৰ্শ দেখুৱাই সৎ চিন্তা আৰু সুশিক্ষা দি ল'ৰা-ছোৱালীৰ মন উদাৰ আৰু পৰিপক্ক কৰি তুলিব পাৰিব। এই কথা মনত ৰখাটো মিচিং সমাজৰ সকলো লোকৰেই অতি আৱশ্যাক "An educated mother will insist on educating her children, and if other means are not available, she will herself teach her children. So the compulsory Primary education must be introduced for girls wherever it is introduced for boys." শিক্ষাত যদি মিচিং নাৰী

পিচ পৰি থাকে তেনেহ'লে সমাজ উন্নতিতো নহয়েই দেশৰো উন্নতি আশাতীত। বিশেষকৈ আজিৰ গণতান্ত্ৰিক যুগত নাৰী পুৰুষ সমানে শিক্ষিত নহ'লে বিপদ। গতিকেই মিচিং নাৰীয়েও বহিৰ্জগতৰ বিভিন্ন কাৰ্য্যাৱলীত পদক্ষেপ কৰাটো বিধেয় আৰু তাৰ বাবে পুৰুষ আৰু নাৰী সমানেই তৎপৰ হব লাগিব। *

* 'জনৰী মিল্লাম'ত (২য় সংখ্যা) প্ৰকাশিত, ১৯৬৩ চন, ১৮৮৫ শক।

# মিচিং সমাজত সম্পত্তিৰ উত্তৰাধিকাৰ

নাহেন্দ্ৰ পাদুন

আন আন সমাজত থকাৰ দৰে মিচিং সমাজৰো সম্পত্তিৰ অধিকাৰী নিৰ্বাচন কৰাৰ নিয়ম আছে। কোনো বুৰঞ্জী নাইবা লিখিত নিয়ম নাই যদিও এই নিয়মাবিলাক পূৰ্বৰপৰাই মিচিং সমাজত চলি আহিছে আৰু বংশানুক্ৰমে এইবিলাক পালন কৰি আহিছে। অসমত বসবাস কৰি মিচিংসকলে হিন্দু ধৰ্ম গ্ৰহণ কৰিছে যদিও এই নিয়মাবিলাকত হিন্দু ৰীতি-নীতিৰ প্ৰভাৱ এৰিয়াও পৰা নাই।

বাপেকৰ দিনত লাভ কৰা যি কোনো স্থাৱৰ আৰু অস্থাৱৰ বস্তুকে সম্পত্তি বুলি ধৰা হয়। তাকে পুত্ৰ-কন্যাই নিয়মমতে উত্তৰাধিকাৰী হিচাপে লব পাৰে। এইখিনিতে এটা লক্ষ্য কৰিবলগীয়া কথা যে মিচিংসকলৰ নিয়ম মতে মাটিক উত্তৰাধিকাৰ হিচাপে পাব পৰা সম্পত্তি বুলি গণ্য কৰা নহৈছিল। তাৰ কাৰণ মিচিং সকলে বছৰি বছৰি নতুন মাটি দখল কৰি খেতি কৰাৰ অভ্যাস আছিল। এবছৰ বা দুবছৰখেতি কৰাৰ পিছত পূৰ্বৰ ঠাই এৰি আকৌ নতুন হাবি ভাঙি খেতি কৰিছিল। গতিকে সেই মাটিত ৰুই থৈ যোৱা গছৰ ফল মূলৰ বাহিৰে মাটিক সম্পত্তি হিচাপে পুত্ৰ বা সন্তি-সন্ততি-সকলে দাবী কৰিব নোৱাৰিছিল। বৰ্তমান মাটিৰ অভাৱ আৰু পট্টা প্ৰচলন হোৱাৰ পিচত মাটিকো পূৰ্বপুৰুষৰ সম্পত্তি বুলি গণ্য কৰিছে।

সাধাৰণতে লাঃনং, ৰাম্‌বাং (পূজাপাতল আৰু উৎসৱাদিত ব্যৱহাৰ কৰা থালৰ নিচিনা এবিধ বাদ্যযন্ত্ৰ), ৰক্‌চা ( মিবুৱে ব্যৱহাৰ কৰা তৰোৱাল ) আদি আপুৰুগীয়া অথচ ব্যক্তিগত ব্যৱহাৰত নহা বস্তুবোৰ একে পৰিয়ালৰ বা বংশৰ যি কোনো মুখীয়াললোকৰ হাতত ৰখা হয়। কিন্তু তেওঁ তাক ব্যক্তিগত সম্পদ বুলি দাবী কৰিব নোৱাৰে। কৰবাত কেনেবাকৈ সেই সম্পত্তিক

গৰাকীৰ পৰিয়াল বংশহীন হ'লে বা নিঃশেষ হ'লে আন এঠাইৰ সেই একে বংশ পৰিয়াল বা গোষ্ঠীৰ লোকে সেই সম্পত্তিৰ অধিকাৰী বা তত্বাৱধায়ক হ'ব পাৰিব।

উত্তৰাধিকাৰীৰ নিয়ম ঃ—

(১) কোনো বালক সন্তানে বাপেকৰ উত্তৰাধিকাৰী হ'বলৈ হ'লে বাপেকৰ পৰিয়ালৰ গোত্ৰৰ উপাধি গ্ৰহণ কৰিবই লাগিব। (যিহেতু বিয়াৰ পিছত মাকৰ গোত্ৰ থাকিব নোৱাৰে)।

(২) জাৰজ সন্তান বা কোনো জাতৰ উপাধি নথকা পুত্ৰ বা বালকে কাৰো সম্পত্তিৰ উত্তৰাধিকাৰী হ'ব নোৱাৰে।

(৩) বাপেকৰ জীৱিত কালত কোনো পুত্ৰই সম্পত্তিৰ অধিকাৰী হ'ব নোৱাৰে। বাপেকৰ মৃত্যুৰ পিছতহে উত্তৰাধিকাৰী হ'ব পাৰিব।

(৪) কোনো কন্যা সন্তানে বাপেকৰ সম্পত্তিৰ উত্তৰাধিকাৰী হ'ব নোৱাৰে যদিহে বাপেকৰ কোনো পুত্ৰ সন্তান থাকে। মাকৰ ইচ্ছানুসৰি প্ৰদান কৰা তিৰোতাৰ সাজপাৰ, আ-অলংকাৰৰ অধিকাৰিণী হ'ব পাৰিব। কিন্তু সেইবিলাক সম্পত্তিক দাবী কৰিব নোৱাৰে।

(৫) বাপেক জীৱিত কালতেই পুত্ৰই বিয়া কৰাব পাৰে; সুকীয়াকৈ ঘৰ সাজি থাকিব পাৰে আৰু নিজস্ব সম্পত্তি সংগ্ৰহ কৰিব পাৰে। কিন্তু একে ঘৰত থাকি জীৱন নিৰ্বাহ কৰাটোহে মিচিং সমাজৰ প্ৰযোজ্য নীতি। বাপেক জীয়াই থকা কালত ঘৰ বেলেগ হ'লেও ভৌতিয়াই সম্পত্তিৰ স্বত্ব দাবী কৰিব নোৱাৰে।

(৬) বাপেকৰ মৃত্যুৰ পিছত পুতেকে বাপেকৰ সম্পত্তিৰ উত্তৰাধিকাৰী হ'ব। যদি কেবাজনো পুতেক থাকে আৰু পুতেক-সকলে একে ঘৰত নাথাকে তেন্তে উত্তৰাধিকাৰ সূত্ৰে পোৱা সম্পত্তি তেওঁলোকৰ মাজত সমানে ভাগ হ'ব।

এই ক্ষেত্ৰত যদি কোনোবা পুতেকে বাপেক মৃত্যুৰ আগৰপৰাই বেলেগ ঘৰত থাকিবলৈ লয় তেন্তে ঘৰৰ নিত্য ব্যৱহৃত সৰু সুৰা বস্তুৰ ভাগ বাপেকৰ লগত থকা পুতেকজন বা পুতেক কিজনতকৈ তেওঁ কম পাব পাৰে। কিন্তু মূল্যবান সামগ্ৰী আৰু সম্পত্তিৰ ভাগ সমানে পাব।

(৭) কোনো বিধবাই বা ছোৱালীয়ে সম্পত্তিৰ উত্তৰাধিকাৰিণী হ'ব নোৱাৰে। নিঃসন্তান হৈ মৰিলে মৃতকৰ বিধবা পত্নীয়ে উত্তৰাধিকাৰিণী হ'ব পাৰিব। কিন্তু বিধবা স্ত্ৰীয়ে অন্য জাত বা বংশৰ লগত যদি পুনৰ বিবাহ হয় তেন্তে আগৰ স্বামীৰ সম্পত্তি তেওঁ পাব নোৱাৰে। অৰ্থাৎ তেওঁৰ আত্মীয় কুটুম্বক সেই সম্পত্তি ঘূৰাই দিব লাগিব। একে পৰিয়ালত পুনৰ বিবাহ হ'লে সেই সম্পত্তি বিধবা স্ত্ৰীৰ হাতত বাহাল থাকিব।

(৮) কোনো লোকে নাবালক পুত্ৰক সম্পত্তিৰ অধিকাৰী হিচাপে এৰি থৈ মৃত্যু হ'লে তেওঁৰ ভায়েক বা ককায়েকে সেই নাবালকৰ হৈ সম্পত্তিৰ তত্বাৱধান লব। পিছত সম্পত্তিৰ তত্বাৱধান লব পৰা হ'লে সেই সম্পত্তি গতাই দিব বা ভাগ কৰি দিব।

উল্লেখিত এই নিয়মত কাৰোবাৰ ব্যতিক্ৰম হ'লে নাইবা সম্পত্তি ভাগ কৰোতে কাজিয়াৰ সূত্ৰপাত হ'লে সমাজৰ বিচাৰ সভা কাৰাঙে তাক বিচাৰ কৰে।*

* ১৯৬৭ চনৰ ১০ ডিচেম্বৰ "দৈনিক জনমত" পূৰ্বে প্ৰকাশিত।

# মিচিং গাভৰুৰ স্বাৱলম্বীতা

## ভৃগুমুনি কাগ্‌য়ুং

·অৰ্থনীতিৰ ওপৰত ভিত্তি কৰি সংস্কৃতি আৰু ৰাজনীতি বাঁচি থাকে, আৰু এইবোৰৰ ক্ৰমবিকাশত শিক্ষাই বৰঙণি যোগায়। আমি পৰিয়াল তথা গ্ৰাম্য অৰ্থনীতিৰ উন্নতিৰ ক্ষেত্ৰত সাধাৰণ শিক্ষাৰ যোগেদি সহজলভ্য প্ৰযুক্তি-বিদ্যা আৰু কাৰিকৰী-বিদ্যাৰ প্ৰয়োজনীয়তাৰ কথা নুই কৰিব নোৱাৰো। বিভিন্ন জনগোষ্ঠীৰ সামাজিক পৰিবেশৰ পৰিপ্ৰেক্ষিতত উত্তৰ-পূব ভাৰতৰ এই ভূখণ্ডত পৰ্বত-পাহাৰৰ পৰা আৰম্ভ কৰি ভৈয়ামৰ বিভিন্ন অঞ্চলত বসবাস কৰি থকা খিলঞ্জীয়া বা থলুৱা জনগোষ্ঠীৰ জনজাতিসকলক পৰ্বতীয়া জনজাতি আৰু ভৈয়ামীয়া জনজাতি নামকৰণেৰে দুটা প্ৰধান ভাগত বিভক্ত কৰি জনজাতি বা 'চিদ্যুল ট্ৰাইব' বুলি ভাৰতীয় সংবিধানে স্বীকৃতি দিছে। এই প্ৰসঙ্গত ১৮২৬ চনৰ আগৰ পৰা আজিলৈকে বিশাল পূৰ্বাঞ্চলত ৰাজনৈতিক পৰিবৰ্তনৰ লগে লগে ভৌগলিক পৰিসীমাৰো বহুবাৰ সলনি হোৱা আৰু দিনক দিনে পৰিবৰ্তিত, আৰু সঙ্কুচিত হৈ ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যত বিভক্ত হোৱাৰ কথা উল্লেখ কৰিব পাৰি। ১৯৮৬ চনৰ যিখন অসম ৰাজ্যৰ প্ৰতিচ্ছবি—এইখন ৰাজ্যত বাস কৰা জনজাতিসকলৰ ভিতৰত কাছাৰৰ বৰ্মণ, বড়ো-কছাৰী, দেউৰী, হোজাই, সোণোৱাল-কছাৰী, লালুং, মেছ, মিচিং (মিৰি), ৰাভা সকলকে ধৰি এই নটা জনগোষ্ঠীক মূল ১৯৫০ চনৰ ভাৰতীয় সংবিধানৰ ১৯৭৬ চনৰ শেষৰ সংশোধনীৰ 'এনেক্স'ত ভৈয়ামীয়া জনজাতি হিচাপে স্বীকৃতি দিয়া হৈছে আৰু বাকীবোৰ জনজাতিক পৰ্বতীয়া জনজাতি হিচাপে ৰাজনৈতিক সুবিধাৰ কাৰণে স্বীকৃতি দিয়া হৈছে। ভৈয়ামীয়া আৰু পৰ্বতীয়া জন-গোষ্ঠীবোৰৰ পাৰস্পৰিক তথা সামাজিক সম্পৰ্কৰ দিশত ৰাষ্ট্ৰৰ পৰিকল্পনাবোৰক ৰূপায়িত কৰিবলৈ ৰাওতে ভেনে বিভাজনে অন্তৰায়ৰো সৃষ্টি নকৰাকৈ থকা নাই। ভাষাৰ দিশত বিশ্লেষণ

কৰি চালে এই নটা জনগোষ্ঠীৰ ভিতৰত ডিমাচা ভাষা (বৰ্মণ), বড়ো ভাষা, দেউৰী ভাষা, টিঁৱা ভাষা (লালুং), মিচিং ভাষা (মিৰি), কাৰবি ভাষা (মিকিৰ), ৰাভা ভাষাকে ধৰি সাতটা ভাষাৰ জীৱিত ৰূপ পোৱা যায়। ইয়াৰ উপৰিও ওচৰ-চুবুৰীয়া ৰাজ্যবোৰত আৰু অসমৰ পৰ্বত ভৈয়ামৰ বিস্তৃত অঞ্চলত বাস কৰি থকা জনজাতিৰ আনুষঙ্গিক কথাবোৰ বিশ্লেষণ কৰি চালে ভৈয়ামীয়া জনজাতিৰ লগত পৰ্বতীয়া জনজাতিসকলৰ ডিমাচা, গাৰো, হাজং, মাৰ, খাছী, কাৰবি, টাই-ভাষা-ভাষী আদি লোকৰ নিৰবচ্ছিন্ন সম্পৰ্ক থকাৰ কথা উল্লেখ কৰিব পাৰি।

জনজাতিসকলৰ লোক-সংখ্যাৰ কথা ফঁহিয়াই চালে দেখা যায় যে ১৯৭১ চনৰ লোকপিয়ল মতে অসমত বাস কৰা পৰ্বতীয়া আৰু ভৈয়ামীয়া জনজাতিৰ মুঠ জনসংখ্যা ১৬,০৭,০০০। ইয়াৰ ভিতৰত ২,৪৪,০৮৫ জন পুৰুষ শিক্ষিত আৰু ৮৮,০৪৯ জনী তিৰোতা শিক্ষিত; আৰু পুৰুষ-তিৰোতাৰ মুঠ শিক্ষিতৰ হাৰ শতকৰা ২০.৭ জন।

১৯৭১ চনৰ লোকপিয়লৰ মতে অসমৰ জনসংখ্যা ১,৪৬,২৫,০০০ আৰু ইয়াৰ ভিতৰত ৭৭,১৪,০০০ জন পুৰুষ শিক্ষিত আৰু ৬৯,১১,০০০ জনী তিৰোতা শিক্ষিত আৰু সামগ্ৰিকভাৱে শিক্ষিতৰ হাৰ শতকৰা ২৮.০ জন।

অসমত বাস কৰা মিচিং জনসংখ্যা ১৯৭১ চনৰ লোকপিয়লৰ মতে ২,৫৯,৫৫১। ইয়াৰ ভিতৰত ১,৩১,৮৬৪ জন পুৰুষ আৰু ১,২৭,৭৮৭ গৰাকী তিৰোতা। মুঠ মিচিং জনসংখ্যাৰ শিক্ষিতৰ হাৰ শতকৰা ১৮·২০। ইয়াৰ ভিতৰত ৩৭,৬০৬ জন পুৰুষ (২৮·৫৪%) আৰু ৯৬৩৪ গৰাকী তিৰোতা (৭·৫৪%) শিক্ষিত।

আমাৰ আলোচ্য বিষয় হৈছে মিচিং যুৱতী তথা তিৰোতাৰ অৰ্থনৈতিক উন্নতিত নিৰক্ষৰতাই যে কেনে অন্তৰায় সেইটো বিচাৰ কৰি চোৱা। ১৯৭১ চনৰ লোকপিয়লৰ মতে মিচিং তিৰোতাৰ শিক্ষিতৰ হাৰ শতকৰা ৭.৫৪ অৰ্থাৎ ১০০ গৰাকী মিচিং তিৰোতাৰ মাজত মাত্ৰ ৭ গৰাকীহে স্বাক্ষৰ বা লিখিব-পঢ়িব জনা আৰু বাকী ৯৩ গৰাকী লিখিব-পঢ়িব নজনা অৰ্থাৎ নিৰক্ষৰ।

এখন গণতান্ত্রিক দেশৰ সচেতন নাগৰিক হিচাপে ব্যক্তি তথা দেশবাসীৰ নিজস্ব সত্তা জীয়াই ৰাখি চলিবলৈ হ'লে প্রতিগৰাকী নাগৰিকেই শিক্ষিত অর্থাৎ লিখিব-পঢ়িব পৰাটো নিতান্ত বাঞ্ছনীয়। সাধাৰণ শিক্ষা হৈছে আমাৰ প্রগতিৰ সোপান আৰু প্রতিগৰাকী নাগৰিকৰ আক্ষৰিক সম্যক জ্ঞান নাথাকিলে অর্থনৈতিক তথা দেশৰ সর্বাঙ্গীন প্রগতিৰ কাৰণে যি পৰিকল্পনাই নকৰক সি আকাশত চাং পতা পৰিকল্পনা হৈয়েই ৰব।

'মিৰি' নামটো ভৈয়ামীয়া অমিচিঙে দিয়া নাম বুলি ঠাৱৰ কৰা যায়। চৰকাৰী নথি-পত্রত 'মিৰি' নামেৰে স্বীকৃত হ'লেও তেওঁলোকে কিন্তু নিজকে 'মিচিং' বুলিহে পৰিচয় দিয়ে।

মিচিংসকলৰ অৱস্থিতিৰ বিষয়ে নিৰীক্ষণ কৰিলে দেখা যায় যে তেওঁলোক শদিয়াৰ পৰা শোণিতপুৰৰ বুৰৈ-বুৰুলী নদীলৈকে আৰু অসমৰ উত্তৰফালে থকা পাহাৰৰ পাদ-দেশৰ পৰা নাগাপাহাৰৰ দাঁতিলৈকে বিস্তৃত অঞ্চলত, বিশেষকৈ ব্রহ্মপুত্র নদীকে কেন্দ্র কৰি শোৱণশিৰী, ধনশিৰী, দিখৌ, দিচাং, বৰ্গানদী আদি নদী-উপনদীবোৰৰ পাৰাপাৰ জুৰি বাস কৰি আছে। বাস্তৱিকতে মিচিংসকল নদী কেন্দ্রিক সভ্যতাৰ বশৱর্তী লোক, সেয়ে আজিও নদীৰ সুচল সুবিধাৰ মোহ এৰিব পৰা নাই। আৰু তেওঁলোকৰ কাৰণে প্রকৃতিৰ নৈসর্গিক অৱদান জঙ্গলেই আজিও মঙ্গল হৈয়েই আছে। মিচিংসকল কৃষিভিত্তিক জীৱন-ধাৰাৰে ধাৱতি আৰু কৃষিৰ অৱলম্বনকে কেন্দ্র কৰিয়ে তেওঁলোকৰ সংস্কৃতিও গঢ়ি উঠিছে। তেওঁলোকৰ দূৰ অতীতৰ প্রব্রজনৰ ইতিহাসৰ পাত মেলি চালে আমি এদিন মানস সৰোবৰৰ পৰা নিগৰি বৈ অহা চিয়াং নদীক কেন্দ্র কৰি গঢ়ি উঠা সংস্কৃতি আৰু সভ্যতাৰ আদিম মোকাম বিচাৰি পাওঁ আৰু সেইকাৰণে আজিও ব্রহ্মপুত্র লুইত শোৱণশিৰীৰ উত্তাল তৰঙ্গমালাৰ লগতে মিচিংসকলৰ ভাগ্যও তৰঙ্গিত হৈ আছে।

পিতৃ-প্রধান জনগোষ্ঠীৰ লোক হ'লেও মিচিং সমাজত তিৰোতাৰ মর্যাদা কোনো গুণে কম নহয়। সামাজিক অনুষ্ঠান পূজা-পার্বণ, উৎসৱ আদিত তিৰোতাৰ ওপৰতে অধিকভাৱে দায়িত্ব আৰু মর্যাদা আৰোপ কৰা পৰিলক্ষিত হয়।

বালিকা অৱস্থাৰ পৰাই অৰ্থাৎ প'াচ ছয় বছৰ বয়সৰ পৰাই মিচিং ছোৱালীক মাক-দেউতাকে সাধাৰণ পৰিশ্ৰমেৰে অৰ্থনৈতিক উৎপাদনমুখী কাৰ্যাৱলীৰ বিষয়ে সম্যক শিক্ষা দিবলৈ আৰম্ভ কৰে। মিচিং ছোৱালীৰ ঘৰুৱা পৰিৱেশ হৈছে—পাৰিশ্ৰমিক জীৱনধাৰাৰ বিভিন্ন দিশৰ কথা উপলব্ধি আৰু নিৰ্ণয় কৰাৰ বুনিয়াদ। সেই কোমলমতীয়া ছোৱালীৰ অন্তৰত মাক-দেউতাকে যি অৰ্থনৈতিক উৎপাদনমুখী কাৰ্যাৱলীৰ শিক্ষা দিয়ে ই ক্ৰমাত গাঢ় হৈ অদূৰ ভৱিষ্যতে অৰ্থনৈতিক উৎপাদনৰ দিশত কঠোৰ পৰিশ্ৰমী আৰু স্বাৱলম্বী হবলৈ তেওঁলোকক অনুপ্ৰেৰণা যোগায়।

ডাক পুৰুষৰ এফ'াকি বচন আছে, "টিক্ বলধা ওলায় মাটি, মাক ভালেহে জীয়েক জাতি"। মাক কাজী হ'লে জীয়েক কাজী হোৱাটো স্বাভাৱিক। মিচিং তিৰোতা পুৰুষৰ সহধৰ্মিনীয়েই নহয়, সাংসাৰিক জীৱন-যাত্ৰাত, ঘৰুৱা কাম-কাজত, কৃষি-কৰ্মত —সকলো বিষয়তে পুৰুষৰ সমভাগী। আমি মিচিং সমাজৰ জীৱনধাৰা নিৰীক্ষণ কৰিলে পাওঁ যে পুৰুষতকৈ তিৰোতাৰ ভূমিকা কোনো গুণে কম নহয়, বৰঞ্চ কিছুমান ক্ষেত্ৰত তিৰোতাৰ ভূমিকাহে অধিকভাৱে পৰিলক্ষিত হয়।

একালত গ্ৰাম্য জীৱনত উৎপাদিত সামগ্ৰীবোৰৰ সলনা-সলনিৰ মাধ্যমেৰে যি অৰ্থনীতি বাঁত আছিল তাৰ যোগেদি পৰস্পৰৰ মাজত আত্মীয়তাই গঢ় লৈছিল। কিন্তু সময়ে বাগৰ সলাই আজি বেচা-কিনাৰ মাধ্যমেৰে যি গ্ৰাম্য অৰ্থনীতি গঢ় উঠিছে ই গ্ৰাম্য তথা দেশৰ অৰ্থনীতিত নতুন দিশৰ সূচনা নহয় সামাজিক সম্প্ৰীতি তথা আত্মীয়তাৰ ক্ষেত্ৰত বিভ্ৰাটবো সৃষ্টি নকৰাকৈ থকা নাই। আজি কৃষিভিত্তিক জীৱনধাৰাৰে ধাৱিত জনসাধাৰণে উৎপাদিত সামগ্ৰীবোৰৰ নতুন মূল্যায়নৰ প্ৰতি সচেতন হব লগাত পৰিছে। আধুনিক অৰ্থনৈতিক উন্নয়নৰ দিশত যে উৎপাদিত সামগ্ৰীবোৰৰ বিশেষ ভূমিকা আছে এই কথা আজিও মিচিং তিৰোতাই উপলব্ধি কৰিব পৰা নাই,—সেয়া হৈছে তেওঁলোকৰ অৰ্থনৈতিক অনগ্ৰসৰতাৰ অন্যতম কাৰণ নিৰক্ষৰতা।

পুৱতি নিশা প্ৰথম কুকুৰা ডাকৰ-পৰা আৰম্ভ কৰি প্ৰায় ৰাতিলৈকে মিচিং গাভৰুৰ হাত খালি নহয়। সাধাৰণতে মিচিং

তিৰোতা কঠোৰ পৰিশ্ৰমী আৰু ঘৰুৱা শিল্প কামত পটু। তেওঁলোকৰ দৈনন্দিন কাৰ্য্যাৱলীৰ ওপৰতে মিচিং ঘৰৰ ঘৰুৱা পৰিৱেশৰ কথা সম্পূৰ্ণ নিৰ্ভৰ কৰে।

মিচিং গাভৰুৱে হাঁহ-পাৰ-কুকুৰা পোহা; গৰু-ছাগলী পোহা; বছৰৰ বিভিন্ন বতৰত এৰী-পলু, পাট-পলু, পোহা; তাৰ পৰা এৰী সূতা, পাট সূতা, জীম কাপোৰৰ কাৰণে কপাহ নেওঠি সূতা কটা আৰু তাত ব'ব জনাটো বিশেষ লক্ষণ; আৰু সেয়া তেওঁলোকৰ জাতীয় বৈশিষ্ট্য। প্ৰত্যেক গৰাকী মিচিং গাভৰুৱে সাঁতুৰিব জনা, নাও বাব জনা, আৰু 'অইনিঃতম্' গীত গাব জনা, নাচিব জনাটো বিশেষ চাৰিত্ৰিক গুণ আৰু প্ৰয়োজনীয় কথা; আৰু সেইবোৰ গুণ নাথাকিলে তেওঁলোকে সমাজত সমাদৰ নাপায়, পদে পদে নিজেও হেয় প্ৰতিপন্ন হৈ পৰাটো উল্লেখযোগ্য।

পৰিয়ালৰ কাৰণে সামূহিকভাবে পোহা জীৱ-জন্তুৰ ভত্বাৱধান লোৱাৰ লগতে নিজাৱৰীয়াকৈ পোহা ঘৰচীয়া জীৱ-জন্তুবোৰকো তদাৰক আনকি পোৱালি থকা গাই, কুকুৰাজনী, হাঁহ পোৱালিবোৰ কেঁচুৱা পিঠিত বান্ধি মাকক কৃষি কামত সহায় কৰে। তেওঁলোকে পথাৰলৈ যাওঁতেও সঁজাৰে সৈতে নি হাঁহ-কুকুৰাৰ পোৱালিবোৰ পথাৰতে ডাঙৰ-দীঘল কৰে আৰু তেনেকৈ সৰু জীয়েকহঁতৰ নামত মাকে দিয়া পোহনীয়া জীৱ-জন্তুবোৰক অৰ্থনৈতিক উৎপাদনৰ সামগ্ৰী হিচাপে গণ্য কৰি প্ৰতিপাল কৰাত মিচিং ছোৱালীৰ অধিক আগ্ৰহ দেখা যায়।

এইদৰে পোহনীয়া জীৱ-জন্তুবোৰক সময়ত বিক্ৰী কৰি যি টকা-পইচা আয় কৰে তাৰে প্ৰথমতে সূতা কিনি কাপোৰ ব'বলৈ শিকে আৰু পিছত গাভৰু কালত ব্যৱহাৰতকৈ অধিক উৎপন্ন হোৱা কাপোৰবোৰ বিক্ৰী কৰি এপদ-দুপদকৈ মূল্যবান আ-অলঙ্কাৰ, প্ৰয়োজনীয় পেৰা-পেটাৰী, বাচন-বৰ্তন, আধুনিক তাঁতৰ শাল, চিলাই মেচিন আদি কিনি লৈ ক্ৰমান্বয়ে অৰ্থ-নৈতিক দিশত অগ্ৰসৰ হোৱাও পৰিলক্ষিত হয়।

মিচিং ছোৱালীয়ে সাধাৰণতে বজাৰৰ কাপোৰ ব্যৱহাৰ নকৰে, নিজে বৈ লোৱা সাজ-পাৰহে ব্যৱহাৰ কৰে। আজি-কালি আজো-আইৰে ফুৰিবলৈ যাওঁতে নগৰীয়া পৰিৱেশৰ জকত প্ৰাপ্

খুৰাই চলিবৰ কাৰণে দুই-এযোৰ বজাৰৰ মিহি কাপোৰ ব্যৱহাৰ কৰা দেখা যায়। শিক্ষিত চাম মিচিং গাভৰুৱে সৰ্বভাৰতীয় হৰলৈ গৈ শাৰী ব্যৱহাৰ কৰাও পৰিলক্ষিত হৈছে। সেয়া হৈছে পৰিবেশৰ প্ৰভাৱ; কিন্তু সামাজিক পৰিবেশত সেইবোৰ পিন্ধন-উৰণ, আদৱ-কায়দাৰ স্থান নাই।

ক্ৰমান্বয়ে মিচিং ছোৱালীৰ বয়স হৈ আহিলে এৰি সূতা কটা, পাট সূতা কটা, কপাহ নেওঁঠি পঁজি কাটি জীম কাপোৰৰ সূতা তৈয়াৰ কৰা আদি কৰিবলৈ শিকে। সাধাৰণতে পথাৰমুৱা হৈ যাওঁতে আৰু পথাৰৰ পৰা ঘৰমুৱা হৈ উভতি আহোঁতে এনেই সময় নষ্ট নকৰি নিজাম পথৰুৱা লুঙলুঙীয়া বাটে-বাটে টাকুৰীত এৰি সূতা কাটি অহা দৃশ্য চাবলগীয়া আৰু এইটো সঁচাকৈয়ে মিচিং গাভৰুহঁতৰ আদৰ্শনীয় আৰু অনুকৰণীয়।

কৃষি কৰ্মৰ বিৰতি পৰত বতৰৰ সুবিধা বুজি গাঁৱৰ ছোৱালীবোৰে একগোট হৈ সমূহীয়াভাৱে তাঁত বোৱা পঁজা ঘৰ গাঁৱৰ মাজত সুবিধাজনক ঠাইত সাজে আৰু একগোট হৈ তাঁত বয়। সিজনীয়ে নজনা ফুলৰ চানেকি ইজনীক শিকায় আৰু জনা-জনীয়ে নজনাজনীক আধুনিক ফুল বছা, ফুল তোলা বিদ্যা শিকায়। সাধাৰণতে পুৱাৰ বেলা পথাৰৰ কৃষি কৰ্ম কৰি খাই-বৈ দুপৰীয়া বেলা তাঁত লগোৱা, তাঁত বোৱা আৰু পিছবেলা শাক-পাচলি, আলু-কচু, বতৰত কৰা লাউ-বেঙেনা আদিৰ বাকী কৃষিৰ কাম কৰি গধূলি পোহনীয়া হাঁহ-কুকুৰা গৰু-ছাগলী আদিৰ তত্বাৱধান লোৱাটো তেওঁলোকৰ নিত্য-নৈমিত্তিক কৰণীয় কৰ্তব্য।

প্ৰথম কুকুৰাডাকতে উঠি উৰালত ধান খুন্দা, বাহি বন কৰা আদি দিনটোৰ কাৰ্যসূচী আৰম্ভ হয় আৰু ৰাতি চাৰি-পাঁচ ঘণ্টা সময় মাথোন টোপনিৰে জিৰণি লোৱাৰ বাহিৰে মিচিং তিৰোতাই বাকী দীঘলীয়া সময়খোৱা বিৰাম-বিহীন ভাৱে কামকে কৰি জীৱন নিয়ায়। এখন সাধাৰণ সুখ-শান্তি, অৰ্থনৈতিক দিশত স্বচ্ছন্দভাৱে ভৰা সাংসাৰিক জীৱনৰ প্ৰতি মিচিং গাভৰু সদায় সচেতন। তেওঁলোকে ভাবী স্বামীয়ে কাপোৰ-কানি কিনি দিয়াইলে, কাপোৰ বৈ ল'বৰ কাৰণে সূতা কিনি দিয়াইলে, সোণৰ অা-অলঙ্কাৰ গঢ়াই দিয়াইলে-বে নাৰাকি-আদুৰ-ভাৰিকতৰ প্ৰয়োজনীয়

আৰু ঘৰ-সংসাৰৰ যাৱতীয় সা-সম্পত্তিবোৰ মাক-দেউতাকৰ ঘৰত থাকোতেই গোটাই লয়। তেওঁলোক নিজস্ব দায়িত্ব প্ৰতি সদায় সচেতন আৰু তাক নিষ্ঠাৰে পালন কৰি অৰ্থনৈতিকভাৱে মিচিং সমাজক অনুপ্ৰেৰণা আৰু মনোবল যোগাই আহিছে।

কৃষি-নিৰ্ভৰ মিচিং সমাজে নিজকে শ্ৰমজীৱী তথা পৰিশ্ৰমী ব্যক্তি হিচাপে আত্ম-প্ৰতিষ্ঠা কৰাৰ প্ৰচেষ্টা সদায় পোষণ কৰে। পৰশ্ৰীকাতৰ হৈ জীৱন-নিৰ্বাহ কৰাটো তেওঁলোকে নিবিচাৰে আৰু সহ্যও নকৰে। তেওঁলোকৰ, ব্যৱহাৰিক জীৱন-যাত্ৰাত নিমখকণ আৰু কেৰাচিন তেলটোপাৰ বাহিৰে একোতে যাতে আনৰ ওপৰত নিৰ্ভৰ কৰিব লগা নহয় তাৰ প্ৰতিও তেওঁলোক সদায় সচেতন।

মিচিং জীয়ৰী-বোৱাৰী সকলো পুৰুষৰ দৰে কঠোৰ পৰিশ্ৰমী আৰু ধৈৰ্য্যশীল প্ৰকৃতিৰ। পৰিশ্ৰমৰ দ্বাৰা স্বাৱলম্বী হোৱাৰ প্ৰবৃত্তিটো তেওঁলোকৰ চাৰিত্ৰিক গুণ। তেওঁলোকে পৰিয়ালৰ কাৰণে সামূহিক পৰিশ্ৰমত ব্ৰতী থাকিলেও ব্যক্তিগত আৰ্থিক উৎপাদনৰ প্ৰতিও সদায় জাগ্ৰত হৈ চলে। পৰিয়ালে কৰা মাহ-খেতি, সৰিয়হ-খেতিৰ লগতে নিজাববীয়াকৈ মাটি উলিয়াই মাহ-সৰিয়হৰ সুকীয়া ওপৰঞ্চি খেতিও কৰে আৰু সেইখিনিৰ পৰা বছৰত উৎপাদিত হোৱা শস্যখিনি বিক্ৰী কৰি যি উপাৰ্জন কৰে সেয়াই মিচিং গাভৰুৰ অন্যতম সঞ্চিত অৰ্থ সম্পত্তি। আৰ্থিক দিশত এনেবোৰ কৃষি কৰ্মই আৰ্থ-সামাজিক দিশত মিচিং গাভৰুক দুগুণে পৰিশ্ৰমী হ'বলৈ মনোবল যোগাই আহিছে।

এই প্ৰসঙ্গত আগন্তুক পালনীয় সামাজিক উৎসৱ, পূজা-পাৰ্বণ আদিৰ কাৰণে সামূহিকভাৱে ব্যয় কৰিব লগা সামাজিক দায়বদ্ধতাৰ প্ৰতিও তেওঁলোক সচেতন; সেয়ে ধান দোৱা, ভূঁই ৰোৱা, মাহ-সৰিয়হ তোলা আদি কৃষিৰ বতৰত ডেকা-গাভৰুৱে সামূহিকভাৱে মিলি-জুলি অসুবিধাত পৰা কোনো দুৰ্দশাগ্ৰস্ত হৈ বতৰত কৃষি-কৰ্ম কৰিব নোৱাৰা পৰিয়ালক শ্ৰমদানেৰে গাদ্‌লুগ্‌-নাম, ইলুগ্‌নাম, আগতীয়াকৈ ধান দাই দিয়া, চপাই দিয়া মাহ-সৰিয়হ তুলি দিয়া, ভূঁই ৰুই দিয়া ইদুম্‌চুনাম্‌, হাল বাই ৰুই দিয়া আদিৰে গৃহস্থক কামত সহায় কৰি থয় আৰু যথা সময়ত সেই গৃহস্থয়ো পৰিশ্ৰমৰ মৰ্যাদা বুজি ৰাজহুৱা অনুষ্ঠানলৈ সন্মানেৰে যথাসাধ্যে দান-বৰঙণিৰে আৰ্থিক বা সামগ্ৰীক

সহায়-সহযোগ আগবঢ়ায়। এইদৰে ডেকা-গাভৰুৰ ব্যয়বহুল পঃৰাগ, আদি উৎসৱ নাইবা সামাজিকভাৱে উদযাপন কৰিব লগা আৰ্থ-সামাজিক ব্যয়বহুল ৰাজহুৱা অনুষ্ঠানবোৰ পৰিশ্ৰমৰ মাধ্যমেৰে সমাধান কৰে। গাঁৱৰ ৰাজহুৱা অনুষ্ঠানবোৰত গাভৰু-হঁতৰ বিষয়-বাবৰ দায়িত্ব ডেকাহঁতকৈ অধিক। তাহানিৰ আহোম ৰাজদৰবাৰৰ বিষয়-বাবৰ পদ্ধতিৰে গাভৰুহঁতৰ মাজৰ পৰা বৰাণী, তামুলী আদি বিষয়ববীয়া নিৰ্বাচন কৰি দায়িত্ব অৰ্পণ কৰা হয়। এনেবোৰ কাৰ্য্যত মিচিং গাভৰুৰ কৰ্মদক্ষতা, সামাজিক দায়িত্ববোধ আৰু স্বাৱলম্বীতাৰ প্ৰতি থকা গুণৰাজিৰ পৰিচয় পোৱা যায়। ব্যক্তিগত তথা আৰ্থসামাজিক দিশত অৰ্থ-নৈতিক যি সমস্যাৰে উদ্ভৱ নহওক লাগে তাৰ আগ ভাগ লৈ মিচিং গাভৰুৰে সমস্যা সমাধান কৰাত সদায় বিপুল বৰঙণি যোগাই আহিছে।

মিচিং গাভৰুৰ অৰ্থনৈতিক উৎপাদনৰ উৎস হৈছে পোহনীয়া জীৱ-জন্তুৰ পৰা হোৱা উপাৰ্জন, হস্ত-শিল্প অৰ্থাৎ তাঁত-শালৰ পৰা হোৱা উপাৰ্জন, বুগুচাং আৰুগ ওপৰাণিকৈ কৰা মাহ-সৰিয়হ আদি কৃষিজাত সামগ্ৰীৰ পৰা উপাৰ্জন আদি।

আগৰ দিনৰ দৰে আজি সুচল-সুবিধা থকা অপৰ্যাপ্ত মাটি-বাৰীৰ অভাৱ ঘটিছে, আৰু আনুষঙ্গিকভাৱে জন-সংখ্যাবো বিস্ফোৰণ ঘটিছে। গতিকে আৰ্থ-সামাজিক দিশত নতুন নতুন পৰিকল্পনাৰে নতুন নতুন আঁচনি গ্ৰহণ কৰি কম মাটিত অধিক শস্য উৎপন্ন কৰা আৰু বছৰত বতৰৰ উপযোগী কেবাবিধো শস্য উৎপন্ন কৰা নতুন প্ৰণালী গ্ৰহণ নকৰিলে উৎপাদনৰ সমতা ৰক্ষা কৰা আজি সম্ভৱ নহয়। এই ক্ষেত্ৰত চৰকাৰে জনজাতিসকলৰ অৰ্থনৈতিক উন্নয়নৰ কাৰণে আছুতীয়াকৈ গ্ৰহণ কৰা উপ-আঁচনিৰ কথা উল্লেখ কৰিব পাৰি। কিন্তু কিছুমান উপ-আঁচনি যে উৎপাদনমুখী নহৈ অনুদানমুখীহে হৈছে তাকো উল্লেখ কৰিব পাৰি।

আজিৰ বজাৰত মিচিংসকলৰ ৰং-বিৰঙৰ কাপোৰৰ চাহিদা বহুত, "মিৰি জীম"ৰ চাহিদা বহুত কিন্তু আজি এই শিল্পক ব্যৱসায় ভিত্তিত উৎপাদন কৰিব নোৱাৰাৰ কাৰণো আঁচনি প্ৰয়োগত অবাস্তৱ দৃষ্টি-ভঙ্গী আৰু অদূৰদৰ্শিতা। অদূৰদৰ্শী পৰিকল্পনাৰ

পৰিণামতে কৰ্মপটু কঠোৰ পৰিশ্ৰমী মিচিং শিপিনীয়ে চৰকাৰে আগবঢ়োৱা অৰ্থনৈতিক দিশত উন্নতি কৰিব পৰা নাই।

শিক্ষিত মিচিং গাভৰুৱে যদি আধুনিক উন্নত কাৰিকৰী পদ্ধতিৰে বয়ন-শিল্পৰ প্ৰশিক্ষণ লৈ চাহিদা-ভিত্তিত মিচিঙৰ সেইবোৰ ৰং-বিৰঙৰ কাপোৰ উন্নত পদ্ধতিৰে ৰ'ত বা ৰাচত ভুঁজি লৈ একে ফুলৰ চানেকিৰে বহু সংখ্যক কাপোৰ সহজতে বৈ উলিয়াব পৰা পদ্ধতি গ্ৰহণ কৰে তেন্তে তাৰ পৰা আৰ্থ-সামাজিক দিশত ব্যক্তি তথা দেশৰ বহুখিনি মুদ্ৰা অৰ্জনত আয় বৃদ্ধি হোৱাটো নিশ্চিত। পৃথিৱীৰ ভিতৰত ভাৰত তথা অসমৰ হাতে-বোৱা কাপোৰৰ চাহিদা সৰ্বজন সমাদৃত আৰু সৰ্বজন আকাংক্ষিত।

এই প্ৰসঙ্গতে মাদ্ৰাজ-তামিলনাডুৰ পৰা অসমীয়া জাতীয়-তত্ত্বৰ প্ৰতীক, সম্মানীয় জনক সম্বৰ্ধনা জনোৱাৰ উপহাৰ—মৰমৰ দীঘ দি, চেনেহৰ বাণীৰে সপোনৰ ফুল বাছি বোৱা ফুলাম গামোছা বিহুৰ বতৰত আমদানি হোৱাৰ কথা উল্লেখ কৰিব পাৰি। আমাৰ প্ৰতিবেশী ৰাজ্যত উৎপাদন কৰা মণিপুৰী কাপোৰ, নগালেণ্ডৰ কাপোৰ, অৰুণাচলৰ কাপোৰৰ চাহিদাৰ কথা এবাৰ গভীৰভাৱে সুঁৱৰি চালেই অসমৰ মিচিং কাপোৰ, বড়ো-কাপোৰ, ৰাভা-কাপোৰ, কাৰবি-আংলঙৰ কাপোৰৰ চাহিদাৰ দিশ-বিদিশৰ কথা উপলব্ধি কৰিব পৰা যাব আৰু জনজাতিসকলৰ বয়ন-শিল্পৰ প্ৰতিচ্ছবিখনে কিভাৱে দেশৰ অৰ্থনৈতিক দিশত অৱদান যোগাব পাৰিছে তাৰ কথা স্পষ্টকৈ উপলব্ধি কৰিব পৰা যাব।

সমাজত আধুনিক প্ৰযুক্তি-বিদ্যা, কাৰিকৰী বিদ্যাৰ অতীৱ প্ৰয়োজনীয়তাৰ কথা প্ৰত্যক্ষভাৱে দেখা পাওঁ। এই আধুনিক কাৰিকৰী প্ৰযুক্তিবিদ্যাই কিভাৱে প্ৰথমতে ব্যক্তিক, দ্বিতীয়তে সমাজক আৰু অৱশেষত ব্যৱসায়-ভিত্তিক দেশৰ অৰ্থনৈতিক দিশত অৱদান যোগাব পাৰে তাৰে প্ৰমাণ উৎকৃষ্ট ধৰণৰ কাপোৰ উৎপাদনৰ চাহিদাৰ বেলিকা আমি পাওঁহক।

কৰ্মপটু মানুহখিনিক মূলধন হিচাপে লৈ অসমৰ ঘৰুৱা বয়ন-শিল্প, কুটিৰ শিল্পবোৰক চাহিদাভিত্তিক গুৰুত্ব আৰোপ নকৰিলে গ্ৰাম্য অৰ্থনীতি তথা দেশৰ অৰ্থনীতি কেতিয়াও উন্নত

হ'ব নোৱাৰে আৰু অৰ্থনৈতিক দিশত স্বাৱলম্বী হোৱাটো অলীক কল্পনাৰ বাহিৰে একো নহ'ব।

আজি আধুনিকীকৰণৰ কাৰণে অধিক উন্নত জাতৰ সাঁচ, কৃষিৰ সঁজুলি, পানীযোগানৰ মেচিন আদি যোগান দিয়াৰ কৃষি বিভাগে যি আঁচনি গ্ৰহণ কৰিছে, জনজাতি উন্নয়ন পৰিক্ৰমা বিভাগবোৰে যি ধৰণৰ অৰ্থনৈতিক উন্নয়নৰ উপ-আঁচনি গ্ৰহণ কৰিছে সেই সকলোবোৰৰ অধিকাংশনি উৎপাদনমুখী নহৈ অনুদানমুখী হোৱাত কাৰ্য্যকৰী হোৱাগৈ নাই।

আমাৰ অৰ্থনৈতিক উন্নয়নৰ আঁচনিবোৰ বাস্তৱসম্মত এক বৈপ্লৱিক সমবায় পদ্ধতিৰ যোগেদিহে কাৰ্য্যকৰী কৰা যুক্তি-যুক্ত। এনে সমবায় পদ্ধতিৰেহে উপকৃত হোৱাটো সম্ভৱ। একোটা শুদ্ধ আঁচনিৰ দ্বাৰাহে শুদ্ধ প্ৰতিক্ৰিয়াৰ কথা আশা কৰিব পাৰি। গতিকে জনজাতিৰ অৰ্থনৈতিক দিশত সু-পৰিকল্পিত আঁচনি সু-ব্যৱস্থাৰে প্ৰয়োগ কৰিলেহে অৰ্থনৈতিক দিশত উৎপাদনমুখী হোৱাটো সম্ভৱ, অন্যথায় এইবোৰ চিৰকালেই অনুদানমুখী হৈ ৰ'ব।*

* 'প্ৰকাশ', চেপ্তেম্বৰ, ১৯৮৭ চনত প্ৰকাশিত।

# মিচিং বৈবাহিক নীতি

নাহেন্দ্র পাছুন

মিচিং আৰু আদীসকলৰ মাজত বৈবাহিক প্ৰথা কটকটীয়া। নিয়মৰ এটা নিৰ্দিষ্ট পৰিসীমাৰ মাজত থাকি বিয়াবাৰু কৰিব লাগে। দেখাত ডেকা-গাভৰুসকলৰ মিলন মুক্ত আৰু স্বেচ্ছামূলক যেন লাগিলেও ভিতৰত অদৃশ্য এটা নিয়ম মানি চলিব লাগে। নিয়ম উলংঘা বা আইন অমান্য কৰোঁতাক 'কেবাঙে' বিচাৰ কৰি উপযুক্ত শাস্তি দিয়ে। ব্যক্তি বিশেষৰ বাহিৰেও এঘৰ মানুহকো কেবাঙে শাস্তি বিধান কৰিব পাৰে। এই ক্ষেত্ৰত মিচিং সকলতকৈ আদীসকলৰ নিয়ম কঠোৰতৰ।

এই শিতানৰ আলোচনাত মিচিংসকলৰ বিবাহ পদ্ধতি সাংস্কৃতিক দৃষ্টিকোণৰপৰা পুংখানুপুংখ ভাৱে আলোচনা নকৰি কেৱল বিবাহৰ সময়ত আৰু তাৰ পৰৱৰ্ত্তীকালত মানি চলিব লগা কেইটামান কথা নিম্নোল্লেখিত শিতানত আলোচনা কৰা হ'ল। মন কৰিবলগা কথা যে পাঃদাম্, মিঞং, আদীসকলৰ লগত মিচিংসকলৰ ঘনিষ্ঠ সম্পৰ্ক যদিও, বহুদিন ধৰি পৃথক হৈ থকাৰ বাবে তেওঁলোকৰ মাজত কিছুমান কথা অমিল হৈ পৰিছে। তথাপি বহুক্ষেত্ৰত সামাজিক মানমৰ্য্যাদা আৰু ৰীতি-নীতিৰ আঁতিগুৰি বিচাৰি মিচিংসকলে আদী সমাজৰ পৰামৰ্শ গ্ৰহণ কৰা দেখা যায়। তলৰ শিতানত আলোচিত কথাখিনি মিচিংসকলৰ প্ৰত্যেক খেলৰ বাবে স্বতঃসিদ্ধ সূত্ৰ নহ'ব পাৰে, কিয়নো এইবিলাক কথা কোনো বুৰঞ্জীৰ নাইবা লিখিত নহয়, লৌকিক বিশ্বাস মতে পালন কৰি অহা পৰম্পৰাগত সমাজ ৰীতিহে। তথাপি মিচিংসকলৰ মাজত বেছিভাগেই এইবিলাক ৰীতি মানি চলে বুলি ক'ব পৰা যায়।

## বৈবাহিক সম্বন্ধ :

বিবাহ নিষিদ্ধ : ১) একে বংশৰ—(অৰ্থাৎ একে উপাধি বা গোত্ৰ থকা দুটা পৰিয়ালৰ মাজত) ডেকা-গাভৰুৰ বিবাহ নিষিদ্ধ।

( মন কৰিবৰ লগা যে মিচিং সকলে লিখা উপাধিবোৰ তেওঁলোকৰ নিজ নিজ বংশ বা গোত্ৰৰ নাম। গতিকে একে উপাধি থকা মানেই সমগোত্ৰ। যেনে—পেঃগু উপাধি লিখা কোনো ডেকাই কোনো পেঃগু ঘৰৰ ছোৱালীক বিয়া কৰাব নোৱাৰে। কিয়নো তেওঁলোক একেজন পূৰ্ব'পুৰুষৰপৰা অহা। )

২) একে বংশৰ মাজত থকা উপবংশ সকলৰ মাজতো বিয়া নিষিদ্ধ (যেনে—বাগন্ উপাধি লিখা বংশৰ দুটা শাখা— (১) গন্‌ভা (২) গন্‌মে। তেওঁলোকৰ ভিতৰত যি কোনো পৰিয়ালৰেই বৈবাহিক সম্বন্ধ ঘটিব নোৱাৰে। (১) নং দ্ৰষ্টব্য। তেনেকৈ পাঃদুন, পেঃগু. কুলি আদি উপশাখা বিলাকৰ মাজতো। )

৩) নিজৰ মাতৃৰ ডাঙৰ বায়েক নাইবা সৰু ভনীয়েক অথবা তেওঁৰ ওচৰ সম্বন্ধ কোনো বাইভনীৰ ল'ৰা-ছোৱালীৰ ভিতৰত বিয়া নিষিদ্ধ। কাৰণ—মাক একে বংশ হোৱাৰ ফলত তেওঁলোকৰ ল'ৰা-ছোৱালীক ভাই-ককাই বুলি মাতিব লাগে। মাকে বা মাকৰ বায়েক বা ভনীয়েকে যদি কেনেবাকৈ বিয়া সোমোৱাত বেমেজালি লগায়, অৰ্থাৎ তেওঁলোকৰ বিয়াৰ আগতে সেই পৰিয়ালৰ ল'ৰা-ছোৱালীৰ লগত মিতিৰ সম্বন্ধ থাকিলেও, বিয়াৰ পিছত হোৱা ল'ৰা-ছোৱালীৰ লগত ভাই-ককাইৰ সম্পৰ্কলৈ আহিব। কিন্তু তেওঁলোকৰ দুটা স্তৰৰ পাছত আকৌ বিয়াৰ আগত যি সম্বন্ধ আছিল সেয়েই আকৌ থাকিব। মিতিৰ হ'লে মিতিৰেই হ'ব।

৪) সাধাৰণতে ছোৱালীৰ বাবে মাগ্‌ৱ (নিজতকৈ বয়সত ডাঙৰৰ ক্ষেত্ৰত ভিনিহি, পেহা-পেহীৰ পুতেক, মোমাইৰ পুতেক আদি) আৰু য়িগ (নিজতকৈ সৰুৰ ক্ষেত্ৰত আগৰ দৰে) আৰু ল'ৰাৰ বাবে মাঃম' য়িগ্‌নো (মোমায়েকৰ পক্ষীয়, পেহা-পেহীয়েকৰ পক্ষীয় আৰু সাধাৰণভাৱে মিতিৰৰ ছোৱালী) এনে সম্বন্ধ নাহিলে বিয়া কৰাব নোৱাৰে।*

৫) আগৰ পতি থাকিলে কোনো তিৰোতাই অন্য পুৰুষক পতি হিচাপে গ্ৰহণ কৰিব নোৱাৰে।

---

* প্ৰায়বোৰ জনজাতিৰ মাজত মোমায়েক পক্ষীয় ছোৱালীক বিয়া কৰাব পাৰে। মিচিংসকলৰ মাজতো এই নিয়ম আছে।

৬) অজাতি (মিপাগ, পাগ্‌ৰ) কুলৰ লগত বিয়াত বাধা আছে। (মিপাগ্‌-মিচিং সম্প্রদায়ৰ বাহিৰেও অন্য যেনে—অমিচিং, বঙালী ইত্যাদি পাগ্‌ৰ—দাস। পূৰ্বতে মিচিংসকলৰ মাজতো দাস প্ৰথা থকা বুলি গম পোৱা যায়। কাৰোবাৰ ল'ৰা-ছোৱালী ভৰণ-পোষণ কৰিব নোৱাৰিলে ধনী মানুহৰ ঘৰত কাম কৰি খাবলৈ লগাই দিছিল। সেইবোৰেই অৱশেষত পাগ্‌ৰ বা দাস হিচাপে পৰিগণিত হ'ল। বৰ্তমান মিচিং সমাজত "পাগ্‌ৰ' পাগ্‌নী" প্ৰথা সম্পূৰ্ণ বিলুপ্ত হ'ল।)

৭) কোনো পুৰুষ বা তিৰোতাই অজাতিক বিয়া কৰালে সমাজচ্যুত হ'ব লাগিব (অৰ্থাৎ খোৱা-বোৱা আৰু সামাজিক প্ৰথা তেওঁলোকৰ লগত নিষেধ।)*১

**বিবাহ সিদ্ধ :** ১) সাধাৰণতে মিতিৰৰ বংশৰপৰা ছোৱালী আনিব পাৰে নাইবা মিতিৰৰ ল'ৰালৈ ছোৱালী যাচিব পাৰে।

২) মিতিৰৰ বংশ হ'লেও "কাঃক্‌—এাঃঞে" বুলি সম্বন্ধত থকা লোকৰ পৰাহে ল'ৰাই ছোৱালী বিয়া কৰাব নাইবা ছোৱালী ল'ৰালৈ বিয়া দিব পাৰে। *২

৩) সেই কাৰণে বিবাহ নিষিদ্ধৰ ৪ আৰু বিবাহ সিদ্ধৰ ২. মোমায়েক আৰু পেহাকৰ ল'ৰা-ছোৱালীৰ মাজতো বিবাহ সিদ্ধ হয়। (এই ক্ষেত্ৰত খুব কম। তথাপি নিয়মমতে কৰিব পাৰে।)

---

*১ যুগ-কাল আৰু পৰিৱেশৰ প্ৰভাৱত আজি মিচিং সমাজতো আন্তঃবৰ্ণ-বিবাহ বা অসবৰ্ণ-বিবাহ নোহোৱা নহয়। তেনে পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত আদিম সমাজৰ সংস্কাৰ ৰীতি-নীতিও শিথিল কৰি পৰিগ্ৰহণ কৰা পৰিলক্ষিত হৈছে। সম্পাদক ১৯৮৮ চন।

*২ (কাঃক্‌—পেহা, মোমাই, শহুৰ, আদি আত্মপক্ষৰ বিপৰীত বংশ। ত্ৰীজিজ-এাঃঞে মিচিংসকলৰ সম্বন্ধসূচক শব্দবিলাক দুই ধৰণৰ। (১) আত্মপক্ষীয় যেনে—ভাই, ককাই, পিতাই, দদাই, ইত্যাদি (২) মিতিৰ পক্ষীয়—ভিনিহি খুলশালী, জেঠেৰী, বৌ ইত্যাদি। আত্মপক্ষৰ কাজে কাই, ক্ষুম, চাঃচি, মেঃম্‌, ঐ, এই বুলি সম্বোধন হয়। আকৌ বিপৰীত মিতিৰ পক্ষৰ বিলাকক মাগ্‌, মিগ, মাম্ম, মিগ্‌নো বুলি সম্বোধন কৰে। কাঃকুৰ ল'ৰা-ছোৱালীক মিগ, মাগ্‌, আমমিগ্‌নো হিচাপে মাতিব পৰা হ'লেহে বিয়াবাক হ'ব পাৰে।)

৪) কোনো অবিবাহিত, বিবাহিত বা বয়লা পুৰুষে বিধবা বা পতিহীনা এগৰাকীকো নিজৰ পত্নী হিচাপে বিয়া কৰাব পাৰে।

৫) এজন পুৰুষে একাধিককৈ বেছি পত্নী গ্ৰহণ কৰিব পাৰে। কিন্তু তিৰোতাৰ ক্ষেত্ৰত বহুপতি গ্ৰহণ নিষিদ্ধ।

**বিবাহ সম্পাদন:** বিবাহ সম্পাদন (১) নিৰ্বাচন, (২) প্ৰস্তাৱ, (৩) দুয়োপক্ষৰ সিদ্ধান্ত আৰু (৪) মিদাং এই চাৰি ধৰণে হ'ব পাৰে।

১) বিবাহযোগ্য ডেকা-গাভৰুৱে বিয়াৰ পূৰ্বতে স্ব-ইচ্ছাৰে পতি-পত্নী নিৰ্বাচন কৰি লব পাৰে। পূৰ্ব প্ৰচলিত নিয়মমতে মুৰং ঘৰত থকা অৱস্থাতে বেছিকৈ মনোমিলন হয়। ইয়াক 'কাল্‌গ্‌চুনাম্‌' বোলে। আদী সকলৰো মচুপ আৰু বাচেং সাংসাৰিক জটিলতালৈ অহাৰ আগৰ এটা শিক্ষাকেন্দ্ৰ বুলিব পাৰি।

২) কোনো বিবাহযোগ্য ডেকাই কোনো ছোৱালীক ভাল পাই লাজ নাইবা কিবা কাৰণতে হওক নিজে ক'ব নোৱাৰিলে, বন্ধু-বান্ধৱ নাইবা আনলোকৰ হতুৱাই মাক-বাপেকৰ যোগেদি বিবাহ প্ৰস্তাৱ কৰিব পাৰে। ছোৱালী পক্ষৰ মাক-বাপেকৰপৰাও ল'ৰালৈ বা ল'ৰাৰ মাক-বাপেকলৈ প্ৰস্তাৱ আনিব পাৰে। ইয়াক "য়াম্‌নী ভাদ্‌নাম্‌" বোলে।

৩) দুঘৰ মানুহৰ (ল'ৰা-ছোৱালীৰ মাক-বাপেকহঁতৰ) মিলাপ্ৰীতি থাকিলে, তেওঁলোকৰ যদি ল'ৰা আৰু ছোৱালী থাকে তেতিয়াহ'লে সন্তানৰ নাবালক অৱস্থাত নাইবা পূৰ্ণবয়স্কতো মাক-বাপেকসকলৰ মাজত ল'ৰা-ছোৱালীৰ অজ্ঞাতে বা জ্ঞাতে বিয়াৰ আদান-প্ৰদানৰ বন্দবস্ত হ'ব পাৰে। (কিন্তু প্ৰায়ে এনে ধৰণৰ প্ৰস্তাৱ কৃতকাৰ্য্য নহয় বাবে আৰু আধুনিক ল'ৰা-ছোৱালীৰ ৰুচিলৈ লক্ষ্য কৰি এই প্ৰথা বাদ দিয়া হ'ল বুলিয়েই ক'ব পাৰি।)

৪) ডেকা-গাভৰু আৰু মাক-বাপেকৰ ইচ্ছানুযায়ী সামাজিক প্ৰথাৰে বিবাহ (মিদাং) সম্পাদন কৰিব পাৰে। আৰ্থিক অৱস্থা

---

* অবিবাহিত পুৰুষ বা অবিবাহিতা নাৰীয়ে পৰস্পৰ মিল হোৱাৰ পাছত পতিৰ ঘৰত মাঙ্গলিক কাৰ্য্য সম্পাদন কৰাৰ লগে লগে পতি-পত্নী হিচাপে স্বীকৃতি পায়। এনেহৰ ভিতৰতে ছোৱালীৰ মাক-বাপেকক দৰাই "আদ্ৰুম্‌ অবাই" বা ধন আৰু শবাই আগবঢ়াব লাগে। এই "আদ্ৰুম্‌ অবাই" পৰিশোধ নকৰা পৰ্যন্ত মাক-বাপেকক ছোৱালী সুবাই অনায় বহ থাকে।

টৈনিকিয়াজ নহ'লে প্ৰায়ে ডেকা-গাভৰুৱে চুৰকৈ মিলন হৈ ঘৰত সোমায়। এক নম্বৰৰ নিৰ্বাচনটোৱেই এই ক্ষেত্ৰত বেছি।*

যুগ্মজীৱন ( পতি-পত্নী = Conjugal life ) ঃ

১) বিয়াৰ পিছত একেটা ঘৰত থাকিব আৰু যৌন সম্বন্ধ ঘটিব ; যদিহে তলত দিয়া কাৰণখিনি নহয়।

(ক) পতিপত্নীৰ মনোমালিন্য।

(খ) পতি নাইবা পত্নী কোনোবা পৰগামী।

(গ) পতি নাইবা পত্নী যি কোনোৰ সন্তান জন্মৰ উৰ্বৰা শক্তিৰ অভাৱ।

(ঘ) পতি নাইবা পত্নী কোনোবা বএজন কামক্ষুধাৰ নিবৃত্তি হ'লে।

২) তেতিয়া তেওঁলোকৰ যুগ্মজীৱন কণ্টকময় বুলি ধৰা হয়; অৱশেষত বিবাহ বিচ্ছেদো হ'ব পাৰে।

৩) কিন্তু এই ধৰণৰ সঙ্গত্যাগ 'যুগ্মজীৱন'ৰ ১ নং আৰু ২ নং কাৰাং নাইবা সমাজ প্ৰামাণ্য বা স্বীকৃত হ'ব লাগিব। অকাৰণত সঙ্গত্যাগ কৰিলে কাবাঙৰ ওচৰত দায়ী হ'ব লাগে।

৪) মনোমালিন্য ঘটিলে ছোৱালী মাকৰ ঘৰলৈহে যাব পাৰিব। অন্য কাৰোবাৰ ঘৰত এদিনৰ বেছি আশ্ৰয় লোৱা দণ্ডনীয়।

সঙ্গত্যাগ (Divorce বা বিবাহবিচ্ছেদ) ঃ—

১) পতি, পত্নী দুয়োজনে ইচ্ছানুসৰি কাবাঙৰ অনুমতিত সঙ্গত্যাগ কৰিব পাৰে। তেতিয়াহ'লে দুয়োজনে কাৰো ওপৰত ক্ষতিপূৰণ দাবী কৰিব নোৱাৰে।

২) ছোৱালীৰ গা-ধন (আদুম্) দিব নোৱাৰিলে আক-আপেঙৰ পৰামৰ্শ বা দাবী মতে ছোৱালী মাকৰ ঘৰলৈ গুচি যাব পাৰে। তাক বিচ্ছেদ বা সঙ্গত্যাগ বুলিব পাৰি।

৩) গিৰিয়েকে ভৰণ পোষণ কৰিব নোৱাৰিলে পত্নীয়ে সঙ্গত্যাগ বা অন্য ভৰণ-পোষণ কৰিব পৰা এজনলৈ কাবাঙৰ সিদ্ধান্ত সাপেক্ষে গমন কৰিব পাৰে। (এই কাৰ্য্য মিচিং সকলোতকৈ আয়ো সকলৰ ক্ষেত্ৰতহে বেছি প্ৰযোজ্য। বৰ্ত্তমান এই প্ৰথা লুপ্তপ্ৰায়।)

৪) এজন পুৰুষে এগৰাকীতকৈ বেছি পত্নী গ্ৰহণ কৰিলে তাৰ পূৰ্বতে বিয়া কৰোৱা বা পৰবৰ্তী বিবাহিত পত্নীয়ে মনোমালিন্যৰ ফলত সঙ্গত্যাগ কৰিব পাৰে।

৫) পত্নী পৰপুৰুষগামিনী বুলি প্ৰমাণ পালে পুৰুষে সঙ্গ ত্যাগ কৰিব পাৰে।

**ৰৰলা আৰু বিধৱা** (Widower and widow) **:**

১) যুগ্ম জীৱন-যাপনৰ পিছত সুস্থ অৱস্থাত থাকোঁতেই পতি নাইবা পত্নী যিকোনো এজনৰ আকস্মিক বিয়োগ বা সঙ্গত্যাগৰ ফলত অকলশৰীয়া হ'লে পুৰুষ আৰু নাৰী উভয়ে স্বইচ্ছাৰে পুনৰ বৈবাহিক জীৱনৰ কাৰণে কাৰোবাক বাছি লব পাৰে।*

২) গিৰিয়েকৰ মৃত্যুত কোনোবা নাৰীয়ে বৈধব্য অৱলম্বন কৰিব লগা হ'লে মৃতকৰ সৰু ভায়েকে তাৰ যত্ন লব। যদি সৰু ভায়েক নাথাকে বা যত্ন নলয় তেন্তে তাতোকৈ সৰু নাইবা ওচৰ সম্বন্ধীয় ভায়েকসকলে যত্ন লব। দুয়োৰে পুনৰ ইচ্ছা হ'লে মৃতকৰ ভায়েক আৰু বিধৱা পত্নীৰ সাংসাৰিক মিলন হ'ব পাৰে।

৩) মৃতকৰ ভায়েকে যত্ন লবলৈ ইচ্ছা নকৰিলে বা ভায়েক নাথাকিলে বিধৱা পত্নীয়ে সেই বংশৰ কোনোবা ভায়েকৰ লগত সংসাৰ কৰিব পাৰে।

৪) মৃতকৰ পিতাক, দদায়েক, ককায়েক বা পুতেকে বিধৱা পত্নীক পত্নী হিচাপে গ্ৰহণ কৰিব নোৱাৰে।

৫) (ক) মৃতকৰ ভায়েকহঁতৰ ভিতৰত কোনেও গ্ৰহণ নকৰিলে বিধৱা পত্নীয়ে আগৰ মাক-বাপেকৰ ঘৰলৈ উভতি যাব

---

* অপ্ৰিয় হ'লেও কোৱাটো উচিত হ'ব যে সুস্থ সবল অৱস্থাত পতি নাইবা পত্নীৰ বিয়োগ বা সঙ্গত্যাগ হ'লে পৰবৰ্তী অৱস্থাত অকলশৰীয়াকৈ অনুশোচনা কৰাৰ বাদেও মানুহৰ চিৰন্তন প্ৰবৃত্তি বা কামনা-বাসনাবোৰ ঢাকি ৰাখিব নোৱাৰে। ফলত কোনোবা এজনৰ অনুপস্থিতিত ৰৰলা বা বৈধব্য পন্থা অৱলম্বন কৰিলে সেই বৃত্তিয়ে মনৰ অগোচৰে বিচৰণ কৰে, আনকি কলঙ্কও আনে। গতিকে বিধৱা বিবাহ প্ৰচলন মিচিং সমাজত উচিত বুলিয়েই ভাবে। মনোবিজ্ঞানৰ কালৰপৰা ই সমৰ্থনযোগ্য।

পাৰে। (খ) মাক-বাপেকৰ ঘৰলৈ যোৱাৰ পিছত বিবাহবিচ্ছিন্ন কোনো এজন পুৰুষৰ লগত আকৌ ঘৰ পাতিব পাৰে।

৬) পতিৰ পত্নী বিয়োগ হ'লে বা কিবা কাৰণত বিচ্ছেদ হ'লে, অবিবাহিতা ছোৱালী নাইবা বিধৱাক বিয়া কৰাব পাৰে।

৭) বিধবা পত্নীক — আগৰ গিৰিয়েকৰ ভায়েকহঁতে গ্ৰহণ নকৰিলে বা মাকৰ ঘৰলৈ গুচি আহিলে সম্পত্তি আৰু পুৰুষ সন্তানৰ ওপৰত দাবী কৰাৰ কোনো স্বত্ব নাথাকে।

৮) বিধবা পত্নীৰ লগত ছোৱালী সন্তান থাকিব পাৰে। সেই ছোৱালীৰ বিয়া হ'লে পূৰ্বপতিৰ বংশৰ কোনো দাবী কৰোঁতা নাথাকিলে বিধবা মাকেই "আদুম্" আৰু "অৰাই" গ্ৰহণ কৰাৰ অধিকাৰ পায়।

৯) অন্য বংশৰ এজনে বিধবা পত্নীক নিজৰ পত্নী হিচাপে গ্ৰহণ কৰিলেও আগৰ গিৰিয়েকৰ পক্ষৰ ফালে হোৱা সন্তান আৰু সম্পত্তিৰ ওপৰত একো স্বত্ব নাথাকিব। সেই সন্তান আৰু সম্পত্তি সেই বংশৰে ( দূৰৰ হ'লেও ) কোনোবা এজনে চম্ভালি লব। সন্তানে আগৰ বাপেকৰ উপাধি গ্ৰহণ কৰিব। সম্পত্তি সেই বংশলৈ হস্তগত হ'ব।

১০) পত্নীহীন গিৰিয়েকে পুনৰ বিবাহ কৰিব পৰাৰ বাহিৰেও সন্তান আৰু সা-সম্পত্তিৰ ওপৰত আগৰ স্বত্বই থাকিব।

উপৰোক্ত নিয়মবিলাক বুৰঞ্জী নাইবা কোনো পুথিৰ লিখিত কথা নহয় বুলি আগতেই কৈ অহা হৈছে। মৌখিক-ভাৱে আৰু সমাজত প্ৰচলিত নিয়ম হিচাপে চলি থকাৰ বাবে লিখকে তাৰ ইঙ্গিতহে দিবলৈ যত্ন কৰিছে।*

---

* ১৯৬৬ চনৰ গুৱাহাটী বিশ্ববিদ্যালয় আইন কলেজ আলোচনীৰ পৰা পুনৰ্মুদ্ৰিত।

# মিচিং বিবাহ পদ্ধতি

দুৰ্গা বেগন

মিচিং সমাজৰ বিয়াবাৰু পদ্ধতি আন আন সমাজৰ সৈতে সাধাৰণভাৱে মিল থাকিলেও পুংখানুপুংখ ৰূপে বিচাৰ কৰিলে অথবা পুৰণি মিচিং বিয়া-বাৰু পদ্ধতি বিচাৰ কৰিলে বহুত পাৰ্থক্য দেখা যায়। বিশেষকৈ মিচিং সমাজত বিয়া-বাৰু দুই ধৰণে সম্পাদন কৰা হয়। তাৰে ভিতৰত 'দুগ্‌লা য়াম্‌নো লাঃনাম্‌' (পলুৱাই নি পতা সাধাৰণ বিয়া) আৰু 'মিদাং' (শুভবিবাহ)। বিয়া শব্দটো অসমীয়াত যিদৰে ব্যৱহাৰ কৰা হয় বা ভৰা হয় মিচিং সমাজত 'মিদাং' শব্দটি ঠিক তেনেদৰে ব্যৱহাৰ কৰা নহয়। অসমীয়া তথা ভাৰতীয় যিকোনো ভাষাত 'বিয়া' শব্দটোৰে এখন শুভ-বিবাহৰ পৰা আৰম্ভ কৰি সাধাৰণভাৱে হোৱা বিয়ালৈকে বুজায়। সাধাৰণভাৱে পুৰুষ প্ৰকৃতিয়ে সংসাৰ কৰাটোও আমি সিহঁতৰ বিয়া হোৱা বুলিয়ে কওঁ বা ধৰি লওঁ আৰু আন ফালে কোনো এহাল যুৱক-যুৱতীয়ে পলাই গৈ গান্ধৰ্ব বিবাহ কৰালেও— সিহঁতৰ বিয়া হোৱা বুলিয়ে কওঁ। কিন্তু মিচিং সমাজত 'মিদাং' বুলিলে যাইকৈ সমাজ স্বীকৃত আনুষ্ঠানিক বিয়াকে বুজায়। আন ফালে 'বিয়া' শব্দৰ মিচিং প্ৰতিৰূপ শব্দ হব 'য়াম্‌না'। কিন্তু য়াম্‌না শব্দটি কেৱল কন্যাক উদ্দেশ্য কৰি ব্যৱহাৰ কৰা হয়। যেনেকৈ 'ন য়াম্‌না লাঃতাক্‌ৱনেই'? (আপুনি বিয়া কৰিলে নে?) ইয়াত কেৱল পুৰুষৰ ক্ষেত্ৰতে এনে প্ৰশ্ন হয়। কিন্তু অসমীয়াত 'বিয়া' শব্দটি লগাই পুৰুষ তিৰোতা উভয়ক এনে প্ৰশ্ন কৰিব পৰা যায়। মিচিং সমাজত তিৰোতাৰ ক্ষেত্ৰত এই সম্পৰ্কে জানিবলৈ বিচাৰিলে এনেদৰে কৰ লাগে— 'ন আমিল গুতাক্‌ৱনেই'? (তুমি লোকৰ ঘৰলৈ গৈছা নেকি? বা বিবাহিত নেকি?) দৰাচলতে 'য়াম্‌না' শব্দটিৰে তিৰোতাক বিয়া হোৱা নোহোৱা সম্পৰ্কে কৰা প্ৰশ্নত ব্যৱহাৰ কৰা নহয়। বৰ্তমানে কিছুমান ঠাই বা মানুহে বিশেষকৈ ইয়াক

ব্যতিক্ৰম কৰি 'য়াম্‌নী' শব্দ তিৰোতাৰ আগত ব্যৱহাৰ কৰা আৰু তেনেদৰে গীত ৰচনা কৰা দেখা যায়। কিন্তু ই শুদ্ধ ব্যৱহাৰ নহয়। আমাৰ আলোচনাৰ বিষয়-বস্তু হ'ল মিচিং সমাজত 'দুগ্‌লা য়াম্‌নী লাঃনাম্‌' (পলাই গৈ বিয়া পতা বা সাধাৰণ বিয়া-বাৰু) আৰু 'মিদাং' ( শুভ-বিবাহ )।

দুগ্‌লা য়াম্‌নী লাঃনাম্‌ ( পলুৱাই নি পতা সাধাৰণ বিয়া-বাৰু ) ঃ— মিচিং সমাজত সাধাৰণতে ছোৱালী পলুৱাই নি বা গান্ধৰ্ব প্ৰথাৰে বেছি ভাগ বিয়া হয়। তাকে 'য়াম্‌নী লাঃনাম্‌' (সাধাৰণ বিয়া-বাৰু ) বোলা হয়। ডেকা ল'ৰাই স্ব-ইচ্ছা মতে নিজৰ মনে বিছা গাভৰু ছোৱালীক পলুৱাই নি বিয়া কৰাব পাৰে। এই প্ৰথা মিচিং সমাজত পূৰ্বপুৰুষৰ পৰা প্ৰচলিত। সেই বুলি একে উপাধি বা বংশৰ মাজত বিয়া বাৰুৰ নিয়ম নাই। 'দলে' উপাধি থকা ডেকা ল'ৰা এজনে সেই একে 'দলে' উপাধি বা বংশৰ গাভৰু ছোৱালীক বিয়া কৰাব নোৱাৰে। ই সমাজৰ অনীতি আৰু এনে কৰ্ম পাপ বুলি পৰিগণিত হয়। আৰু তেনে লোকক সমাজৰ কলংক বুলি আঁতৰাই দিয়া হয়। কাৰণ একে উপাধি আৰু একে বংশ সদায় ভাই-ককাই বুলি সমাজত গভীৰ বিশ্বাস আছে। একে বংশ বা একে উপাধিয়ে সদায় একে 'গুমুন্‌' পূৰ্বপুৰুষৰ উপাধি আৰু এটা বংশক (সকলো ফালৰ পৰা যিজনে পালি ৰাখে বা ঘৰ পালিতা) বুজায়। একে বংশৰ বা একে উপাধি থকা মানুহ বহুত দূৰত থাকিলেও সদায় ভাই-ককাই এক গুমুন্‌ৰ। একে উপাধি আৰু একে গুমুন্‌ৰ বাহিৰে অন্য সকলো উপাধি আৰু গুমুন্‌ৰ সৈতে বিয়া হ'ব পাৰে।

'দুগ্‌লা য়ামনী লাঃনাম্‌' ই এক প্ৰকাৰ বিয়াই। যদিও ই গান্ধৰ্ব প্ৰথাৰে হয় তথাপি ইয়াৰ সম্পূৰ্ণ দায়িত্ব আৰু সমাধান কাৰ্য্য অভিভাৱক আৰু বংশ পৰিয়ালৰ ওপৰত থাকে। এজন ডেকা ল'ৰাই, গাভৰু ছোৱালীক পলুৱাই নিয়াৰ আগেয়ে ডেকা ল'ৰাজনে অভিভাৱক বা বংশ পৰিয়ালৰ লগত এই বিষয়ে কিছুমান সকলো কথা আলোচনা কৰা হয়। যিহেতু ভৱিষ্যতত এই ছোৱালীৰ সংক্ৰান্তত কোনো মেল গোচৰ আৰু অপ্ৰীতিকৰ ঘটনা আদি ঘটিলে অম সম্পূৰ্ণ দায়িত্ব অভিভাৱকে বহন কৰিব লগা হয়।

এজনী গাভৰু ছোৱালীক পলুৱাই নিয়াৰ ঠিক পাছদিনা বা দুদিনৰ পিছতে দৰা ঘৰৰ পৰা এজন মানুহে কন্যা ঘৰত জাননী দিবলৈ যাব লাগে। তাক 'দুগ্‌তাদ্' (আগ বাতৰি বা জাননী দিওঁতা) বোলে। 'দুগ্‌তাদ্'ত এইদৰে ক'ব লাগিব। —'মিতুৰ আমে বুৰন্মে্ মিতুৰা লাঃতুং, নলু মিতুবে মান্নকা। কাঁবাং কালুং মমা পাকা'। (মিতিৰৰ জীয়ৰী বা ভনীয়েকক মিতিবে লৈছে, আপোনালোকে নিবিচাৰিব আৰু মেল গোচৰ নকৰিব)। এই 'দুগ্‌তাদ্' যোৱা মানুহজন স্বয়ং দৰা ঘৰৰো হব পাৰে বা অন্য ঘৰৰ মানুহৰ হতুৱাই 'দুগ্‌তাদ্' জনাব পাৰে। অৱশ্যে অন্য ঘৰৰ মানুহৰ হতুৱাই জনালে বেছি সম্মানেৰে জাননী দিয়া বুলি কয়।

পৰাপক্ষত 'দুগ্‌তাদ্' যোৱা ব্যক্তি জন আদহীয়া আৰু বিচাৰ শক্তি সম্পন্ন হ'ব লাগে। 'দুগ্‌তাদ্' যোৱা মানুহজনে দৰা ঘৰৰ হৈ তামোল-পাণ আৰু ৰূপ এটকাৰ সৈতে শৰাই পাতি 'মিতুৰ'ৰ (মিতিৰৰ) ঘৰত 'দুগ্‌তাদ্' দিয়ে।

কোনো কোনো ক্ষেত্ৰত দুই তিনিদিনমান অন্য গাঁৱত নাইবা অন্য ঠাইত ছোৱালী পলুৱাই ৰাখি ঘৰলৈ অনা হয়। অৱশ্যে একেদিনায়ো ঘৰলৈ আনিব পাৰে। কন্যা ঘৰৰ মানুহে বিচাৰি আহিব পাৰে বুলিহে অন্য গাঁৱত নাইবা দুই তিনিদিন লুকাই ৰখা হয়। ন ছোৱালীক বা ন বোৱাৰীক ঘৰলৈ দিনৰ ভাগতকৈ ৰাতিহে প্ৰায় আনে। ঘৰলৈ আনোতে কিছুমান নীতি নিয়মেৰে ন বোৱাৰীক আদৰি অনা হয়। প্ৰথমে ঘৰৰ গৃহিণীয়ে অৰ্থাৎ মাকে (মাক মৰিলে বা নেথাকিলে যি কোনো ঘৰৰ বা পৰিয়ালৰ গৃহিণীয়ে) নতুন কাপোৰ কানি পিন্ধি বগা চাদৰেৰে মুৰত ওৰণি লৈ আদৰি আনে। ন বোৱাৰীক আনিবৰ ঠিক আগমুহূৰ্ত্তত ঘৰৰ ঠিক জখলাতে দুটা সৰু মঙ্গলা ঘট পানীৰে পৰিপূৰ্ণ কৰি পাতেৰে মুখ বন্ধ কৰি ৰখা হয়। ঘৰলৈ আহি পোৱা মাত্ৰকে ন ছোৱালী ও ল'ৰাটোৱে (অৰ্থাৎ ল'ৰাৰ সোঁহাতৰ আঙুলি আৰু ছোৱালীৰ বাওঁহাতৰ আঙুলিৰে) পাতটো ফালি ঘটনাই থোৱা ঘটৰ পানী ছুব লাগে। এনে কৰাৰ অৰ্থ আছে। মিচিং সমাজত বিশ্বাস আছে যে কোনো মানুহে কৰবালৈ যাত্ৰা কৰা মুহূৰ্ত্তত পাত্ৰপূৰ্ণ পানী দেখিলে যাত্ৰা শুভ হয়। অৰ্থাৎ মানুহক গামাং

(অফলতা বা অমঙ্গল) আদিয়ে ব্যাঘাত জন্মাব নোৱাৰে। যিহেতু এই মুহূৰ্ত্তৰ পৰাই দুটা জীৱনৰ সাংসাৰিক জীৱনৰ প্ৰথম যাত্ৰা তেওঁলোকৰ আগন্তুক জীৱন যাত্ৰা সুখময় আৰু আনন্দময় হোৱাৰ বাবে কামনা কৰা প্ৰত্যেক পিতৃ-মাতৃৰ কৰ্ত্তব্য আৰু দায়িত্ব।

তাৰ পিছতে ঘৰৰ গৃহিণীয়ে এই একে ঘটৰ পানীৰে ল'ৰা আৰু ন বোৱাৰীৰ ভৰি ধুৱায় আৰু ন বোৱাৰীক ঘৰৰ লক্ষ্মী হিচাপে স্বাগত জনোৱা হয়। তাৰ বিনিময়ত ল'ৰা আৰু ন ছোৱালী উভয়ে দৰাৰ মাক-বাপেকৰ ভৰিত ধৰি 'কুম্‌নাম্' (সেৱা) জনায়। তাৰ পিছত ঘৰৰ গৃহিণীয়ে দুয়োকে হাতত ধৰি চাং ঘৰৰ ওপৰলৈ তুলি নিয়ে।

ন ছোৱালী অনা প্ৰথম নিশা পূৰ্বাতে যুত্নাই খোৱা আপিন, আপং আৰু আদুনেৰে (ভাত আপং) আৰু মাংসৰে ছোৱালী পলুৱাই নিওঁতে সহায় কৰা আন আন ডেকা ল'ৰাক মাতি খুৱায়। নিশা ঘৰৰ গৃহিণীয়ে নিজে ন বোৱাৰীৰ কাৰণে লোৱা শোৱা বিছনা-পত্ৰ ইত্যাদি লাগতিয়াল বস্তু-বেহানি যোগাৰ আৰু ব্যৱস্থা কৰি দিয়ে।

ন বোৱাৰীক ঘৰলৈ অনাৰ পাচ দিনা (অনিবাৰ্য্য কাৰণ-বশত কিছু দিন পলম হব পাৰে) গধূলিতে 'য়াম্‌নাৗ তন্‌চাং' (বিয়া ভোজ) পাতে। প্ৰকৃততে 'তন্‌চাং' মানে চাকা বা বনোৱা অৰ্থাৎ আপং চাকি চোৱা বুজায়। কিয়নো উক্ত ভোজত যথেষ্ট পৰিমাণে 'আপং' নিমন্ত্ৰিত বাইজক খাবলৈ দিয়া হয়। এই দিনা নিশা গাঁৱৰ সকলো মুখিয়াল বুঢ়া-বুঢ়ী আৰু ডেকা-গাভৰুক নিমন্ত্ৰণ কৰা হয়। গাঁৱৰ বয়সীয়াল বুঢ়া-বুঢ়ী যেতিয়া আহি পায় তেতিয়া এটি বাল্টি 'কুম্‌দাং বুংগং' (ঘৰৰ পালিতা দেৱ-দেৱীলৈ) উদ্দেশ্য কৰি আগবঢ়াই ন-বোৱাৰীৰ সৈতে ল'ৰাটোক সেৱা কৰিবলৈ দিয়া হয়। যেতিয়া তেওঁলোক সেৱা কৰিবৰ নিমিত্তে আঠু লয়, তেতিয়া ঘৰৰ গৃহিণীয়ে 'চুম্‌নাম্ গাচৰু' (হাতে বোৱা চাদৰ) তেওঁলোকৰ গাত দিয়ে। গাঁৱৰ বুঢ়া মেথা আৰু উপস্থিত বাইজে 'কুম্‌দাং বুংগং'ক (ঘৰ পালিতা দেৱ-দেৱীক) ন বোৱাৰী আদৰি আনিছো বুলি জনাই দিয়ে আৰু তেওঁলোক দুয়োৰে একো দায় দোষ নধৰি ভৱিষ্যতলৈ সুখেৰে থাকিবলৈ প্ৰাৰ্থনা জনায় আৰু আশীৰ্বাদ দিয়ে। তদুপৰি বয়সীয়াল সকলে

নবোৱাবীক ঘৰৰ লগত ভবিষ্যতলৈ মিলিজুলি থাকিবলৈ উপদেশ দিয়ে। তাৰ পিছত সপ্তাহ বা পষেকৰ ভিতৰত (অনিবাৰ্য্য কাৰণ-বশতঃ কিছুদিন পলম হ'ব পাৰে।) অবাই বিনাম্ (অবাই আগবঢ়াবলৈ) মিতিৰৰ ঘৰলৈ যায়।*

অবাই বা মিতিৰৰ সৈতে মীমাংসা কৰিবলৈ যাওঁতে বাছি বাছি বুঢ়া আৰু আদহীয়া জনা বুজা মানুহ যাতে। তাৰে ভিতৰত এজন বুঢ়া বা আদহীয়া জনা বুজা মানুহক তামোল পাণৰ টোপোলা দি সন্মানেৰে যাতে। তেওঁক 'পাভিৰি' (দৰা ঘৰৰ অভিভাৱক স্বৰূপ) বোলে। উক্ত মানুহজনৰ বিচাৰ শক্তি আৰু বাক শক্তি সমানে থাকিব লাগে। তেওঁৰ ওপৰতে 'অবাই বিনাম্' কাৰ্য্যৰ দায়িত্ব আৰু কোৱা মেলা বন্দবস্ত ইত্যাদি নিৰ্ভৰ কৰে। তেওঁকেই অস্থায়ী ভাবে 'লাঃনী' (দৰা ঘৰৰ পিতৃ স্বৰূপ) হিচাপে মানি লোৱা হয়। এই কাম প্ৰায় ৰাতিহে কৰে। প্ৰথমে অমুক দিনা গধূলি দৰা ঘৰৰ মানুহে 'অবাই' দিবলৈ আহিব বুলি মিতিৰ বা কন্যা ঘৰত খবৰ দিয়া হয়। আগতে খবৰ দিয়া মতে কন্যা ঘৰেও 'অবাই' দিবলৈ অহা দৰাঘৰীয়া মানুহক শক্তি অনুসৰি আলহী সৎকাৰ কৰে। 'অবাই'ত নিব লগীয়া সামগ্ৰীবোৰৰ ভিতৰত তামোল প্ৰায় ১০ পোণ, পাণ ৩০ৰ পৰা ৪০ গছি পৰ্য্যন্ত, চূণ, বিলাং (চালি), গুড় বা চেনি, চাহ, চাধা, পঃৰ আপং' (ছাই লাওপানী) চাৰি টোপোলা বা নগিন্ আপং' (বগা চাউলৰ লাওপানী) মাছ আৰু অলপমান আফিং আদিয়ে প্ৰধান। এইবোৰ বস্তুৰ পৰা দৰাঘৰীয়া মানুহে সমাজত প্ৰচলিত নীতিনিয়ম মতে আমোল পাণ, টকা পইচা আদি প্ৰথমে অবাইত পাতে। তাৰে অৱশিষ্ট সামগ্ৰী বা বস্তু-বোৰৰ পৰা এক টোপোলা ছাই লাওপানী বা এক কলহ বগা চাউলৰ লাওপানী তামোল পাণ, চাহ গুড় আৰু ৰূপ পাঁচ টকা 'মুমুৰুৰ্ ম্নাঃমে' ডেকা-গাভৰুৰ সংৰ, লৈ (ইয়াত 'মুমুৰুৰ্'

* কন্যাক 'দগ্নো তাদগ্' দিয়াই আজিকালি কোৱা কথা খিনি ইয়াত উল্লেখ কৰা নাই। পাছৰ বিবাহ প্ৰবন্ধত তাৰ বৰ্ণনা আছে, সংগ্ৰাহক, সম্পাদক।

মানে গাভৰু আৰু 'ম্লাংমে' মানে ডেকা) সম্মানেৰে অলগৰজোৱা হয়।

যিহেতু এজনী বিশেষ ছোৱালী এখন গাঁৱৰ 'মুমুৰুৰ, ম্লাংমে' সংঘৰ সম্পদ। তাইৰ শুভ মিলনার্থে সংঘৰো এখন তামোল প্যাণ খোৱা বা তাইলৈ শুভেচ্ছা দিয়াটো 'মুমুবুৰ, ম্লাংমে' সংঘৰ কাম্য। এক সপ্তাহৰ পিছতে 'ম্লাগে, চুত্লাদ' (আঠ মঙ্গলা খোৱা) খাবলৈ যায়।

এই 'অৰাই' দিয়া কাম ৰাতি বহুত সময়লৈকে চলে কাৰণে পূৰ্বাণ কালত বুঢ়া সকলে ফুতিত অলপ আচৰপ আফিং ব্যৱহাৰ কৰিছিল। নহ'লে আফিং ব্যৱহাৰ কৰা তেনে কোনো ধৰা-বন্ধা নিয়ম নাই। 'অৰাই' দিয়া গধুলিত দৰা ঘৰৰ এজন ডেকা ল'ৰাই কন্যা ঘৰীয়া গাঁৱৰ সকলো মানুহক 'অৰাই চালি' (শৰাইৰ তামোল পাণ) দি এইদৰে জনাই দিব 'আজি অমুক ল'ৰা আমুকী ছোৱালীৰ শুভ মিলনার্থে আপোনাসকলক 'অৰাই চালি (শৰাই চালি) দিছোঁ।' এই 'নিশাই ম্লাম্নালাংনা আঁৰাং' (দৰাঘৰীয়া) 'ম্লাম্নাবিনা আঁৰাং' (কন্যাঘৰীয়া) মাজত 'আৰে আদুম্' (গা-ধন) দিয়া আৰু কেতিয়াকৈ দিব লাগে ইত্যাদি সকলো বন্দবস্ত হয়। কন্যা ঘৰে ভাল পোৱা বা জোৱাই হিচাপে পাব খোজা ল'ৰাই বিয়া কৰালে 'গা-ধন' হিচাপে বেছি টকা দাবী নকৰে। জোৱাই হিচাপে পাব নোখোজা বা বেয়া পোৱা ল'ৰাই বিয়া কৰালে পাঁচশৰ পৰা হেজাৰ পৰ্য্যন্ত 'গা-ধন' হিচাপে অতীতত দাবী কৰিছিল। বৰ্ত্তমানেও ঠাই বিশেষে তেনে পদ্ধতি আছে। অৱশ্যে জোৱাই ল'ৰাজনৰ স্বভাৱ-চৰিত্ৰ, মান-সম্মান আৰু মৰম-চেনেহ ক্ৰমে দেখা পালে পূৰ্বে দাবী কৰিলেও পিছত এক পইচাও নোলোৱা হয়। এবছৰ বা দুবছৰৰ পিছত জোৱায়েক জীয়েকে 'দুংনী গুলাদ্' (শহুৰৰ ঘৰলৈ সেৱা কৰিবলৈ পুনৰ যোৱা) হিচাপে আছে। 'দুংনী গুলাদ্'ত আপং কুকুৰা তামোল পাণ ইত্যাদি আনি শহুৰ শাহুৱেকক আৰু বংশ পৰিয়ালৰ বয়সীয়াল লোকক সেৱা কৰে। 'দুংনী গুলাদ্'ত কন্যা ঘৰৰ বংশ পৰিয়ালেও শক্তি অনুসাৰে অা-অলংকাৰ বা বস্তু বেহানি যৌতুক হিচাবে দিয়ে। এইয়া হ'ল মিচিং সমাজৰ 'দগুলী ম্লাম্নী লাঙমৰু' (সাধাৰণ বিয়া-ৰসম) প্ৰথা।

## মিদাং (শুভবিবাহ) :

মিচিং সমাজৰ 'মিদাং' অন্য সমাজৰ শুভবিবাহ পদ্ধতিৰ পৰা সম্পূৰ্ণ পাৰ্থক্য থকা বুলি কলেও বঢ়াই কোৱা নহব। ইয়াৰ গঠন, আয়োজন, আৰু সমাধানত পুৰণি বিশ্বাস আছে। বৰ্ত্তমানে আধুনিক ধৰণে পতা 'মিদাং' বিলাকত কোনো কোনো সমাজৰ শুভবিবাহৰ ৰীতি-নীতিও অনুকৰণ কৰা দেখা যায়। কিন্তু পুৰণি মিচিং মিদাং অধ্যয়ন কৰিলে তাৰ বহুখিনি প্ৰণালী আৰু ৰীতি-নীতিৰ আধুনিক মিদাঙৰ লগত তফাৎ দেখা যায়। 'মিদাং' শব্দটো বিশ্লেষণ কৰিলেও ইয়াৰ বিশেষ অৰ্থ পাওঁ। 'মি' মানে মানুহ, 'দাং' মানে তুলি লৈ যোৱা বা উঠাই লৈ যোৱা বুজায়। পুৰণি কালত দৰা কন্যা দুয়োকে মানুহৰ দ্বাৰা উঠাই লৈ দোলা পদ্ধতিৰে 'মিদাং' পাতিছিল বুলি প্ৰবাদ আছে। প্ৰকৃততে 'মিদাং' দুবিধ ; যেনে—'মিদাং' (সাধাৰণ ধৰণে) আৰু 'দাঃৰ মিদাং' (প্ৰকৃত মিদাং বা নীতি নিয়মেৰে পতা)। যিহেতু সাধাৰণ মিদাঙত কিছুমান নিয়ম নীতি শিথিল থাকিলেও 'দাঃৰ মিদাঙ'ত প্ৰকৃত নীতি নিয়মেৰে মিদাং পাতিব লাগে।

আমি আগতেই উনুকিয়াই আহিছো যে মিচিং সমাজত প্ৰায়েই স্ব-পছন্দ মতে বা ভাল পাই বিয়া হয়। সেই কাৰণে 'মিদাং' পদ্ধতিৰে বিয়া কৰিব খুজিলেও ল'ৰাই প্ৰথমে ছোৱালী পছন্দ কৰিব লাগে। এই বুলি মাক-বাপেক বা অভিভাৱকৰ হাত নাই এনে নহয়। পুৰণি কালত ঘাইকৈ অভিভাৱকৰ ৰুচি অনুযায়ী মিদাং পাতিছিল। বৰ্ত্তমানে পুতেক আৰু মাক-বাপেকৰ মতামতৰ সমিল মিলতহে ছোৱালী বা কন্যা পছন্দ কৰা হয়। ইয়াত আমি বিশেষকৈ 'দাঃৰ মিদাঙ'ৰ ৰীতি-নীতিৰ কথাহে আলোচনা কৰিম।

ছোৱালী পছন্দ হোৱাৰ পিছত প্ৰথমে দৰা ঘৰে মিতিৰৰ ঘৰত 'আকোনে'ৰে (টোপোলাৰে) 'য়াম্‌নী' (কন্যা) খোজা বঢ়া কৰে। এই 'আকোন্'ত পাণ প্ৰায় পাঁচ গুছি, তামোল ত্ৰিশ-চল্লিশটা আৰু ধূপ এটকা সহ ধুনীয়াকৈ টোপোলা বান্ধি মিতিৰৰ ঘৰত দিয়ে। 'আকোন্' দিবলৈ যাওঁতে একেবাৰে দৰা ঘৰৰো হ'ব পাৰে নাইবা সম্বন্ধীয় জনা বুজা মানুহক পঠায়। এইজন ব্যক্তিয়ে কন্যা ঘৰীয়া মুৰব্বীক এইদৰে কয়—'ঙলু মিতুৱী লক্লক্

আম্‌লি পেলিঃক মালা চি আকোন্‌ চাম্‌ বিতাদ্‌দুং' (আমি মিতিবে আপোনালোকৰ পৰা সঁচ কঠিয়া বিচাৰি এই টোপোলাটো আগবঢ়াইছো। ইয়াত সঁচ কঠিয়া মানে কন্যাকে বুজাইছে। কন্যাক মিচিং সমাজে লখিমী হিচাপে বিবেচনা কৰে; যিয়ে ভবিষ্যতত বংশ পবিয়াল বৃদ্ধি কৰে। এই 'আকোন্‌' কন্যাৰ (ছোৱালী-জনীৰ) নিজ মোমায়েকে প্ৰথমে খুলিব লাগে। নিজৰ মোমায়েক নাথাকিলে কোনোবা মোমাই সম্বন্ধীয় মানুহে খুলিব পাৰে। মিচিং সমাজৰ বিশ্বাস যে মোমায়েকে ভাগিন ভাগিনীয়েকহঁতৰ 'য়োবু-য়েবুং' (নাক-কাণ) আৰু ইজিয়ালৰ (আত্মা বা জীৱ) গৰাকী। এই 'আকোন্‌'ৰ দ্বাৰাই একেবাৰে কন্যা পাব বুলি নিশ্চয় কৰিব নোৱাৰে। সপ্তাহ বা পষেকৰ ভিতৰতে কন্যাঘৰে দিয়া নিদিয়াৰ সম্মতি দৰাঘৰক জনায়। কন্যাঘৰৰ পৰা দিয়াৰ সম্মতি আহিলেহে 'য়াম্‌নী তাদ্‌নাম্‌' (কন্যা বন্দবস্ত) কৰে। 'য়াম্‌নী তাদ্‌নাম্‌ লাংনাম্‌ 'অৰাই' দিবলৈ যাওঁতে সাধাৰণতে 'দুগ্‌লা য়াম্‌নী লাঃনাম্‌'ত যিমান বস্তু-বেহানি নিয়ে প্ৰায় সিমান দৰ্কাৰ হয়। এই দিনা ছোৱালীৰ মতামত, কিমান দিনৰ ভিতৰত কন্যাদান কৰিব পাৰিব, আৰু সাধাৰণ 'মিদাং' নে 'দাঃৰ মিদাং' ইত্যাদি আলোচনাত মীমাংসা কৰা হয়। এইখিনিতে উল্লেখ কৰিব পাৰি যে দাঃৰ মিদাঙৰ এটি বিশেষত্ব হ'ল 'গেম্‌পাজনাম্‌' (পাচি মুৰত লোৱা পদ্ধতি) আৰু দৰা-কন্যাৰ সাজ-পোছাক সকলো হাতেবোৱা আৰু সকলো আয়োজন পুৰণি ধৰণে হ'ব লাগে।

'য়াম্‌নী তাদ্‌নাম্‌' কৰাৰ পিছত ছোৱালীজনীৰ মতিগতি, স্বভাৱ, চৰিত্ৰ, আচাৰ-ব্যৱহাৰ, চলন-ফুৰণ ইত্যাদি কন্যাঘৰে আৰু কন্যা ঘৰীয়া গাঁৱৰ ডেকা-গাভৰু সংৰই দায়িত্ব লব লাগে। যাতে অন্য ডেকা ল'ৰাৰ সৈতে পলাই বা গান্ধৰ্ব বিয়াত সোমাব নোৱাৰে বা বেয়া গুণ যাতে নপৰে তাৰ বাবে সুক্ষ্ম দৃষ্টি ৰখা হয়। 'য়াম্‌নী তাদ্‌নাম্‌' কৰোঁতে বা সময়তে 'মাগ্‌ৰ দুগ্‌নাম্‌' (জোৱাই খটা) বন্দবস্ত কৰা হয়। পুৰণিকালত (বৰ্ত্তমানেও ঠাই বিশেষে) 'মাগ্‌ৰ দুগ্‌নাম্‌' তিনি বছৰৰ পৰা পাঁচ বছৰ পৰ্যন্ত সময় ধাৰ্য্য কৰা নীতি আছিল। বৰ্ত্তমানে সৰহ ভাগ মানুহে এই প্ৰথা ত্যাগ কৰিছে যদিও, নাম মাত্ৰ হ'লেও এদিন বা দুদিন 'মাগ্‌ৰ দুগ্‌নাম্‌' নিয়ম সকলো ঠাইতে আছে।

তাৰ পিছত আহিল 'আৰা আকুন্' (গা ধন আৰু পাণ তামোল)। এই বন্দবস্তত দৰাঘৰে বহুত বস্তু-বাহানি দিব লাগে। তাৰে ভিতৰত পঃৰ আপং (ছাই মদ) পঞ্চাশৰ পৰা সত্তৰ টোপোলা, শুকান মাছ (কুটি মাছ) একশৰ পৰা ডেৰশ পৰ্য্যন্ত, পাণ প্ৰায় পঞ্চাশ গছিতকৈ বেছি, তামোল বিশ পোন এইবোৰেই প্ৰধান। অৱশ্যে শক্তি অনুসাৰি নিৰ্দ্ধাৰিত নিয়মৰ পৰা কিছু কম বেছি কৰা হয়। 'আৰা আকুন্'ৰ আন এটা নাম 'তাদ্‌পিন্' (শেষ বন্দবস্ত) উক্ত দিনাই সকলো ব্যৱস্থা আৰু বিয়াৰ দিনবাৰ পৰ্যন্ত সিদ্ধান্ত কৰে। 'আৰা আকুন্' বিয়াৰ ঠিক আগ মুহূৰ্ত্ততে হয়। এই কাৰ্য্যত দৰাঘৰৰ বংশ পৰিয়ালৰ মুৰব্বী মানুহৰ বাহিৰেও কিছুমান জনা বুজা বাহিৰা বৃদ্ধ মানুহক কন্যা ঘৰলৈ লৈ যোৱা হয়। মিদাঙত সাধাৰণ বিয়া-বাৰুৰ দৰে অৰ্থ দাবী কৰা বা দিয়া নিয়ম নাই। তথাপি পৰোক্ষভাৱে সাধাৰণ বিয়া-বাৰুতকৈ বেছি খৰচ পৰে।

মিচিংসকলে ভৈয়ামতে বসবাস কৰা দিনৰে পৰা শুভ-বিবাহৰ দিনবোৰ পাঁজি পুথি চাই নিৰ্দ্ধাৰিত কৰা নিয়ম হৈছে। এইবুলি হিন্দু ধৰ্ম্মাৱলম্বী বা আন আন সমাজৰ দৰে হোম আদি জ্বলাই পুৰোহিতৰ দ্বাৰা বেদ-মন্ত্ৰ গাই 'মিদাং' পতা নিয়ম নাই। তাৰ পৰিবৰ্ত্তে কেৱলীয়া ভকত বা বৃদ্ধ লোকৰ দ্বাৰা 'কুমদাং বিংগং' লৈ (ঘৰৰ পালিতা দেৱ-দেৱীলৈ) সেৱা কৰি আৰু আশীৰ্বাদেৰেহে মিদাং পতা হয়। দৰা কন্যাক গা ধুওৱা আদি কিছু কিছু হিন্দু ধৰ্মৰ বিয়া-ৰীতিৰ সৈতে মিলে। পানী তুলিবলৈ যাওঁতে চমানেৰে (বিহু মাৰি) আৰু 'য়াম্‌লা' (এবিধ বিশেষ ঢোলৰ ছেৱেৰে) বজাই যায়। বৰ্ত্তমানে প্ৰায় অসমীয়া বিয়ানাম গা ধুৱাওঁতে আৰু পানী তুলিবলৈ যাওঁতে গোৱা দেখা যায়। মাহ হালধিৰে দৰা-কন্যাক গা ধুওৱা হয়। দৰাৰ কাৰণে এজনী গাভৰু ছোৱালী আৰু এজন ডেকা ল'ৰা আৰু কন্যাৰ কাৰণেও দুজনী গাভৰু ছোৱালী 'য়াম্‌গুৰ্' (জগৰী) মতা হয়। 'য়াম্‌গুৰ্' হবলৈ হ'লে এই উল্লেখিত ডেকা-গাভৰু-সকলৰ 'আনা-আবু-পুম্‌চু' (পিতৃ-মাতৃ জীৱিত) থাকিব লাগিব। লগতে ভেওঁলোকৰ উপৰি পুৰুষসকলৰ 'দদ্‌গাং' (মহা কাজ বা শ্ৰাদ্ধ) সম্পন্ন হব লাগে।

'দাঃৰ মিদাঙ'ত সাধাৰণতে হাতে বোৱা 'গাদু,গ্' (চোলা) 'উগন' ব্যৱহাৰ কৰে আৰু মাক-বাপেকে তেওঁলোকৰ জীৱন সুখময় আৰু মিলি জুলি থাকিবলৈ আশীৰ্বাদ আৰু উপদেশ দিয়ে। সেৱা আৰু আশীৰ্বাদ কন্যা ঘৰৰ মুৰব্বী লোক আৰু মোমায়েকৰ পৰাও লোৱা হয়। সেৱা কাৰ্য্য শেষ হোৱাৰ লগে লগে দৰা-কন্যাক লৈ যায় আৰু চোতালত সমূহ গঞা ৰাইজৰ পৰা আশীৰ্বাদ লয়।

দৰা ঘৰৰ সন্মুখতো তোৰণ সজা হয়। এই তোৰণলৈকে দৰা ঘৰৰ গৃহিণীয়ে নতুন কাপোৰ পিন্ধি মূৰত ওৰণি লৈ বটা এখনত তামোল পাণৰ সৈতে এটি বন্তি জলাই ন-বোৱাৰীক আদৰি আনিবলৈ আহে। গৃহিণীয়ে দৰা-কন্যা দুয়োকে হাত মিলাই আৰু কপালত ৰঙা সেন্দুৰৰ ফোঁট দিয়ে। লগে লগে দৰা-কন্যাই গৃহিণীৰ ভৰিত ধৰি সেৱা কৰে। গৃহিণীয়ে উভয়কে তামোল পাণ নিজ হাতে খুৱায়। 'মিদাং চঃমান্'ৰ বিশেষ নৃত্যৰে দৰা-কন্যাক ঘৰৰ ওপৰলৈ নিয়া হয়।

সাধাৰণ বিয়া-বাৰুত কৰাৰ নিচিনা 'মিদাং' কৰোতে দুটা মঙ্গল ঘট পানী পৰিপূৰ্ণ কৰি পাতেৰে মুখ বন্ধ কৰি ৰাখে। এই বন্ধ ঘটৰ পানী দৰাৰ সোঁহাতৰ আঙুলি আৰু কন্যাৰ বাঁওহাত আঙুলিৰে ছোৱে। তাৰ পিছত গৃহিণীয়ে এই একে ঘটৰ পানীৰে দৰা-কন্যাৰ ভৰি ধুৱাই দৰা-কন্যাক ঘৰৰ ভিতৰলৈ নিয়ে। কন্যা ঘৰৰ দৰে দৰা ঘৰতো 'জঃচাক আপিন্' খোৱাৰ আয়োজন থাকে। দৰা-কন্যাক 'জঃচাক আপিন্' খুওৱাৰ পিছতে ভেকা-গাভৰু আৰু নিমন্ত্ৰিত আলহীৰ সৈতে ভোজ খোৱা হয়। এয়েই মিচিং সমাজৰ আনুষ্ঠানিক ভাৱে পতা মিদাং। **

* 'মিদাঙ'ৰ (শুভবিবাহ) বৰ্ণনাত কিছুমান আৱশ্যকীয় আনুষ্ঠানিক শুভকাৰ্য্যৰ বৰ্ণনা থাকি গৈছে। বিশেষকৈ যৌতুক দিয়া সকলক খুৱাই দিয়া তামোল পাণৰ মাননি বা অন্য সামগ্ৰীৰ কথা। পাছৰ বিবাহ সংক্ৰান্তৰ প্ৰবন্ধত যৌতুক প্ৰথাৰ কথা আংশিক ভাৱে পাব। (সংগ্ৰাহক)

** 'দৈনিক জনমত' প্ৰকাশিত। ১ মাৰ্চ্চ। ১৯৭০ চন।

# গান্ধৰ্ব প্ৰথা

## ভৃগুমুনি কাগয়ুং

আমাৰ বিনন্দীয়া ধৰণীৰ বুকু জন মানবেবে ভৰপূৰ। ইয়াত বাস কৰা প্ৰত্যেক মানৱ গোষ্ঠী তথা প্ৰত্যেক জাতিৰে একো একোটা বৈচিত্ৰ্যময় জীৱন প্ৰবাহৰ ধাৰা, আচাৰ-নীতি, ধৰ্ম-কৰ্ম, ধ্যান-ধাৰণা, মাত-কথা, বিবাহ পদ্ধতিৰ আদান-প্ৰদান, সাজ-পাৰ, আ-অলংকাৰ পৰিধান আদিৰ সুকীয়া বৈশিষ্ট্য আছে— আৰু সেই বৈচিত্ৰ্যময় জাতীয় জীৱনৰ প্ৰতিচ্ছবিসমূহ প্ৰতিফলিত হয়—জাতিৰ স্বকীয় কৃষ্টি সংস্কৃতিৰ মাজেদি। অনাদি অনন্ত কালৰ পৰা প্ৰাকৃতিক সৌন্দৰ্য্যৰে পৰিবেষ্টিত পবিত্ৰ অসম ভূমিৰ চৌদিশে পৰ্বতে-পাহাৰে, চুকে-কোণে, চিৰি লুইত, সোৱণশিৰীৰ উত্তাল তৰঙ্গমালাৰ লগত জীৱনৰ দুকূল ডকা বলিয়া বানৰ তাণ্ডৱ নৃত্যৰে ঢৌ খেলি নদ-নদীৰ পাৰাপাৰ জুৰি বসবাস কৰি থকা মিচিং বা মিৰি জন-জাতি সকলৰো তেনে কিছুমান বৈশিষ্ট্য আছে আৰু সেইবোৰৰ ভিতৰত বিবাহ পদ্ধতি অন্যতম। এইটো মনোবিজ্ঞান সম্মত কথা যে জন্মৰ আদিম পুৰাৰে পৰা মানুহৰ অন্তৰৰ নিভৃত কোণত এক অফুৰন্ত সঙ্গবন্ধ আৰু সঙ্গ প্ৰিয়তাৰ ভাব জন্মলগ্ন ভাবে আছে আৰু সেই সঙ্গ প্ৰিয়তাৰ ভাবে বয়সৰ দ্ৰুতগতিত বাগৰ সলাই প্ৰেমৰ সঁহৰি দি বোৱাই আনে যৌৱনৰ জীয়া ঢল ; সেই ঢলে সৃষ্টি কৰে ডেকা-গাভৰুৰ অন্তৰত প্ৰেম মিলনৰ থৌকিবাথৌ জোৱাৰৰ ঢৌ আৰু সেই মিলন কামনাই বিবাহ ৰূপত শেষ পৰিণতি লাভ কৰে তাক আমি নুই কৰিব নোৱাৰো।

আমাৰ ক্ৰমবৰ্দ্ধমান তথা কথিত জন সমাজৰো একোটা জন বিশ্বাস আছে, জন্ম, বিবাহ, মৃত্যু এক অদৃষ্টৰ লিখন, যেয়ে অজানিতভাবে জীৱন যৌৱনৰ চঞ্চল বাউলি ফাগুনে উৰুৱাই নি ৰচনা কৰা প্ৰেমৰ মন্দিৰ সুখৰ সপোন ; কেতিয়াবা বাস্তৱৰ নিষ্ঠুৰ আঘাতত বিবক্ৰিয়াত পাষাণত হয় ; তথাপি

তাৰ প্ৰতিকাৰ স্বৰূপে সমাজে বিবাহৰ সু-শৃংখল বন্ধন নীতি ৰচনা কৰিবলৈ কুণ্ঠা বোধ কৰা নাই। এই ক্ষেত্ৰত মিচিং সমাজত প্ৰচলিত বিবাহৰ ভিতৰত তিনিটা পদ্ধতিৰ কথা বিশেষভাৱে উল্লেখযোগ্য। তাৰে প্ৰথম হৈছে; অন্য সমাজৰ গতানুগতিক প্ৰকাশ্য প্ৰাজাপত্য বিবাহৰ সাদৃশ্যৰ জনাজাত এক জাক-জমকতাপূৰ্ণ বিবাহ পদ্ধতি; দ্বিতীয়তে হৈছে কন্যা প্ৰদান বা আশীৰ্বাদীয়া বিবাহ পদ্ধতি; তৃতীয়তে হৈছে; ডেকা গাভৰুৰে স্বইচ্ছাৰে পতা বা গান্ধৰ্ব প্ৰথাৰে পতা বিবাহ পদ্ধতি। আমি উল্লেখ কৰা তিনিওটা বিবাহ পদ্ধতিৰ ভিতৰত মিচিং সমাজত গান্ধৰ্ব প্ৰথাই যুগ যুগ ধৰি প্ৰাধান্য লাভ কৰি আহিছে আৰু আজিৰ আমাৰ এই প্ৰবন্ধৰ আলোচ্য বিষয়-বস্তু হৈছে মিচিং সমাজৰ বিবাহ পদ্ধতি আৰু গান্ধৰ্ব প্ৰথা।

মিচিং সমাজত প্ৰচলিত গান্ধৰ্ব বিবাহ পদ্ধতিৰ একোটা সুকীয়া বৈশিষ্ট্য আছে যদিও ই লোক সমাজৰ অজ্ঞাত আৰু লোক দৃষ্টিত আচহুৱা আচহুৱা যেন লাগে। কিন্তু আজিৰ সামাজিক পৰিবৰ্ত্তনৰ অনুশীলনত সংশোধিত হৈ অহা গান্ধৰ্ব প্ৰথাত বিজ্ঞান-সম্মত গ্ৰহণযোগ্য বিষয়-বস্তু যে নাই তাক আমি ডাঠি কব নোৱাৰো। সাধাৰণতে গান্ধৰ্ব বিবাহৰ কথা ভাল নালাগিলেও আধুনিক সমাজত ইয়াৰ প্ৰভাৱ খুব বেছিকৈ প্ৰসাৰতা লাভ কৰি জনপ্ৰিয়তা অৰ্জন কৰাৰ কথা কোনেও উলাই কৰিব নোৱাৰে। আমি ইয়াক মনোবিজ্ঞানৰ সূক্ষ্ম দৃষ্টি-ভঙ্গীৰে বিশ্লেষণ কৰি চালে পাওঁ প্ৰকাশ্য বিবাহ নীতিৰ লগত অপ্ৰকাশ্য গান্ধৰ্ব বিবাহৰ বৈসাদৃশ্যতকৈ সাদৃশ্যহে বেছি, হয়তো বিবোৰ কথা প্ৰাজাপত্য বিবাহত প্ৰকাশ্য, সেইখিনি মাথোন গান্ধৰ্ব বিবাহত কিছু তাৰতম্য। সাধাৰণভাৱে চাবলৈ গলে কন্যাক লৈ যিখিনি শুভ কাৰ্য্য সজ্জিত বিবাহ মণ্ডপত দৰা-কন্যাৰ মিলন যাত্ৰাৰ আগতে সম্পন্ন কৰা হয় সেইখিনি শুভ কাৰ্য্য দৰা ঘৰ পোৱাৰ পাছত গান্ধৰ্ব প্ৰথাৰ নীতি-নিয়মেৰে সম্পন্ন কৰা হয়, বৰঞ্চ লোক দৃষ্টিত গান্ধৰ্ব প্ৰথাৰ নীতিগত পবিত্ৰতা ৰক্ষা কৰা বেছিহে জটিল।

আজি দিনক দিনে সাৰ্বজনীনভাৱে গান্ধৰ্ব বিবাহৰ যোগেদি ঘটা বৰ্ণ বৈষম্য হীন বৈবাহিক সংসৰ্গৰ কথা কাৰো অবিদিত

সময়ৰ আৰু আজিৰ বিজ্ঞানৰ প্ৰগতিত গতি কৰা সমাজবাদী আধুনিক সমাজত তাক নিয়ন্ত্ৰণ কৰিবলৈ যোৱা বা তাৰ পৰা নিজকে আত্ম ৰক্ষা কৰিবলৈ যোৱা এটা ব্যৰ্থ প্ৰয়াস মাথোন। আমাৰ কোটি কোটি বছৰৰ আগতে ৰচিত পবিত্ৰ পুৰাণ শাস্ত্ৰবোৰ তেনে হাজাৰ বিজাৰ কাহিনীৰ প্ৰতিনিধিত্ব কৰা মহাযোগী মহাদেৱৰ লগত ঘটা দক্ষ কন্যা মহাসতী পাৰ্বতীৰ বিবাহ দৃষ্টান্তৰ মাজেদি সেই সত্যতা স্বীকাৰ কৰি গৈছে।

অসবৰ্ণ বা আন্তঃৰাজ্যিক বিবাহৰ দ্বাৰা যি প্ৰগতিশীল নতুন সমাজ গঢ়ি উঠিছে তাত স্ত্ৰীজাতিক পিতৃ কুলৰ পবিত্ৰ শ্ৰাদ্ধাদিৰ পৰা বঞ্চিত হ'লেও পতিকুলৰ পবিত্ৰ ধৰ্ম কৰ্মৰ পৰা বঞ্চিত হোৱা বা সমাজে স্বীকৃতি নিদিয়াৰ কথা আমি মুক্তকণ্ঠে সমৰ্থন কৰিব নোৱাৰো।

এই প্ৰসঙ্গত আমি যুগ্ম জীৱনৰ নিৰাপত্তা বিচাৰি আইনৰ আশ্ৰয় লৈ পতা আইন সঙ্গত বিবাহ বা কোনো পবিত্ৰ ধৰ্মানুষ্ঠান দেৱ-দেৱীৰ মন্দিৰত সম্পন্ন কৰা বিবাহৰ কথা উল্লেখ নকৰিলে ভুল কৰা হব আৰু তেনে বিবাহক সমাজে দিয়া স্বীকৃতিৰ কথা আজি সকলোৰে চিন্তাৰ বিষয় হৈ পৰিছে। সেই পতিকুলৰ পবিত্ৰ শ্ৰাদ্ধাদিত তিৰোতাক পূৰ্ণাধিকাৰ দিব পৰা ব্যৱস্থা যদি আছে তেন্তে ই গান্ধৰ্ব বিবাহৰ দ্বাৰাহে সম্ভৱ আৰু এই ব্যৱস্থা মিচিঙৰ গান্ধৰ্ব বিবাহ পদ্ধতিত সাঙোৰ খাই আছে; মাথোন ইয়াক সম্পন্ন কৰা কাৰ্য্যাৱলী গতানুগতিকতকৈ কিছু সুকীয়া।

মিচিং সমাজৰ গান্ধৰ্ব বিবাহৰ প্ৰথম পদক্ষেপ হৈছে কোনো ডেকা-গাভৰুৰ মাজত স্বাভাৱিকভাৱে গঢ়ি উঠা প্ৰেম. ইচ্ছা আৰু আন্তৰিক ভাল পোৱাৰ পৰিণামত ডেকাই নিজৰ সামৰ্থ্যৰ অনুকূলে সময়ৰ সুযোগ সুবিধাৰ ছেগ বুজি গাভৰুক গোপনে ঘৰলৈ অনাত আৰু আমি তাকে কৌতিয়াবা মান্যাৰ্থত নহয় তুচ্ছতাচ্ছিল্যৰ সুৰত লুকাই অনা বা পলুৱাই অনা অভিযোগেৰে অভিযুক্ত কৰি লোক সমাজত আত্মশ্লাঘাও কৰো। কিন্তু প্ৰকৃতপক্ষে চাবলৈ গলে লুকাই অনা মানে চুৰ কৰি বা ধৰি অনা নহয়; অৰ্থাৎ বনৰীয়া জন্তুক ঘৰচীয়া কৰিবৰ কাৰণে বল-পূৰ্বক অত্যাচাৰ কৰি অনা বা আসুৰিক বিবাহৰ অৰ্থত প্ৰয়োগ কৰা নহয়। আমাৰ লোক সমাজৰ প্ৰযোজ্য সেইবোৰ লোক ৰচনা-

পঞ্চদশৰ্ই মিকি সকলোক লাগে এইটো কিন্তু সত্য যে বক্ষণশীল মনোবৃত্তিৰে চক্ষুক নুসুধি চাউল দিয়া বা নিজৰ মহাজনীন সভ্যতাৰে গঢ়ি উঠা আভিজাত্য মৰ্য্যাদা ৰক্ষা কৰিবলৈ গৈ কেতিয়াবা মহৰ লগত গৰু জুপ্তি হালবোৱা বন্ধমুক্ত নৈতিক দুৰ্বলতাৰ দৃষ্টান্তৰ পৰা আমাৰ নিঃকলুষ প্ৰেমিক প্ৰেমিকাৰ জীৱনৰ পৰিত্ৰাণ হৈছে। আমি ব্যক্তিগত জীৱন যাত্ৰাৰ প্ৰত্যেক ক্ষেত্ৰতে সামাজিক আচাৰ নীতি, ধৰ্মৰ নিত্য কৰ্মাদিৰ কোনো কথা হয়তো অনুভৱ নকৰো বা পালন নকৰিব পাৰো কিন্তু বৈবাহিক সম্পৰ্কত আৱদ্ধ হোৱাৰ লগে লগে সামাজিক জীৱনত অজানিতসাৰে তেনে সমাজ নীতি তথা ধৰ্ম নীতিৰ কথা আহি পৰে আৰু তাক সাংসাৰিক জীৱনত নেওচি কোনেও সমষ্টিৰ জীৱন যাপন কৰিব নোৱাৰে। প্ৰকৃতপক্ষে চাবলৈ গলে সামাজিক সু-শৃংখল নৈতিক জীৱনক শাসন কৰে মহা মানৱসকলে ৰচনা কৰি থৈ যোৱা সমাজ নীতি আৰু ধৰ্ম নীতিয়ে, কোনো ৰাজনীতিয়ে নহয়। গতিকে ডেকা-গাভৰুৰ স্ব-ইচ্ছাকৃত গোপন মিলনতে সামাজিক কাৰ্য্যাৱলী শেষ নহয়, ই সমষ্টিৰ শৃংখল নৈতিক জীৱন যাত্ৰাৰ প্ৰস্তাৱনাহে মাথোন।

আমাৰ মিচিং সমাজৰ গান্ধৰ্ব বিবাহৰ দ্বিতীয় পদক্ষেপ হৈছে কন্যাৰূপী গাভৰুক আনি নিজৰ চাংঘৰত প্ৰবেশ কৰোৱা। কোনো ডেকাই ছোৱালীক আনি পোৱাৰ পাছত নিজৰ ঘৰৰ জখলা মুখত সামাজিক দস্তুৰ মতে বৰপীৰাৰ আসন পাতি কন্যাক নোৰানি-ধোৱানি কাৰ্য্যাদিৰে সমাপ্ত কৰিহে ঘৰৰ ভিতৰলৈ নিয়া হয় আৰু ইয়াৰ পাছতে বিপদ সংকুল পৰিস্থিতি কিছু অঁতৰি এক গহীন পৰিবেশেৰে গান্ধৰ্ব বিবাহৰ কাৰ্য্য আগবাঢ়ে।

সেইখিনি সম্পন্ন কৰাৰ পাছত আৰম্ভ হয় তৃতীয় পদক্ষেপ। মিচিং সমাজৰ পৰম্পৰাগত নিয়ম হৈছে ছোৱালী অনাৰ লগে লগে দৰা ঘৰৰ বাৰ্ত্তা-বাহকে ছোৱালীজনীৰ অৰ্থাৎ আমাৰ কন্যাক ডেকাই অনাৰ বাৰ্ত্তা কন্যাৰ ঘৰত দি তেওঁলোকক নিশ্চিন্ত কৰা, লগতে সামাজিক দা-দস্তুৰ মতে কিমান দিনৰ ভিতৰত মিত্ৰিতৰ সম্বন্ধ গঢ়াৰ বাবে বা সামাজিক জেঠা ভাৰৰ লাগি ডাঙৰ এটা দিন-ঠিকনা ঠিক কৰা আৰু পাৰিলে গোপনে গোপনে কন্যা ঘৰৰ মতি পৰিজনৰ আক্ৰোশ শেষ নুহিও অহা। কথা সমাজত

বাৰ্ত্তাবাহক গৈ নাপালে বা আদান প্ৰদানৰ যোগেদি কথা স্থানত বাৰ্ত্তা দিয়াৰ নোৱাৰিলে নিয়ম ভঙ্গ কৰা অপৰাধৰ বাবে অৰ্থৰ দণ্ডেৰে দণ্ডিত কৰা বা গুৰুতৰ শাস্তি দিব পৰা কথা সামাজিক নীতিত বন্ধা আছে।

এনেবোৰ সামাজিক নীতি বিচাৰত দৰা-কন্যা সাময়িক নিমিত্ত মাথোন পূৰ্বাপৰ প্ৰচলিত দা-দস্তুৰৰ কথাই প্ৰধান হৈ পৰে। অৱশ্যে আন্তঃজাতি বা অসবৰ্ণ বিবাহত বাৰ্ত্তাবাহক বা মিতিৰ সংক্ৰান্তৰ প্ৰশ্ন ৰবকৈ নুঠে; দৰা ঘৰীয়া বাৰ্ত্তাবাহকৰ মুখৰ বাৰ্ত্তাত পতিয়ন গলেও বা নগলেও কন্যাৰ মাক দেউতাক নতুবা ঘৰৰ আপোন ন-বোৱেকৰ সম পৰ্যায়ৰ লোকে এবাৰ গৈ ছোৱালী খুচিত বা অখুচিত অহাৰ জবাব লৈ পতিয়ন যোৱাৰ সামাজিক নিয়ম আছে। কেতিয়াবা কন্যাৰ বক্তব্যত সন্তুষ্ট নহলে বা দুয়ো ঘৰৰ মাজত মনোমালিন্য থাকিলে ছোৱালীক মিলা প্ৰীতিৰ মাজত ঘুৰাই লৈ অনা বা ইচ্ছা কৰিলে ছোৱালী ঘুৰাই আনি একেজন ডেকালৈকে বিয়া পাতি দিয়াৰ নিয়ম আছে।*

এই ক্ষেত্ৰত বিশেষ বাধ্য বাধকতা নাথাকিলে সামাজিক পূৰ্ব প্ৰচলিত নীতি নিয়মেৰে ৰাইজক চপাই দুয়ো ঘৰৰ মাজত মিতিৰ পাতে। এইখিনিতে মিচিং সমাজৰ এটা উল্লেখযোগ্য বিষয় আছে যে পূৰ্ব পুৰুষ বা উপৰি পুৰুষত ঘটা কোনো বিবাহ সংক্ৰান্তৰ বাবে দুয়ো ঘৰৰ মাজত বিবাহৰ পূৰ্ব ছিদ্ৰ থাকিলে তাৰ পুঙ্খানুপুঙ্খ বিহিত বিচাৰ হোৱাৰ পাছতহে ৰাইজে বৰ্তমানৰ উত্থাপিত মিতিৰৰ সমস্যা সমাধান কৰে। আজিও মিচিঙৰ এটা জন বিশ্বাস আছে যে সামান্য মূল্যৰ হ'লেও জীয়ৰী দিয়াৰ নামত মূল্য গ্ৰহণ কৰিব পায়, তাকে কোনোৱে গা-ধন বুলি আখ্যা দিয়ে, আৰু সেই মূল্য গ্ৰহণ নকৰিলে জীয়ৰীৰ ভবিষ্যত সংসাৰত বংশ, শ্ৰীবৃদ্ধি নহয় বুলি তেওঁলোকৰ দৃঢ় বিশ্বাস। সেই বিশ্বাসৰ ওপৰত বশৱৰ্ত্তী হৈ জীয়ৰীৰ নামত টকা আজিও গ্ৰহণ কৰাৰ প্ৰথা আছে।

---

* দেখা শুনাকৈ একে দিনাই চমুকৈ বিয়া পতা নীতি এটা সমাজতো আছে আৰু ইয়াকে "কুমচু-জচু" বা আশীৰ্বাদীয়া বিবাহ নীতি বোলে। পুথিৰ এই সংস্কৰণত উক্ত নীতিৰ প্ৰবন্ধ প্ৰকাশ কৰিব পৰা নহ'ল। সংগ্ৰাহক।

ইতিমধ্যে আমাৰ ন-ছোৱালী অৰ্থাৎ ন-বোৱাৰী অনাৰ খবৰ জনাজাত হোৱাৰ লগে লগে শুভ সম্ভাষণ জনাবলৈ অহা ওচৰ চুবুৰীয়া গাওঁ জাতি মিতিৰ কুটুম্ব বন্ধু-বান্ধৱেৰে এক বিয়াৰ উদুলি মুদুলি লাগি পৰে আৰু সেই অনুপাতে দৰা ঘৰে প্ৰত্যেক শুভাকাংক্ষীকে স্বাগতম্ জনাই খোৱা-বোৱা, পিয়লা শুশ্ৰূষাৰে নিজৰ সামৰ্থ অনুযায়ী সকলোকে যথাযোগ্য ব্যৱস্থাৰে আপ্যায়িত কৰি গৃহস্থ কৃতাৰ্থ হয়।

এইখিনি উলহ মালহৰ মাজে মাজে আমাৰ গান্ধৰ্ব বিবাহৰ নীতিগত কাৰ্য্যাদি চলি থাকে আৰু সেয়ে হৈছে চতুৰ্থ পদ-ক্ষেপ বা সামৰণি অধ্যায়। (মাথোন ইয়াত অগ্নি আঠ মঙ্গলা অনুষ্ঠানৰ কথাখিনি পৰিত্যাগ কৰা হৈছে।) উক্ত গান্ধৰ্ব বিবাহৰ শুভকাৰ্য্য সম্পন্ন কৰিবলৈ বিশেষকৈ বংশৰ মুৰব্বী লোক সকলক, লগত গাঁৱৰ সম্বন্ধীয় ওচৰচুবুৰীয়া বয়োবৃদ্ধসকলক, সহৃদয় বন্ধু-বান্ধৱক আমন্ত্ৰণ কৰা হয় আৰু সেইসকলৰ মাজৰ পৰা বয়োজ্যেষ্ঠ এজনক চাই পুৰোহিত স্বৰূপে নিৰ্বাচন কৰি লোৱা হয়।

ওপৰোক্ত অনুষ্ঠানৰ আৱশ্যকীয় বা অপৰিহাৰ্য্য বিষয় সম্ভাৰ হৈছে, পূৰ্বাদিৰে পৰা বংশানুক্ৰমে সংৰক্ষিত কৰি অনা এবিধ পোৱাল মণিযুক্ত 'তাদগ্' এধাৰি মালা যিটোক "দগ্নী তাদগ্" বুলি কোৱা হয়; এযোৰ পৈণত কুকুৰা চৰাই * এযোৰ থুৰীয়া তামোল আৰু এগছি ধৰ্মৰ শলিতা আদিয়ে প্ৰধান। (আজিৰ নৃতাত্ত্বিক আৰু প্ৰত্ন-তাত্ত্বিক সকলৰ মতে মিচিংসকল মঙ্গোলীয় ফৈদৰ লোক আৰু যুগ যুগ ধৰি এছিয়া মহাদেশৰ দক্ষিণাঞ্চললৈ বসতি বিস্তাৰ কৰি একালত ভাৰতবৰ্ষৰ উত্তৰ পূব সীমাইদি অসমৰ পাদ দেশলৈ নামি আহে। আমাৰ জন বিশ্বাস আৰু সমাজৰ আদিম মোকামলৈ লক্ষ্য কৰিলে ঠাৱৰ কৰিব পাৰি যে ধুৰন্ধীৰ কোনোবা বিস্মৃত যুগৰ পৰাই জাতিৰ ঐতিহ্য স্বৰূপে কিছুমান জাতীয় সম্পদ মিচিংসকলে সংৰক্ষণ কৰি আহিছে, তাৰ ভিতৰত "দগ্নীতাদগ্" পোৱালমণি অন্যতম।

---

* অসবৰ্ণ বিবাহ বা আন্তঃবৰ্ণ বিবাহৰ ক্ষেত্ৰত কোনো কোনো সমাজে এযোৰ কুকুৰাৰ লগতে গাহৰিও ব্যৱহাৰ কৰে আৰু পাৰম্পৰিকতাৰে আপোন ভাৱ আনিবৰ কাৰণে কন্যাৰ নামও সলনি কৰা পৰিলক্ষিত হয়। সম্পাদক।

সামাজিক পবিত্র অনুষ্ঠানত মিচিংসকলে সেইবোৰ ব্যৱহাৰ কৰা কাৰ্য্য-কলাপলৈ চালে ইয়াৰ মাহাত্ম্যৰ কথা উপলব্ধি কৰিব পাৰি। )

এই অনুষ্ঠানলৈ আমাৰ ন-ছোৱালীক দৰা ঘৰৰ নিজা আ-অলংকাৰেৰে অলংকৃত এক ন-কন্যাৰ সাজত সজ্জিত কৰি আগতে ভেকাকো ন দৰা ৰূপত ৰূপায়িত কৰি সমবেত ৰাইজৰ আগত উপবিষ্ট কৰা হয়। ইয়াৰ পাছত পুৰোহিতে নিজৰ ইষ্ট দেৱতাক স্মৰণ কৰি ধৰ্মৰ শলিতা গছি সাক্ষী স্বৰূপে জ্বলাই লৈ দৰাৰ বংশৰ উপৰি পুৰুষসকলৰ নাম চৰ্চন কৰি "দগুনী তাদুগু" পোৱাল মণিধাৰি কন্যাৰ ডিঙিত পিন্ধাই এই মুহূৰ্ত্তৰ পৰা কন্যাৰ নিজা কুল গুচি দৰাৰ কুললৈ ৰূপান্তৰিত হৈ এগৰাকী ন-বোৱাৰী ৰূপে পৰিগণিত হোৱাৰ দীক্ষা দিয়ে আৰু নৱ দম্পতিৰ নাম চৰ্চন কৰি নৱ পক্ষী দম্পতিক দেৱতালৈ উছৰ্গা কৰি হৰ্ষধ্বনিৰে সকলোৱে আশীৰ্বাদ দিয়ে। এই অনুষ্ঠান সমাধান হোৱাৰ পাছৰ পৰা ন-বোৱাৰী ৰূপে স্বীকৃতি পায়। সেইটো কিন্তু নিশ্চিত কথা যে মিচিং সমাজে হিন্দু ধৰ্ম তথা মহাপুৰুষ শংকৰদেৱে প্ৰবৰ্ত্তন কৰা "নাৰাছে ছকাতি জাতি অজাতি" বুলি একে শাৰীতে জয়ৰাম ভোট, এজনা ব্ৰাহ্মণ, মুছলমানৰ চান্দ সাই যৱন, নৰহৰি আহোম, গোবিন্দ গাৰো, পৰমানন্দ মিৰিক পবিত্র বৈষ্ণৱ ধৰ্মত দীক্ষিত কৰাৰ আগতে মিচিঙৰ স্বকীয় নীতি আছিল আৰু "মিৰু" বা দেওধাই সকলেই সেই ধৰ্ম অনুষ্ঠানত ধৰ্মগুৰু স্বৰূপে স্বীকৃতি লাভ কৰিছিল। মিচিঙৰ সেই স্বকীয় ধৰ্ম নীতিত দেৱ দেৱতাৰ পূজা পাটলেই প্ৰধান আছিল। সেয়ে আজিও মিচিংসকলে "আবু পঃল" অৰ্থাৎ পিতৃ স্বৰূপ জোন দেৱতা, "আনী-দঃঞ" অৰ্থাৎ মাতৃ স্বৰূপা সূৰ্য্য দেৱতাক স্মৰণ কৰে। গতিকে উপৰি-পুৰুষসকলৰ নাম চৰ্চন, জীৱৰ পৰিৱৰ্ত্তে জীৱ উছৰ্গা কৰা অৰ্থাৎ পশু পক্ষীৰ বলি দানেৰে মানৱী জীৱৰ পৰিত্ৰাণ কামনা কৰা বিশ্বাস; পূজা পদ্ধতি মিচিঙৰ নিজা ৰূপ আৰু গান্ধৰ্ব বিবাহৰ অনুষ্ঠানত এযোৰ নৱ পক্ষী দম্পতিক মানৱী নৱ দম্পতিৰ মঙ্গলাৰ্থেও দেৱতালৈ উছৰ্গা কৰা কথাই তাৰ দৃষ্টান্ত আৰু ই আজি সামাজিক ধৰ্মীয় ৰীতি।

ইয়াৰ পাছতে সমবেত ৰাইজৰ আগত অন্টাৰে প্ৰণতি-পাতে প্ৰজ্বলিত ধৰ্মৰ শলিতা গছি সাক্ষী ৰাখি নৱ দম্পতীয়ে

সকলোকে সেৱা জনায়; দুগছি শলিতা মিলি এগছি শলিতা ৰূপে দুয়োৰে মিলনক চিৰজীৱী কৰি কুশল মঙ্গলে ৰাখি "পুত্ৰমান্ জাৰ্মান্" বংশৰ শ্ৰীবৃদ্ধি হবলৈ; সুখ শান্তি মিলা-প্ৰীতিৰে থাকিবলৈ শক্তি সামৰ্থ্য দিয়ৰ অৰ্থে আন্তৰিক আশীৰ্বাদ যাচি বাইজে গান্ধৰ্ব বিবাহৰ শুভ কাৰ্য্য সম্পন্ন কৰে। (আঠ মঙ্গলা খোৱা আৰু যৌতুক প্ৰথাৰ কথাবোৰ অন্য প্ৰবন্ধত পাব)।*

* 'নতুন অসমীয়া'ত প্ৰকাশিত। ডিচেম্বৰ, ১৯৫৬ চন।

# মিচিং ঘৰ আৰু ঘৰলোৱা

তৰুণচন্দ্ৰ পামেগাম

সৰ্বসাধাৰণতে মিচিং সমাজ নৈ কাষৰীয়া; মিচিং সমাজ চাপৰিয়াল। য'তে নৈ, য'তে জান জুৰি ত'তে মিচিং গাওঁ। নৈৰ লগত মিচিং সমাজৰ জীৱন জোৰা সম্পৰ্ক. আজি পদুলিয়ে সোমোৱা সময়ত এখন গাঁৱৰ পৰা আন এখন গাঁৱলৈ, এঠাইৰ পৰা আন এঠাইলৈ যাবলৈ নৈৰ পাৰে পাৰেই বাট। জান-জুৰি ফুটিকলে, নৈৰ পাৰ বুৰিলে নৈয়েই ৰব আলি, নাৱেই যান (transport), পানীয়ে বুৰুৱা চাপৰিত, নৈয়ে ধুৱাই দিয়া কাষৰত বাস কৰে কাৰণেই হয়তো মিচিংসকলে চাং ঘৰত বাস কৰে। চাং ঘৰত বাস কৰাৰ সেইটো মুখ্য কাৰণ, গৌণ কাৰণ বহুতো। চাং ঘৰত শুবৰ বাবে বেলেগ চাং বা পালেং, আদিৰ প্ৰয়োজন নাই, বহুতো অতিথিক একে লগে ৰাতি আশ্ৰয় দিয়াত সুবিধা, সকাম নিকাম কৰাৰ চল, গাহৰি-কুকুৰা পোহাত সুবিধা, যিমানেই কাৰণ নাথাকক লাগে পানী নোহোৱা ঠাইতো মিচিংসকলে চাং ঘৰতেই বাস কৰে।

মিচিংসকলৰ ঘৰ সাধাৰণ কাঠ-বাঁহৰ ঘৰ। প্ৰাকৃতিক বস্তুৰে নিজে নিৰ্মাণ কৰা ঘৰ। মানুহে তৈয়াৰ কৰা ইটা, চিমেণ্ট, টিনপাট আনকি এটা গজালো বহুতো মিচিং মানুহৰ ঘৰত পৰা নাই। কাঠৰ খুটা, কাঠৰ চাঁতি, বাঁহৰ মাৰলী, বাঁহৰ বুৰা, কামি, বেতৰ বান্ধ, ইকৰাৰ বেৰ আৰু খেৰেৰে ঢকা চাল, সকলো প্ৰাকৃতিক সম্পদ। প্ৰাকৃতিক সম্পদ শেষ হৈ অহাৰ লগে লগে মানুহে তৈয়াৰ কৰা আধুনিক সম্পদ অৱশ্যে ব্যৱহাৰ কৰিবলৈ বাধ্য হবই লাগিব। থাকিবৰ কাৰণে মিচিংসকলে নিজৰ ঘৰ নিজেই সাজি লয়। মিচিংসমাজত ঘৰ সজা বেলেগ মিস্ত্ৰী নাই। প্ৰতিজন মিচিং পুৰুষে কুঠাৰ মাৰিব পাৰে, বাইচ চলাব জানে, সুতা তুলিব জানে, কামি চাঁচিব পাৰে, সকলো কাম কৰিব জানে। মিচিং চাঙত ভজা ধৰণী, দীঘ ধৰণীৰ পৰা আৰম্ভ কৰি পাঁচ

তৰপলৈকে ৰ'াহ থাকে। একেবাৰে ওপৰত কিছুমানে ৰ'াহ কামি (পিচ বা মেছ) গুঠি দিয়ে আৰু কিছুমানে গাধৈ পাৰি দিয়ে। মাজত বেৰ নিদিয়াটো মিচিং ঘৰৰ এটা প্ৰধান বৈশিষ্ট্য। অসমৰ অন্যতম জনজাতি দেউৰীসকলেও চাংঘৰত বাস কৰে। কিন্তু সেই সকলৰ প্ৰতিটো পৰিয়ালৰ অৰ্থাৎ প্ৰত্যেক বিবাহিত পুৰুষৰ বাবে বেলেগ বেলেগ কোঠা থাকে। মিচিংসকলৰ ঘৰত তেনেকৈ মাজত বেৰ দি কোঠা কৰা নহয়। মাত্ৰ প্ৰতিটো পৰিয়ালৰ বাবে একোটিকৈ জুহাল বা 'মাৰাম্‌হে' থাকে। ই সকলোৰে দেখা শুনাকৈ থকা, সকলোৰে দেখা শুনাকৈ খোৱা বোৱা কৰা সমবায় মনৰ পদ্ধতি।

মিচিং সমাজত ঘৰ সজা বেলেগ মিস্ত্ৰীতো নায়েই, হাজিৰা দি কাম কৰোৱাৰো নিয়ম নাই। নিজৰ বাহিৰেও গাঁৱৰ মানুহেই হাতে পাতে ধৰি ঘৰ সজা কাম শেষ কৰি দিয়ে। গৃহস্থৰ নিজৰ যোগাৰ থাকিলে গঞা বাইজে একোটা সৰুসুৰা ঘৰ একেদিনাই সাজি শেষ কৰি দিব পাৰে। নৈ সাধাৰণতে পুবৰ পৰা পশ্চিমলৈ বয়। মিচিংসকলৰ ঘৰবোৰ সদায় নৈ মুখী। গতিকে প্ৰায় মিচিং গাঁৱৰে ঘৰবোৰ উত্তৰ দক্ষিণ মুখী। নৈয়ে ক'ৰবাত পাক লৈ উত্তৰ দক্ষিণ মুৰা হৈ বৈ গলেও তাৰ পাৰত থকা ঘৰবোৰৰ পুৰ হব যিফালৰ পৰা সোঁত আহিছে আৰু যি ফালে সোঁত গৈছে। মিচিংসকলৰ ঘৰত পথালি দুৱাৰ নাথাকে। দীঘল চাং ঘৰটোৰ আগফালে এখন দুৱাৰ আৰু পিছফালে এখন দুৱাৰ। ঘৰটোৰ দুই মুৰেও টুপ লগোৱা নহয়। এটা কোঠালীৰ জোখত চাঙৰ এটা অংশ বাহিৰ চাং বা "তুংগাং" কৰি ৰখা হয়। সাধাৰণতে অবিবাহিত ডেকা ল'ৰাবোৰ তাত শুব পাৰে আৰু যি কোনো মানুহ জিৰাবলৈ সুবিধা হয় বা গৰম দিনত বতাহ লব পৰা সুবিধা থাকে। দেউৰী সকলৰ চাঙৰ আগফালে গোটেই ঘৰ ওলাই গৰমকালি বতাহ লব পৰাকৈ ডাঙৰ চাং পতা থাকে। মিচিংসকলৰ চাঙত সেই ব্যৱস্থা নাথাকিলেও পিছফালে বেলেগ চাং বা 'কাৰা' কৰি লোৱা থাকে। সেই চাঙত ধান মেলিবলৈয়ো সুবিধা হয়, ধান খুন্দিবৰ কাৰণে বাহিৰ চাঙৰ সন্মুখত এটা খোটালীৰ জোখাৰে চাং নপতাকৈ এডোখৰ খালী ঠাই বা আওলা ৰখা হয়। মিচিংসকলৰ সেইটো 'ঢেকী ঘৰ' অৰ্থাৎ ধান খুন্দা খুৰালি তাতেই থাকে।

মিচিং সমাজৰ দলে আৰু পেংগু সম্প্ৰদায়ৰ ঘৰসজাৰ এটা বেলেগ বৈশিষ্ট্য আছে। সেই সকলৰ ঘৰ দেখিলেই দলে জাতৰ ঘৰ নে পেংগু জাতৰ ঘৰ চিনিব পাৰি। পেংগুসকলে চাঁং বা মাৰলীৰ ওপৰত লগোৱা চাকিৰ (ৰাংকুং) গুৰিটো পূৱ ফালে আৰু আগটো পশ্চিমফাললৈ দি লগায় আৰু দলে সকলে তাৰ বিপৰীতটো কৰে অৰ্থাৎ গুৰি পশ্চিম ফালে আৰু আগ পূৱফালৰ দিয়ে। এই ব্যৱস্থাই সেইসকলৰ আদিম গোষ্ঠী পূৱৰ পৰা পশ্চিমলৈ অহা আৰু পশ্চিমৰ পৰা পূৱলৈ অহা পুৰণি কথাৰ ইঙ্গিত সূচায়। মিচিংসকলৰ চায়াং বা চায়েঙ্গীয়া গোষ্ঠীটোও কিবা কাৰণত তেজপুৰৰ ভৰলী পাই তাৰ পৰা পুনৰ উজাই গৈ সোৱণশিৰীৰ আগাৰীত ( চায়াং চায়াং কৰি অৰ্থাৎ উজাই গৈ গৈ ) বাস কৰা বাবে "চায়াং" নাম পোৱা বুলি কথিত আছে। আগফাল আৰু পিছফালৰ দুৱাৰৰ আগে আগে দি থোৱা জখলাইদি মিচিংসকলে চাঙলৈ আৰু চাঙৰ পৰা উঠা-নমা কৰে। ধৰি যাবৰ কাৰণে জখলাৰ কাষত মাটিত পুতি চাঁংতিত বান্ধি থোৱা এডাল মাৰি বা "লাগ্‌জুন্‌" থাকে। সাধাৰণতে ঘৰৰ বুঢ়া বুঢ়ী পিছফালে আৰু ৰবটো ল'ৰাৰ পৰিয়াল আগফালে আৰু মাজুৰিলাক মাজ ভাগত থাকে।

"ঘৰ দেও পোন হ'লে ভাজদেও পোন, ভাজ দেও পোন হ'লে খায়নো কোন !" ঘৰ ডাঙৰীয়া পোন হ'লে তেৰা বেকাকৈ ধৰা সৰু সুৰা দেৱতাবিলাকো পোন হব ; সেই সকলোবোৰ পোন হ'লে অৰ্থাৎ সন্তুষ্ট হ'লে ঘৰখন নদনবদন হব। সেইকাৰণেই মিচিং-সকলে ন ঘৰ লবৰ সময়ত ডা-ডাঙৰীয়া সন্তুষ্ট হবৰ বাবে কুকুৰা মাৰি ডাঙৰীয়া পূজা কৰে, গাহৰি মাৰি গঞা ৰাইজক খুৱায়, ঘৰখনত যাতে একো অপায় অমঙ্গল নহয়, "পাঁচ মাৰলিৰ তলত থকা পোনা পোৱালীবোৰ যাতে মাক বাপেকৰ বুকুত বুকু জুৰাই" থাকিব পাৰে। চাকি-শলিতা জ্বলাই আ-অৰিহণা দি গৃহস্থই চাকিৰ পিছত "শৰণাগত হৈ" সেৱা কৰে, গুৰু ঘৰৰ পৰা বা ৰাইজৰ পৰা আজ্ঞা পোৱা বুঢ়াই আশীৰ্বাদ দিয়ে, ৰাইজে হৈ-ধ্বনি কৰে, গৃহস্থৰ মঙ্গল কামনা কৰে।

"লুইতৰ পাৰৰ চিলা পৰ্বতৰ দাঁতিত এখনি গাওঁ, ভেলেঙৰ দৰে চকু মুদি বহ বেনিয়ে এবাৰ চাওঁ" ধ্বনি কৰি বিনন্দ বৰুৱাৰ

লুইতৰ পাৰৰ গাঁৱৰ দৰেই এতিয়াও বহু নৈ, লুইতৰ পাৰে পাৰে, সোণসেৰীয়া সোৱণশিৰীৰ পাৰে পাৰে, বুৰৈ জলকী, দিহিং, দিচাং, ৰঙানৈ আদি নৈবোৰৰ পাৰে পাৰে দূৰৰ পৰাই মিচিং গাঁৱৰ মিচিং চাংঘৰৰ শাৰী শাৰীকৈ মূৰ তুলি থকা দৃশ্যবোৰ দেখা যায়। মিচিং সমাজৰ এই নৈ কাষৰীয়া কৃষ্টি, এই নৈ মুখীয়া জীৱন ধাৰাৰ পৰিবৰ্তন হয়তো এদিন হ'ব; কিন্তু এই কৃষ্টিৰ প্ৰসূতিৰ অস্তিত্ব, প্ৰসূতিৰ সোঁৱৰণি মিচিং সমাজত সদায় থাকি যাব।*

* ৰচনা, ডেকেম্বৰ, ১৯৭০ চন।

# দহ তৰপীয়া মিচিং ঘৰ

শ্ৰীগণেশ পেগু

মিচিং ঘৰৰ বিষয়ে মিচিংসকলে আনে ভৱাৰ দৰে সামান্য চাংঘৰ বুলি নাভাবে। তেওঁলোকৰ মানত দহ তৰপীয়া এই চাংঘৰখন সাত খলপীয়া ৰাজকাৰেং ঘৰটোৰ দৰেই সৌন্দৰ্য্যপূৰ্ণ। সেয়েহে পথাৰৰ টঙি, ম'হৰ খুটিটো সৰু হ'লেও চাংঘৰহে কৰি লোৱা দেখা যায়। ঘৰৰ বাহিৰত বা মাটিত বহুৱাই মিচিং আলহীক খাবলৈ দিলে বৰ অপমান বোধ কৰে। আনকি, আলহীক কৌতিয়াবা বেছি পৰ বাহিৰত বহুৱাই থলেও চিনাকি আলহীয়ে গৃহস্থৰ লগত এই বুলি তৰ্ক কৰে "ঙ মিপাগেই লেন্দুন্ ?" অৰ্থ—মই অজাতিনেকি ? আকৌ কেতিয়াবা আলহীয়ে বাহিৰতে বহি আপং পানী খাব খুজিলে গৃহস্থই কোৱা শুনা যায় "ন্ মিপাগেই লেন্দুন্ ?" অৰ্থ—তুমি অজাতি নেকি ? তোমাক বাহিৰত খাবলৈ দিম ? দহ তৰপীয়া মিচিং চাংঘৰখনক মিচিং ভাষাত 'তালাং অকুম্' বোলে। 'তালাং' শব্দৰ অৰ্থ ওপৰ। 'অকুম্' শব্দৰ অৰ্থ ঘৰ। দহ তৰপীয়া ওপৰ ঘৰটোৰ ওপৰত পাঁচ তৰপ আৰু তলত পাঁচ তৰপ। মিচিঙত তাকে কয় 'তালাতো বুম্ঙক, কাঅগ্ৰো বুম্ঙক' তাৰ পৰিচয় ওপৰৰ পৰা ক্ৰমান্বয়ে তললৈ দিলে, এইদৰে দিব পাৰি। একেবাৰে মুধচৰ পৰা থকা ঠাই খিনিলৈকে ঃ—

তাচে চেলাপ্ (খেৰ চাল), চাঁয়িং—(চালৰ তলত দীঘে দীঘে দিয়া গোটা বাঁহ), নিপিৰ—(মজা বুৰা), লদাং আৰু দুগ্‌ৰিং—(মাৰলী), বাংকুং—(চহতি)।

বাংকুং বা চহতিৰ ঠিক তলতেই 'পিচং চানাং' চাংখন। ইয়াতেই মিচিং সকলে সুখ শান্তিৰে জীয়াই থাকিবলৈ সুব্যৱস্থা কৰি লৈছে। এই খিনিৰ পৰাও আকৌ তলটৈৰ পাঁচ তৰপৰ আৰম্ভ—

পিচঃ (চ-চালি), পৰ্পিয়াম্ (তলৰ চালখন), বানাৰ্ (চালৰ তলৰ গোটা বাঁহ, জঃপং (ধৰণী), এৰ্তক্ (ধৰণীৰ দৰে বস্তু)।

মিচিং সকলৰ বিশ্বাস যে ওপৰৰ পাঁচ তৰপে তেওঁলোকৰ মুৰত ব'দ-বৰষুণ, বতাহ, ধুমুহা, বিজুলী-ঢেৰেকনি পৰিবলৈ নিদিয়াকৈ ৰাখে। তলৰ পাঁচ তৰপে আকৌ পোক-পৰুৱা সাপ-বেং, জীৱ-জন্তুৰ উপৰিও মাটিৰ বেয়া বাষ্পৰ পৰা ৰক্ষা কৰে। তাৰ বাহিৰেও পোহনীয়া জন্তু বিলাক চাং তলত থাকিব পাৰে। চাং তলত খৰি আদি দ'ম্মাই ৰাখিব পাৰি। কেতিয়াবা তাঁতৰ শালো লগাব পাৰি। চাঙৰ তলেদি বৈ যোৱা বতাহে বেয়া বাষ্পবোৰ উৰুৱাই নিয়ে।

**ঘৰৰ ভেঁটি চোৱাৰ নিয়মঃ**—মিচিং সকলৰ মতে দহ তৰপীয়া 'অকুম্'ৰ 'কুম্দাং'ক বা ভেঁটিটো নিশ্চয় যোগ মুক্ত আৰু ভূত প্ৰেতৰ পৰা মুক্ত মঙ্গলজনক হব লাগিব। সেয়েহে কুম্দাঙৰ বাবে 'তাগিৰ্' বা মঙ্গল চাই লয়। নৈৰ ফালে মুখ কৰি সৰল ৰেখাৰ দৰে যেনেকৈ অকুম্ বা ঘৰ সাজিব পাৰি, সেই ৰকমেই ঘৰটোৰ দৈৰ্ঘ্য অনুসৰি কুম্দাং ভেঁটিটোৰ চাৰি চুকত চাৰিটা সৰু গাঁত খানি, হিচাব মতে চাউল কেইটামান তৰা পাতত টোপোলা বান্ধি পুতি থয়। চাউল কেইটা অকণো ভগা ছিগা হব নালাগিব। সেইবাবেই বৰ সাৱধানে হাতেৰে ধান বকলিয়াই চাউল উলিয়ায়। আগদিনা গধুলি গাঁৱৰ বয়ো বৃদ্ধলোকৰ বা 'মিবু' (দেওধাইৰ) সহায়ত এই কাম কৰে। চাউলৰ টোপোলা পুতিবৰ সময়ত উপৰিপুৰুষসকলক নাম উচ্চাৰণ কৰি এইদৰে কব লাগে—

"তাঃত য়াঃয় নলু
গুমুন্ চঃয়িং আপ্পুঙো
চিদে অকম্ কুম্দাচেম কাতেইকা।"

হে উপৰি পুৰুষ পিতৃ মাতৃ সকল, আৰু ঘৰৰ দেৱতা, এই ভেঁটিটো ঘৰৰ বাবে উপযুক্ত হয়নে নহয় চাই দিয়া।

পিছদিনা পুৱা বৰ সাৱধানে চাউলৰ টোপোলাবোৰ উলিয়াই আৰু সাৱধানে খুলি চাউলৰ অৱস্থা চাইহে ভেঁটি নিৰ্ণয় কৰে। বিশ্বাস যে চাউলৰ লগত যদি পোক পৰুৱা আদি লাগি থাকে তেন্তে সেই ভেঁটিত বাস কৰিলে খৰ খহু বেছি হোৱাৰ সম্ভাৱনা

থাকে। চাউল কেইটা যদি আঁতৰা আঁতৰি হৈ থাকে, তেন্তে সেই ঘৰত বাস কৰা ভাই ককাইৰ মাজত মনোমালিন্য ঘটিব, বেলেগ হব। যদি কেনেবাকৈ চাউল এটাও হেৰায়, তেন্তে কাৰোবাৰ মৃত্যু অনিবাৰ্য্য।

ভাল ভেটি চাই ঘৰ সাজিবলৈ ললে, ভাল এটা দিন বাৰো চাই লয়। সোমবাৰ, বুধবাৰ বা বৃহস্পতিবাৰেই ভাল বুলি ধৰা হয়। পিতৃ মাতৃ মৃত্যু হোৱা বাৰত অৱশ্যে শুভ কাম আৰম্ভ নকৰে। শুভদিনত গাঁৱৰ ৰাইজক মাতি তেঁতিত গাঁত খনা, খুটা পোতা আদি কাম আৰম্ভ কৰে।

মিচিংসকলে ঘৰৰ, পথাৰৰ সকলো কামকে অকলে কৰি শেষ কৰিব নোৱাৰা যেন দেখিলে অথবা অকল ঘৰৰ মানুহ খিনিয়েই কৰিব নোৱাৰা কামত সদায় 'ৰিগ্ৰ্‌ বলুগ্' সাঁৰিয়া লগাই কৰে। বিশেষকৈ ঘৰ সজা কামত। অৱশ্যে ঘৰ লোৱা দিনা গাঁৱৰ ৰাইজ অঙহী-বঙহী সকলোৱে সহায় কৰে। সেইদিনা 'ৰিগ্ৰ্‌' হব নোৱাৰে। সেইদিনা হব 'অকুম্ গিচাং' (ঘৰ লোৱা)।

ঘৰ লোৱা দিনাও ভাল দিনবাৰ চাই ৰাইজক আৰু মিতিৰ কুটুম, অঙহী বঙহীক জনায়। নিমন্ত্ৰিত সকলোৱে আপঙৰ কলহ বা টোপোলা, মাছ, কাছৰ টোপোলা, শাক পাচলি আদি লগত লৈ আনে। ঘৰৰ বাকী থকা কামখিনিৰ বাহিৰেও বন্ধা বঢ়া আদি কামতো আলহী সকলে লাগি ভাগি দিয়ে। ঘৰত মিঠাতেলৰ চাকি জ্বলাই খাদ্য সামগ্ৰী কিছুমান নৈবেদ্য হিচাপে দি উপৰি পুৰুষসকলক সেৱা জনায়। গাঁৱৰ বুঢ়া ভকত সকলৰে সৈতে সাধুৱে আশীৰ্বাদ দিয়ে। এতিয়াও কিছু ঠাইত মিবুয়েই এনে কাম কৰে। মিচিংসকলে ৰব ওখ, ডাঙৰ আৰু দীঘল ঘৰটোক 'দুগ্‌দাৰ অকুম্' (শ্ৰেষ্ঠ ঘৰ) আৰু সৰু নিকৃষ্ট ধৰণৰ ঘৰটোক 'কুম্‌তাগ্ পাৰাগ্, অকম্ তাতাগ্ পাৰাগ্' অৰ্থাৎ এটি সৰু চৰাইৰ বাহ বোলে।

মহ তৰপীয়া মিচিং অকুম্‌বিলাক প্ৰায়েই ওখ, ডাঙৰ দীঘল। ভিতৰত থকা 'মাৰাম্' (জুইশাল)ক লৈয়ে ঘৰৰ দীঘল চুটি জুখিব পাৰি। সাধাৰণতে এটা মাৰামাই দুখন 'চয়াৰ্' (খোটালীৰ সীমা) নিৰ্ণয় কৰে। এটা সৰু পৰিয়ালৰ এটা মনুষৰ,

হ'লেও এটা মাৰাম্ আৰু দুখন চয়াৰ থাকিবই। ঘৰটিৰ 'লভো' (চোতাল) 'তুংগাং' (আগফালৰ বাৰান্দা) আৰু 'য়াপ্‌কুৰ্' (পিছ ফালৰ বাৰান্দা)কে লৈ কম চুটি নহয়। ৰৰ দীঘল ঘৰ বিলাকত ৬।৭ টালৈকে মাৰামত্ (জুশাল) থাকে। এনেকুৱাবোৰ জনকৰ দীঘল ডাঙৰ ঘৰ। এনে ডাঙৰ মিচিং ঘৰ বিৰাট বিৰাট মিচিং গাঁওবিলাকতহে দেখিবলৈ পোৱা যায়।

মিচিং ঘৰবিলাক সাধাৰণতে খেৰেৰে চোৱা হয়। কিন্তু পাহাৰৰ ওপৰৰ আৰু নামনিৰ লোকে সহজে পাহাৰত পোৱা টকৌ পাত জাতীয় 'তাৰি' আৰু 'খেজু' পাতেৰে চায়।

চাং ঘৰ বিলাক সাধাৰণতে মাটিৰ পৰা ৫।৬ ফুট ওখ হয়। আকৌ চাঙৰ পৰা চ'তিলৈকে ওখকৈ সজা হয়। যাতে এজন ওখ দীঘল মানুহে সহজে সোমাব পাৰে। তাৰ ব্যতিক্ৰম হ'লে সেই ঘৰ সমাজৰ হাঁহিয়াতৰ পাত্ৰ হয়। মিচিং সকলে এটা জাকৰুৱা পৰিয়ালত মিলা প্ৰীতি সুখ স্বচ্ছন্দে জীয়াই থাকি ভাল পায়। একে ঘৰতে কেৰাজনো ভাই-ককাইৰ পো-বোৱাৰী নাতি-নোতা আদিয়ে একেটা চৰুতে খোৱা-বোৱা কৰি থাকে, এই-দৰে থাকোতে থাকোতে ঘৰখনত কেতিয়াবা এশ জনতকৈয়ো মানুহ বেছি হৈ যায়গৈ।

মিচিং ঘৰৰ দুমুৰে দুখন বাৰান্দা থাকে। আগফালৰখনৰ নাম 'তুংগাং' আৰু পিছফালৰখনৰ নাম 'য়াপ্‌কুৰ্'। দুমুৰে দুখন দুৱাৰ থাকে। আগফালৰ খনৰ নাম "তুংগাংকা য়াপ্‌গ' বা য়াগংকে য়াপ্‌গ"। পিছফালৰ খনৰ নাম "য়াপ্‌কুৰকা য়াপ্‌গ' বা য়ুমুকুৰকা য়াপ্‌গ'।" ভাৰি পথানৰ ফালে ইমুৰৰ পৰা সিমুৰলৈকে আহ যাহ কৰিব পৰা এটা ঠাই থাকে। বাট থকা ফালটোক 'কক্‌তগ্' আৰু মূৰৰ শিতানৰ ফালটোক 'ৰুচুং' কয়। মিচিং সকলে নৈৰ ফাললৈ মুখ কৰি ঘৰ সাজে আৰু মূৰ শিতান বা 'ৰুচুং' খন বোৱঁতী নদীৰ সোঁত যিফালৰ পৰা বৈ আহে সেইফালেহে কৰে। অজন্মো পশ্চিম দিশলৈ মূৰ শিতান নকৰে। জীয়া মানুহে কেতিয়াও পশ্চিমলৈ মূৰ কৰি শুব নাপায়। মৃত ব্যক্তিকহে পশ্চিমলৈ মূৰ কৰি সংকাৰ কৰা হয়। বৃদ্ধলোকৰ মতে পূৱ আৰু উত্তৰলৈহে মূৰ কৰি শুব পায়। কাৰণ মিচিংসকলে উত্তৰ পৰাহে সোণশিৰি অঞ্চলত স্বৰ্গৰ পৰা নামি আহিছিল, অৰ্থ-উত্তৰ ফালেহে স্বৰ্গ আছে।

পূবলৈ এই কাৰণেই কৰিব লাগে যে পূবৰ পৰা সূৰ্য্য উদয় হয়। যেহেতু মিচিংসকল 'দঃঞি পঃল' (সূৰ্য্য আৰু চন্দ্ৰ)ৰ সন্তান। সেই বাবেই উপৰি পুৰুষ সকলৰ ফালে মূৰ থৈ শুবে পায়। পশ্চিমত বেলি মাৰ যায়। পূবত উদয় হয় আৰু পশ্চিমত মাৰ যায় বা মৃত্যু হয়। গতিকে পূবলৈ মূৰ কৰা অৰ্থ জীৱন্ত আৰু পশ্চিমলৈ মূৰ কৰা মানেই মৃত্যু।

মিচিং ঘৰ এখনৰ একেবাৰে আগত থাকে 'লত্তা' (আগ চোতাল)। ইয়াক পটিক বুলিও কব পাৰি। ওপৰত চালখন থাকিলেও 'লত্তা'ত চাং নাথাকে। ইয়াত ধান খুন্দা 'উৰাল' থাকে। ধান খুন্দা কামৰ উপৰিও অন্যান্য ঘৰুৱা কাম-বনো কৰা হয়। কেতিয়াবা বোৱাৰীহঁতে তাঁত শালো পাতিব পাৰে। 'লত্তা'ত গৰু, ম'হ আদিৰ বাহিৰেও অচিনাকি আলহীয়েও ৰ'দে বৰষুণে জিৰাব পাৰে।

'লত্তা'খন পাৰ হৈয়েই 'তুংগাং' খন পোৱা যায়। লত্তাৰ পৰা তুংগাংলৈ উঠা নমা কৰিবৰ বাবে জখলা পাৰি দিয়া থাকে। 'আঅ্‌ন্ কঃবাং' (সোণৰ জখলা) আৰু 'মৰ্কুং' (ৰূপৰ) 'লাক্‌জন্' (হাতামাৰি)। সোণৰ জখলাত ভৰি দি ৰূপৰ হাতামাৰিত হাত ধৰি উঠিয়েই তুংগাং পায়। তাতে আলহী আতিথিক বহিবলৈ দিয়াৰ বাহিৰেও ঘৰৰ সকলোৱে বহি জিৰণি লয়। আলহীয়ে ভৰি ধুবৰ বাবে পানী যতনাই থোৱা হয়।

তুংগাং পাৰ হৈ "য়াপ্‌গ" দুৱাৰখন খুলি ভিতৰ সোমালে 'মাঁৰাম্' পায়। মাঁৰাম্‌ৰ দুয়ো কাষে 'চয়াৰ্' (কোঠালি)। চয়াৰত বহি খোৱা বোৱাৰ পাছত পৰিষ্কাৰ কৰি শুবলৈ ঢাৰি পাটী পাৰে। মাঁৰাম্ কেবাটাও থকা ঘৰত আকৌ দুটা চয়াৰ্ পাৰ হৈহে আকৌ এটা মাঁৰাম্ পায়। দুটা চয়াৰৰ সীমা ঘৰৰ খাই খুঁটা বা মাজৰ খুঁটা। সেইদৰেই গোটেই ঘৰখনৰ চয়াৰ্‌বোৰ পৃথক কৰা ব্যৱস্থা কৰা আছে।

মাঁৰাম্'ৰ ওপৰত 'পাঁৰাব'। পাঁৰাবৰ ওপৰত ৰামবাং। ৰামবাংৰ ওপৰত কুম্বাং। এই আটাইবিলাকেই খোৱা চাং আৰু জুইশালৰ আকাশ [illegible] কাম কৰে। ধান, খীৰ মাহ আদি শুকুৱাই থব পাৰি। আপং নাম্‌চিং (শুকটি) আদি মেৰা

নোহোৱাকৈ বাখিব পৰা ঠাই। তাৰ উপৰিও জুই শালৰ জুইৰ ফিৰিঙতিয়ে মুধচৰ খেৰ পাৰ নোৱাৰাকৈ বাখে।

'ৰুচুঙত' পুৰুষসকলে বহে। 'কগ্‌তগ্‌ত' বহে নাৰী সকল। পুৰুষ সকলে ৰুচুঙত বহি কক্‌তগৰ ফালে মুখ কৰি 'আপং আপিন্‌' মদ ভাত খায়। নাৰীসকলে কগ্‌তগত বহি ৰুচুঙৰ ফালে মুখ কৰি কাম কৰাৰ উপৰিও খোৱা বোৱা কৰিব পায়। মিভিৰ কুটুম, সন্মানীয় আলহী অতিথি আহিলে সন্মানীয় ঠাই ৰুচুঙত বহিবলৈ দিয়া হয়। জোঁৱায়েক সকলেও সন্মানৰ স্থান পায়। কিন্তু. কিছুমান ঠাইত (ফৈদ অনুসৰি) আকৌ শাহুৰৰ সমানে সমানে বহাৰ নিয়ম নাই। ৰুচুঙত বন্দুক, ধটা, পেৰা, পেটাৰী, কঁাহ পিতলৰ লোটা, ঘৰৰ মুৰব্বীজনে ব্যৱহাৰ কৰা বৰকঁাহী, বানবাতি, 'আদুম' (জপা) 'মেনচং' (বেৰা) আদি থয়। 'গাদু-চপন' (জিম কাপোৰৰ দাং) 'আচুব্‌' বিছনাপত্ৰ পীৰা, ঢাবি ইত্যাদি ৰুচুঙতেই থাকে।

কগ্‌তগত টৌ, কেৰাহী, জাকি, পিতলৰ ডাঙৰ গাগৰী, কলহ, আপং চকা 'তাচুগ্‌' (হোৰা) ধান চাউলৰ পাচি খৰাহি, নদীয়া, আপঙৰ কলহ, থৰি, মাছৰ খালৈ ইত্যাদি পৰ্যন্ত থাকে। অন্যান্য কঁাহী বাতিবোৰ ঘৰৰ ঘাই খুটাত প্ৰায়েই ধুই নিকাকৈ আউজাই থোৱা হয়। সেইটো নিয়ম। কিন্তু বহুত ঠাইত ব্যতিক্ৰম ঘটা দেখা যায়।

দহ তৰপীয়া এই বৈচিত্ৰ্যপূৰ্ণ মিচিং অকুম্‌ ঘৰৰ মুধচৰ পৰা 'মুদুম্‌' আৰু চাংতলখনৰ নাম 'কুতুগ্‌'। 'মুদুম'খন বৰ সন্মানীয়। মিদুমত যদি কপৌ চৰাই পৰি বুণ দিয়ে, তেন্তে মৃত পিতৃ-মাতৃ বা পূৰ্বপুৰুষে 'কান তুংলুং' (ভোক পিয়াহত) আতুৰ হৈ আহিছে বুলি চাউল এমুঠি সিঁচি দিয়ে। কিন্তু যদি শগুন পৰে, তেন্তে অমঙ্গল বুলি 'তাগিৰ্‌' (মঙ্গল বা পাজি পুথি) চাবলৈ দিয়ে। কোনোবা উপৰিপুৰুষসকল অসন্তুষ্ট বুলি ধৰি 'উৰম্‌ তচাগ্‌' (উপৰিপুৰুষক গাহৰি আগ কৰা) কৰে। মুধৰ খেৰ নষ্ট হয় বুলি ঘৰৰ চালত মিচিংসকলে লাউ কোমোৰা আদি বগাবলৈ নিদিয়ে।

ঘৰ নোহোৱা মানুহৰ সমাজত সন্মান নাই। মিচিং সমাজত সন্মান নাই। সেয়েহে মিচিং সমাজত কিছুমান কথা সহজে শুনা যায়। 'অকুম অ্‌ৰুগ্‌ কামান আম্মাঙে'' (ঘৰবাৰী নাইকিয়াৰ জাত), 'অকুম্‌ ৰম্‌না দমান আম্মাঙো' (ঘৰ চলাই নোখোৱা জাত), "ৰুঃচুং কগ্‌তগ্‌ কাংকিন্‌মানা আম্মাঙো'' (মুৰশিতান আৰু ভৰি পথানৰ ঠাই চিনি নোপোৱা ঘৰৰ বোৱাৰী আদি অৰ্থাৎ সন্মানীয় লোকক চিনি নোপোৱা), "তুংগা য়াপকুৰ গুলেন্‌ গুৰামান্‌ আম্মাঙো" (ঘৰৰ আগফাল পাছফাল চকু নিদি ভিতৰতে সোমাই থকা আদি পো-বোৱাৰী অৰ্থাৎ ঘৰৰ চাৰিওফাল চকু নিদিয়া)।*

* ৰঙলা, জুলাই, ১৯৭০ চন।

# মিচিং বয়ন শিল্প

নাহেন্দ্ৰ পাদুন

মিচিং ছোৱালীয়ে খোজ কাঢ়িবলৈ শিকাৰ আগতে নাচিব জানে আৰু কাপোৰ পিন্ধিবলৈ শিকাৰ আগতে বব জানে। এনে শিল্প নৈপুণ্য পৃথিৱীৰ অন্যান্য জনজাতিৰ মাজত বিৰল। ভাৰতৰো আন আন জাতি আৰু জনজাতিৰ মাজত বয়ন শিল্প তিৰোতাৰ মাজত আবন্ধ নাথাকে। কোনো কোনো জাতিৰ মাজত বয়ন শিল্প পুৰুষৰহে কাম। তিৰোতাই বোৱা কটা নকৰে। অসমৰ জনজাতিৰ মাজত বয়ন তিৰোতাৰ একচেটীয়া শিল্প আৰু গাইগুটীয়া অৰ্থনীতিৰ অঙ্গস্বৰূপ; বিশেষকৈ মিচিং তিৰোতাৰ বাবে। বোৱা কটাত পুৰুষে অংশ লোৱা নিষেধ।

মিচিং শিপিনীৰ তাঁতশাল দুবিধ। এবিধ সৰু, এফালে এটা টোলোঠা দুটা খুটাত আউজাই লৈ আনফালে ককালত এচটা চামৰাযুক্ত পেটীৰে মেৰিয়াই লোৱা হয়। ইয়াত ৰাচ নাইবা মাকো ব্যৱহাৰ নকৰে। এপাট চেপেটা বাঁহৰ মাৰিৰে (য়াপা) সূতা সুমুৱাই দি বয়। এই বিধ তাঁতশাল সৰু আৰু সহজ, ইচ্ছানুযায়ী ঘৰৰ ভিতৰলৈ, বাহিৰলৈ নাইবা পথাৰলৈকে নিব পাৰি। 'গাদু' (জিম কাপোৰ), 'মিৰু গালুগ' (মিৰু চোলা) 'গাপা' ক'কালৰ টঙালি আৰু মোনা এইবিধ তাঁতশালত সহজে বব পাৰি। অৰুণাচলৰ বেছি ভাগ জনজাতিৰ মাজত এইবিধ তাঁতশালৰ প্ৰাধান্য আছে। আনবিধ তাঁতশাল হৈছে অসমত সচৰাচৰ প্ৰচলিত তাঁতশাল। দুয়োবিধ তাঁতশালকেই মিচিং শিপিনীয়ে অতি নিপুণভাৱে ব্যৱহাৰ কৰিব পাৰে।

মিচিং ভাষাত বোৱা কটা বিষয়ক যিমান শব্দাৱলী আছে আন কোনো বিষয়তে সিমান শব্দ নাই। ইয়াৰ পৰাই বুজিব পাৰি যে মিচিং শিপিনীয়ে বয়ন শিল্পত কিমান গুৰুত্ব আৰোপ কৰে। এইবোৰ শব্দাৱলীয়েই শিল্প সাধনাৰ নিদৰ্শন দাঙি ধৰে। কাপোৰত তোলা ফুলৰ আহিবোৰকো বেইখাটাও নামেৰে শ্ৰেণী-

বিভাগ কৰিছে। যেনে গামিক্, পংৰে, অপ্নন্, পাংৰি, কেংচা, কংগাৰ ইত্যাদি।

ব্যৱহাৰ্য্য মন্ত্ৰ প্ৰয়োগ কৰাৰ আগতে যেনেকৈ অ'ওৰাই লয়, মিচিং শিপিনীয়েও কাপোৰৰ ফুলবোৰৰ চানেকিত তুলি অ'ওৰাই থয় আৰু তোলাৰ আগতে চানেকি মেলি লয়। 'মিমাং' চানেকি সাময়িক আৰু স্থায়ী দুই ধৰণৰ কৰে। ক'ৰবাত হঠাতে দেখা ফুলৰ আঁহ তুলি লবলৈ কলপাত চিৰি খেৰৰ কাঠি সুমুৱাই দি আঁহ নকল কৰে। কলপাতত তোলাৰ হেতুকে সিবোৰ স্থায়ী নহয়। স্থায়ী চানেকি 'গাদু অয়' অৰ্থাৎ জিম সুতাত বাঁহৰ খৰিকা সুমুৱাই ফুলৰ আঁহ নকল কৰি ৰাখে। সেইবোৰ চানেকি কেৰা পুৰুষলৈ পৰম্পৰাক্ৰমে হাত বাগৰি গলেও নষ্ট নহয়। চানেকিত ফুল তোলা আৰু সেইবোৰ সংৰক্ষণ কৰা শিপিনীক বিদগ্ধ পণ্ডিতৰ দৰে গণ্য কৰে। বিবাহৰ ক্ষেত্ৰত বোৱা কটাৰ নিপুণতাক ছোৱালীৰ এটি অপৰিহাৰ্য্য অৰ্হতা বুলি মিচিং সমাজে গণ্য কৰে।

অসমৰ হাবিতলীয়া শুকান মাটিত যথেষ্ট পৰিমাণে কপাহ খেতি হয়। মিচিং তিৰোতাই নিজেই আচুতীয়াকৈ কপাহ খেতি কৰে। অৱশ্যে ব্যৱসায়িক ভিত্তিত কপাহ খেতি কৰি বোৱাকটা কৰা শিপিনীৰ সংখ্যা নিচেই তাকৰ। কপাহৰপৰা 'গাদু' জিম কাপোৰ, 'গাদু গালুক' জিমৰ কোট চোলা তৈয়াৰ কৰে। 'মিৰি জিম' অসম বিখ্যাত। নৱবিবাহিতা পুত্ৰ-বধূক ল'ৰাৰ মাকে প্ৰথমদিনাই জিম কাপোৰ দিয়াটো এটা ৰীতি। কপাহী কাপোৰত বাদেও এড়ি আৰু মুগা পুঁহি তাৰ আহ'ৰপৰা সুতা উলিয়াই কাপোৰ বয়। তাৰ উপৰিও আজি কালি বজাৰৰ কলৰ সুতাৰপৰাও বিবিধ কাপোৰ বয়।

মিচিং শিপিনীৰ আটাইতকৈ মন কৰিবলগীয়া কথা হ'ল ৰঙৰ নিৰ্বাচন আৰু তাৰ মিশ্ৰণ। ৰঙৰ জৰিয়তে সপোন কল্পনাত ৰূপ দিব পাৰে। আটাইবোৰ ৰঙেই প্ৰাকৃতিক। যেনে ৰঙা, কলা, সেউজীয়া, হালধীয়া আৰু বেঙুনীয়া। এটা ৰঙৰ সুতাৰ লগত আন ৰঙৰ সুতা মিহলাই ঈষৎ গাঢ় কৰি লব পাৰে। কপাহী সুতাক 'বুৰবাং' নামৰ এবিধ গছৰ বাকলি পানীত উতলাই সেই পানীত জুবুৰিয়াই দি ৰঙা গোলাপীয়া আৰু গাঢ় ৰঙা কৰিব পাৰে। তেনেকৈ বগাক হালধিৰ পানীত প্ৰয়োজন অনুসৰি

কুট ছাই দি সৰিয়হ ফুলীয়া বা গাঢ় হালধীয়া কৰিব পাৰে। কেবাটাও ৰঙৰ মিশ্ৰণত একোটা নতুন ৰঙো সৃষ্টি কৰিব পাৰে—মিচিং শিপিনীয়ে। ৰঙৰ উজ্জলতা অধিক বিকিৰণশীল (contrastive) কৰিবলৈ এটা ৰঙৰ কাপোৰৰ ওপৰত (base) বিপৰীত ৰঙৰ সূতাৰে ফুল বাছে। এই ক্ষেত্ৰত চিত্ৰশিল্পীৰ দৰে মিচিং শিপিনীবো ৰঙৰ সৌন্দৰ্য্যবোধ মন কৰিবলগীয়া। ক'লা ৰঙৰ কাপোৰৰ ওপৰত বগা বা হালধীয়া ফুল বাছিলে ৰঙৰ বিৰোধৰ (contrast) কাৰণে ফুল অধিক উজ্জল হয়। অনেকে বগাত ৰঙা বা সেউজীয়া পাৰি ; ৰঙাত ক'লা, গাঢ় সেউজীয়া বেঙুনীয়া; আৰু ব্ৰাউনৰ ৰঙৰ দীঘে বা পথালিয়ে গ্ৰাফিক ৰেখা দিয়ে। ৰঙা আৰু ক'লা মিহলি কৰিলে ব্ৰাউন ৰং ; কলা, আৰু বগাৰ-পৰা গোলপীয়া ৰং ; বগা আৰু হালধীয়াৰ সৰিয়হ ফুলৰ ৰং ; ক'লা, ৰঙা আৰু হালধীয়াৰপৰা বেঙুনীয়া ৰঙৰ কাপোৰ বৈ উলিওৱাৰ পদ্ধতি মিচিং শিপিনীয়ে ভালকৈ জানে।

'এগে' (মেখেলা), 'দুমৰ্‌' (গামোচা), চেলেং চাদৰ আদিত বছা ফুলবোৰ ঘাইকৈ চুকীয়া (diamond) কণীয়া (বা হাঁহ কণীয়া) ত্ৰিভুজীয়া (chevron) আৰু জ্যামিতিক ৰূপৰ। 'মাঃনী' লতীয়া বা বক্ৰ ৰেখাৰ আছে যদিও সম্পূৰ্ণ ঘূৰণীয়া ফুল নাইবা কল্কা দেখা নাযায়। ঘূৰণীয়া কৰিবলৈ গ্ৰাফিক ৰূপত (graphic pattern) বাছি উলিওৱা হয়। কোনো কোনোৱে আকৌ চুকীয়াৰ মাজত বহুতো চুকীয়া ত্ৰিভুজৰ ভিতৰত বিপৰীত ভুজীয়া ত্ৰিভুজ তোলা দেখা যায়। মিচিং 'পতালি' বা 'চেগ্‌বুং' অৰ্থাৎ বিবাহিতা তিৰোতাই ক'কালত পিন্ধা কাপোৰৰ 'গামিক্‌' ফুলৰ আঁহি কণীয়া দট্‌ ৰেখা ( dotted line ) আৰু সৰল ৰেখাৰ পোৱা যায়। 'দুমৰ্‌' গামোচা, 'পঃতুৰ্‌' ওৰণিত প্ৰাকৃতিক ফুল, দট্‌ ৰেখা সৰল ৰেখা থাকে। গামোচা আৰু এড়ী কাপোৰৰ দুমৰ্‌ আৰু মিৰু চোলাৰ তলফালে কটাখেৰৰ দৰে নোবোৰা একাংশ ওলামি থাকে। এড়ী আৰু জিম কাপোৰত দীঘৰটা থাকে। পুৰুষৰ সাধাৰণভাবে পিন্ধিব লগীয়া চোলা আৰু মেখেলাৰ দীঘে পথালিয়ে 'গাধি' গ্ৰাফিক ৰেখা থকা কাপোৰো আছে। এই ৰেখাবিলাকতো ৰং মিশ্ৰণৰ কৌশলটো লক্ষ্য কৰিব পাৰি। দীঘে আৰু পথালিয়ে থকা ৰেখাবিলাকৰ ভিতৰত [illegible] ৰেখা

লতীয়া বা বেঁকা, আৰু দট্‌ৰেখা (strips মিচিং 'কংগাৰ') পোৱা যায়। দীঘে লতীয়া নাইবা ত্ৰিভুজীয়া ৰেখা প্ৰায় দেখা নাযায়। ৰেখাবোৰৰ ঠেক আৰু বহল নিৰ্ভৰ কৰে মূল কাপোৰৰ (base) ওচৰত হ'ব লগীয়া ৰেখা ৰঙৰ বিৰোধ বা বিকিৰণৰ ওপৰত। এই ক্ষেত্ৰত ৰঙৰ বিৰোধ আৰু মিশ্ৰণত শিপিনীৰ পাৰদৰ্শিতা ফুটি ওলায়।

মেখেলা, ৰিহা, কেৰ্ৰুং আৰু 'চেগ্‌ৰাক'ৰ পাৰি আৰু মূৰত এটা বা কেৰাটাও ৰেখাৰ সম্মিলন হ'ব পাৰে। মেখেলাৰ পাতলিৰ ওপৰত লতীয়া ৰেখাও (curved line) থাকে। কাপোৰত এই-বোৰ ৰবলৈ সহজ। পাৰি আৰু পাতলিৰ কাৰুকাৰ্য্য সৰল আৰু পোনপটীয়া; কেতিয়াবা ঘনাই বৈ দিয়া এনে ধৰণৰ ৰেখাৰ চিত্ৰই কাব্যিক অনুপ্ৰাসৰ সৃষ্টি কৰে; কিন্তু কাব্যৰ পদান্ত মিলৰ দৰে ই একঘেঁয়ে নহয় বৰং বিচিত্ৰতাহে প্ৰকাশ পায়।

বুকু খোলা গালুগ্‌ৰ (চোলাৰ) পিঠিফালে আৰু তলৰ ফালে চুকীয়া আৰু পূৰণ চিহ্নৰ ৰেখা থাকে। কলা মেখেলাৰ বগা ৰঙৰ অ'াঠুলৈকে পোৱা কণীয়া ফুলে ৰাতিৰ আন্ধাৰ আকাশৰ তৰাকে প্ৰতিৰূপায়িত কৰে। নোমাল জিম কাপোৰ নোমাল পহুৰ চালৰ প্ৰতিৰূপ। চতুৰ্ভুজীয়া (squarc and grid) ৰেখা সাধাৰণতে পোৱা নাযায়।

জীৱজন্তুৰ চিত্ৰ মিচিং বয়ন শিল্পত কম। আধুনিকীকৰণ কৰা দুই এটা ফুলৰ চানেকিত এতিয়া দেখা গৈছে। কিন্তু সিবিলাকক মিচিং মৌলিক চানেকি বুলিব নোৱাৰি। চৰাই, গছ আৰু বিভিন্ন ফুলৰ আকৃতি পোৱা যায়। কিন্তু সেইবোৰ কাপোৰৰ ফুলত ৰূপায়িত কৰোঁতে গ্ৰাফিক ৰূপত আৰু খুব কম ৰেখাৰ জৰিয়তে প্ৰকাশ কৰে মেখেলাত চৰাই আৰু মাছৰ চিত্ৰ জ্যামিতিক ৰূপত ৰাছি উলিয়ায়। মানুহৰ চিত্ৰও কম। সচৰাচৰ মেখেলা আৰু গামোচাত মানুহৰ চিত্ৰ নিদিয়ে।

আধুনিক বজাৰৰ প্ৰভাৱৰ বাহিৰে মিচিং শিপিনীয়ে এমব্ৰয়ডাৰেৰী কৰাৰ বিষয়ে গম পোৱা নাযায়। চিলাই কলৰ কাম আৰু এমব্ৰয়ডাৰেৰী নতুন যুগৰ প্ৰভাৱ।

মিচিং শিপিনীৰ প্ৰতিটো ফুল, চানেকি আৰু কল্কাৰ সুকীয়া নাম আছে। ফুল আৰু চানেকিত কেতিয়াবা অৰ্থও অন্তৰ্নিহিত হৈ থাকে। প্ৰকৃততে প্ৰতিটো কাপোৰৰ ফলেই প্ৰকৃতিৰ অনুকৰণ। গতিকে সিঁহঁতাকৰ নামকৰণত সময় আৰু ঠাই বিশেষে সুকীয়া হ'লেও মূলতঃ ইয়াৰ উৎস একেই আছিল বুলিব পাৰি। কিছুমান চানেকিক মানুহৰ মুৰ, ডাঁৰ, তাঁৰৰ জোঙা আগ, চকু, মাছৰ বাকলি, বাতিৰ ক'লা আকাশৰ তৰা, বেলিৰ কিৰণ ৰেখা (ঠেং), লতা, ফুল, পাত আৰু বামধেনুৰ লগত বিজনি দিয়ে। চুকীয়াৰ মাজত ফোট থকা ফুলৰ চানেকিক প্ৰায়ে মানুহ আৰু মাছৰ চকুৰ লগত বিজোৰা হয়।

ইংৰাজী V আকৃতিৰ chevron চানেকি সাধাৰণতে বেত বাঁহৰ কামত বেছিকৈ দেখা পোৱা যায়। মিচিং ভাষাত ইয়াক 'আলাম' বোলে।

ৰঙৰ ক্ষেত্ৰতো একোটাহ'ত প্ৰতীক ধৰ্মী অৰ্থ মিচিং শিপিনীয়ে বিচাৰি পায়। ৰঙা ৰঙে তেজ, ক'লাই আন্ধাৰ, সেউজীয়াই গছ-গছনিৰ পাত, হালধীয়াই সৰিয়হ ফুল বুজায়।

কাপোৰ বোৱা, কটা আৰু পিন্ধাতো কিছুমান বিশ্বাস অন্তৰ্নিহিত হৈ আছে। ঘৰৰ মুখীয়াল লোকে মাঙ্গলিক কামলৈ যাত্ৰা কৰিলে তাঁত বাতি কৰা নিষেধ। গাঁৱৰ কোনো লোকৰ মৃত্যু হ'লে সেই দিনাই তাঁত বোৱা নিষেধ। তিৰোতাই ঋতু মতী হ'বৰ সময়ত ক'লা মেখেলা পিন্ধাৰ নিয়ম। কোনো অনুষ্ঠানত মিবু বা দেওধায়ে 'মিবু দাগ্নাম্' কৰিলে নতুন মিবু গালুগ্ পিন্ধোৱা হয়। বিয়াৰ সময়ত দৰা-কইনাক হাতে বোৱা কাপোৰ পিন্ধাব লাগে। অবিবাহিতা গাভৰুৱে 'পতানি' বা চেগ্ৰাগ্ নিপিন্ধে; তেনেকৈ বিবাহিতাই চেগ্বুং নিপিন্ধি চেগ্ৰাগ্হে পিন্ধিব লাগে। বিবাহিতা অবিবাহিতা ইও এক প্ৰতীক।

আজিৰ ৰকেটৰ যুগত মিচিং বয়ন শিল্পতো বাহিৰৰ প্ৰভাৱ যথেষ্ট পৰিছে। অৰুণাচলৰ জনজাতিৰ লোকশিল্পৰ পৰা আৰম্ভ কৰি অসমৰ প্ৰতিবেশী জাতিৰ আৰু কলত বোৱা কাপোৰৰ বিবিধ চিত্ৰ চানেকি মিচিং শিপিনীয়ে গ্ৰহণ কৰিছে। যুগ অনুযায়ী মানুহৰ ৰুচিৰো পৰিবৰ্তন হয়। তথাপি কলাৰ মিশ্ৰণ আৰু বাহিৰৰ প্ৰভাৱক বাধা দি সুকীয়াকৈ উন্নীত কৰিব পাৰিলে জাতিৰ স্বকীয় কলা নিৰূপণত ইতিহাসে সহায় কৰে।*

---

* বহুলা, অক্টোবৰ, ১৯৮০।

# বয়ন শিল্পত মিচিং জীয়ৰী

তৰুণচন্দ্ৰ পামেগাম

মিচিং জীয়ৰীৰ লগত তাঁত শালৰ তেজ পানীৰ সম্বন্ধ। গাত কাপোৰ লোৱাৰ পৰাই প্ৰত্যেক মিচিং জীয়ৰীয়ে মাকৰ পৰা বয়ন বিদ্যাৰ শিক্ষা লাভ কৰে। আন একো গুণ বা শিক্ষা নাথাকিলেও মিচিং জীয়ৰীৰ গাত তাঁত বব পৰা গুণ থাকিবই। মিহি সূতা কটাত মিচিং জীয়ৰী বৰ পাকৈত নহয়; কিন্তু বোৱা কাৰ্য্যত তেওঁলোক বৰ 'কাজী'। অন্যান্য অসমীয়া সমাজৰ ছোৱালীতকৈ মিচিং জীয়ৰীৰ তাঁতৰ শালত বেছি হাত আছে আৰু আৰ্হি বুলি সকলোৱেই স্বীকাৰ কৰিব লাগিব।

নিজে বৈ লোৱা সাজপাৰ মিচিং জীয়ৰীৰ অঙ্গৰ ভূষণ। দুই এক আধুনিক শিক্ষিতা গাভৰুক বাদ দিলে গাঁৱৰ প্ৰত্যেক মিচিং জীয়ৰীয়েই নিজে বোৱা কাপোৰৰ সাজ হে পিন্ধে। চাৰ মথা ব্লাউজৰ কানি ব্যৱহাৰ কৰে যদিও মেখেলা আৰু বিহা নিজৰ হাতৰ। মিহি সূতাৰ চেলেং চাদৰো নিজে বৈ লোৱা। মিচিং জীয়ৰীৰ হাতে হাতে ফুলৰ চানেকি থাকে। আজি কালি কাগজৰ পাত থকা চানেকি চায়ো ফুল বাছে। কেহ দিয়া, বুটা বুজোৱা ফুল, লতা, গছ, পখিলা, হাতী, আদিৰ ছবি তোলাতো মিচিং জীয়ৰী সিদ্ধহস্ত। আজি কালি মেখেলাত ফুলত বচা প্ৰথা প্ৰায় উঠি গৈছে। কিন্তু মেখেলাৰ পানিত বিহাৰ আগত এতিয়াও সুন্দৰ মিহি ফুল বাছে। আগৰ কালত মিচিং জীয়ৰীয়ে উলেৰে 'চেং' (এবিধ চেইনৰ নিচিনা বস্তু) গুঠি পিন্ধিছিল। আজি কালি বচিৰ অভাৱত এইবিদ্যাও লোপ পাইছে। আগৰ কালত "বাঃপন্" 'উলেৰে তৈয়াৰ কৰা কপো ফুল' মিচিং জীয়ৰীৰ খোপাৰ ভূষণ আছিল। আজি কালি অৰ ব্যৱহাৰ নাইকিয়া হৈছে। আগেয়ে মিচিং জীয়ৰীয়ে সেইবিলাক নিজ হাতেৰে তৈয়াৰ কৰি লৈছিল। আগৰ দিনত মিচিং জেকাই কাঠৰ হেঙুলীয়া ফণি সাজিছিল। ফণিবোৰত নানা ধৰণৰ ফুল বচাই তাত ৰং দিছিল।

সেই ক্ষণ মিচিং ডেকাই নিজৰ ভাল পোৱা গাভৰুক উপহাৰ দিছিল। তাৰ পৰিবৰ্তে গাভৰুৱে সেই ডেকাক 'চেং' গুঠি দিছিল। 'চেং' মিচিং জীয়ৰীৰ মুৰ আচোৰাৰ বাহিৰেও গোলাপ ফুল হিচাবে ব্যৱহাৰ কৰিছিল। "মিৰি জীয়ৰী"ত স্বৰ্গীয় ৰজনীকান্ত বৰদলৈয়ে কাহানিবা মিচিং ডেকাই গোৱা শুনিছিল।

"চকলা কাতৰে মই পাণ বনালো
লেডেঙৰ কোপাল চাই*
কালি নিশা সপনত বেয়াকৈ দেখিলো
পাণ কণ এৰাব পায়।"

মিচিং জীয়ৰীয়ে ভাল পোৱা ডেকাক বা মানি জনক ফুল বাছি গামোচাত বৈ দিয়ে। গামোচাক "দুমৌৰ" বুলি কয়। অন্যান্য অসমীয়াৰ দৰে মিচিং সম্প্ৰদায়ৰো গামোচা এবিধ প্ৰীতি উপহাৰৰ বস্তু। মিচিং জীয়ৰীয়ে ৰুমাল হাতেৰে নিচিলায়; তাঁতৰ শালত বিহাৰ লগত বয়। শালত বোৱা ৰুমাল কিছু ডাঙৰ হয়। সেই বিলাক ৰুমালতো ফুল বাছে। ইয়ো এটা উপহাৰৰ বস্তু। বহুল প্ৰচলন নাই যদিও আজি কালিৰ মিচিং জীয়ৰীয়ে নানা ৰঙৰ মতা মানুহে পিন্ধা চোলামণি বৰলৈ আৰম্ভ কৰিছে। চালানৰ বস্তুতকৈ সেই বিলাক অধিক ধুনীয়া আৰু বেছি দিনো টিকে; অথচ খৰচো কম পৰে। তেনেকুৱা চোলাকানি বৰলৈ মিচিং জীয়ৰীয়ে ৰগৰী, আমলখি আদি ৰকম ৰকম গছৰ বাকলিৰে নিজে ঘৰতে বহি বোল বা ৰং তৈয়াৰ কৰি লয়। এইবিলাক বোল কেতিয়াও নাযায়। ই স্থায়ী আৰু দেখাতো সুন্দৰ। আজি কালি ঠায়ে ঠায়ে কাপোৰত লগোৱা পাটিও মিচিং জীয়ৰীয়ে তাঁত শালতে ফুল বাছি তৈয়াৰ কৰিছে।

তাঁত বোৱা বিষয়ত মিচিং জীয়ৰীয়ে বৰ খৰকৈ কাম কৰিব পাৰে। একে দিনাৰ ৰ'দত ভিতৰত সুতা সিজাই তাঁত মাৰি কৰি তাহন দি লেটাইত লৈ, দিনত ৰ'দত শুকুৱাই ৰাতি উৰাই শেষ কৰি পিছদিনা ৪০।৫০ হাত দীঘলকৈ তাঁত লগায়। খৰকৈ মাকো চলাওঁতে সুতা ছিগি যায় বুলি তেওঁলোকে সুতাত মাৰ দি লয়। ভাল মিচিং শিপিনীয়ে অকণো তাঁতৰ শালত উঠিলে অনায়াসে ১০।১২ হাতকৈ কাপোৰ বৈ উলিয়াব পাৰে।

*মিচিং ভাষাত মহাপ্ৰাণ বৰ্ণৰ উচ্চাৰণ নাই।

মিচিং সম্প্ৰদায়ৰ তিৰোতাই জীয়ৰী কালত বহুত কাপোৰ বয়। একোজনী মিচিং জীয়ৰীৰে বিয়া মেখেলাৰে এটা পেৰা ভৰি থাকে। লোকৰ ঘৰলৈ উলিয়াই দিয়াৰ পিছত মিচিং তিৰোতাই তাঁত বৰলৈ অতি কম সময় পায়। পুৰুষৰ পৰা গধুলিলৈকে কামত ব্যস্ত থাকিব লগা হয়। মিচিং তিৰোতা-সকল বৰ পৰিশ্ৰমী। সংসাৰ ক্ষেত্ৰত তেওঁলোকে পুৰুষতকৈও অধিক পৰিশ্ৰম কৰিব লগাত পৰে। সেই কাৰণে তেওঁবিলাকে জীয়ৰী কালত পাৰেমানে কাপোৰ বৈ লয়। সুতা কিনা ধন মিচিং জীয়ৰীয়ে সুকীয়াকৈ কোৰ মাৰি, সৰিয়হ খেতি কৰি নাইবা কুকুৰা ছাগলী আদি জন্তু পুহি নিজে উপাৰ্জ্জন কৰে। সুকীয়াকৈ খেতি কৰা ব্যৱস্থাটোক "ৰুগ্‌চাং" বুলি কয়। এনে ধৰণৰ ৰুগ্‌চাং মিচিং ডেকায়ো কৰে। ৰুগ্‌চাং তেওঁলোকে আজৰি সময়তহে কৰে। তাৰ পৰা ঘৰৰ সমূহীয়া কামৰ একো হানি নহয়।

অতীতত "মাতা গাপা" (নালামাকো) মিচিং জাতিৰ এটা সুকীয়া সম্পত্তি আছিল। আজিকালি পাতলীয়াকৈ আছে যদিও ঘৰে ঘৰে তেনেকুৱা "মাতাগাপা" পাবলৈ নোহোৱা হৈছে। ইয়াত তোলা ফুল বিলাক এফালে উঠে আৰু আনফালে নুঠে। বৈ যাওঁতেই সেই ফুল তোলা হয়। "মাতা গাপা" বৰৰ কাৰণে বাচৰ আৱশ্যক নকৰে। "চুপাৰে" (বাচৰ দৰে এবিধ বস্তু) মাতাগাপা বোৱা হৈছিল। মিচিং জাতিৰ "আলি আই লৃগাং" বা ধান বোৱা বিহুত এইবিলাক 'মাতাগাপা" ক'কালত পিন্ধি মিচিং নাচনীয়ে নাচিছিল। অতীতত 'মাতাগাপা'ৰ ধৰণেৰেই মিচিং তিৰোতাই "চগন্" বা মোনা আৰু টকা থোৱা জাল মোনা বৈছিল। বজাৰৰ সস্তীয়া মোনাই মিচিং সম্প্ৰদায়ৰ মোনা তৈয়াৰ কৰা শিল্পৰ বিলুপ্তি ঘটালে। অকল সেয়ে নহয় মিচিং সম্প্ৰদায়ে নিজৰ অস্তিত্ব কালৰ সোঁতত উটুৱাই দিয়াত বহুত ধৰুৱা শিল্প লোপ পাই আহিল।

"মিৰিজিম" মিচিঙৰ এটা সম্পূৰ্ণ নিজা আৰু প্ৰধান শিল্পৰ নমুনা। আজিলৈকে 'মিৰিজিম' জীয়াই আছে যদিও সস্তীয়া কম্বল আৰু কোমল লেপে তাৰ ঠাই আধাখিনি অধিকাৰ

কৰি পেলাইছে। কাপ মন নিদিলে সময়ত এই শিল্পও একেবাৰে লোপ পোৱাৰ সম্ভাৱনা। পৰ্বতত তৈয়াৰ হোৱা আৰৰ জিমবোৰ ঠেক; তৈয়ামত তৈয়াৰ হোৱা মিচিং জিম কিন্তু বৰ বহল। মিৰিজিমত বহল চটা দুটা লগাই দিয়া হয়। সেই চটা একোখনেই একোখন আৰৰ জিমৰ সমান। জিম কাপোৰ বৱলৈও চুম্পাৰ আৱশ্যক হয়। জিম কাপোৰ বৰ গধুৰ; সেই বাবে ইয়াক বওঁতে কঁকালত জোৰ পৰে। সেই গুণে ঠিক পিছ ফালে কঁকালত পহুছাল এচটা বান্ধি লগাই লোৱা জিম কাপোৰৰ তাঁত খন ফিটফিটিয়াকৈ ধৰি থাকিব লগা হয়। কপাহ নেওঠিবলৈ আৰম্ভ কৰাৰ পৰা এখন জিম কাপোৰ বৈ উলিওৱালৈকে যথেষ্ট সময় আৱশ্যক হয়। সেই কাৰণে সাধাৰণতে মিচিং জীয়ৰীয়ে জিম কাপোৰ নবয়। বৰকৈ খেতি পথাৰৰ কামত লাগিব নলগা পো-বোৱাৰী থকা আদহীয়া মিচিং তিৰোতাইহে বয়। বৈ যাওঁতেই কপাহৰ শলাডাল যেন কৰি লোৱা লোমবোৰ লগাই থোৱা হয়। ই এবিধ মূল্যবান সম্পত্তি। কিছুদিনলৈকে ইয়াৰ প্ৰচলন কিছু বেছি হৈ আছিল। মিচিং সম্প্ৰদায়ৰ বাহিৰত অন্যান্য সম্প্ৰদায়ৰ মানুহেও ইয়াৰ ব্যৱহাৰ কৰিবলৈ লৈছিল। শ্ৰীশ্ৰী গড়মুৰীয়া সত্ৰাধিকাৰে জিম কাপোৰেৰে তৈয়াৰ কৰি লোৱা দীঘল কোট জাৰকালি এতিয়াও পিন্ধে। নানা ধৰণৰ ৰঙেৰে বোলাই দেখিবলৈ ধুনীয়া কৰি জিম কাপোৰ তৈয়াৰ কৰা শিল্পটো মিচিং সম্প্ৰদায়ে এটা অনুষ্ঠানত পৰিণত কৰিব পৰা হ'লে জাতিৰ এটা বৈশিষ্ট্য জীয়াই থাকিলেহেঁতেন আৰু যথেষ্ট লাভো হ'লহেঁতেন। মিচিং সমাজে বৰ্তমান স্বাধীন যুগত অতীতৰ লুপ্ত শিল্পবিলাক উদ্ধাৰ কৰিবলৈ যত্ন কৰা উচিত।*

---

* 'জয়ন্তী'ত প্ৰকাশিত, একাদশ বছৰ, (১৯৫৩ চন), নৱম সংখ্যা।

# বয়ন শিল্পত লোক পৰম্পৰা

## ভৃগুমুনি কাগ্যুং

আমি বয়ন কৃষ্টিৰ বিষয়ে বিশ্লেষণ কৰিব চালে পাওঁ, পৃথিবীৰ প্ৰত্যেক গোষ্ঠীৰ বয়ন কৃষ্টিত স্বকীয়া স্বকীয়া বৈশিষ্ট্য আছে আৰু অসমীয়া বয়ন কৃষ্টিত মিচিং সকলৰ স্বকীয় ৰঙৰ বৰঙণিৰ কথা উলাই কৰিব নোৱাৰো। সেইবোৰৰ ভিতৰত "গাদু" (মিৰিজিম কাপোৰ) "ৰিবি গাচাঙ", 'কিৰ্ম্বু গাচৰ্' 'গেৰে এগে', "মিৰু গালুগ্" আদি উৎকৃষ্ট দান। বছৰৰ বিভিন্ন সময়ত উদযাপন কৰা সামাজিক অনুষ্ঠানৰ লগত মিচিং বয়ন কৃষ্টিৰ নেৰানেপেৰা সম্বন্ধ।

দৈনন্দিন জীৱনত ব্যৱহৃত কাপোৰ তৈয়াৰ কৰিবৰ কাৰণে মিচিং সকলে কপাহ খেতি কৰিছিল। কৃষি কৰ্মত মিচিঙে সদায় স্বাৱলম্বী ভাৱে জীৱন নিৰ্বাহ কৰি আহিছে। সেয়ে আমি চহা জনজীৱনৰ মানস পটত প্ৰতিফলিত হোৱা "অই নিঃতম্" বোৰত্তো লোক-পৰম্পৰাগত ভাৱে ইয়াৰ উল্লেখ পাওঁ।

ৰুগু আৰুগ্ ৰুচেন্দ চুপাগ্ আৰুগ মলাপা
অ্গেন্ গালা পুন্লাপা গাদু অম মলাপা।

আহুধানৰ পথাৰৰ মুৰলিত কপাহৰ খেতি কৰিম আৰু হেপাহৰ হোৱা পিঠিত বান্ধি কপাহৰ জোলাবোৰ ছিঙি আনি জিম কাপোৰৰ সূতা কাটি জিম কাপোৰ ব'ম।

বয়ন কৃষ্টিৰ মূল উপাদান হৈছে কপাহ। কপাহ খেতিৰ লগত আহুধানৰ খেতিৰ সাদৃশ্য আছে। একালত মিচিং সমাজ বয়ন বিষয়ত সম্পূৰ্ণ ভাৱে স্বাৱলম্বী আছিল। অন্ন সমস্যা সমাধানৰ কাৰণে আহুধানৰ খেতি মিচিংসকলৰ যেনে অপৰিহাৰ্য আছিল ঠিক তেনেকৈ বস্ত্ৰ সমস্যা সমাধানৰ কাৰণে কপাহ খেতিও অপৰিহাৰ্য্য আছিল। সেয়ে আদিম মিচিং সমাজৰ লোক পৰম্প্ৰৰাত কপাহী সূতাৰ কথা উল্লেখ আছে।

অইয়া নচৰ্পা অম নচৰ্পা
অইয়া নচৰ্পা চমজেল্ কামবুজে।

আউল নলগা কপাহী সূতাৰ দৰে আমাৰ জীৱনৰ গতি-পথ যেন নজগাকৈ অতিবাহিত কৰোঁ আহা !

মৌখিক গীত পদবোৰ কঁহিয়াই চালে দেখা পাও ব্যাপক পৰিধিৰে জনশ্ৰুতি আৰু ইতিহাসৰ হাত বুলনিত ই স্বয়ং সম্পূৰ্ণ হৈছে। অতীজৰ পৰা অসমৰ দঁতিকাষৰীয়া জাতিবোৰৰ লগত ব্যৱসায় বাণিজ্যৰ মাধ্যমেৰে সামাজিক আদান প্ৰদান আৰু সামাজিক আত্মীয়তাৰ ভাৱ গঢ়ি উঠিছিল। সেই বাণিজ্যিক সম্পদৰাজিৰ ভিতৰত কপাহ অন্যতম আছিল। সেয়ে এখন বিৰাট অসমীয়া জাতি গঢ়াত আৰু জাতীয় ঐতিহ্য ৰক্ষা কৰাত ব্যৱসায় বাণিজ্যৰ আদান প্ৰদানে যথেষ্ট অৰিহণা যোগাইছিল।

আজিও কপাহ খেতিৰ উপযোগী ঠাই হৈছে—অসমৰ পাহাৰীয়া অঞ্চলবোৰ। একালত কপাহৰ বিনিময়ত পৰ্বত ভৈয়ামৰ মাজত যি আত্মীয়তাৰ ভাৱ গঢ়ি উঠিছিল সেই লোক পৰম্পৰা বিহু গীতত বিৰাজ কৰি আছে—

ধনে গৈ আছে গৈ মিছিমি পাহাৰত
আনিব কপাহৰ জোলা,
তুমি বৈ লবা বিহাকৈ মেখেলা
মোকো বৈ দিবা চোলা।

বিহুৱান বা হঁাচটিৰ উপহাৰৰ বিনিময়ত ডেকা-গাভৰুৰ মাজত গঢ়ি উঠা অসংখ্য প্ৰেমৰ কাহিনী অই নিঃতম্‌ত পাওঁ। আনহাতেদি বিবাহৰ আগতে পেৰা ভৰাই আৱশ্যকীয় কাপোৰ বৈ লোৱাৰ উপৰিও 'নেচাগ্‌' (কেঁচুৱা বোকোচাত বন্ধা কাপোৰ), 'পাৰেগ্‌' (হঁাচটি অৰ্থাৎ তামোল পাণ লোৱা কাপোৰ), 'চেগ্‌ৰেগ্‌' (কঁকালৰ মেঠনি কাপোৰ) আদি আগতীয়াকৈ বৈ লোৱাটো মিচিং জীয়ৰীৰ বৈশিষ্ট্য। সেয়ে অই নিঃতম্‌তো কাপোৰৰ উপমা বৰ্ণিত হৈছে—

চান-চান চুগেলা বাদু-গাচৰ্‌ বিগেলা
আমিগ্‌ আগম্‌ তাদ্‌লানা
অইঙম্‌ ভপাগ্‌ তকুৰন্‌।

অকল অইয়া দুংকাংকুন্‌, অক আগেৰ্‌ গেৰ্‌কাংকুন্‌, কাঃমাঃ-নাম্‌মা ইকাঃবং লজিংকজাঃ জমুৰোঃ।

মোলৈ আহিম আহিম বুলি আগতীয়াকৈ কাপোৰ কানি দি আজি লোকৰ কথা শুনি মোৰ পৰা অঁতৰি গলা। আজি ক'ত আছাগৈ, কি কাম কৰিছাগৈ নাজানো; কাৰণ তোমাক নেদেখা বছৰ ছ'মাহ হ'ল।

আজি তুলনামূলক ভাবে চাবলৈ'গলে পৃথিবীৰ বিভিন্ন জাতি পুঞ্জৰ বয়নকৃষ্টিৰ অৱদানৰ তুলনাত অসমীয়া বয়ন কৃষ্টিৰ অৱদান কোনো গুণে হেয় নহয়। বয়ন কৃষ্টিৰ ওপৰত ভিত্তি কৰি একোটা জাতিৰ সভ্যতা নিৰ্ণয় কৰিছে।

এদিন অসমীয়া শিপিনীয়ে "ছঁাতে শুকুৰা মুঠিতে লুকুৱা" আৰু 'ঝাতিটোতে পঁাজি কাটি' কাপোৰ বৈ পুৰাতে অসমীয়া বীৰ-বণুৱাক সজাই পৰাই যুঁজলৈ পঠোৱা দৃষ্টান্ত বুৰঞ্জীৰ পাতে পাতে সোণালী আখৰেৰে জিলিকি আছে। অসমীয়া শিপিনীয়ে নিজে কাপোৰ বৈ বিয়া সবাহত, বিহুত একোখন হঁাচটি, বিহুৱান আপোনজনক প্ৰীতিৰ উপহাৰ স্বৰূপে হওক বা সেৱাৰ শৰাই হিচাপে হওক দিবলৈ নাপালে মনত শান্তি নাপায় আৰু সেইটো অসমীয়াৰ জাতীয় বৈশিষ্ট্য। সেয়ে বিহুগীততো বয়ন কৃষ্টিৰ লোক পৰম্পৰা আমি পাওঁ—

মৰমৰ দীঘ দি চেনেহৰ বাণি বৈ
হেঁপাহৰ অঁাচুৰে বোৱা;
সপোন ফুলেৰে ফুলাম মোৰ বিহুৱান
মনে দি এবেলি লোৱা*।

---

*ৰচনা, জুলাই, ১৯৭০ চন।

# আদী মিচিং সমাজৰ পুৰোহিত

**নাহেন্দ্ৰ পাদুন**

অৰুণাচল প্ৰদেশৰ চিয়াং জিলাৰ আদী অৰ্থাৎ পাদাম, মিঞং, গালং, সোৱণশিৰি জিলাৰ নিচি বা ডফলা আৰু অসমৰ মিচিং সকলে 'আবতানি' নামৰ এক আদিম মানৱৰপৰা উৎপত্তি হোৱা বুলি বিশ্বাস কৰি নিজকে 'তানি' বা মানৱ বংশধৰ বুলি আখ্যা দিয়ে। 'তানি'ৰ বংশধৰ বুলি দাবী কৰা তিব্বতবৰ্মীয় এই জন জাতি সকলৰ মাজত এটি সুকীয়া ধৰ্মীয় বিশ্বাস আৰু পৰম্পৰা আছে। তেওঁলোকৰ মতে দৃশ্যমান প্ৰকৃতিয়েই সকলো প্ৰকৃতিৰ ওপৰত বা তাৰ অতীতত একোৱেই নাই। অৱশ্যে সৃষ্টিতত্ত্বৰ বিচাৰ এই প্ৰকৃতিৰ ঊৰ্ধত। (ই অৱশ্যে এই প্ৰবন্ধৰ আলোচ্য বিষয় নহয়)। জড় জগত আৰু অতি প্ৰাকৃতিক জগতৰ সূক্ষ্ম বিচাৰ বৰকৈ গণ্য নকৰে। তেওঁলোকৰ মতে পৃথিৱী এখনেই। প্ৰতিজন ব্যক্তি ইজনৰপৰা সিজন, প্ৰতিটো জাতি ইটোৰপৰা সিটো বেলেগ হোৱাৰ দৰে পাৰ্থিৱ বস্তুবিলাকৰো পাৰ্থক্য আছে। এই পাৰ্থক্য বস্তুবিলাকৰ প্ৰকৃতিত নহয়—মাত্ৰাতহে আৰু এই মাত্ৰ অপ-দেৱতা বা দেওভূতৰ ইথাৰীয় অৰ্থাৎ অদৃশ্য গুণটো। তেওঁ-লোকৰ মতে বস্তু জগতৰ অসংখ্য বিমূৰ্ত ৰূপ 'কাৰ্য্ম'ৰ* ৰূপহীন আদিম শক্তিৰ ভিতৰত অতীন্দ্ৰীয়ভাৱে লীন হৈ আছে।

আদী-মিচিংসকলে বিশ্বাস কৰে যে এই বস্তুজগতৰ চৌদিশে অদৃশ্য ৰূপত অপদেৱতা বা দেও-ভূতে বাস কৰে আৰু মানুহৰ দৰেই সিহঁতেও ইচ্ছা কৰে, কাম কৰে। ইহঁত ৰূপহীন—ইহঁতৰ কোনো আকৃতি প্ৰকৃতি নাই। গতিকে তানি গোষ্ঠীৰ জনজাতি সকলে ইহঁতক কোনো ৰূপ দিবৰ কাৰণে যত্নও কৰা নাই, অথবা ইহঁতৰ মূৰ্তি সাজি পূজিবলৈকো যত্ন কৰা নাই। সেই দেও-ভূত বিলাকৰ ওপৰত দাৰ্শনিক বিমূৰ্ততাৰ উচ্চতা আৰোপণ কৰিবলৈ তেওঁলোকে যত্নও কৰা নাই, অথচ প্ৰতিমা, ভাগ্যদেৱতা মন্দিৰ আদি স্থাপন কৰি পূজা নকৰাকৈয়ো তেওঁলোকে চলিব পাৰিছে। তেওঁলোকৰ দেৱ-দেৱতা, বা দেও-ভূতবিলাকে স্ব-স্থানত

---

* কাৰ্ম্-পূৰ্তিৰ আবতানিৰ এটা ইংৰাজীয় অনুবাদ।

বাস কৰে। সেইবোৰক কোনো দিনেই তেওঁলোকে কোনো স্থানলৈ আনি আবদ্ধ কৰি ৰাখিবলৈ যত্ন কৰা নাই। মন্দিৰ, বেদী আৰু পবিত্ৰ গহ্বৰ তলত ৰাখিবলৈ কাহানিও যত্ন কৰা নাই। দেৱ-দেৱতা, দেও-ভূত বিলাকক নিজৰ নিজৰ স্থানত ইচ্ছামতে বিচৰণ কৰিবলৈ দিয়া হয়, সিহঁতক কোনো আহুকালো দিয়া নহয়। মানুহৰ লগত সংঘৰ্ষ ঘটিলে সিহঁতৰ লগত যোগাযোগ স্থাপন কৰিবলৈ যত্ন কৰা হয়। অপদেৱতাৰ জগতখন যিহেতু অদৃশ্য আৰু অগোচৰ, গতিকে মানুহৰ লগত কেতিয়াবা সংঘৰ্ষ লগাটো স্বাভাৱিক আৰু অনিবাৰ্য। মানুহে অপদেৱতাৰ ৰাজ্যত অনধিকাৰ প্ৰবেশ কৰি সিহঁতৰ শান্তি আৰু সুবিধাত কিঞ্চিতমানো ব্যাঘাত জন্মালে সিহঁত অসন্তুষ্ট হৈ প্ৰতিশোধ স্বৰূপে শাস্তি দিয়ে। তেতিয়া এই অন্ধকাৰ সতৰ্ক শক্তি আৰু কাৰ্যক্ষম অসৎ শক্তিবোৰৰ আৰু খঙাল অপদেৱতাবোৰৰ বিপক্ষে যুঁজিবলৈ শান্তি প্ৰিয় ঘৰুৱা দেৱতা, 'গুঃমুন চঃ য়িন' বোৰক পহৰা দিবলৈ তানি জনজাতিসকলে বাধ্য কৰায়। অপদেৱতাৰ বাহিৰে দেৱতাবোৰ স্বাভাৱিকতে দয়ালু আশীৰ্বাদদাতা আৰু সৰ্ব শক্তিৰ উৎস; কিন্তু আদী মিচিং লোক-বিশ্বাসত এই দেৱতাবোৰক মানৱ সমাজৰ পৰা বহু নিলগত ৰখা হয় আৰু মানুহৰ প্ৰয়োজনত অথবা মানুহৰ দুখৰ সময়ত দেৱতাৰ কাৰ্যকৰী সহায় পাবলৈ দুষ্পাপ্য হৈ পৰে। আনকি, অপদেৱতা বা অমাংগলিক দেৱতাবোৰক পূজা-পাটল দিবৰ পৰত মাংগলিক দেৱতা বা ঘৰুৱা দেৱতাবোৰৰ নাম—কেৱল আশীৰ্বাদ দিবলৈ বা মংগল কৰিবলৈ উচ্চাৰণ কৰা হয়। মাংগলিক দেৱতাক সুকীয়াকৈ কোনো পূজা-পাটল দিয়া নহয়। গতিকে অপদেৱতাৰ লগত যুঁজিবলৈ এক শ্ৰেণী প্ৰতিৰক্ষক লোক 'তানি' সমাজত সংগঠন কৰিবলগীয়া হ'ল। সেই শ্ৰেণীৰ লোক, দেৱতা আৰু দেও-ভূতৰ দ্বাৰা অলৌকিক শক্তি প্ৰদত্ত সাধাৰণ মানুহতকৈয়ো অধিক দৈৱী-শক্তি-সম্পন্ন। সৰুতেই এনে সমাধিস্থ প্ৰৱেশ কৰাৰ কিছুমান প্ৰবৃতি তেওঁলোকৰ গাত দেখা দিয়ে আৰু ভৱিষ্যতবাণী কৰিব পাৰে। এনে গুণসম্পন্ন ল'ৰাক আধ্যাত্মিক অভিভাৱক বা পুৰোহিত কৰিবৰ কাৰণে বিশেষভাৱে লক্ষ্য কৰি ৰখা হয়। প্ৰকৃতি প্ৰদত্ত তেওঁলোকৰ গুণবোৰ কাৰ্যক্ষেত্ৰত কেনেকৈ প্ৰয়োগ কৰিব লাগে তাৰ বাস্তৱিক জ্ঞান আহৰণ কৰিবলৈ এই ল'ৰাবোৰে

ব্যৱহাৰিক প্ৰশিক্ষণ সদ্ কালৰপৰাই ল'বলগীয়া হয়। কম বয়সীয়া মিবু-মিৰুবোৰে প্ৰশিক্ষণৰ সময়ত ডাঙৰ আৰু অভিজ্ঞ মিবু-মিবুৰ কনিষ্ঠ হিচাপে থাকি তেওঁলোকৰ কলা-কৌশল আহৰণ কৰে। দীঘলীয়া আঃবাং নামৰ শ্লোক মুখস্থ কৰা, ঔষধি গছৰ গুণা-গুণ আহৰণ কৰা, ধৰ্মীয় অনুষ্ঠানত ব্যৱহাৰ কৰা সামগ্ৰীবোৰৰ নাম মনত ৰখা, যাদু-মন্ত্ৰ চিহ্নবোৰ মনত ৰখা, বিভিন্ন দেও-ভূতৰ লক্ষণ আৰু আচৰণ মনত ৰখা, দেও-ভূতবিলাকে কি ধৰণৰ পূজা-পাটলৰ দাবী কৰিব পাৰে সেইবোৰ মনত ৰখা আৰু পূজা-পাটলৰ নিয়ম নীতিবোৰ মনত ৰখা এই বোৰেই প্ৰশিক্ষণৰ কালছোৱাৰ প্ৰধান কাম ; কিন্তু দেৱলোকৰ লগত কেনেকৈ সংযোগ স্থাপন কৰিব পাৰি সেইটোৰ ওপৰতে এই আজন্ম শক্তিটোৰ সামৰ্থ্যতা নিৰ্ভৰ কৰে আৰু সেই কাৰণে তেওঁলোকে ব্যৱহাৰিক ভাৱে পৰিচিত কিছুমান কাম কৰিবলগীয়া হয়। কিছুমান দেও-ভূতে বিশেষ ধৰণৰ আচৰণ কিছুমান কৰে। সেই কাৰণে প্ৰশিক্ষণৰত মিবু-মিবুৱে সেই ধৰণৰ আচৰণৰ অভ্যাস কৰে। আচৰণৰ মিল দেখা পালে অনুৰূপ আচৰণৰ দেও-ভূতে সেই মিবু-মিবুক মাধ্যম কৰিবলৈ তেওঁৰ গাত লম্ভে। মিবু-মিবুৱে তেওঁলোকৰ এই পৰিচিত দেও-ভূতৰ যোগেদি অতি প্ৰাকৃত জগতলৈ অৰ্থাৎ দেও-ভূতৰ জগতলৈ প্ৰৱেশ কৰি জ্বৰ নবিয়া বা দুৰ্ভাগ্যৰ কাৰণ বিচাৰি পায় আৰু নিৰাময়ৰ উপায়ো বিচাৰি উলিয়ায়।

'তানি' গোষ্ঠীৰ জনজাতিৰ মাজত দুই শ্ৰেণীৰ পুৰোহিত পোৱা যায়। প্ৰথমটো হ'ল 'মিবু'। মিচিং আৰু আদী ভাষাত মিবু, গালং ভাষাত মিবু ঞিৱ ; (নিচি-ডফলা) ভাষাত ঞিৱ, ন্যিব। মিবু বা ঞিৱই, আঃবাং নামৰ এক শ্ৰেণী শ্লোক গাই তেওঁলোকৰ পৰিচিত দেৱতাৰ সৈতে যোগাযোগ স্থাপন কৰে। চলুং, ঐতৰ, মপিন আদি উৎসৱবোৰত মিবুৱে সৃষ্টিৰ আদি-পাততনি, পোক-পৰুৱা, জীৱ-জন্তু, মানুহ মেথোন আদিৰ উৎপত্তিৰ বিষয়ক আঃবাং শ্লোক আওৰায়। আন শ্ৰেণীৰ পুৰোহিত হ'ল মিবু। মিচিং ভাষাত মিবু ; আদী, পাদাম, মিএং, গালং ভাষাত মিৰি, মিবু আদীসকলৰ মাজত 'এপাক মিৰি' নামৰ এবিধ মিবু বা মিৰি পোৱা যায়। 'এপাক মিৰি' এক প্ৰকাৰ চিকিৎসক-দেওধাই। কোনো ৰোগীক চিকিৎসা কৰিবলৈ মাতিলে মিৰি নাইবা

মিবুৱাই তেওঁৰ নিজৰ যাদুকৰী ক্ৰিয়াকাণ্ডৰ যোগেদি আৰু আবেগৰ গীতৰ জৰিয়তে অৰ্থাৎ (গীতবোৰে নিচুকাই দেৱতাক মাতি আনে) দেৱ-দেৱতাৰ সাক্ষাৎ লাভ কৰে। দেৱতাক লগ পোৱাৰ লগে লগে তেওঁ নিজকেই সেইজন দেৱতা বুলি চিনাকি দিয়ে আৰু পৰিচিত সেই দেৱতাই তেওঁৰ শৰীৰৰ যোগেদি কাম কৰে। দেৱতাৰ অনু-প্ৰেৰণাতে মিবুৱে বিভিন্ন ধৰণৰ আচৰিত আৰু লাগবান্ধ নোহোৱা কাম কৰে। হেইমেনডৰ্ফ, এলুৱিন, শচীন ৰয় ইত্যাদি নৃবিজ্ঞানীসকলে মিবুৰ এই আচৰণবোৰৰ বিষয়ে স্থানান্তৰত সবিশেষ বৰ্ণাই গৈছে। হেইমেনডৰ্ফে কৈছে—মানুহে ভাবিব পাৰে যে মিবিজন নিজেই দেও-ভূতলৈ ৰূপান্তৰিত হৈছে; কিন্তু প্ৰকৃততে দেও-ভূতে মিবিক মাধ্যম হিচাপেহে ব্যৱহাৰ কৰিছে, পৰিচিত দেও গৰাকীয়ে মিবিৰ শৰীৰত প্ৰৱেশ কৰি তেওঁৰ আত্মাক অন্য ৰাজ্যলৈ পৰিচালনা কৰি নিয়ে আৰু তেওঁক সেই পলৰীয়া আত্মাক (যিটোক আন দেও-ভূতে কাঢ়ি আনিছে) বিচাৰি উলিওৱাত সহায় কৰে আৰু পলৰীয়া আত্মাৰ প্ৰত্যাপৰ্ণৰ কাৰণে দৰদাম কৰে। মন কৰিবলগীয়া কথা যে আদী মিচিংসকলে দেও-ভূতক নিজৰ কবলত আনি মানুহৰ ইচ্ছানুযায়ী কাম কৰোৱাৰ কথা নাভাবে*। তাৰ পৰিবৰ্তে দেও-ভূতক নিচুকাই অপকৰ্ম নকৰিবলৈ প্ৰলোভিত কৰে অথবা পোহনীয়া জীৱ-জন্তু উচৰ্গা কৰি ক্ৰোধৰ উপশম ঘটাবলৈ যত্ন কৰে। মিবুৰ আত্মাই দেওৰ জগত সংযোগ ঘটাৰ পিছত আকৌ নিজৰ শৰীৰলৈ উভতি আহে আৰু তেতিয়া দেও-ভূতে তেওঁক পৰিত্যাগ কৰে। তেতিয়া মিবুৱে অচেতন বা মূৰ্ছা যোৱা অৱস্থাৰপৰা চেতনা ঘূৰাই পায় আৰু নিজৰ পূৰ্ব-অৱস্থালৈ ঘূৰি আহে। মন কৰিবলগীয়া যে মিবুৱে স্বৰূপলৈ ঘূৰি অহাৰ পিছত নিজৰ আত্মাৰ অনুপস্থিতিত অন্য এক ৰাজ্যত সি কি কৰিছিল সেই কথা ক'ব নোৱাৰে। তাৰ পিছত সি

* এই প্ৰসংগত ৰঃৰ আৰু নিঃৰ কাহিনীটো প্ৰণিধানযোগ্য। ৰঃৰ আৰু নিঃৰ ককায়েক-ভায়েক। পৈতৃক সম্পত্তি বিভাজন কৰোঁতে নিঃৰাই ৰঃক অন্যায়ভাৱে বঞ্চিত কৰিলে যুঁজি মৰিলে ৰঃৰাই মানৱ সমাজৰপৰা আঁতৰি থাকি হাবিৰ মাজত থাকিবলৈ। ৰঃৰাই পিছত দেও-ভূতলৈ ৰূপান্তৰিত হৈ নিঃৰাই—অৰ্থাৎ মানৱ জাতিৰ বংশধৰসকলক সদায় অপকাৰ কৰিবলৈ যত্ন কৰিলে। এয়েই মানুহ আৰু দেওভূতৰ সৃষ্টি হোৱাৰ কাৰণ।

দেও-ভূতৰ ইচ্ছাৰ কথা অৰ্থাৎ কি বিচাৰে সেই কথা যোগাযোগ কৰি প্ৰকাশ কৰে। ইয়াৰ পিছত দেও-ভূতক সন্তুষ্ট কৰিবৰ কাৰণে প্ৰয়োজনীয় সামগ্ৰীৰ যোগাৰ কৰে।

এপাক মিবি আৰু ঞিবৰ কাৰ্যাৱলীৰ মাজত কি কি পাৰ্থক্য আছে তাক সহজে নিৰ্ণয় কৰা কঠিন। কোনো কোনোৰ মতে ঞিব অধিক দৈৱ-শক্তি সম্পন্ন। মিবি বা মিবু বেমাৰ-আজাৰ আৰু দুৰ্দশাৰ শুশ্ৰূষা কৰোতাহে। সাধাৰণতে ঞিব বা মিব বা মিবুৱে দিনত কাৰ্য সম্পাদন কৰে; কিন্তু মিবি বা মিবুৱে নিশাহে কাম কৰে। ঞিবই প্ৰাচীন আঃবাং গীতৰ সহায়ত মানুহ আৰু দেও-ভূত যে মূলতে একে আছিল আৰু সিহঁতৰ পাৰস্পৰিক বন্ধুত্ব যে আছিল সেই কথা সোঁৱৰাই দি দেও-ভূতৰ অন্তৰ জয় কৰি মৰমীয়াল কৰি তোলে; কিন্তু মিবুৱে আঃবাং আৰু নৃত্য-গীতৰ জৰিয়তে দেওক আকৰ্ষণ কৰিবলৈ যত্ন কৰে। এই পাৰ্থক্য কিমানখিনি শুদ্ধ জনা নাযায়। কিছুমান প্ৰত্যক্ষদৰ্শীয়ে ইয়াৰ বিকোনো এটাকহে কোনো এঠাইত সম্পাদিত হোৱা দেখিছে। খৰচ কৰিব পৰা বিত্তবান লোকে তিনিজন বিশেষজ্ঞ নিয়োগ কৰিব পাৰে। আদীসকলৰ মাজত 'কচি', 'কয়া' আৰু 'দুল জেবে'—এই তিনি শ্ৰেণীৰ বিশেষজ্ঞ মিবি আছে; কিন্তু সাধাৰণতে এজন সাধাৰণ মিবিকেই বিশেষজ্ঞ হিচাপে নিয়োগ কৰা দেখা যায়।

মিবু-মিবুৱে তেওঁলোকৰ কাৰ্য সম্পাদন কৰিবৰ সময়ত গেনা নাইবা বিশেষ ধৰণৰ আচাৰ পদ্ধতি পালন কৰাৰ বিষয়ে বিতংভাৱে একো জনা নাযায়; কিন্তু যোগী আৰু তেওঁলোকৰ পৰিয়ালৰ লোকে কিছুমান বাধানিষেধ পালন কৰিব লাগে। উদাহৰণ স্বৰূপে—মাইকী মানুহে পৰিত্যক্ত পথাৰৰ চুবাত গছ আৰু কলগছ স্পৰ্শ নকৰে। দুদিন তিনিদিন ধৰি মতা মানুহে নৰিয়াত পৰিলে সাধাৰণতে গেনা পালন কৰে। মিবু-মিবুসকলে যাদুকৰী শক্তি লাভ কৰিবৰ কাৰণে কিছুমান বিশেষ ধৰণৰ বস্তু ব্যৱহাৰ কৰে। হেইমেনডৰ্ফে উল্লেখ কৰিছে যে তেওঁলোকে বাঁহৰপৰা চাঁচি উলিওৱা ফুল জপ কৰিবলৈ যাহাৰ আগতে ধৰৰ যেৰত আঁৰি থয়; বিশ্বাস যে তেইয়েৰে আগন্তুক দেও-ভূতে লৈ যাব। চাকমাৰ মতে, নাৰি নামৰ বাঁহৰপৰা কুঁচি উলিওৱা

ফুল—নাবি নামৰ দেওক মিৰিৰ লগত ইচ্ছামতে কথা পাতিবলৈ সহায় কৰে। আনকি চৰাই-চিৰিকতি আৰু জীৱ-জন্তুৰ লগতো কথা পাতিব পাৰে; কোনো ৰোগীৰ আত্মা লৈ যোৱা দেৱতা, অপ-দেৱতা বা দেও-ভূতক বিচাৰি উলিওৱাত মিচিং আত্মাক সহায় কৰে। তেওঁৰ মতে মিৰিয়ে চেঁচা ফুল ঘৰত থৈ নথয়—আঃবাং গীত গাবৰ পৰত হাততহে লয়। মিচিং তিৰোতাই পিন্ধা গালে বা ৰিবি গাচেং নামৰ কাপোৰ কঁকালত পৰিধান কৰে আৰু গীত' গাবৰ পৰত 'য়ক্চা' নামৰ এবিধ দীঘলীয়া তৰোৱাল হাতত লৈ জোকাৰে। নাবি বঁাহৰ ফুলৰ সলনি আদী মিৰিয়ে কেতিয়াবা খেঁৰা বৰণীয়া কেকেঁটুৰাও ব্যৱহাৰ কৰে। কেকেঁটুৰাটোক মিৰিয়ে শোৱা ঠাইত ৰাখে। তেওঁলোকে বিশ্বাস কৰে যে শুবৰ পৰত কেকেঁটুৰাৰ আত্মাৰ লগত মিৰিৰ আত্মাও দেও-ভূতৰ ৰাজ্যলৈ প্ৰবেশ কৰিব। নাবি বঁাহৰ চেঁচা ফুল আৰু কেকেঁটুৰাৰ ব্যৱহাৰ প্ৰায় সমানেই।

মিৰিৰ ক্ৰিয়া কাণ্ড দুটা পৰ্যায়ত শেষ কৰে। প্ৰথমটো বেমাৰৰ ৰোগ নিৰূপণ কৰে। ইয়াত মিৰিয়ে তেওঁৰ পৰিচিত দেওক মাতি আনে আৰু ইয়াৰ প্ৰতিকাৰ বিচাৰে। ইয়াতে প্ৰথম পৰ্যায় শেষ হয়। তাৰ পিছত মিৰিৰ কাম এক প্ৰকাৰ নেথাকেই বুলিব পাৰি। শেষত 'ইপাক' নামৰ অনুষ্ঠানত কোনো জীৱ-জন্তুক বধ কৰি দেওলৈ মাংস ভাগ কৰা হয়। দেও-ভূতলৈ মাংসৰ ভাগ দিয়াৰ পিছত তাৰে আধা অংশ বা তাতোকৈ বেছি মাংসৰ অংশ ওলোৱা সোমোৱা বাটত নাইবা আক্ৰান্ত পৰিয়ালৰ ঘৰৰ বেৰত আঁৰি দিয়ে। ৬ ফুটমান ওখ বাঁহ এডালত কেঁচা পাতেৰে সেইবোৰ মেৰিয়াই দিয়ে। তাৰ পিছত মিৰিয়ে সেইবোৰ খাবলৈ দেওক নিমন্ত্ৰণ কৰি মাতি আনে। ৰোগীয়ে কষ্ট নোপোৱাকৈ, অতি সোনকালে যাতে আৰোগ্য লাভ কৰিব পাৰে—তাৰ বাবে দেওক প্ৰাৰ্থনা জনাই,—খাই বৈ গুচি যাবলৈ অনুৰোধ কৰে*।

* শচীন্দ্ৰ বৰুৱা "Aspect of padam Miayor Culture" পুথিখনৰ সহায়ত—লেখক। শাৰদীয় সংখ্যা "দৈনিক জনমভূমি" ১৯৮৪ চন পৃষ্ঠা ৪৪ ত প্ৰকাশিত।

# মিচিং ধৰ্ম-বিশ্বাস আৰু পৰম্পৰা

শ্ৰীইন্দ্ৰেশ্বৰ পেগু

ব্ৰহ্মপুত্ৰ উপত্যকালৈ প্ৰাচীন কালৰপৰাই বিভিন্ন জনগোষ্ঠীৰ প্ৰব্ৰজনৰ সোঁত বৈ আহিছে। এই জনগোষ্ঠীসমূহৰ সহ-অৱস্থানৰ ফলত তেওঁলোকৰ ধৰ্ম বিশ্বাস সমূহৰ পাৰম্পৰিক সংঘাত হোৱাটো স্বাভাৱিক। যুগ যুগ ধৰি এনে ধৰ্ম-বিশ্বাস সমূহৰ সংঘাতৰ ফলত, সংশ্লেষণত এক পৰিৱেশ গঢ়ি উঠে। কোনো জনগোষ্ঠীয়ে স্বকীয় বৈশিষ্ট্য ৰক্ষা কৰি চলিব নোৱাৰে। কৃষ্টি-সংস্কৃতি আৰু ধৰ্ম-বিশ্বাসৰ মাজত আদান-প্ৰদান হৈ যায়। অৱশ্যে উচ্চ সভ্যতাৰ জনগোষ্ঠীৰ কৃষ্টি-সংস্কৃতি, সামাজিক ব্যৱস্থা আৰু ধৰ্মবিশ্বাসৰ ওপৰত অধিক মাত্ৰাত প্ৰভাৱ বিস্তাৰ কৰাটো স্বাভাৱিক। গতিকে, মিচিং সমাজৰ ধৰ্ম-বিশ্বাস আৰু পৰম্পৰাৰ ওপৰত আলোকপাত কৰিবলৈ হ'লে তেওঁলোকৰ নিজৰ আদি বিশ্বাসৰ ওপৰিও ভৈয়ামৰ স্থানীয় ধৰ্মৰ প্ৰভাৱৰ কথা বিশেষ মনত ৰাখিব লাগিব।

মিচিংসকলেই বোধহয় অসমলৈ শেহতীয়াকৈ প্ৰব্ৰজন কৰা মঙ্গোলীয় জনগোষ্ঠী। তেওঁলোকৰ নিকটতম জনগোষ্ঠী হৈছে আপাটানি, নিচি, পাহাৰীয়া মিচিং আৰু চিয়াং অঞ্চলৰ আদী জনজাতিৰ লোকসকল। গতিকে মিচিং জনগোষ্ঠীৰ আদিম ধৰ্ম-বিশ্বাসৰ কথা বিচাৰ কৰিবলৈ হ'লে সোৱণশিৰি আৰু চিয়াং জিলাৰ জনগোষ্ঠীৰ ধৰ্ম-বিশ্বাসৰ কথা আলোকপাত কৰিব লাগিব। প্ৰকৃততে চিয়াং আৰু সোৱণশিৰি জিলাৰ আদী লোক অৰ্থাৎ গালং, পাচি, মিএং, পাদাম আদি জনগোষ্ঠীৰপৰা মিচিংসকল পৃথক নহয়। বিভিন্ন ঠাইৰ পৰা তেওঁলোকে প্ৰব্ৰজন কৰি ভৈয়ামলৈ নামি আহে। ভৈয়ামৰ সাৰুৱা মাটিত তেওঁলোকে স্থানীয় পদ্ধতিৰে খেতি কৰিবলৈ শিকিলে আৰু কিছু পৰিমাণে তেওঁলোকে ভৈয়ামীয়া সংস্কৃতি আৰু ধৰ্ম গ্ৰহণ কৰিলে। "যি সকল আদীলোকে ভৈয়ামীয়া সংস্কৃতি আৰু ধৰ্ম গ্ৰহণ কৰিলে প্ৰকৃততে তেওঁলোকহে 'মিচি'

বা মিচিং বুলি কোৱা হ'ল। যি সকল আদী লোক ভৈয়ামৰ সংস্কৃতি আৰু ধৰ্ম অকণো গ্ৰহণ নকৰি অনমনীয় হৈ থাকিল, তেওঁ-লোকক আবৰ, আদী বা পাহাৰীয়া বুলি আখ্যা দিলে।

কিন্তু ভৈয়ামৰ সংস্কৃতি আৰু ধৰ্ম গ্ৰহণ কৰিলেও মিচিং-সকলৰ আদিম বিশ্বাস একেবাৰে এৰি দিলে বুলি ক'ব নোৱাৰি। সম্প্ৰতি মিচিং সমাজত প্ৰচলিত ধৰ্ম, ভৈয়ামীয় সংস্কৃতি আৰু ধৰ্মৰ সংমিশ্ৰণ বুলিহে ক'ব পাৰি। ভৈয়ামীয়া ধৰ্ম বুলিলে বিশেষতঃ হিন্দুধৰ্মৰ প্ৰভাৱৰ প্ৰাধান্য স্বীকাৰ কৰিব লাগিব। অৱশ্যে সহজীয়া পন্থাৰ বৌদ্ধ ধৰ্ম প্ৰচলিত থাকিলেও ই ছদ্ম-বেশতহে মিচিং সমাজত প্ৰচলিত হৈছে। তথাপি, আচাৰ বিধিত ইয়াৰ প্ৰভাৱৰ কথা মুঠেই নুই কৰিব।

মিচিংসকল কেতিয়া ভৈয়ামলৈ নামি আহিল তাৰ সঠিক সময় নিৰ্ণয় কৰা কঠিন। শংকৰদেৱ আৰু মাধৱদেৱৰ লেখনিত 'মিৰি' শব্দৰ উল্লেখ পোৱা যায়। বোধহয় তেতিয়া মিচিংসকলৰ কিছুমান ঠাল নামি আহিবলৈ আৰম্ভ কৰিছিল। অৱশ্যে মিচিং সমাজত এনেকুৱা এটা কিংবদন্তিও প্ৰচলিত আছে যে শংকৰদেৱ মিচিং সমাজতহে জন্ম।

[মহাপুৰুষ সকলক লৈ পূৰ্বাপৰ অনেক অতিপ্ৰাকৃত সাধু আৰু কিংবদন্তি গঢ়ি উঠে। বহুতো মহান লোকৰ জন্ম স্থান লৈ টনা আজোৰাৰ অন্ত নাই। শংকৰদেৱৰ দৰে এজন মহাপুৰুষক মিচিং সমাজৰ বুকুলৈ টানি নি এটা কিংবদন্তি গঢ় লৈ উঠাত আচৰিত হ'বলগীয়া একো নাই। তথাপি এই কিংবদন্তিৰ কোনো ঐতিহাসিক মূল্য নাই বুলি কব নোৱাৰি। যিহেতু মিচিংসকলৰ সেই সময়ত ভৈয়ামত অৱস্থিতিৰ কথাকে এই কিংবদন্তিয়ে সূচাইছে। তদুপৰি পৰমানন্দ নামৰ এজন মিচিং ভকতো আছিল বুলিও কথিত আছে। অৱশ্যে পিছলৈ তেওঁৰ কি হ'ল আৰু মিচিং সমাজত তেওঁ কি প্ৰবৰ্তালে সেই সম্পৰ্কে বুৰঞ্জী নিমাত যদিও শংকৰদেৱৰ যুগত মিচিং লোকৰ ভৈয়ামত বসতিৰ কথাই পৰমানন্দৰ প্ৰসংগই ইংগিত দিয়ে।]

আদি মিচিংসকলৰ ধৰ্ম-বিশ্বাস তেওঁলোকৰ ভৌগোলিক পৰিবেশক কেন্দ্ৰ কৰি গঢ়ি উঠিছিল। তেওঁলোকে প্ৰকৃতি [illegible]

কৰে। যথা কুকুৰাৰে পূজা দিয়ে কাৰণে কেতিয়াবা ইয়াক 'কক্‌পুং দলা' বুলিও অভিহিত কৰে। দবুৰ পূজা কেইবাটাও কাৰণত কৰিব পাৰে। গাঁৱৰপৰা দেও-ভূত আঁতৰ কৰা, শস্য আদি বৃদ্ধিৰ বাবে মাটিৰ উৰ্বৰা শক্তি কামনা কৰি ৰাইজে ভাবে এবিধ দবুৰ কৰা হয়। গাঁৱৰপৰা দেও-ভূত আঁতৰ কৰিবৰ কাৰণে, প্ৰতি ঘৰৰ চাং কোবাই খেদি যায়। মাটিৰ উৰ্বৰা কামনা কৰাৰ বাবেই বোধহয় প্ৰজননৰ প্ৰতীক মাইকী গাহৰি ইয়াত বধ কৰা হয়। বিশেষ মন কৰিব লগীয়া যে পঃবাগ্‌ উৎসৱ আৰু উৰম্‌ পূজাবোৰতো মাইকী গাহৰি বধ কৰা হয়। বলি দিয়াৰ নিয়ম হ'ল গাহৰিৰ ডিঙিত মাৰিৰে ছেপি উশাহ বন্ধ কৰি, বুকুত অলপ ছাল কাটি জোঙা নচচা বাঁহেৰে আগ মগুহত ভেদ কৰি দিয়া হয় আৰু তেজবোৰ ছিটিকি পৰিবলৈ দি 'পেতম্‌ পেকি'* (দেৱতাৰ সন্তুষ্টি বিধানৰ কাৰণে উচ্চাৰণ কৰা মাঙ্গলিক স্তোত্ৰ) কৰা হয়। দবুৰ পূজাত বাহিৰৰ মানুহক প্ৰৱেশ কৰিবলৈ দিয়া নহয়।

গতিকে গাঁৱৰ প্ৰৱেশ পথবোৰত গাহৰিৰ নখ আৰু কাণ আদি খুঁটি পুতি নিষেধৰ চিহ্ন হিচাপে আঁৰি থোৱা হয়। মানুহে নাজানি প্ৰৱেশ কৰিলে সকাম শেষ নোহোৱালৈকে আবদ্ধ কৰি ৰাখে। নিতান্ত যাব লগীয়া হ'লে মূল্যবান বস্তু শাস্তিৰ আমানত হিচাপে ৰাখি থোৱা হয়।

---

* ১৯৭১ চনত আমি এজন ব্যক্তিৰ হাতত 'পুৰণি পুথিৰ পৰা প্ৰতিলিপি কৰা' এখন পুথি দেখা পাইছিলোঁ। সেই প্ৰতিলিপি খনত শংকৰদেৱৰ জন্ম বৃত্তান্ত সংক্ৰান্তত শংকৰ-পিতৃ কুসুমৰ পত্নীক মিচিং গাভৰু বুলি উল্লেখ কৰিছে আৰু সেই সূত্ৰে শংকৰদেৱক "মিচিং গৰ্ভজাত" বুলিছে। পুথিখনৰ ভাষা আৰু ৰচনা ৰীতি প্ৰক্ষিপ্ত বুলি অনুমান হয়। লেখকৰ পৰিচয় নাই। [illegible] চৰিতপুথিৰ দৰে কৰিবলৈ যত্ন [illegible] যদিও [illegible] শক্তিকাৰ [illegible] বুলি [illegible] ধৰিব পাৰি। মূল পুথিখন বহু বছৰ আগতে কাৰোবাৰ হাতত সংৰক্ষিত হৈ আছে বুলি জনা গৈছে। — সঃ

মৰুৰ পূজা চাৰিবিধ বুলি শ্ৰীনাহেন্দ্ৰ পাদুনে ক'ব খোজে। যেনে—মঃপুন্‌, কঃচন্‌, ৰুতী আৰু ৰাবান্‌ কঃচন্‌।[1] ইয়াৰে ৰুতী মৰুৰ আকস্মিক দুৰ্ঘটনা, যেনে জুই লগা (মীগু), অস্ত্ৰ-পাত পৰিলে, তাওৰ পাপ আচৰণ কৰিলে কৰা হয়। কঃচন্‌ মৰুৰ চিকাৰীসকলৰ গেৰ্‌নাম (চিকাৰ প্ৰাপ্তি)ৰ কাৰণে বিশেষকৈ কৰা হয়। ইয়াত সকলো দেও-ভূত আৰু পূজা পদ্ধতিৰ বিৱৰণ দিয়া সম্ভৱ নহয়। প্ৰকৃতিৰ সকলো অনিষ্টকাৰী পৰিবেশক যেতিয়া অদৃশ্য দৈৱিক শক্তিৰূপে কল্পনা কৰে, সেইমতে অপদেৱতাবোৰৰ সংখ্যাও ঘটনাৰ স্থান আৰু ধৰণ অনুসাৰে বহুত হয় আৰু সেই ধৰণে পূজা পদ্ধতিও অনুৰূপ হয়। কিন্তু কোন অপদেৱতাই অনিষ্ট কৰিছে, তাক মিবু বা মিবিয়ে গণনা চাই কাৰণ নিৰ্ণয় কৰে। মিবু বা মিবু হৈছে মিচিং সমাজৰ পুৰোহিত। তেওঁলোকে দৈৱিক শক্তিৰ গুণেৰে দেওভূতৰ লগত যোগাযোগ ৰাখিব পাৰে আৰু কোন অপদেৱতা ৰুষ্ট হৈছে আৰু কি কৰিলে ভাল হ'ব—তাৰ প্ৰতিকাৰৰ বিধান দিয়ে। সেইমতে ৰোগীয়ে বা ভুক্ত ভুগীয়ে পূজা-পাতল দি নিজকে দোষ মোচন কৰে।

আদী মিচিং ধৰ্মত মিবু বা মিবিৰ ভূমিকা বিশেষ তাৎপৰ্য্যপূৰ্ণ। তান্ত্ৰিক সাধকবোৰৰ দৰে তেওঁলোকৰ বিশেষ দৈৱিক শক্তি থকাৰ বাবে আদী মিচিং সমাজে তেওঁলোকক বৰ শ্ৰদ্ধা কৰে। সেইবাবে মানুহৰ পিতৃ বা মূল্যবান মানুহ হিচাপে, আদী মিচিং মানুহৰ শ্ৰদ্ধাৰ পাত্ৰ হিচাপে গণ্য কৰি আহিছে। সেই মিবু শব্দৰপৰাই মিচিং সমাজক মিৰি বুলি অভিহিত কৰা হ'ল। যিহেতু ধৰ্ম গুৰুৰ নামানুসৰি সেই ধৰ্মাৱলম্বী লোকসকলক নামকৰণ কৰাটো জগতৰ এটা প্ৰথা। আগতে ক্ৰোমামতে অসংখ্য অপদেৱতাবোৰৰ উপৰিও কিছুমান উয়ুৰ বিশ্বাস কৰা হয়। সেইবোৰক আপম্‌ বোলে। মিবুৰ লগত বিশেষ যোগসূত্ৰ এই আপমবোৰে ৰক্ষা কৰি চলে। আচলতে আপমবোৰে মিবুসকলক দীক্ষা দিয়ে। তাকে 'অৰ্‌নাম্‌' বোলে। অৱশ্যে মন্ত্ৰ কালেপৰাই মিবু হ'বলগীয়াজনৰ কিছুমান লক্ষণ ফুটি উঠে। নিৰ্দিষ্ট বয়সত তেওঁক ধৰি নি প্ৰচলিত দীক্ষা দিয়ে

১। নতুন পুথি—শ্ৰীনাহেন্দ্ৰ পাদুনৰ 'মিচিং সংস্কৃতিৰ আলেখ্য'।

আৰু সুগন্ধা প্ৰদান কৰে বুলি বিশ্বাস কৰা হয়। তেওঁলোকে তেওঁ মিবুৰ আঃবাং বা মিবু গীত গাব পাৰে। বিশেষতঃ 'চিৰিকি নাঃনী' আৰু 'চিবিদাম্ বাঃবু' নামৰ আপম্ দম্পতি আপম্‌বোৰৰ মুখ্য বুলি জনা যায়। 'ৰাঁগি ৰাঁগাম্' নামৰ কাল্পনিক পৰ্বতত তেওঁলোকৰ বাসস্থান বুলি ধৰা হয়। মিবুৰ বাহিৰেও আগৰ কিছুমান লোকে আপম্ দেখাৰ অভিজ্ঞতা দাবী কৰে। আগতে যেতিয়া হাবি বননি বেছি আছিল, তেতিয়া ডাঙৰ ডাঙৰ গছবোৰত আপম্‌বোৰে বসতি কৰে বুলি বিশ্বাস কৰিছিল। এজন প্ৰত্যক্ষদৰ্শীৰ মতে আপম্‌ৰ ঘৰবোৰ মিচিং 'চাঙৰ' দৰেই, কিন্তু ওপৰৰ পৰা তললৈ ওলোমা। গছৰ গুৰি 'ফালে আগফাল (তুংগাং) আৰু ওপৰ ফালে পিছফাল (য়াপ্‌কুৰ্)। ওপৰৰপৰা তললৈ আৰু তলৰপৰা ওপৰলৈ সিহঁতে ঘনাই অহা যোৱা কৰিব পাৰে আৰু কথাবোৰ বৰ খৰকৈ কয়। মিচিং ঘৰৰ দৰেই ধোঁৱা চাং জুহাল আৰু অন্যান্য সা-সৰঞ্জাম দেখা যায়। মুঠতে গছক আশ্ৰয় কৰি তল ওপৰ মুৰাকৈ ওলোমাই থকা এক মিচিং চাঙেই বুলিব পাৰি।

আপম্‌বোৰক বৰ অনিষ্টকাৰী যেন নালাগে। সিহঁত বসবাস কৰি থকা গছজোপা কাটি অনিষ্ট নকৰিলে সিহঁতে প্ৰায় মানুহক হিংসা নকৰে। মিবুবোৰক সিহঁতেই মন্ত্ৰ দিয়ে আৰু অপ-দেৱতাবোৰৰ লগত যোগাযোগ কৰি দিয়ে। কোনো ব্যক্তিৰ ভীষণ নৰিয়া হ'লে বা ঘৰৰ কিবা অপায় অমঙ্গল হ'লে গৃহস্থই মিবুক মাতি আনি দেও উঠিবলৈ দিয়ে, তাকে 'মিবু দাগ্‌নাম্' বোলে। 'মিবু দাগ্‌নাম্' কৰাঁতে কেইবাজনো ডেকা-গাভৰু মিবুৰ পিছত শাৰী-শাৰীকৈ থিয় হয়। মিবুৱে টঙালিৰে পিছৰজনক ককাঁলত বান্ধে আৰু সেইজনৰ ককাঁলত তাৰ পিছৰজনক টঙালিৰে সাঙোৰে। সেইদৰে ক্ৰমান্বয়ে গোটেইবোৰক টঙালিৰে সাঙুৰি পেলায়। কিয়নো মিবুৱে দং আমঙ'ৰ (ইহজগতৰ) পৰা "উয়ু আমঙ" (অপদেৱতাৰ জগত—অৰ্থাৎ পৰজগত) ভ্ৰমণ কৰিব। গতিকে তেওঁৰ সহযোগীসকলৰ "য়ালবোৰ" (আত্মাবোৰ) উয়ু আমঙত থাকি আহিব পাৰে। সেইবাবেই টঙালিৰে সকলো সহযাত্ৰীক সাঙুৰি লগে থাকি 'অহাৰ 'সম্ভাৱনা' নাথাকে।" মিবুৱে "ৰাঁগি ৰাঁগাম"ত থকা তাৰ ইষ্ট দেৱতা আপম্ চিৰিকি নাঃনী

আৰু চিবিদাং মংগৰু আৰু অন্যান্য পাকাম্, কাম্দাং, মিজুং আদি অপদেৱতাবোৰক আহ্বান কৰে। মিহ্'ভক অনেক স্তুতি মিনতি কৰে। আদা আপং আদি প্ৰচুৰ পৰিমাণে খৰচ হয়। মিবুৰ চৰম মুহূৰ্ত্ত আহিবৰ কাৰণে 'পাঃৰু' নামৰ জাতি এনেীয়া পৰী এজনী আবিৰ্ভাৱ হোৱাটো নিতান্ত বাঞ্ছনীয়। সেই পৰীজনীক 'পঃৰ আপং' আদা অৰ্পণ কৰি নানা প্ৰশংসা বাক্যৰে আহ্বান কৰা হয়। অৱশ্যে নানা প্ৰশংসা বাক্যৰ ওপৰিও অনেক গালি-শপনিও পৰা হয়। নাৰী পুৰুষৰ গুপ্তাংগৰ নাম কৈ অশ্লীল অংগি-ভংগি আৰু অশ্লীল সংকেত আদিৰে পাঃৰু দেৱীক সন্তুষ্ট কৰা হয়। অৱশ্যে বামাচাৰ উপাসনাতো দেৱীক সন্তুষ্ট কৰিবৰ কাৰণে এনে অশ্লীলতা অৱতাৰণা আৱশ্যক বুলি কথিত আছে। যেতিয়া পাঃৰু দেৱী মিবুৰ গাত লম্ভে, সেই অৱস্থাক "প্যাৰুগ্ আঃনাম্" বুলি কোৱা হয়। তেওঁ দং আমং বা বাস্তৱ জগত ত্যাগ কৰি উয়ু বা দৈৱ জগতত প্ৰৱেশ কৰে। এই অৱস্থাক এক মোহাচ্ছন্ন অৱস্থা (trance) বুলি ক'ব পাৰি। পাঃৰু দেৱীক নানা স্তুতি বাক্যৰ (লুয়ুম লুঙাম্) দ্বাৰা সন্তুষ্ট কৰাৰ পিছত মিবুৱে ইচ্ছা কৰা মতে তেওঁ বিতুষ্ট হোৱা দেৱতাবোৰ আহ্বান কৰি আনে। তেতিয়া মিবুৱে কি কাৰণত অসন্তুষ্ট হৈছে আৰু কি প্ৰতিকাৰ কৰিলে ভাল হ'ব, সুধি লয় আৰু মিবুৱে 'মিবু আঃবাঙ'ৰ দ্বাৰা সেইবোৰ গাই দিয়ে। যদি কোনোবা পূৰ্বপুৰুষৰ প্ৰেতাত্মাই (উৰম্) অসন্তুষ্ট হৈছে তেন্তে তেওঁ মিবুৰ আগত দেখা দি নিজৰ নাম ধাম আৰু 'গুমুন্ চঃয়িঙ'ৰ কথা কৈ দিয়ে আৰু কি কৰিলে তেওঁ ভাল হ'ব তাক ব্যক্ত কৰে। সেই সময়ত গাঁৱৰ কোনো লোকৰ আত্মা (য়ালো Straying Soul) যদি দেহৰ বাহিৰ হৈ ঘূৰি ফুৰে তেতিয়া মিবুৰ আগত ইনাই বিনাই কান্দি দুখ নিবেদন কৰে। মিবুৱে সেই য়ালৰ গৰাকীক চিনাক্ত কৰি প্ৰতিকাৰৰ উপায় দিয়ে।

মিচিংসকলে মানৱ দেহত য়াল (আত্মা) আছে বুলি বিশ্বাস কৰে। এই য়ালৰ ধাৰণাটো হিন্দু ধৰ্মৰ আত্মাৰ ধাৰণাৰ লগত একে নহয়। য়ালটো আত্মাৰ দ্বৈত অস্তিত্ববাদ হে। বোধহয় লোকে অৱস্থাত অবাস্তৱ হৈ এক আত্মাটোক 'অ্যিজি' বোলে। সেইবাবে একে লগে 'অ্যিজি য়াল' বুলি কোৱা হয়। তেওঁলোকে

বিশ্বাস কৰে যে এজন মানুহৰ নৰিয়া হ'লে, অচেতন হৈ থাকিলে নাইবা বিপদ আসন্ন হ'লে য়ালটো দেহৰ বাহিৰ হৈ ঘূৰি ফুৰে আৰু সৰহ দিন এইদৰে থকাৰ পিছত 'উয়ু আমঙ'লৈ যাত্রা কৰে। তেতিয়াও যদি কোনো প্রতিকাৰ নকৰে, পাঁচখন নৈ পাৰ হৈ 'উয়ু আমং' পালে ৰোগীৰ অকাল মৃত্যু আসন্ন বুলি ধৰা হয়। মিবুৱে মংগল চাই বা দেও উঠি য়াল বাহিৰ হোৱা কথাটো জানিব পাৰি আৰু য়ালক ঘূৰাই আনিবৰ কাৰণে উয়ু আমঙলৈ যোৱা দুৰ্গম পাহাৰ, পৰ্বত, নৈ-নলা অতিক্রম কৰি য়ালক বিচাৰি আনে আৰু অনেক পূজা-পাতল দি মাতি আনেগৈ।[২] এই ক্ষেত্রত আপাটানিসকলৰ য়াল আনয়নৰ মিলৰ কথা বিশেষ মন কৰিবলগীয়া।[৩]

মানুহৰ স্বাভাৱিক মৃত্যুৰ পিছত উয়ু আমং (Abode of the Spirits) বা মৃতলোকৰ থকা ঠাইলৈ যায়গৈ বুলি ধাৰণা কৰে। নৰিয়া হৈ অকালতে মৃত্যু হোৱা লোকৰ য়ালবোৰ 'তালোঃ- য়িঃপং' আৰু অস্বাভাৱিক বা আকস্মিক দুৰ্ঘটনাত পতিত হোৱা মানুহবোৰ 'লঃতুঃ-য়াৰি' নামে ঠাইলৈ যায় বুলি ধাৰণা কৰে। 'লঃতুঃ-য়াৰি' আৰু 'তালোঃ-য়ি-পং'লৈ যোৱা প্রেতাত্মাবোৰ (উৰমবোৰ) সঘনাই তেওঁলোকৰ বংশ পৰিয়ালক দেখা দি অপায়

২। 'মিচিং সংস্কৃতিৰ আলেখ্য' গ্রন্থত শ্রীদুৰ্গা বেগন আৰু শ্রীনাহেন্দ্র পাড়ুনৰ প্রবন্ধ দ্রষ্টব্য।

৩। **"When man is ill and loss consciousness, his soul or yalo may leave his body and stray to Neli. A Shaman Priest (niubu) called to minister to the sick man may succeed in tracing the soul to the dwelling of one of the many spirits (ui) who together with the yalo inhabit Neli and who ever and to draw straying souls into their sphere. Once the shaman has located the yalo and identified the spirit that detains it, he offers to ransom the yalo with the sacrifice of an animal. If the spirit accepts the ransom the yalo is set free and returns to its earthly body as soon as this happens the patient regains consciousness"—The Apa Tanis and their Neighbours—C. von Fürar Haimandorf. Page 147.**

অমংগল সৃষ্টি কৰে বুলি বিশ্বাস কৰে। কেতিয়াবা ঘৰৰ চাঙত কপৌ চৰায়ে বহ দিলে সেই ঘৰৰ কোনোবা মৃতক লোকৰ আত্মাই ভোক-পিয়াহ লাগিছে বুলি ধাৰণা কৰি চাউল ছটিয়াই দিয়ে। কেতিয়াবা কেইবাটাও উৰমে একেলগে দেখা দিলে তাক 'উৰম্ পঃচুম্' বুলি কোৱা হয়। মৃতকৰ মৃত্যু হোৱাৰ পিছৰ অৱস্থাটোৱেই উৰম্। অৱশ্যে পাঁচ বছৰৰ মূৰে মূৰে এবাৰ ন পুৰুষলৈকে উৰম্ উই বা ন-পুৰুষলৈকে পিণ্ড দিয়া সকাম পাতিব লাগে। তাক 'তাংঙ উৰম্' বোলে। মিচিঙৰ বংশ বৃক্ষ ৰক্ষা কৰা বা পুৰুষানুক্ৰমে নাম স্মৰণ কৰাত বহুত সহায় কৰে।

মানুহ মৃত্যু হ'লে শবটো ধুই পখালি নতুন কাপোৰ-কানি পিন্ধাই দিয়ে। "তেওঁলোকৰ বিশ্বাস, মৃত্যুৰ সিপাৰত জীৱবিলাকৰ ভাৱ বিপৰীত হয়। চলন-ফুৰণ, আচাৰ-ব্যৱহাৰো বিপৰীত হয়। ফুটা পাত্ৰতহে আহাৰ পানী খায়। গতিকে বাতিটো দিওঁতে ফুটাই দিয়ে। চোলা পিন্ধাওঁতে ওলোটাকৈ পিন্ধায়" (মিচিং সংস্কৃতিৰ আলেখ্য গ্ৰন্থত শ্ৰীতৰুণ চন্দ্ৰ পামেগামৰ প্ৰবন্ধ দ্ৰষ্টব্য)। ওলোটাকৈ কাপোৰ-কানি পিন্ধোৱাৰ পিছত, 'আম্পু' বা নগা চাৰিত মেৰাই লৈ তক্তাৰে বা নাওৰে বনোৱা 'বুংকগ্' বা কফিনত ভৰাই লৈ শ্মশানলৈ নি গাঁতত খান্দি পোতে। গাঁতত শবটো থৈ আঢৈ হাতমান দীঘল কাঠ, খাপৰি বা তেনে-ধৰণৰ লাখুটি চাৰিওফালে গুজি দিয়ে। সেইবোৰক 'গলং' বুলি কোৱা হয়। যিজনে পিণ্ড দিব, সেইজনে বাওঁ হাতেৰে পোন প্ৰথমে এচপৰা মাটি পেলাব। সকলোৱে ক'ব 'দুংকে পাকেমাং' অৰ্থাৎ আমি কিলাই মৰা নাই, তুমি নিজৰ থানলৈ যোৱাগৈ ; আমালৈ পিঠি পাছ নকৰিবা। এইবুলি সকলোৱে বাওঁহাতেৰে একোচপৰা মাটি পেলাব। তাৰ পিছত পুতি দি ধুনীয়া মৈদাম সাজি মৈদামৰ ওপৰ আৰু চাৰিওফালে সজাই পেলাব।[৪] মৃত্যু হোৱাৰ তিনিদিনৰ পিছত 'তিলানি' * কৰি প্ৰথম মৃত্যু শুচি কৰা হয়। তাৰ পিছত 'উৰম্ আপনি্' আৰু 'দদ্গাং' নামৰ দুটা পৰ্য্যায়ৰ

---

৪। "মিচিং সংস্কৃতিৰ আলেখ্য"ত শ্ৰীতৰুণ চন্দ্ৰ পামেগামৰ প্ৰবন্ধ দ্ৰষ্টব্য।

*'তিলানি আৰু ভটি' হিন্দু ধৰ্মত দীক্ষিত হোৱাৰ পিছৰ প্ৰথা। তাৰ আগতে মিচিংৰ পুৰণি প্ৰথামতে তিৰোতা হ'লে চাৰিদিনত আৰু পুৰুষ হ'লে পাঁচ দিনত 'দদ্ লেন্' বা পেলা ভঙাৰ প্ৰথা আছিল।—সম্পাদক।

প্ৰাপ্ত আছে। তিলানিত বাদে বাকী দুই পৰ্য্যায়ৰ শ্ৰাদ্ধৰ কোনো নিৰ্দিষ্ট তাৰিখ নাই। উল্লেখযোগ্য যে প্ৰভৃতি শাস্ত্ৰই বান্ধি দিয়া বৰ্ণ অনুসৰি কোনো নিৰ্দিষ্ট গেনা নাই। তেওঁলোকৰ আৰ্থিক অৱস্থা অনুযায়ীহে পিছৰ দুটা প্ৰেত কাৰ্য্য কৰা হয়।

ইহকালত পাপ-পুণ্য অনুসাৰে পৰকালত কৰ্মভোগৰ কোনো ধাৰণা মিচিংসকলৰ নাই। হিন্দু দৰ্শনৰ প্ৰভাৱত যদিও এতিয়া বিশ্বাস কৰিবলৈ লৈছে, তথাপি তেওঁলোকৰ আদিম ধাৰণাবোৰ একেবাৰে এৰা নাই। কৰ্মবন্ধন আৰু কৰ্ম অনুসাৰে ফলভোগৰ ( Law of Karma ) কোনো ধাৰণা নাথাকিলেও মিছা, অন্যায় আৰু পাপ কাৰ্য্যৰ প্ৰতি তেওঁলোকৰ কঠোৰ ঘৃণা ভাব আছে। তেওঁলোকে সমাজৰ নীতি নিয়ম আৰু নৈতিক সংস্কাৰবোৰ কঠোৰ ভাৱে পালন কৰে। অৱশ্যে ব্যভিচাৰ, অগম্য-গমণ, অন্যায় চৌৰ্য্যকৰ্ম আৰু অসামাজিক কৰ্ম কৰিলে অনিষ্টকাৰী অপদেৱতাবোৰে এনে পতিত লোকক অপকাৰ কৰে বুলি বিশ্বাস কৰে। গোত্ৰ দেৱতাবোৰে ( গুঃমিন, চঃয়িন, ) বিমুখ হয় আৰু ছিদ্ৰ অন্বেষণকাৰী উৰম, আৰু উয়ুবোৰে অপায় অমংগল আৰু বাধা বিঘিনিৰ সৃষ্টি কৰে। পথাৰৰ শস্যাদিৰ অনিষ্ট কৰে আৰু ৰোগ-ব্যাধি আদিয়ে দেখা দিয়ে। গৰু, ম'হ, কুকুৰা, আদি পোহনীয়া জন্তু আৰু সা-সম্পত্তি নষ্ট পায়। এনে ভয়ৰপৰাও নৈতিক আৰু সামাজিক নীতি সমূহক পৰম নিষ্ঠাৰে পালন কৰে। তদুপৰি সমাজৰ শৃংখলাৰ প্ৰয়োজনৰ খাটিৰতো এই নীতিসমূহ পালন কৰিব লগা হয়। আগতে সমাজৰ নিয়ম ভংগকাৰীক কাৰাগু ( আজি কালি মেল ) কঠোৰ শাস্তি বিধান কৰিছিল। অগম্য গমণকাৰীক জোঙা ৰ'হেৰে শালি পেলোৱাৰ উদাহৰণো বিৰল নহয়। 'তাৰ-তাকাং' নামৰ মালিতা গীতত দদায়েক আৰু ভতিজা জীয়েকৰ মাজত অবৈধ সম্পৰ্ক হোৱাত তেনেকৈ শালি পেলালে বুলি উল্লেখ আছে। অবৈধ-সম্পৰ্ক ৰখাজনক গাঁৱৰপৰা বাহিৰ কৰা, এঘৰীয়া কৰা. ঢোল পিটি শুনোৱা আদি কঠোৰ শাস্তিমূলক বিধান আজিও প্ৰচলিত আছে। অৱশ্যে হিন্দু আদৰ্শৰ সংস্পৰ্শত প্ৰায়শ্চিত্তৰ বিধান প্ৰচলিত হোৱাত কিছুমান শাস্তি কিছু শিথিল হোৱা পৰিলক্ষিত হয়। গতিকে পাৰলৌকিক প্ৰয়োজনতকৈ ইহজগতৰ সামাজিক প্ৰয়োজন আৰু হিত অন্বেষণ-

কাৰণী অপদেৱতাৰ প্ৰতি ভয়ৰ কাৰণেই নৈতিক আচাৰ বিধিবোৰ তেওঁলোকে নিষ্ঠাৰে পালন কৰে। অৱশ্যে 'উয়ু আমচু'ত, মৃতকৰ অৱস্থা 'দঃং আমচু'ৰ (ইহজগত) অৱস্থাৰ লগত একেই বুলি বিশ্বাস কৰে।

সৃষ্টিৰ ৰহস্য সম্পৰ্কে আদি মিচিংৰ কোনো পদ্ধতিগত তত্ত্ব নাথাকিলেও সৃষ্টিৰ পাতনি সম্পৰ্কে যিটো ধাৰণা কৰে, তাক বিৱৰ্তনবাদী তত্ত্ব (Evolutionary theory) বুলি ক'ব পাৰি। যিহেতু তেওঁলোকে বিশ্বাস কৰে যে এই ব্ৰহ্মাণ্ডৰ গ্ৰহ-নক্ষত্ৰ, গছ-লতা, পৰ্বত-পাহাৰ, নৈ-নিজৰা, মাটি-পানী, মানুহ-দেৱতা, জীৱ-জন্তু, চৰাই-চিৰিকতি সকলোবোৰ এটা উৎসৰ পৰাই বিৱৰ্তন হৈছে। সেই উৎসটোৱেই হৈছে আদিম অৱস্থা যি "অব্যক্ত, অবৰ্ণনীয়, অদৃশ্য, যাক ভাবেৰে প্ৰকাশ কৰিব নোৱাৰি, আনকি উপলব্ধিও কৰিব নোৱাৰি"[৫] —এতেকে অচিন্ত্য। শচীন ৰয়ৰ মতে এই অৱস্থাটোৱেই হৈছে 'কীয়ুম' সৃষ্টি পাতনিৰ প্ৰথম কাৰণ (The first cause)।[৬] অৱশ্যে শচীন ৰয়ৰ ব্যাখ্যাৰ লগত আমাৰ প্ৰাপ্ত তথ্যৰ কিছু অমিল আছে। আদি লেখক শ্ৰীঅচং ইৰিঙৰ মতে এই আদি কাৰণ 'কীয়ুমে'টো এক শূন্যতা, অসম্ভৱতাহে (nothingness)। বেদান্তৰ আত্মন বা ব্ৰাহ্মণ তত্ত্বৰ লগত ইয়াৰ পাৰ্থক্য এইখিনিতে যে ব্ৰাহ্মণ এক সনাতন সৎবাদী দৰ্শন য'ত সৃষ্টিৰ সকলো পদাৰ্থ উৎসত পূৰ্ববৰ্তী (Pre-existence) হৈ থাকে। সৰিয়হত তেল পূৰ্ববৰ্তী হৈ আছে কাৰণে সৰিয়হ পেৰিলে তেল ওলায়। কিন্তু বালি পেৰিলে তেল নোলায় যিহেতু বালিত তেল পূৰ্ববৰ্তী হৈ থকা নাই। গতিকে ভাৰতীয় দৰ্শনৰ অসৎবাদ আৰু সৎবাদ দৰ্শনৰ ভিতৰত 'কীয়ুম'ৰ ধাৰণাটো অসৎবাদৰ লগতহে মিলাব পাৰি আৰু তেওঁলোকৰ সৃষ্টিতত্ত্ব এনে অসৎবাদী দৰ্শনৰ তাত্ত্বিক পৰিণতি মাত্ৰ। ব্ৰাহ্মণতত্ত্ব হৈছে পৰম ব্যাপ্তিমান (Imanent) যি সৃষ্টি পদাৰ্থৰ মাজতো সৰ্বব্যাপ্তিমান (Omnipresent)। সৰ্বজ্ঞ (Omniscent) হৈ থাকে। আনহাতে 'কীয়ুম' নিৰ্বিকাৰ, নিৰ্লিপ্ত (trascandent)

৫। নাহেন্দ্ৰ পাদুন—"মিচিং সংস্কৃতিৰ "আলেখ্য" গ্ৰন্থৰ প্ৰবন্ধ দ্ৰষ্টব্য।
৬। An Aspect of Padam-Minyong Culture, Sachin Roy.

ৰি সৃষ্টি হোৱাৰ পিছত সৃষ্ট বস্তুৰ মাজত কোনো যোগসূত্ৰ নাথাকে।

শ্ৰীনাহেন্দ্ৰ পাদুনৰ মতে কায়ুমৰপৰা প্ৰথমে য়ুমুকাঙৰ সৃষ্টি হৈছে। য়ুমুকাঙৰপৰা যথাক্ৰমে কাঃচি>চিয়াং>আনৃৰ> ৰমুগ>মুকুচেং>চেঃদ্>দ্লেং>লঃতুং>তুঃয়ে>য়েপা>পাদং। কায়ুমৰ পৰা পাদঙলৈকে সৃষ্টিৰ বিৱৰ্তনৰ একোটা স্তৰ বা পৰ্য্যায়। পাদঙৰ পৰাই এই বিশ্বব্ৰহ্মাণ্ডৰ সকলো জাগতিক পদাৰ্থৰ সৃষ্টি হ'ল। পাদঙৰ পৰাই এই 'পৃথিৱী' মাতৃ বসুমতি (কিঃনী নাঃনী) তানি তাৰং, আনা দঃঞি (মাতৃ সূৰ্য্য), আবু পঃল (পিতৃ চন্দ্ৰ), আপম্ দেৱতা, অপদেৱতা আদিৰ সৃষ্টি হ'ল। আবতানিয়েই হৈছে মানুহৰ আদী পুৰুষ। আবতানিৰপৰা মানুহৰ উৎপত্তি হোৱা বাবেই মানুহক তানি বুলিও কোৱা হয়। শচীন বৰৰ মতে কায়ুমৰপৰা উমুচেঙৰ উৎপত্তি হয় আৰু উমুচেঙৰপৰা চেঃদ্ মেঃলৰ উৎপত্তি হয়। পাদং নাঃনী—চেঃদ্ মেঃলৰ পৰিণতি। পাদং নাঃনীৰপৰা দঃঞি পঃলৰ যমজ উৎপন্ন হয়। কায়ুমৰ পৰা পাদং নাঃনীলৈকে সৃষ্টিৰ এক বিৱৰ্তন প্ৰক্ৰিয়াৰ শেষ স্তৰ। পাদং নাঃনীৰপৰাই এই পৰিদৃশ্যমান জগত, দেৱতা আৰু প্ৰজনন প্ৰক্ৰিয়া আৰম্ভ হৈছে। এই প্ৰক্ৰিয়াত দঃঞি পঃলই প্ৰত্যক্ষ ভূমিকা গ্ৰহণ নকৰিলেও ওপৰত থাকি মানুহৰ ন্যায়-অন্যায়ৰ বা নৈতিক আচাৰ-ব্যভিচাৰৰ প্ৰহৰী হৈ থাকিল। সেই বাবেই আদী মিচিংসকলে দঃঞি পঃলক সাক্ষী কৰিয়েই শপত গ্ৰহণ কৰে বা শাও দিয়ে।

আদী মিচিংসকল বৰ সংৰক্ষণশীল। তদুপৰি তেওঁলোকৰ অনুকৰণ প্ৰিয়তাও কম নহয়। এনে পৰস্পৰ বিৰোধী প্ৰবৃত্তিৰ ফলত আদী বিশ্বাস আৰু ভৈয়ামৰ বিশ্বাসৰ মাজত এটা দ্বন্দ্বৰ সন্মুখীন হোৱাটো স্বাভাৱিক। সেইবাবে সাদৃশ্যকৰণ প্ৰক্ৰিয়াৰে সামঞ্জস্য আৰু সমন্বয় সাধনৰ স্তৰ আৰম্ভ হয়। মিচিঙৰ গুমলু-চলিঙৰ লগত কালক্ৰমে 'ঘৰ ডাঙৰীয়া' আৰু 'গুৰু', 'ৰুমুৰাং উই'ৰ বা 'পাজাব্ উই'ৰ লগত 'জল-খায়' আদি বিশ্বাসসমূহ মিলি যাবলৈ ধৰিলে। বন্দুক, মঁহ-গৰু আদি সম্পত্তিৰ বাবে কালিকা নকামৰ প্ৰচলন হ'বলৈ ধৰিলে। লগতে, কামসংহতি

সত্ৰাধিকাৰসকলে শৰণ ভজনাদি প্ৰৱৰ্ত্তন কৰিবলৈ ধৰাত প্ৰায়শ্চিত্ত ব্যৱস্থা, মৰা শুচি, জীয়া শুচি আৰু অন্যান্য নিত্য নৈমিত্তিক আচৰণ ব্যৱস্থা প্ৰচলন হ'ল। মহাভাৰত, ৰামায়ণ আৰু অন্যান্য পৌৰাণিক কাহিনী আৰু চিন্তাধাৰা সমূহ মিচিং বিশ্বাসৰ লগত সংমিশ্ৰিত হ'বলৈ ধৰিলে। ক্ৰমান্বয়ে হিন্দুৰ ভগৱান আৰু দেৱতা সকল তেওঁলোকৰ ধৰ্মবিশ্বাসৰ পৰম্পৰাত ঠাই পাবলৈ ধৰিলে। লগতে মহামাৰীত সৰু আই, বৰ আই, জৰা-ফুকা আদী শাক্ত-শৈৱ আৰু তান্ত্ৰিক বিশ্বাসবোৰো প্ৰচলন হ'ল। এনে মিশ্ৰিত সংস্কৃতি আৰু ধৰ্ম বিশ্বাসৰ ফলত তেওঁলোক আদীৰ অনমনীয় বা আধৰীয় ভাৱধাৰা পৰিত্যাগ কৰি সহ-অৱস্থাগত বিশ্বাসী হৈ পৰিল।

জড়বাদী মিচিংসকলে হিন্দু ধৰ্মৰ সংস্পৰ্শলৈ অহাৰ লগে লগে বহু দেৱতাবাদী হিন্দুসকলৰ দেৱ-দেৱীবোৰ মিচিংসকলৰ অপদেৱতাবোৰৰ লগত সাদৃশ্যকৰণ প্ৰক্ৰিয়া আৰম্ভ হ'বলৈ ধৰিলে। মহাভাৰত আৰু ৰামায়ণ এই দুখন মহাকাব্যও একেশ্বৰবাদী (Monotheism) দৰ্শন প্ৰতিষ্ঠা কৰাৰ পৰিবৰ্ত্তে বহু দেৱতা-বাদৰ (Polytheism) কথাই প্ৰতিফলিত কৰিছে। তদুপৰি এই দুখন মহাকাব্যতে আৰ্য্য আৰু আৰ্য্যেতৰ বিশ্বাস সমূহৰ বহু পৰিমাণে সমন্বয় আৰু সামঞ্জস্য সাধিত হৈছে। সেই হেতু এই দুখন মহাকাব্যৰ কাহিনীয়ে মিচিং সমাজত দকৈ শিপাই যোৱাটোত কোনো আচৰিত হ'বলগীয়া নাই। ইয়াৰ উপৰিও শংকৰী যুগৰ প্ৰচাৰধৰ্মী সাহিত্যবোৰেই মিচিং সমাজক স্পৰ্শ নকৰাকৈ এৰা নাই। বিশেষকৈ পৌৰাণিক কাহিনী সমূহে মিচিং ধৰ্ম বিশ্বাসত প্ৰবল সংমিশ্ৰণ আনি দিলে। তেওঁলোকৰ দঃঞি পঃল, কাচিং কাৰ্ত্তাং (সৃষ্টি কৰ্ত্তা), চেঃদি-মেলম' (পুৰুষ-প্ৰকৃতি) আদিৰ লগতে সামান্তৰাল ভাৱে ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ ধাৰণাও অভিন্ন হ'বলৈ ধৰিলে। কালক্ৰমত মিচিঙৰ আদিম বিশ্বাস-বোৰতকৈ কিছু কিছু ক্ষেত্ৰত হিন্দু ধৰ্মৰ বিশ্বাস সমূহে শ্ৰেষ্ঠতা প্ৰতিপন্ন হ'বলৈ আৰম্ভ কৰিলে। সেইদৰে পাৰলৌকিক বিশ্বাসত উয়ু আমঙৰ লগত যম ৰাজৰ ধাৰণা আৰু 'কঃজে পাঃতাঙ'ৰ[৭] লগত বৈতৰণি নৈৰ ধাৰণা অভিন্ন হৈ পৰিল।

৭। মিচিং সংস্কৃতিৰ আলেখ্য : শ্ৰীনাহেন্দ্ৰ পাদুনৰ প্ৰবন্ধ দ্ৰষ্টব্য।

জগতত পাপ-পুণ্য আৰু আত্মাৰ মুক্তি তথা কৰ্মফলৰ বিশ্বাস সমূহে ঠাই পালে। শংকৰী যুগৰ প্ৰচাৰধৰ্মী সাহিত্যৰ প্ৰভাৱত বহু দেৱতাবাদৰ জগতত বৈষ্ণৱ ভাবধাৰাও অন্তৰ্প্ৰৱাহ হ'বলৈ ধৰিলে। কালসংহতি সত্ৰ সমূহৰ শৰণ ভজনৰ প্ৰথা প্ৰচলন হোৱাৰ পৰাও বৈষ্ণৱ চিন্তাৰ প্ৰৱাহ প্ৰচলন হ'ল। ফলত নিত্য নৈমিত্তিক আচাৰ পদ্ধতি শুচি-শোধন আৰু প্ৰায়শ্চিত্ত বিধান আদি নিয়ম নীতি প্ৰচলন হ'ল। মিচিঙৰ সকাম-নিকাম আদিত 'পেতম্-পেকিঅ'[৮] পৰিৱৰ্তে বৈষ্ণৱ নিয়মে হৰিধ্বনি কৰি আশীৰ্বাদ দিয়াৰ পদ্ধতি প্ৰৱৰ্তন হ'ল। মিচিঙৰ বৰ্তমানৰ ধৰ্ম-বিশ্বাস মিচিং, শাক্ত, শৈৱ আৰু বৈষ্ণৱ উপাদানৰ অদ্ভুত সংমিশ্ৰণ বুলিব পাৰি। এই সংমিশ্ৰিত ধৰ্ম সাধনাক দুই ভাগত বিভক্ত কৰিব পাৰি। যিবোৰ পূজা পদ্ধতি আগৰ মিচিং নিয়ম-মতে সম্পন্ন কৰা হয় সেইবোৰক 'কেঁচা সকাম' আৰু যিবোৰ ভকতৰ দ্বাৰা সম্পন্ন কৰা সেইবোৰক 'পকা সকাম' বুলি কোৱা হয়। কিন্তু ক্ষেত্ৰত সেই দুটা পদ্ধতিয়েই সমান্তৰালকৈ প্ৰচলিত হোৱা দেখা যায়। পঞ্চৰাগ আদি উৎসৱত আদী মিচিং নিয়মেৰে মিবুৰ দ্বাৰা আৰম্ভ কৰাৰ পিছতো ভকতীয়া নিয়মেৰেও কৰা দেখিবলৈ পোৱা যায়। অৱশ্যে ঠাই বিশেষে সেইবোৰৰ বহুতো পৰিৱৰ্তন হৈছে।

ভকতীয়া আচৰণ পদ্ধতিক আকৌ দুই প্ৰকাৰে ভাগ কৰিব পাৰি। এটা হ'ল প্ৰকাশ্যে আচৰণ আৰু আনটো গুপ্ত আচাৰ। এই গুপ্ত আচৰণ ৰাতি সম্পন্ন কৰে কাৰণে ইয়াক 'ৰাতি খোৱা' বা 'ৰাতি সেৱা' প্ৰথা বুলিও অভিহিত কৰে। মদ-মাংসৰে আচৰণ কৰা এই ৰাতি খোৱা গুপ্ত আচৰণ পদ্ধতি মিচিং সমাজত কেনেকৈ প্ৰৱৰ্তন হ'ল, সেইটো লৈ বিতৰ্কৰ শেষ নাই। আপাত দৃষ্টিত কালসংহতি সত্ৰসমূহৰ দ্বাৰাই মিচিং সমাজত দীক্ষা বা শৰণ প্ৰথা প্ৰৱৰ্তিত হ'ল। শংকৰদেৱৰ শিষ্য ভৱানীপুৰীয়া গোপাল আতাৰ দ্বাৰাই অসমত কালসংহতি ধৰ্ম প্ৰৱৰ্তন হয়। তেওঁলোকে দিয়া শৰণ ব্যৱস্থাত শংকৰদেৱ প্ৰচাৰিত বৈষ্ণৱ ধৰ্মৰ যে উপাদান আছে তাৰ কোনো সন্দেহ নাই; অথচ তেওঁলোকৰে আজ্ঞাপ্ৰাপ্ত তথাকথিত 'পকা ভকত' সকলৰ মাজত

৮। দেৱতাক উদ্দেশ্য কৰি পূজা উছৰ্গা।

কেনেকৈ এই তান্ত্ৰিক আচাৰ পদ্ধতি প্ৰচলন হ'ল, সেইটো এটা অনুভৱ সাপেক্ষ। মিচিংসকলে ইয়াক কালসংহতি ধৰ্ম বুলিয়েই পৰিচয় দি আহিছিল। পিছে, এই ধৰ্মৰ অপকাৰিতা সম্পৰ্কে কেইজনমান শিক্ষিত মিচিংলোকে 'কলো মিৰি সন্মিলন' অথবা কাগজ-পত্ৰে প্ৰচাৰ আৰম্ভ কৰাত কালসংহতি সত্ৰ সংঘই ৭০ জন সত্ৰাধিকাৰৰ চহী সম্বলিত এখন পুস্তিকা প্ৰকাশ কৰি বাতিখোৱা ধৰ্ম যে কালসংহতিৰ নহয় আৰু ই যে এক ভুৱা ধৰ্ম তাক জোৰ দি ঘোষণা কৰে *।

তেওঁলোকৰ ঘোষণাৰ পিছত এই ধৰ্ম 'কেৱলীয়া' বা 'অৰীতিয়া' নামেৰে বৰ্তমানেও প্ৰচলিত হৈ আছে। সত্ৰ সংঘৰ এই ঘোষণাৰ পিছতো কালসংহতি সত্ৰ সমূহৰ লগত এই বাতিখোৱা সম্প্ৰদায়ৰ সম্পৰ্ক লৈ প্ৰশ্নৰ শেষ হোৱা নাই। ইয়াৰ প্ৰধান কাৰণ হৈছে বাতিখোৱা সম্প্ৰদায়ৰ গীত পদবোৰত সনন্দদেৱৰ ভণিতা প্ৰায়েই শুনিবলৈ পোৱা যায়। সনন্দদেৱ কালসংহতি সত্ৰসমূহৰেই অন্তৰ্ভুক্ত নপাটি কাটনিপাৰ সত্ৰৰ সত্ৰাধিকাৰ আছিল। তদুপৰি, গোপন আচৰণৰ সময়ত 'ঘৰ-লেৰা' বুলি যিটো ক্ৰিয়া সমাপন কৰা হয়, তাত 'বিহাৰ গমন' নামৰ কেইখানিমান প্ৰধান যাত্ৰা উৎসৱ সম্পন্ন কৰে। 'গোপীধৰা' আৰু 'নগা বিহাৰ' ইয়াৰ অন্যতম। নগাৰ নৰোত্তমে কালসংহতিৰে এখনি সত্ৰত শৰণ লোৱা কথাটো সৰ্বজনবিদিত। তেওঁৰ বুৰঞ্জী প্ৰসিদ্ধ শৰণ লোৱা কাৰ্য্য কেনেকৈ তান্ত্ৰিক গোপন আচাৰত পৰিণত হ'ল ইয়ো এক আশ্চৰ্য্যৰ বিষয়।

---

*১৯৬০ চনৰ অক্টোবৰ মাহৰ 'ৰামধেনু'ত সম্পাদকলৈ লিখা চিঠি পত্ৰৰ শিতানত শ্ৰীযুত বলাইৰাম সেনাপতিয়ে বাতিসেৱা, শংকৰদেৱ আৰু নগাৰ নৰোত্তম ভকতৰ বিষয়ে কিছু জিজ্ঞাসামূলক প্ৰশ্ন থকা চিঠি লিখিছিল। সেই চিঠি প্ৰকাশ হোৱাৰ পিছৰেপৰা প্ৰায় এবছৰ ধৰি ৰামধেনুৰ পাতত এই সংক্ৰান্তত নানান চিঠি আৰু আপত্তি প্ৰকাশ পায়। মিচিং সকলেও আকৌ ভুমুকি দি থৈছে। দুই এজনে মিচিঙৰ মাজত প্ৰচলিত 'বাতিসেৱা'ৰ বিষয়ে লিখিবলৈ গৈ ভকতসকলে দীক্ষা লোৱা সত্ৰৰ নামো প্ৰকাশ কৰে। কিন্তু সেই সেই সত্ৰৰ সত্ৰাধিকাৰ তথা মুখ্যবীলকলে সেই কথা অস্বীকাৰ কৰাত আদালতত 'মোচৰ জবাব' আনুষ্ঠিত মিচিংসকলে দিয়ে। এই মোচৰ জবাব নেতৃত্ব বহন কৰিছিল 'অসম মিৰি সন্মিলনে'। —লেখক।

সি যিকি নহওক, কালসংহতি ধৰ্ম শংকৰদেৱৰ প্ৰচাৰিত বিশুদ্ধ ভাগৱতী ধৰ্মৰে এটা ঠাল বুলি বিশ্বাস কৰিলেও কেইখনমান সত্ৰই যে কালসংহতিৰ নাম লৈ এনে গোপন তান্ত্ৰিক পদ্ধতি প্ৰবৰ্ত্তন কৰি আছে তাত যথেষ্ট সন্দেহৰ থল আছে।

শ্ৰীবাপচন্দ্ৰ মহন্তৰ 'মহাপুৰুষ শংকৰদেৱ' নামৰ পুথিত উল্লিখিত পানীমুৱাৰ প্ৰসংগ অতি কৌতুহল উদ্দীপক। তেখেতে লিখিছে "১৭২৪ শকত ৰজা আৰু পূৰ্ণানন্দ বুঢ়াগোহাঁইক মাৰিবলৈ ষড়যন্ত্ৰ কৰা পানীমুৱাক ধৰি নি বধ কৰা হয়। পানীমুৱাই অৰীতিয়া (যদুনাথ দুৱৰাৰ তুংখুঙীয়া বুৰঞ্জীত ৰাঁতিয়া বোলা হৈছে। ) মতত চলি ৰাতি সকাম পাতে আৰু তাতে ৰজাৰ বিৰুদ্ধেও আলোচনা কৰে। তাৰ দলত হেনো পাঁচশতকৈয়ো সৰহ মানুহ আছিল। তুংখুঙীয়া বুৰঞ্জীত আছে সেই ৰাঁতিয়া মত প্ৰবৰ্ত্তা কাটনিপাৰৰ মহন্ত ব্ৰাহ্মণ সুনন্দক গাধত তুলি মদ ঢালি খেদিলে। সেই প্ৰস্তাৱতে স্বৰ্গদেৱে ৰাঁতিয়া ন প্ৰথাতৰৰ নিমিত্তে সকল মহন্তৰ গাওঁপৰীয়া মেধিবোৰক অনাই সুধিবলৈ দুৱৰাৰ বৰবৰুৱাক আজ্ঞা কৰিলে।" ইত্যাদি। এই সম্বন্ধে 'সাতসৰী অসম বুৰঞ্জী'ত (সূৰ্য্যকুমাৰ ভূঞাৰ দ্বাৰা সম্পাদিত আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বাৰা প্ৰকাশিত) আছে যে পানীমুৱাই গজলা মহন্তৰ লগ লৈ ৰজাৰ বিৰুদ্ধে অস্ত্ৰ ধৰিবলৈ মন্ত্ৰণা কৰিছিল। এই মহন্তই ৰাতিখোৱা ধৰ্মও প্ৰবৰ্ত্তাইছিল। ৰজাই বিচাৰ কৰি দোষী পাই মহন্তক হাতীত তুলি হাৰিবলৈ খেদিলে। কোৱা বাহুল্য যে উপৰোক্ত তুংখুঙীয়া আৰু সাতসৰী অসম বুৰঞ্জীত উল্লিখিত ন-মাটি কাটনিপাৰ আৰু গজলা সত্ৰ কালসংহতি ধৰ্মৰ ভিতৰত পৰে। গতিকে, কালসংহতি ধৰ্ম তেওঁলোকৰ বাহ্যিক আৱৰণ মাত্ৰ। বৈষ্ণৱ বেশধাৰী এই সত্ৰসমূহে আহোম আৰু অন্যান্য জনজাতি লোকসকলৰ মাজত এই বাম মাৰ্গ গোপনে প্ৰচাৰ কৰি আহিছে।

"শংকৰদেৱৰ পৰৱৰ্তী মাধৱদেৱৰ আৰু পুৰুষোত্তম ঠাকুৰৰ সময়ত বৈষ্ণৱ বেশধাৰী অনাচাৰী গুপ্তধৰ্ম প্ৰচাৰকসকলৰ যি উল্লেখ আছে, সেই উল্লেখনপৰা এনে এটা ধাৰণাৰ থল আছে যে সেই গোপন ধৰ্মৰ প্ৰচাৰ কৰি কুৰেঠাজাসকলেই আৰু লোকৰ মাজত সহজীয়া বৌদ্ধমতৰ অনেক উপাদান সুমুৱাই দিলে। সেই

কাৰণেই শংকৰদেৱৰ ভিন্ন অন্য আদৰ্শৰ প্ৰচাৰ কৰি গৰু খোৱাই মান সংকাৰ কৰি সুৰা লোকক মাধৱদেৱ আৰু পুৰুষোত্তম ঠাকুৰে নিন্দা কৰিছিল।" (শ্ৰীবাপচন্দ্ৰ মহন্তৰ—ওপৰোক্ত গ্ৰন্থ)।

শংকৰদেৱে বেদপন্থ ছন্নকাৰী সদায় পাষণ্ড আচৰণকাৰী প্ৰমত্ত লোক বুলি সেই বৌদ্ধপন্থী লোকসকলৰ কথা উল্লেখ কৰিছে। অৱশ্যে এই সহজীয়া বৌদ্ধমত বৌদ্ধ ধৰ্মৰ বিকৃত ৰূপহে। প্ৰকৃত বৌদ্ধ ধৰ্মৰ সাধন মাৰ্গ অতি কঠিন আৰু সৰ্ব-সাধাৰণ লোকৰ বাবে এনে কঠোৰ সাধনা আৰু ত্যাগ সম্ভৱ নাছিল। কালক্ৰমত যেতিয়া বৌদ্ধ ধৰ্ম অধিক লোকৰ মাজত প্ৰচাৰ কৰিব লগা হয়, ইয়াৰ কঠিন সাধন পদ্ধতি বহুখিনি শিথিল কৰিবলগীয়া হ'ল। ফলত বৌদ্ধ ধৰ্ম দুটা প্ৰধান মাৰ্গত বিভক্ত হৈ পৰিল —হীনযান আৰু মহাযান। হীনযানৰ কঠোৰ নীতি আৰু আচৰণ বিধিৰ বাবে অধিক জনসাধাৰণক সামৰি লব নোৱাৰিলে। আন-ফালে মহাযানেই লোক জীৱনৰ ধৰ্মত পৰিণত হ'বৰ কাৰণে বৌদ্ধমতৰ বাহিৰৰ, আনকি কোনো ক্ষেত্ৰত বিৰোধী মতবাদো সামৰি লবলৈ ধৰিলে। এনেকৈ অধিক জনগোষ্ঠীক সামৰি লবলৈ ধৰোঁতে স্থানীয় ধৰ্ম সমূহৰ লগত সমন্বয় আৰু সামঞ্জস্য ৰক্ষা কৰি চলাৰ উপৰিও অধিক লোকৰ আকৃষ্ট কৰিবৰ কাৰণে চমৎকৃতিপূৰ্ণ যাদু-মন্ত্ৰ আৰু যোগ সাধনাৰো আশ্ৰয় গ্ৰহণ কৰিলে। ফলত মহাযান বৌদ্ধ পন্থত মন্ত্ৰযান মাৰ্গৰ সৃষ্টি হ'ল। মন্ত্ৰ আৰু যোগৰ সাধনাই সাধাৰণ লোকক আকৃষ্ট কৰিব পাৰিলেও ই সাৰ্বজনীন সাধনত পৰিণত হ'ব নোৱাৰিলে আৰু পৰিণাম স্বৰূপে মন্ত্ৰযান বিশিষ্ট সাধকসকলৰ বস্তু হৈ পৰিল আৰু গোপন সাধন ব্যৱস্থাই ইয়াত ঠাই পালে। এই মন্ত্ৰযানেই শেষত বজ্ৰযান নামে পৰিচিত হ'ল। "সপ্তম শতিকামানত বৌদ্ধ ধৰ্মৰ নতুন ৰূপ বজ্ৰযানৰ জন্ম হয়। এই তান্ত্ৰিক বৌদ্ধ ধৰ্মত অদ্বৈত দৰ্শন, ইন্দ্ৰজাল বিদ্যা, শৃংগাৰ ভক্তি লগত বৌদ্ধ ধ্যান-ধাৰণা সামান্য ভাৱে মিহলি কৰি এক অদ্ভুদ মিশ্ৰণ তৈয়াৰ কৰা হৈছিল। বজ্ৰযানৰ মূল ভেটি হ'ল মহাসুখবাদ। বজ্ৰযানী সকলৰ মতে নিৰ্বাণৰ তিনিটা উপাদান—শূন্য, বিজ্ঞান আৰু মহাসুখ। এই তিনিৰ সংযোগেই হ'ল বজ্ৰ দৃঢ়, সাৰ অশীৰ্য, অচ্ছেদ্য অভেদ্য। শূন্য নিৰাত্মা, এগৰাকী দেৱী, যাৰ আকোৱালত জীৱন 'কল আৰ্থাৎ

বোধিচিত্ত বিজ্ঞানৰূপ হৈ চিৰ আনন্দ আৰু চিৰসুখত থাকে। এই মহাসুখবাদে বজ্ৰযানক অনৈতিক পথলৈ আগবঢ়ালে।”[৯] এই বজ্ৰযানৰপৰাই সহজযানৰ সৃষ্টি হ'ল।

শ্ৰীবাপচন্দ্ৰ মহন্তই লিখিছে—“চিত্তত কোনো প্ৰকাৰৰ বিকৃতি বা অসন্তুষ্টি নোহোৱা অৱস্থাৰ নামেই ‘সহজ অৱস্থা’। গতিকে সাধকৰ আচৰণেও এই সাধন মাৰ্গৰ মতে মানসিক অতৃপ্তিৰ সৃষ্টি কৰিব নালাগে। আধুনিক যুগৰ ফ্ৰয়েডীয় মনস্তত্ত্বৰ লগত সহজযানৰ সুৰ মিলে বুলি ক'ব পাৰি। গতিকে সহজীয়া মত নামে প্ৰসিদ্ধ হোৱা এই সম্প্ৰদায়ৰ সাধন মাৰ্গত ইন্দ্ৰিয় তৃপ্তিৰ প্ৰতি সমৰ্থন জনোৱা হৈছে। বজ্ৰযানী সাধকে প্ৰথমতে কোনো এজনী নীচ জাতৰ সুন্দৰী তিৰোতা বাছি লৈ গুৰুৰ ওচৰ চাপে আৰু গুৰুৰ আজ্ঞা অনুসৰি সেই নাৰীক মহামুদ্ৰা ৰূপে গ্ৰহণ কৰে। তাৰ পিছত সাধকৰ সকলো সাধনাতে মহামুদ্ৰাৰ সংগ আৱশ্যক হয়। লগতে সেই সাধক আৰু মহামুদ্ৰাৰ মানসিক স্থিতিৰ মাজত সাম্য অৱস্থা স্থাপনৰো চেষ্টা কৰা হয়। সহজীয়া সকলৰ মতে অনেক কঠোৰ সাধনাৰ দ্বাৰাও সোনকালে সিদ্ধিলাভ কৰা সম্ভৱ নহয়। কিন্তু সকলো প্ৰকাৰৰ কামভোগৰ দ্বাৰা কৰা এই সাধনাৰে সিদ্ধি লাভ কৰিব পাৰি।”[১০]

মিচিং সমাজত প্ৰচলিত ৰাতিখোৱা সম্প্ৰদায়টো আন একো নহয়, এই সহজীয়া বৌদ্ধ পন্থই হ'ব লাগিব। ইয়াৰ আচৰণ বিধি আৰু উপাদানবোৰৰ পৰাই সহজে ধৰিব পাৰি। প্ৰথমে নাৰীৰ সংগ ইয়াত অতি প্ৰয়োজন। নাৰীৰ সংগ লৈ প্ৰৱৰ্ত্তক গুৰুৰ আজ্ঞা অনুসৰি শৃঙ্গাৰ-তত্ত্ব-যুক্ত এই মহামুদ্ৰা সম্পন্ন কৰাৰ পিছতহে তেওঁলোকক সিদ্ধ (সিজা) বুলি ‘পকা ভকত'ত তোলা হয়। পকা অৰ্থ হ'ল সিদ্ধ হোৱাৰ পাঁচটা স্তৰ আছে। এক নাম, দুই নাম, আদি কৰি পঞ্চ নামটো হ'ল শেষ স্তৰ। অৰ্থাৎ তেওঁক পূৰ্ণ সাধু বুলি কোৱা হয়। তেওঁ বোধহয় বুদ্ধৰ সমতা-প্ৰাপ্ত হয়। তেওঁ নিজে ভকত প্ৰৱৰ্ত্তাব পাৰে। এই মহামুদ্ৰাৰ বাবে প্ৰয়োজন হোৱা নাৰী যে নিজৰ পত্নী হ'ব

৯। [illegible] অসমীয়া সমাজ আৰু সংস্কৃতি : ড° [illegible] দেওৰা

১০। অসমীয়া ধৰ্ম সাধনা : শ্ৰীবাপচন্দ্ৰ মহন্ত

নালাগে তাক বহলাই নকলেও হ'ব। তেওঁলোকে ইয়াক 'অমৰা ভকীত' বুলিও কয়। ইয়াৰ অসামাজিক আৰু অনৈতিক আচৰণ নিশ্চিত বিস্ময় বোধ নকৰা অৰ্থতহে তেওঁলোকে ইয়াক অমৰা বুলিছে।

গোপনে আচৰণ কৰিবৰ কাৰণেই তেওঁলোকৰ নামঘৰবোৰ বেৰ দিয়া হয়। অভকতীয়া লোকক চাবলৈ দিয়া নহয়। মণিকূটক মেৰুমূল বুলিও তেওঁলোকৰ গীত পদবোৰত উল্লেখ কৰা শুনা যায়। ৰাতিসেৱাত নামসেৱা, পূৰ্ণসেৱা আৰু ৰৰসেৱা বুলি কেইবা বিধৰ সেৱা আছে। ৰৰসেৱাত 'বিহাৰ যাত্ৰা' এটা প্ৰধান অংগ। বোধহয় ইয়াৰ দ্বাৰা বৌদ্ধ বিহাৰৰ কথাই ইংগিত কৰিছে।* মেৰুমূল অৰ্থাৎ মণিকূটত মদ থাপনা কৰি থোৱা হয়। মণিকূটত দিগম্বৰী অৱস্থাত মদ মাংস আৰু মাছ আদি ভোগ্য বস্তুবোৰ ৰখা বঢ়া কৰি সেইবোৰ সযতনে দাঙি লৈ পূৰ্ণ সাধুৰ ওচৰলৈ যাত্ৰা কৰিব। লগত ব্ৰহ্মা, মনু, হৰ আদি যাৱজন বৈষ্ণৱে স্বয়ং বিষ্ণু দিগম্বৰী নৃত্য কৰি আগবাঢ়িব। ওপৰৰপৰা ইন্দ্ৰই পুষ্প বৃষ্টি কৰিব। আগত শংকৰদেৱ আৰু পিছত মাধৱদেৱে এই দেৱতাবোৰ পৰিচালনা কৰি আগবঢ়াই আনিব। ৰাধা আৰু লগত ছজনী গোপীয়ে আলপৈচান ধৰিব। সেইদৰে নৃত্য কৰি আহি পূৰ্ণ-সাধুৰ ওচৰত মদ, মাংস, মাছ আদি ভোগ্য সম্ভাৰেৰে বিনন্দ বিহাৰ কৰি অহা সকলো দেৱতা আত্ম সমৰ্পণ কৰিব। ইয়াৰ তাৎপৰ্য্য এইটোৱেই যে বৈদিক আচাৰ বিধি আৰু বৈদিক দেৱতাবোৰতকৈ বুদ্ধৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিছে। বিষ্ণুৰে যাৱজন ভকতেৰে সৈতে যাত্ৰা কৰি আহি পূৰ্ণ-সাধুৰ ওচৰত শৰণাপন্ন হোৱা কথাই এই কথাকে সূচাইছে যে শংকৰদেৱ আৰু মাধৱদেৱ প্ৰচাৰিত বৈষ্ণৱধৰ্ম তেওঁলোকৰ মহাসুখবাদ সহজীয়া পন্থতকৈয়ো শ্ৰেষ্ঠ হ'ব নোৱাৰে। গতিকে বেদনাকুল

* বিহাৰ যাত্ৰা=বিহাৰ গমন=আনন্দ বা ধেমালিৰে গমন কৰ্, মিচিং "বিৰাৰ গৃনাম্"=বিহাৰ (হ>ৰ), গৃনাম্=যাত্ৰা কৰ্। প্ৰাপ্ত তথ্য মতে ৰৰসেৱাত বিহাৰ যাত্ৰা বা বিহাৰ গমন কৰিলে ভকত-ভকতনীয়ে হাতত হাত ধৰি বা গ্ৰাম অঞ্চলত "মিচাৰৰ আমা" আদি জৌবিলে নৃত্য কৰি ঘূৰে। এইটো অৰ্থত বৌদ্ধ বিহাৰতকৈয়া নৃত্য-গীতেৰে আনন্দৰে ভ্ৰমণ কৰা-টোহে অধিক অৰ্থবহ যেন লাগে। —সং

সকলো বিশ্বাসতকৈ বেদ বিৰুদ্ধ সহজীয়া মতৰ শ্ৰেষ্ঠতা ইয়াত দেখুৱাব খুজিছে।

এটা কথা মন কৰিবলগীয়া যে প্ৰকাশ্যে কৰা সকাম নিকামবোৰতো সাধু বা সাতোলাজন সদায় চাকি আৰু থাপনাৰ আগত থাকে। তেওঁলোকক শৰণ দিয়া গোঁসাই গুৰুসকল স্বয়ং যেতিয়া থাপনা আৰু চাকিৰ আগত নবহে, তেওঁলোকে বহাৰ তাৎপৰ্যও বোধহয় সেইটোৱেই। কিয়নো চাকি আৰু থাপনা বেদানুকূল ব্যৱস্থা। গতিকে বেদ বিহিত কৰ্মতকৈ বুদ্ধৰ প্ৰতিনিধিস্থ কৰা সাধু বা সাতোলাজন বহি তেওঁলোকৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিছে। মিচিঙৰ শেষ শ্ৰাদ্ধ দদ্‌গাঙৰ পিছত নামঘৰত সহজীয়া প্ৰথাৰে মদ মাংস লৈ এটা 'দাতিদ্' বুলি শেষ কৃত্য কৰা দেখা যায়। এই 'দাতিদ্'ৰ অৰ্থ খোজেৰে খোজ মচি দিয়া। অৰ্থাৎ জীয়াই থকা কালত মৃতকৰ যি চিহ্ন আছিল তাক চিনচাপ নোহোৱা কৰা। চৰাই আকাশত উৰিল, তাৰ যোৱা চিন জানো কোনোবাই পায়? বজ্ৰযানৰ শূন্যবাদৰ কথাকে এই 'দাতিদ্' ক্ৰিয়াই সোঁৱৰাই দিয়ে যেন লাগে।

মিচিংসকলে মদ মাংসৰে তেওঁলোকৰ অপদেৱতাবোৰ পূজা পাতল কৰিছিল। বৈদিক দেৱতাবোৰৰ লগত স্ৰেইবোৰৰ বৰ পাৰ্থক্য নাছিল। বৈষ্ণৱ ধৰ্মকে আদি কৰি বৈদিক কিছুমান কঠিন ক্ৰিয়া কৰ্মবোৰত তেওঁলোক বৰ আগ্ৰহী নাছিল। বিশেষতঃ বৰ্ণভেদৰ বাবেও তেওঁলোকে স্মৃতি ব্যৱস্থাৰ প্ৰতি আকৃষ্ট নহ'ল। অথচ স্থানীয় হিন্দু ধৰ্মৰ সংস্পৰ্শত সামঞ্জস্য, সমন্বয় আৰু সাদৃশ্যকৰণ প্ৰক্ৰিয়াৰ বাহিৰত তেওঁলোকে থাকিব নোৱাৰিলে। ফলত শাক্ত, শৈৱ আদি চমৎকৃতপূৰ্ণ তান্ত্ৰিক প্ৰক্ৰিয়াৰ প্ৰতি সহজে আকৃষ্ট হ'ল য'ত মদ মাংসৰ প্ৰচুৰ ব্যৱহাৰৰ কোনো বাধা নিষেধ নাই, অথচ, নিজৰ দেৱতাবোৰৰ অস্তিত্বও অক্ষুণ্ণ থাকিব পাৰে। তান্ত্ৰিকতাত জনজাতীয় উপাদান আছে। "বৈদিক ধৰ্মৰ ওপৰত আদিমবাসীসকলৰ ধৰ্মৰ তন্ত্ৰ মন্ত্ৰৰ প্ৰক্ৰিয়াৰ ফলতে তান্ত্ৰিকতাৰ উদ্ভৱ হৈছিল বুলি পণ্ডিতসকলে চিন্তা কৰি উলিয়াইছে।[11] আৰু বজ্ৰযান, সহজযান আৰু হিন্দুতন্ত্ৰ

১১। পূৰণি অসমীয়া আৰু সংস্কৃতি—ড° মহেশ্বৰ নেওগ।

সকলোৰে অবিসম্বাদিত কেন্দ্ৰ কামাখ্যা কামৰূপ। ...মূঠতে তান্ত্ৰিক বৌদ্ধ ধৰ্মৰ লীলা ক্ষেত্ৰ ৰূপে কামৰূপ বিখ্যাত হৈ পৰিছিল। এই তান্ত্ৰিকতাৰ বহুতো আচাৰ হিন্দু তন্ত্ৰৰে মিহলি হৈ ঐন্দ্ৰ-জালিকতা আদিৰ ভয়াবহ ৰতাহ পানী সৃষ্টি কৰিছিল"।[১২]

আদিম জনজাতীয় বিশ্বাসৰ উপাদান থকা এই তান্ত্ৰিকতাৰ প্ৰতি মিচিংসকলে সহজে অনুৰক্ত হোৱাটো স্বাভাৱিক। যিহেতু বৈষ্ণৱ আৰু অন্যান্য বৈদিক কঠিন নীতি নিয়মৰ প্ৰতি তেওঁলোকৰ সমাজ ব্যৱস্থা বৰ অনুকূল নাছিল, গতিকে প্ৰাক শংকৰী যুগত প্ৰবল ভাৱে কামৰূপত প্ৰচলিত হোৱা এই তান্ত্ৰিক আচাৰ শংকৰী যুগত ক্ৰমাৎ নিষ্প্ৰভ হৈ পৰিছিল। ফলত বৈষ্ণৱৰ বেশ লৈ "কৰ্ণত কুমন্ত্ৰ কহয় কৰিয়া ঘোৰ'' বুলি নামঘোষাত উল্লেখ কৰাৰ দৰে তেওঁলোকে গোপনে আচৰণ কৰি থাকিল। মিচিং সমাজ ব্যৱস্থাত এই গোপন ধৰ্মৰ বাবে অতি অনুকূল পৰিবেশ পাই গোটেই মিচিং সমাজ গ্ৰাস কৰি পেলালে। মদ পানীৰ প্ৰচলন মিচিং সমাজত আছেই, তাক যেতিয়া ধৰ্মই স্বীকৃতি দিয়ে তাত অপকাৰ হোৱাৰ সম্ভাৱনাই বেছি। তদুপৰি 'সহজ অৱস্থা''ৰ মতবাদ প্ৰচাৰ হোৱাৰ ফলত অতি কঠিন কৰ্ম প্ৰেৰণাৰ প্ৰতি বিমুখ হয়। ফলস্বৰূপে এই মহাসুখবাদী মতবাদত চলা লোকসকল এলেহুৱা হোৱাটো স্বাভাৱিক। পৰিণাম স্বৰূপে আৰ্থিক আৰু সামাজিক উন্নতিৰ ক্ষেত্ৰত এই ধৰ্মই পৰোক্ষভাৱে বাধাৰ সৃষ্টি কৰি আহিছে। শিক্ষিত মিচিং লোক সকলৰ মনত এই ধৰ্মৰ প্ৰতি ক্ৰমাৎ সন্দেহ জাগি উঠিছে। ইতিহাসে নিশ্চয় ইয়াৰ বিচাৰ কৰিব।

## পৰিশিষ্ট ঃ

অসমৰ দাঁতি কাষৰীয়া ৰাজ্যবোৰৰ প্ৰজাতিসকলৰ মাজত খ্ৰীষ্টিয়ান ধৰ্ম প্ৰবৰ্ত্তন হোৱাৰ দৰে মিচিং সকলৰ মাজতো এই ধৰ্ম প্ৰচাৰ কৰিবৰ কাৰণে খ্ৰীষ্টিয়ান মিছনেৰীসকলে কম কৰা নাই। ৰেভাৰেণ্ড অ, পি, কাটাৰ নামৰ এজন মিছনেৰীয়ে ১৮৩৬ চনতেই শদিয়াত ছপাখানা খুলি পোন প্ৰথম বাৰৰ বাবে

১২। পূৰ্বাঞ্চলীয় জনজাতীয়া সমাজ আৰু সংস্কৃতি—ড' মহেশ্বৰ নেওগ।

জনজাতীয় ভাষাৰ মাধ্যমত কিতাপ ছপা কৰি খ্ৰীষ্টিয়ান ধৰ্ম প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰে।[১৩] তাৰ পিছত একেধাৰে মিছনেৰী সকলে বিভিন্ন প্ৰকাৰে খ্ৰীষ্টিয়ান ধৰ্ম প্ৰচাৰৰ কাৰণে অক্লান্ত চেষ্টা চলাই আছিছে। তথাপি, মিচিং ধৰ্ম বিশ্বাসৰ পৰম্পৰাত খ্ৰীষ্টিয়ান ধৰ্মই কিবা প্ৰভাৱ পেলাইছে বুলি ক'ব নোৱাৰি। কুষ্ঠকে আদি কৰি কিছুমান দুৰাৰোগ্য ব্যাধিত ভোগা ব্যক্তি বিশেষৰ বাহিৰে খ্ৰীষ্টিয়ান ধৰ্মত ধৰ্মান্তৰিত হোৱা মিচিং লোকক দেখা পোৱা নাযায়। তেনেকৈ ব্যাধিগ্ৰস্ত লোকে কিবা প্ৰকাৰে খ্ৰীষ্টিয়ান ধৰ্ম গ্ৰহণ কৰিলেও মিচিং সমাজৰ লগত তেওঁলোকৰ সম্পৰ্ক একেবাৰে হেৰাই যায়। গতিকে তেওঁৰ যোগেদিও আদান প্ৰদানৰ অভাৱৰ ফলত খ্ৰীষ্টিয়ান ভাৱধাৰাৰ প্ৰবাহ মিচিং সমাজলৈ আহিব নোৱাৰিলে।

ইয়াৰ প্ৰধান কাৰণ হৈছে মিচিং আদিম ধৰ্মত যিবোৰ পূজা-পাতল আৰু দেওভূতৰ বিশ্বাস আছে সেইবোৰৰ লগত হিন্দু শাস্ত্ৰৰ মহাকাব্য আৰু পুৰাণ আদিৰ পূজা অনুষ্ঠান আৰু দেৱতা বোৰৰ সাদৃশ্যকৰণ। তদুপৰি, পিছৰ যুগৰ হিন্দু ধৰ্মৰ বিৱৰ্ত্তনৰ পথত আৰ্য্য আৰু আৰ্য্যেতৰ ধৰ্মৰ যি অভূতপূৰ্ব সংমিশ্ৰণ হ'ল, তাত প্ৰকৃতি উপাসক জনজাতীয় ধৰ্ম ভাৱৰো বহুতো উপাদান সংযোগ হয়। গতিকে বহু দেৱতাবাদী হিন্দু ধৰ্ম মিচিংসকলৰ কাৰণে একেবাৰে অপৰিচিত বা আচহুৱা নহয়। তেওঁলোকে হিন্দু ধৰ্মৰ সংস্পৰ্শলৈ অহাৰ পিছতো তেওঁলোকৰ আদিম বিশ্বাসবোৰৰ কোনো বিকৃতি নঘটিল। তদুপৰি, খ্ৰীষ্টিয়ান মিছনেৰী অহাৰ পূৰ্বে এনে ধৰ্ম সংমিশ্ৰণ ঘটাৰ উপৰিও বৈৰামীয়া কৃষ্টি-সংস্কৃতি আৰু সমাজ ব্যৱস্থাই মিচিং সমাজত গভীৰ প্ৰভাৱ পেলালে।

কিন্তু, আনফালে, খ্ৰীষ্টিয়ান ধৰ্ম-বিশ্বাস মিচিংসকলৰ কাৰণে সম্পূৰ্ণ অপৰিচিত আৰু আচহুৱা যেন লাগিল। পৌত্তলিক, জড়োপাসনা আৰু বহু দেৱতাবাদৰ বিৰোধী খ্ৰীষ্টিয়ান ধৰ্ম গ্ৰহণ কৰিলে মিচিং ধৰ্ম-বিশ্বাস সমূহ একেবাৰে লোপ পোৱাৰ

১৩। Contribution of the Christian Missionaries to the Mising Language and Literature—by Dimbeswar Doley, 'কৰাদ'—প্ৰথম বছৰ, প্ৰথম সংখ্যা, ৱাইডা।

উপৰিও ইয়াৰ পাশ্চাত্য ভাবধাৰাৰ প্ৰভাৱৰ ফলত সমাজ আৰু কৃষ্টি-সংস্কৃতিত ইয়াৰ সুদূৰ প্ৰসাৰী পৰিবৰ্ত্তন আশংকা কৰিয়েই হয়তো মিচিংসকলে খ্ৰীষ্টিয়ান ধৰ্মৰ প্ৰতি আকৃষ্ট নহ'ল। মিচিং-সকল অনুকৰণপ্ৰিয় যদিও নিজৰটো একেবাৰে এৰি দিয়াৰ পক্ষপাতি নহয়। এই দুইকূল ৰক্ষা কৰি দুই ধৰ্ম-বিশ্বাসক সংশ্লেষণ কৰাৰ সম্ভাৱনা হিন্দু ধৰ্মত যিমান আছে, খ্ৰীষ্টিয়ান ধৰ্মত তাৰ সম্ভাৱনা একেবাৰে নাই। তথাপি খ্ৰীষ্টিয়ান মিছনেৰীসকলে আজিও তেওঁলোকৰ উদ্যম এৰা নাই। প্ৰায় ভেবশ বছৰ জোৰা তেওঁলোকৰ এনে প্ৰচাৰৰ ফলত আওপকীয়াকৈ মিচিং সমাজৰ উপকাৰ নোহোৱাকৈ থকা নাই। ঠায়ে ঠায়ে চিকিৎসালয় খুলি চিকিৎসা সেৱা আগবঢ়োৱাৰ উপৰিও বানপানী আৰু ভূমিকম্পত দুৰ্গতলোকক অশেষ সাহায্য কৰি আহিছে। এনে দুৰ্গতলোকৰ ল'ৰা-ছোৱালীকো মিছন স্কুলত পঢ়োৱাৰ উদাহৰণ বিৰল নহয়। তেওঁলোকৰ আটাইতকৈ লেখত লবলগীয়া সেৱা হ'ল মিচিং ভাষাত ব্যাকৰণ আৰু অভিধান প্ৰকাশ আৰু বাইবেলৰ অনুবাদ। খ্ৰীষ্টিয়ান ধৰ্ম প্ৰচাৰৰ কাৰণে মিচিং ভাষাত অনেক সাহিত্য সৃষ্টি কৰাত এই মৌখিক উপভাষাটো এটা লিখিত সাহিত্যিক ভাষালৈ উন্নীত হ'ল। তদুপৰি, মিচিং জনজাতি সম্পৰ্কীয় অনেক গৱেষণামূলক পুথি আৰু প্ৰবন্ধও প্ৰকাশ হোৱাত ইয়াৰ পৰা বিস্তৰ উপকাৰ পোৱা হৈছে। মিচিংলোকসকল খ্ৰীষ্টিয়ান ধৰ্মত ধৰ্মান্তৰিত নহ'লেও তেওঁলোকৰ প্ৰচাৰৰ কালত শিক্ষাৰ প্ৰতি এটা ডাঙৰ জাগৰণ হয় আৰু সমাজৰ কুসংস্কাৰৰ প্ৰতি সজাগ হয়। খ্ৰীষ্টিয়ান মিছনেৰী সকলে এতিয়াও ব্যাপক প্ৰচাৰ কাৰ্য্য চলায়েই আছে। সম্প্ৰতি শংকৰী সত্ৰসমূহৰ প্ৰধান ঠাই মাজুলীৰ জেংৰাইমুখত মিছনেৰীসকল খোপনি পুতিছে। অসমীয়া ভাষাতে প্ৰচাৰিত খ্ৰীষ্টিয়ান ধৰ্ম সম্পৰ্কীয় অনেক পুস্তিকা, মনোমোহা বেটুপাতেৰে বাইবেলৰ অসমীয়া অনুবাদ ঘৰে ঘৰে বিতৰণ কৰাৰ উপৰিও টেপ ৰেকৰ্ডাৰত মিচিং ভাষাতে বাণীবদ্ধ কৰা বাইবেলৰ বাণী আৰু আধুনিক প্ৰচাৰৰ অনেক মাধ্যম ব্যৱহাৰ কৰা হৈছে। এনে প্ৰচাৰৰ অনেক মাধ্যম ব্যৱহাৰ কৰা হৈছে। এনে প্ৰচাৰৰ প্ৰতি বিশেষতঃ ডেকা আৰু শিক্ষিত চামৰ মানুহবোৰৰ কৌতূহল [illegible] মুক্তিকামীসকলৰ মুখৰ [illegible]ৰণিও

বাঢ়িছে আৰু দুই এজন ডেকা ল'ৰা দীক্ষা লোৱা ঘটনাও পৰিলক্ষিত হৈছে। মিচিংসকলৰ অন্যতম কৃষ্টি কেন্দ্ৰ জেংৰাই-মুখত মিছনেৰীসকলৰ এনে ব্যাপক প্ৰচাৰৰ ফলত মিচিং ধৰ্মৰ পৰম্পৰাত ই কি প্ৰভাৱ পেলাব পাৰে, তাক এতিয়াই ভৱিষ্যত বাণী কৰিব নোৱাৰি।*

---

* 'অসম সাহিত্য সভা পত্ৰিকা'ত প্ৰকাশিত

# মিচিং ধৰ্ম বিশ্বাস

চকভাল কাগ্যুং

আজি কালি মিচিংসকলক হিন্দু-ধৰ্মী বুলিয়েই কোৱা হয়; কিয়নো হিন্দু-ধৰ্মৰ অনেকখিনি নীতি-নিয়ম আচাৰ-বিচাৰ তেওঁলোকৰ সামাজিক চাল-চলনৰ মাজত সোমাই পৰিছে। পাৰ্বত্য জীৱন এৰি ভৈয়ামবাসী হোৱা তেওঁলোকৰ বহুত দিন হৈছে আৰু যোৱা দুই শতাব্দী ধৰি হিন্দু সভ্যতা-সংস্কৃতিৰ মাজতে তেওঁলোকে বাস কৰি আছে। এনে অৱস্থাত সেই ধৰ্মৰ ফাললৈ ঢাল লোৱাটো স্বাভাৱিক। কিন্তু বাহ্যিক চাল-চলন আৰু দুই এটা আচাৰ-ব্যৱহাৰৰ কথা বাদ দি ইয়াৰ ভিতৰখন চালে মিচিং সমাজ হিন্দু সমাজৰ পৰা বহুত আঁতৰত যেন লাগে। অতি আচৰিত কথা এই যে, দুশ বছৰেও হিন্দু সভ্যতা সংস্কৃতিয়ে মিচিং জাতিক তাৰ বুকুৰ মাজলৈ টানি আনিব নোৱাৰিলে। ইয়াৰ মূলতে দুটা কাৰণ দেখা যায়। (১) হিন্দু ধৰ্মৰ কঠিন বান্ধোন আৰু (২) মিচিং লোক সকলৰ ৰক্ষণশীল নীতি। আজি কালি অনেক সন্ত-মহন্তই মিচিং লোকক শৰণ ভজন দিছে। কিন্তু এই শৰণ ভজনেও তেওঁলোকক প্ৰকৃত হিন্দু কৰি গঢ়ি তুলিব পৰা নাই আৰু এই বিষয়েই আলোচনা কৰা এই প্ৰবন্ধৰ থাই উদ্দেশ্য।

হিন্দু ধৰ্মৰ প্ৰভাৱ—গোঁসাই মহন্তসকলে মিচিংলোকৰ মাজত ধৰ্ম প্ৰচাৰ কৰা বেছি দিন হোৱা নাই। আহোম ৰাজত্বৰ দিনত তেনে কিবা প্ৰচাৰ কাৰ্য্য কৰিছিল যদিও তাৰ একো প্ৰমাণ নাই। মাত্ৰ কিম্বদন্তীৰ মতে জনা যায় যে মহাপুৰুষ শঙ্কৰদেৱৰ এজন প্ৰিয় মিচিং শিষ্য আছিল।* মিচিংসকলে "গাহৰি কুকুৰা আপং" খোৱা কাৰণেই আৰু তেওঁলোকৰ বেলেগ ভাষা আছে কাৰণেই বোধকৰো হিন্দু সমাজে আহোমসকলক সোনকালে

* পৰমানন্দ মিৰি নামৰ এজন শিষ্যৰ কথা পুৰণি পুথিত পোৱা যায়। সম্পাদক।

হিন্দু ধৰ্ম গ্ৰহণ কৰাব পাৰিলেও মিচিংসকলক নোৱাৰিলে। আজি কালিও সন্ত-মহন্ত সকলে শৰণ দি শিষ্য পাতি কৰ ফেৰা আদায় কৰাৰ বাহিৰে হিন্দু ধৰ্মৰ মূল তত্ত্বখিনি শিকাবলৈ চেষ্টা কৰা দেখা নাযায়। তাৰ ফলত মিচিং লোকসকলে বছৰৰ গুৰুকৰ ফেৰা দি, আঁঠু লওঁতে সিকি, আধলি টকাটো দি পাৰিলে গুৰু ঘৰলৈ বুলি গৰু, মহ বা ছাগলী এটা দি গুৰুৰ দায় ফেৰা মাৰে আৰু আনহাতে স্বইচ্ছাৰে ধৰ্ম পালন কৰে। এতিয়া দেখা গৈছে, একেজন মিচিং মানুহেই শক্তি পূজা কৰে, বৈষ্ণৱ নাম-কীৰ্ত্তন কৰে, শিৱ পূজা পাতে আৰু তাৰ লগতে নিজৰ পুৰণি ৰীতি-নীতি পূজা-পাতল মানি চলে। এফালে মহাপুৰুষীয়া মহন্ত সকলে নিৰ কৰ, এফালে তান্ত্ৰিক ব্ৰাহ্মণসকলে নিৰ দান-দক্ষিণা, আন ফালে মিচিং সাধুভকতসকলে নিৰ আপং, এই দৰেই মিচিং সমাজটোক চোঁপি চোঁপি খাব লাগিছে। তাৰ পিছত হিন্দুধৰ্মৰে সৃষ্টি কেৱলীয়ানে, কাল সংহতিনে, নিশামলীয়া * বুলি এটা "ৰাতি খোৱা ধৰ্ম"। ইয়াৰে কেইবাটাও হেনো ভাগ আছে। ভাগবতী পন্থী বুলিও হেনো এবিধ আছে। এই ৰাতি খোৱা ধৰ্মটোৰ বিষয়ে একো তত্ত্ব জানিব পৰা নাই। এই ধৰ্মৰ লোকসকলক সুধিলে কয় যে ই অতি গোপনীয় কথা, ইয়াক প্ৰকাশ কৰিব নেপায়। তেওঁলোকৰ মুখত শুনো প্ৰায়ে বৈষ্ণৱ হৰি নাম। ভোজনত দেখো আপং মাংস, কানি, ভাং আদি। এই ধৰ্মত দীক্ষিত হোৱা সকলক "ভকত" বোলা হয়। গাঁৱৰ এনে ভকত সকলৰ এজন বয়োবৃদ্ধ লোক চাই "সাজ তোলা" বা "সাতোলা" পতা হয়। এই সাতোলাই গুৰু ঘৰৰ পৰা আজ্ঞা লব লাগে। গুৰুৱে আজ্ঞা দিওঁতে ৰঙা মোনা এটা দিয়ে। এই ভকত সাতোলাৰ দ্বাৰাই প্ৰায়বোৰ সকাম নিকাম পতা হয়। তেওঁলোকৰ "এক নাম" "দুই নাম"ৰ পৰা "পাঁচ নাম" লৈ পাঁচোটা খাপ আছে। এই ভকতসকলক দীক্ষা দিবলৈ মহন্ত গুৰুৱে এজন "পঞ্চনমীয়া" সাধু পঠিয়ায়। এই সাধুক সকলোৱে 'বাপ' বুলি সম্বোধন কৰে। ভকতসকলে মাত্ৰ ভকতৰ

* বহুতে ইয়াক "ৰাতিখোৱা ধৰ্ম", "গুপ্ত-ধৰ্ম", "কেৱল ধৰ্ম", "অনন্যা ভকতি" আৰু "ৰাতি সেৱা ধৰ্ম" বুলিও কয়—সম্পাদক

হাতেৰেহে খায়, আনৰ হাতৰ নেখায়। গুৰুৰ আজ্ঞালোৱা একো জন ভকতে শান্তি পানী, পদজল দি প্ৰায়শ্চিত্তও কৰিব পাৰে।

এই ধৰ্মৰ বিশেষ মন কৰিবলগীয়া আৰু এটা বিষয় এই যে, বিধৱাই বা বৰলাই ভকত সোমাব নোৱাৰে। ভকত সোমাব খুজিলেও কাৰোবাক বিয়া কৰাব লাগিব। যুৱতীয়া হৈহে ভকত সোমাব পাৰে। ৰাতি এই ভকত ভকতনী সকলে হেনো গোট-খাই লাওপানী বা আপংপানী, কানি, ভাং খাই নাচে। ইয়াক "দিগম্বৰী নাচ" বোলে। এওঁলোকে বাহিৰা মানুহক এই নাচ চাবলৈ নিদিয়ে; চালে চকু কণা হয়, পাপ হয় বুলি ভয় দেখুৱায়। এওঁলোকৰ এই ভক্তিৰ আন এটা নাম "অমৰা ভকতি" বোধকৰো এই "দিগম্বৰী নাচ" আদিৰ বাবেই ইয়াক অমৰা বুলি কোৱা হৈছে। এই দৰেই এই সৰল মিচিংসমাজৰ মাজত ধৰ্মৰ নামত ব্যভিচাৰ সোমাইছে। নাখাব লগীয়া বস্তু খাইছে, নকৰিব লগীয়া কাম কৰিছে *। এই খিনিয়েই হ'ল মিচিংসমাজৰ ওপৰত হিন্দু ধৰ্মৰ প্ৰভাৱ।

আদিম ধৰ্ম বিশ্বাসঃ—মিচিংসকলৰ আদিম ধৰ্ম বিশ্বাস বৈদিক যুগৰ ধৰ্ম-বিশ্বাসৰ লগত কিছু বিষয়ত তুলনা কৰিব পাৰি। বৈদিক যুগৰ চন্দ্ৰ, সূৰ্য্য, ইন্দ্ৰ, বায়ু, বৰুণ, অগ্নি আদিক দেৱতা জ্ঞান কৰি পূজা কৰিছিল এই দেৱতাসকলৰ পূজা মাত্ৰ প্ৰকৃতি পূজা। জুই, পানী, বৰষুণ, পোহৰ, বতাহ আদিৰ পৰা জীৱন ধাৰণত সহায় হৈছিল বাবেই তেওঁলোকক দেৱতাজ্ঞান কৰি পূজা কৰিছিল। মিচিংলোকসকলে সূৰ্য্য আৰু চন্দ্ৰক মানৱৰ আদিম পিতা আৰু পৃথিৱীক মাতৃ বুলি ভাবে। "মুগ্লুং-মিৰাম্" বা ইন্দ্ৰক বতাহ বৰষুণৰ গৰাকী বুলি ভাবে।

---

* উক্ত ধৰ্মৰ বিষয়ে কোনো প্ৰকাশিত পুথি উদ্ধাৰ হোৱা নাই। অপভ্ৰংশ সেই বিচাৰৰ গীত গোৱা শুনা যায়। এনে ধৰণৰ গীতো গোৱা শুনা পাওঁ—

অখাদ্যক খায় অপেয়াক পিয়ে
এইহে দেৱৰো সাজ;
আমি মনুষ্যৰে কি ধৰ্ম আচৰো
চাৰিখন বেদৰো খাজ।

সম্পাদক

'তালাং-উয়ু' বা উপ-দেৱতা সকলৰ পূজাত অগ্নিদেৱতাৰ কাৰণে 'ৰঙা কুকুৰা' মাতৃৰ কাৰণে 'বগা কুকুৰা' ভাগে ভাগে দেৱ-দেৱী-সকলৰ কাল্পনিক কায়িক বৰ্ণ অনুসৰি তেনে বৰ্ণৰ কুকুৰা মাৰি পূজা কৰে। এই পূজা শস্যাদি ভাল কৰিবৰ কাৰণে, গোটেই বছৰ দেৱতা সকলে একো ধন-জন হানি নকৰাকৈ ৰাখিবৰ কাৰণে কৰা হয়। ঠিক তেনে ধৰণৰ পূজা বা উৎসৱ হ'ল 'পঃৰাগ' বা নৰাছিগা বিহু। পাঁচদিন ধৰি এই পূজা উৎসৱ পতা হয়। 'তালাং উয়ু' পঃৰাগ আদিত মিচিং দেওধাই বা মিবুৱে পৌৰো-হিত্য কৰে। বৰ্ত্তমান বাতি খোৱা ভকতসকলক এইবোৰ কৰিবলৈ নিদিয়ে। কাৰণ এইবোৰ পূজাত হিন্দু-ধৰ্মৰ একো প্ৰভাৱ নাই, আদিম কালৰে পৰা চলিত পূজা।

'পঃৰাগ'ৰ বাহিৰেও আৰু এটা পূজা উৎসৱ হ'ল 'আলিয়াই লৃগাং' বা শইছ ৰোপণ। এই উৎসৱ পুৰণি ইজিপ্তৰ অচিৰিচ (Osiris) পূজা উৎসৱৰ লগত তুলনা কৰিব পাৰি। অৱশ্যে ইয়াত কোনো মূৰ্ত্তি পূজা নাই। নকৈ খেতিত ধান সিঁচিবৰ সময়ত এই উৎসৱ পাতি সিঁচা হয়। এই উৎসৱ গাঁৱৰ সকলো মানুহে মিলি পাতে। 'পঃৰাগ' আৰু 'আলিয়াই লৃগাং'ত সকলো ল'ৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী গোটখাই ঢোল-পেপা লৈ নাচ-গান কৰে।

ইয়াৰ বাহিৰেও আৰু এটা পূজা আছে। ইয়াক 'দবুৰ' বা চাংকোবোৰা পূজা বোলে। এই পূজাও দেওধায়ে কৰে। এই পূজাৰ দিনা গাঁৱৰ কোনো মানুহক বাহিৰলৈ যাবলৈ বা অন্য কোনো মানুহক গাঁৱলৈ আহিবলৈ নিদিয়ে। 'মিবু' বা দেওধাই মিচিংসকলৰ সকলো পূজাৰ প্ৰকৃত পূজাৰী। দেউৰীসকল মিচিং মানুহৰ পূজাৰী নাছিল। তেওঁলোক চুটিয়া ৰজাৰ পূজাৰী আছিল। মিচিংসকলে আদিম কালৰে পৰা মূৰ্ত্তিপূজা কৰা নাছিল। দ্ৰাবিড় বা ভাৰতৰ অন্য আদিম-বাসীৰ দৰে গছ, শিল, সাপ আদি পূজা কৰাৰ প্ৰমাণ পোৱা নাযায়। মাত্ৰ 'দবুৰ', 'তালাং উয়ুং' আদি পূজা গছৰ তলত আৰু 'আলিয়াই লৃগাং' পথাৰত পাতিছিল। সেই কাৰণেই হয়তো কোনো বাহিৰা মানুহে গছ, শিল আদি পূজা কৰে বুলি ভাবিব পাৰে।

**ভূত-প্ৰেতৰ পূজা**—ভূত-প্ৰেতৰ পূজা বোধকৰো আদিম কালৰে পৰা চলি আহিছে। সাধাৰণতঃ জলখাই বা 'আচিউয়ু', থলখাই বা "মুমৰাং উয়ু" ৰৰ আই, সৰু আই, বাৰ ভনী আই, বুঢ়া-বুঢ়ী আদিয়ে ভূতৰ পূজা কৰে। এওঁলোকক কুকুৰা, গাহৰি, হাঁহ, আপং আদি দি পূজা কৰে আৰু আজি কালিৰ ভকত সাতোলা আৰু 'মিবু' দুয়োৰে কৰিব পাৰে।

প্ৰেতৰ পূজা হ'ল মৃতক সকলৰ উদ্দেশ্যে কৰা 'উৰম্ আপিন্' বা দহা দদ্গাং বা শ্ৰাদ্ধ 'নপুৰুষীয়া' আদি সকাম। ইয়াৰ বাহিৰেও শনি, ৰাহু, কেতু আদি উপ-দেৱতা সকলৰো বেলেগ পূজা আছে। 'উৰম্-আপিন্' কোনো মৃতকৰ আত্মাৰ সদ্গতিৰ অৰ্থে কৰা মাহেকীয়া বা পৰেকীয়া কাজ। 'দদ্গাং' মৃতকৰ বাবেই কৰা বছৰেকীয়া কাজ আৰু নপুৰুষীয়া হ'ল নপুৰুষৰ আগতে মৃতলোক সকলৰ বাবে কৰা পূজা সকাম।

**পুনৰজন্ম আৰু পূৰ্বজন্ম**—ওপৰত উল্লেখিত 'উৰম্-আপিন্', 'দদ্গাং', 'নপুৰুষীয়া', ২১ জনীয়া আদি পূজা সকাম দেখি এইটো সহজে অনুমান হয় যে, তেওঁলোকে পূৰ্বজন্ম আৰু পুনৰজন্ম বিশ্বাস নকৰে। কেতিয়াবা পেট কামোৰিলে অলপ খোচা-বিন্ধা হ'লে, কিবা অসুখ হ'লেও ভাবে পূৰ্ব-পুৰুষ সকলে কিবা এটা খাবলৈ আশা কৰি ঘূৰি চাইছে আৰু সেইমতে কুকুৰা, গাহৰি, চাউল, কল, আপং আদি ভকতক খুৱায়। পূৰ্ব-জন্মৰ ফলৰ কথা তেওঁলোকৰ কোনো পূজা-পাতল বা আদিম ধৰ্ম বিশ্বাসত নাই। এইটো হিন্দু ধৰ্মৰ লগত বৰ ডাঙৰ অমিল। হিন্দু শাস্ত্ৰমতে মৃতকৰ শৰীৰ অগ্নিত দাহ কৰিব লাগে। অস্থি-চৰ্মাদি গঙ্গা আদি পবিত্ৰ স্থানত পেলাই দিলে আত্মাই সদগতি পাব বুলি বিশ্বাস। কিন্তু মিচিঙৰ আদিম ধৰ্ম-বিশ্বাসত তীৰ্থযাত্ৰা নাই আৰু মৃতকৰ শৰীৰ দাহ কৰা প্ৰথা নাই। "ৰেগি বাগামক" তেওঁলোকৰ স্বৰ্গ বুলি ভাবে। কিন্তু "ৰেগি-বাগাম" তেওঁলোকৰ আদিম বাসস্থান।

**মিবু আৰু পূজামন্ত্ৰ**:—দেৱ-দেৱী পূজাত হিন্দু ধৰ্মত যেনেকৈ নানা ধৰণৰ পূজা-মন্ত্ৰ আছে তেনেকৈয়ে মিচিং দেৱ-দেৱী পূজা-মন্ত্ৰ আছে। সেই মন্ত্ৰবোৰ বৰ্ত্তমান "মিবু" সকলৰ

বাহিৰে ভৈয়ামৰ মানুহে পাহৰি গৈছে। 'মিবু' সকলে প্ৰেতাত্মাৰ লগত কথা পাতিব পাৰে। প্ৰেতাত্মা মাতি আনোতে মিবুজনাত মন্ত্ৰ গায়। সেই মন্ত্ৰবোৰৰ অৰ্থ বুজা টান। পৰ্বতীয়া মিচিং সকলেহে ইয়াৰ অৰ্থ বুজি পায়। ডেঙলোকৰ মাত আজি কালিও সেই একে মন্ত্ৰৰে আদিম পূজা-পাতলৰ নিয়ম চলি আছে। 'মিবু'সকলে প্ৰেতাত্মাৰ লগত কথা পাতি ভূত-ভৱিষ্যতৰ কথা কব পাৰে। গতিকে 'মিবু' মিচিং সমাজৰ একৰকম পুৰোহিত।

এই ধৰ্ম বিশ্বাস নগা, খাচিয়া, মিকিৰ, মিচিমি, আদি পাহাৰীয়া জাতি সকলৰ ধৰ্ম বিশ্বাসৰ লগত কিমান দূৰ মিল আছে কব নোৱাৰো। কিন্তু প্ৰত্যেকৰে একোটা বেলেগ বেলেগ মত আছে বুলি ভাবো। অৱশ্যে ভৈয়ামৰ মিচিংসকলৰ পূজা পৰ্বতীয়া মিচিংসকলৰ পূজাৰ লগত প্ৰায়ে মিলে। এইবোৰ পাহাৰীয়া ধৰ্ম-দাৰ্শনিক তথ্যৰে বিচাৰ কৰিলে হয়তো হিন্দু-মুছলমান বা খ্ৰীষ্টিয়ান ধৰ্মতকৈ কোনো গুণে হীন বুলি বিবেচিত নহব। সকলো ধৰ্ম বিশ্বাসৰ মূলতে একোটা সত্য নিহিত আছে। হয়তো গৱেষণাৰ অভাৱত ই উদ্ধাৰ হোৱা নাই।*

---

* এই প্ৰবন্ধটো মাজুলী বেচামৰাৰ শ্ৰীমতী চক্ৰৱৰ্তী দত্তৰ সৌজন্যত প্ৰাপ্ত। 'আৰোহণ'ৰ (সম্পাদক তৰুণ চন্দ্ৰ পামেগাম) ২য় বছৰ ১ম সংখ্যাত (১৯৪৮ চন) প্ৰকাশিত। "মিৰিজনাজ আৰু ডেঙলোকৰ ধৰ্ম-বিশ্বাস" নামৰ প্ৰবন্ধটো সংগ্ৰহৰ লগত সংগতি ৰাখি "মিচিং ধৰ্ম বিশ্বাস" শিৰোনামাৰে পুনৰ-মুদ্ৰণ কৰা হ'ল। এই সংগ্ৰহত সন্নিবিষ্ট আটাইবোৰ প্ৰবন্ধতকৈ কাগজুৰুৰ এই প্ৰবন্ধই পুৰণি। সম্পাদক।

# মিবু বা মিবু আৰু মিবু আঃবাং

দুৰ্গা বেগন

'মিবু বা মিবু' সকল হৈছে দৈব্যশক্তিসম্পন্ন আৰু পৰম্পৰাগতভাৱে চলি অহা মিচিং সমাজৰ এক শ্ৰেণীৰ পুৰোহিত। মিচিং সমাজৰ লোকবিশ্বাস মতে 'মিবু'সকল দেও-ভূতৰ সৈতে সম্বন্ধ থকা লোক অৰ্থাৎ দেৱতাসকলৰ প্ৰকাশৰ মাধ্যম স্বৰূপ। মিবুসকলৰ মিচিং সমাজত অকল পুৰোহিত হিচাপে যে স্থান আছে, এনে নহয়—তেওঁলোক যুগ যুগ ধৰি মিচিং জন-জীৱনৰ কল্যাণ সাধক আৰু মানুহৰ একমাত্ৰ আগন্তুক শোক দুখ নাশোঁতা হিচাপে স্বীকৃতি পাই আহিছে। মিবুসকলে ঐশ্বৰিক শক্তিৰ দ্বাৰা ব্যক্ত কৰা তিনিও কালৰ বাণীসমূহ মিচিং জন-জীৱনত ইমান ফলিয়াম, যে আজি কুৰি শতিকাৰ সভ্যতাৰ চৰম সীমাত উপনীত হৈয়ো মিচিং সমাজে 'মিবু' সকলৰ ওপৰত এটা গভীৰ আস্থা ৰাখিছে। মুঠতে 'মিবু' সকল এক শ্ৰেণীৰ দেৱতাজন্তা লোক, যিয়ে দৈৱশক্তিৰ দ্বাৰা মানুহৰ অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ কথা ক'ব পাৰে। অন্য সমাজত বেজজ্ঞানীসকলে যি সাধাৰণ কাম কৰে, মিবু সকলেও ঠিক তেনে ধৰণৰ কাম কৰে। সেইবুলি বেজজ্ঞানী সকলৰ দৰে গুণ-মন্ত্ৰ প্ৰয়োগ কৰি মানুহৰ আকস্মিক ঘটনা আৰু তেনে আপদ-বিপদ নিবোধ কৰা প্ৰথা নাই।

'মিবু' বা মিবুসকলৰ কাৰ্য্য আৰু গুণ সম্পৰ্কে আলোচনা কৰাৰ আগতে তাৰ উৎপত্তি আৰু অৰ্থ কি, তাক আলোচনা কৰাটো নিতান্ত প্ৰয়োজন। মিবুসকলৰ উৎপত্তি কেনে আৰু ইয়াৰ প্ৰকৃত অৰ্থ কি, তাক বহুতে বহুতো ধৰণে ব্যাখ্যা কৰে। ইয়াৰ অৰ্থ ব্যাখ্যা আৰু উৎপত্তি সম্বন্ধে ঠাই বিশেষে কিছু কিছু পাৰ্থক্য থাকিলেও অনুসন্ধিৎসু দৃষ্টিৰে পৰ্য্যবেক্ষণ কৰিলে অৰ্থ, উৎপত্তি একে হয়।

'আদী' সমাজ অৰ্থাৎ 'পাঃদাম' 'মিএ্ৰং' আৰু 'পাঃচি' ফৈদৰ মতে 'মিবু-মিবু'সকলৰ পাদঙৰ পৰা উৎপত্তি। আনকি জগতৰ সকলো জীৱজন্তু আৰু প্ৰাণীয়ে 'পাদঙৰ' সৃষ্টি বুলি বিশ্বাস আৰু প্ৰবাদ আছে। 'মিবু-মিবু'ৰ গাত থকা দৈৱশক্তি বা ঐশ্বৰিক শক্তিৰ সন্মানাৰ্থে সৰ্বসাধাৰণ মানুহতকৈ তেওঁলোকক উচ্চ স্থান দিয়া হয়। সেইবুলি 'মিবু-মিবু'ক লৈ উচ্চ-নীচ জাত বা বংশৰ প্ৰথা 'আদী' আৰু মিচিং সমাজত নাই। 'মিবু-মিবু' সকলক কেৱল তেওঁলোকৰ কাৰ্য্যদক্ষতা আৰু অসাধাৰণ শক্তিৰ কাৰণে অন্য সৰ্বসাধাৰণ লোকে সন্মানীয় ব্যক্তি হিচাপে স্বীকৃতি দিয়ে। আদী সমাজৰ লোকবিশ্বাস মতে 'মিবু' সকল পাদঙৰপৰা সৃষ্টি হোৱা। পাদঙে মানুহ আৰু আন আন জীৱ-জন্তু সৃষ্টি কৰাৰ লগে লগে দেৱ-দেৱী আৰু দেও-ভূতকো সৃষ্টি কৰিলে। পাদঙৰ দ্বাৰা সৃষ্টি দেও-ভূতবিলাক মানুহৰ গাত দৈৱশক্তি আৰোপ কৰে আৰু সিহঁতেই হ'ল মিবু বা দেওধাই।

মানুহৰ গাত বা মানৱৰ দেহালৈ ৰূপান্তৰিত হোৱা দেও-ভূত বা দেৱতা সকল হৈছে ক্ৰমে নিঃতী-পঃৰ দঃঞিএংআঙং মিঃজোংপঃম কাবুঃ পাৎতাং 'দঃঞিএং আঙং', 'মিঃজোংপঃম', 'কাবুঃপাৎতাং', 'বাঞি বানুমাং' ইত্যাদি। সেইদৰে 'দঃঞিএ-য়াচি-মিবু' আৰু 'দঙৰ-য়ামানা বাৰুগু' বোলা প্ৰথম দুজন 'মিবু'ৰ গাতো উপৰোক্ত দেও-ভূতসকলে দৈৱশক্তি আৰোপ কৰিছিল। প্ৰবাদ আছে যে তেওঁলোক দুজনৰ দৈৱশক্তি আবিৰ্ভাৱ হোৱাৰ পূৰ্বে তেওঁলোক সাধাৰণ মানুহৰ দৰে আছিল। দেৱতা সকলে তেওঁলোক দুজনক দৈৱশক্তি দিয়াৰ লগে লগে পূজা-পাতল কৰা নীতি বা প্ৰণালীও শিকাই দিয়ে। তেওঁলোকৰ পিছত ক্ৰমে অন্য অন্য মানুহৰ গাতো দেও-ভূতৰ শক্তিয়ে ক্ৰিয়া কৰিছিল বুলি কথিত আছে। 'দঃঞিএ-য়াচি-মিবু' আৰু 'দঙৰ য়ামানা বাৰুগু' যদিও প্ৰথম 'মিবু' হিচাপে স্বীকৃতি পাইছিল তথাপি এই গুণ তেওঁলোকৰ জন্মগত নহয়।

আদী সমাজৰ মতে 'মিবু' বা 'মিবু' দুই শ্ৰেণীৰ। ইয়াৰ প্ৰথমটো 'মিবু' আনটো 'চলুং মিবু'। চলুং মিবুসকলক 'মিবু বা মিবু' বুলি নামকৰণ কৰিলেও তেওঁলোকৰ গাত দৈৱশক্তি লক্ষিত নোহাৰে। মিবু আৰু 'চলুংমিবু'ৰ মাজত পাৰ্থক্য এয়ে যে 'মিবু'ৰ গাত দৈৱশক্তি আছে আৰু 'চলুংমিবু'ৰ

গাত দৈৱ শক্তি অশিত্তব নোৱাৰে বা নলম্ভে। কিন্তু 'চলুংমিবু' সকল 'মিবুৰ' দৰে মানুহৰ পূৰ্ব জন্মৰ বা উপৰিপুৰুষ, পশু-পক্ষী, গছলতা ইত্যাদিৰ উৎপত্তি আৰু জন্ম-জন্মান্তৰৰ কথা কব পাৰে। মুঠতে 'চলুংমিবু'সকল মানৱ সমাজৰ উৎপত্তি বা উপৰি-পুৰুষৰ দঃগ্নিং (কথা বা কাহিনী) জনা লোক। চলুংমিবু সকলেও প্ৰথমে 'মিবু'-দঃগ্নি-য়াচি মিব' আৰু দণ্ডৰ য়ামানীৰাযুকৰ পৰা পূৰ্ব পুৰুষৰ কাহিনী বা কথা পৰম্পৰাগতভাৱে শিকি অহা বুলি ধৰা হয়। এনেকৈ ক্ৰমান্বয়ে 'চলুং মিবু'ৰ সৃষ্টি হৈছে বুলি আদী সমাজত কথিত আছে। প্ৰকৃততে 'চলুং মিবু' সকল তীক্ষ বিবেক, তীক্ষ স্মৃতি শক্তি সম্পন্ন আৰু অবিস্মৰণীয় বাকশক্তিৰে মানৱ সমাজৰ পূৰ্বৰ ইতিহাস ক'ব পৰা এক শ্ৰেণীৰ বিজ্ঞলোক।

মিচিং সমাজত 'মিবু' উৎপত্তিৰ ধাৰণা কিছু সুকীয়া যদিও ইয়াক ঠাই বিশেষ নামাকৰণৰ পাৰ্থক্য বুলিব পাৰি। মিচিং সমাজৰ লোক-বিশ্বাস মতে "মিবুৰ" অৰ্থ হ'ব 'মি' মানে মানুহ, 'বু' মানে আৰু অৰ্থাৎ মানৱৰ পিতা (father of human being) এনেকৈ মিব্‌ শব্দৰ অৰ্থ—'মি' মানে মানুহ আৰু 'ব্‌' মানে মন্ত্ৰ দ্ৰষ্টা বা অলৌকিক শক্তি (Supernatural power) মুঠতে 'মিবু' শব্দৰ অৰ্থ হ'ব —'যিজন লোকে মানৱ সমাজৰ সকলো কামৰ ওপৰত শ্ৰেষ্ঠতম স্থান অধিকাৰ কৰি দৈৱ-শক্তিৰ বলত জনসাধাৰণৰ আকস্মিক দুৰ্ঘটনাৰ আগ জাননী আৰু ভৱিষ্যত বা আগন্তুক বাণী দি কল্যাণ সাধিছে তেওঁলোককেই "মিবু" বুলিব পাৰি। 'মিবু'সকলৰ সৰ্বসাধাৰণ মানুহতকৈ বিবেকশক্তি উচ্চ আৰু তীক্ষ। আন এটা বিশেষত্ব এই যে তেওঁলোকে বিশেষ এখৰত দেওধাই ৰূপে মঙ্গল ("মিবু দাগ্‌লা") নেচালেও যি কোনো সময়তে চাউল, পাত, কুকুৰা আৰু গাহৰিৰ আগ-মগুহেৰে 'কাগুৰ' বা "তাগিৰ" (মঙ্গল) চাব পাৰে। মিবুদাগ্‌লা যৌতিয়া 'পাঃৰু' (দেও) গাত লম্ভে তেতিয়া বিশেষ এখৰৰ দুখ আপদৰ কাৰণ ভূত-ভৱিষ্যতৰ কথা কোৱাৰ উপৰিও উক্ত গাঁৱৰ আগন্তুক হানি-বিঘিনি, মৃত্যু-অপমৃত্যু, আপদ-বিপদ, সুখ-শান্তিৰ বিষয়ে ভৱিষ্যত বাণী কৰে।

'মিবু'ৰ উৎপত্তি সম্বন্ধে মিচিং সমাজত একপ্ৰকাৰ লোক-প্ৰবাদ "দঃগ্নিং" (মৌখিক কাহিনীৰ) মতে পৃথিৱীৰ প্ৰথম মানৱ

হিচাপে 'আবুতানি' নামেৰে এজন আদিম পুৰুষ আছিল। আবুতানিয়ে 'দঃঞি'ৰ (সূৰ্য্যৰ) জীয়েক "য়াচি"ক বিয়া কৰাইছিল। সেই সময়ত পৃথিবীত খাদ্যৰ নাটনি হৈছিল। সেই কাৰণে এদিনাখন আবুতানিয়ে খাদ্য শস্য বিচাৰি লগত কুকুৰ এটা লৈ শহুৰেকৰ (সূৰ্য্যৰ) তালৈ যাত্ৰা কৰিলে। 'দঃঞি'ৰ তালৈ যাওঁতে আবুতানিয়ে মাটিৰ তলেদি যোৱা বুলি প্ৰবাদ আছে। প্ৰথমে আবুতানিয়ে 'কঃজেয়াংগ'ই (লক্ষ্মীদেৱীৰ) ঘৰত উপস্থিত হ'ল। কঃজেয়াংগৰ ওচৰত পৃথিবীৰ খাদ্য নাটনিৰ সকলো কথা বুজাই কলে। 'আবুতানি'ৰ অভাৱ আৰু বিপদৰ কথা শুনি 'কঃজেয়াংগ'ই ম্বৰমত কিছু শষ্য দিলে আৰু কেনেকৈ সিঁচিব লাগে তাকো শিকাই দিলে। শস্য সিঁচা সম্পৰ্কে 'কঃজেয়াংগ'ই 'আবুতানি'ক শস্য সিঁচাৰ পাঁচ দিনলৈকে কোনো মানুহে পথাৰত গৈ শস্য চাবলৈ নেলাগে বুলি বুজাই দিলে। শস্য ভাল হ'লে পাঁচ বছৰৰ মূৰত 'কঃজেয়াংগ'ৰ নামত এটা সকাম ৰাজহুৱা ভাবে পাতিবলৈ 'আবুতানি'ৰপৰা প্ৰতিশ্ৰুতি আদায় কৰিলে।

আবুতানিয়ে শস্যৰ বীজ লৈ পৃথিবীলৈ উলটি আহি 'কঃজেয়াংগ'ৰ নিৰ্দেশমতে শস্য সিঁচি পাঁচ দিনলৈকে পথাৰলৈ গৈ শস্য চোৱা নাছিল। পাঁচ দিনৰ মূৰত পথাৰলৈ গৈ দেখে—কপৌ চৰাইয়ে শস্য খাই শেষ কৰিলে। তাকে দেখি 'আবুতানি'য়ে বৰ বেজাৰ পাই কান্দিবলৈ আৰম্ভ কৰিলে। এনেতে হাবিৰপৰা 'চেউকাৰী' নামৰ এজন দেৱতাই 'আবুতানি'ৰ দুখৰ কথা সুধিলে। 'আবুতানি'য়ে 'চেউকাৰী'ৰ ওচৰত সকলো ঘটনা কলে। 'চেউকাৰী'য়ে ধেনু কাঁড়েৰে কপৌবোৰক বধ কৰে। কপৌ চৰাইৰ টোঁটো-লাত থকা ধান উলিয়াই 'আবুতানি'য়ে পুনৰ সিঁচিলে। সেই কাৰণে 'মিৰু' 'আবাঙ'তো (গীততো) কপৌ চৰাইৰ বিনৰি সম্পৰ্কে এইদৰে গোৱা শুনিবলৈ পাওঁ—

"তাংকুআ কুন্‌নাই কুঃ কুঃ, কুন্‌নাই কুৰ্‌বাই কুঃ কুঃ
কাবুকা তঃৰ কুঃ কুঃ, তচাঙ তমানা কুঃ কুঃ
তাংকুকা তুংগক কুঃ কুঃ, তুংজেদা কাম্নিকা কুঃ কুঃ।"

কপৌ চৰাইয়ে শস্য খাই ওচৰৰ গছত বহি দি (কুঃ কুঃ বুলি) আছে। চেউকাৰীয়ে ধনু কাঁড়েৰে (তঃৰ) বধ কৰাত কপৌ কেইজনী মাটিত চাটি পৰিল (তুংগক তুংজেদা)।

এইখিনিৰ সাহায্যত চেউকাৰীয়ে ৩ টা চৰ্ত্ত কৰিছিল। চৰ্ত্তটো হ'ল ধান চপোৱাৰ পাছত চেউকাৰীকে আদি কৰি দেৱতা-সকলক আব্‌তানিয়ে ৩ টা ডাঙৰ পূজা দিব লাগিব।

মিচিংসকলৰ 'আলিয়াই লৃগাং' উৎসৱ 'কঃজেয়াংগ'ৰ নিৰ্দেশ মতে শস্য সিঁচা প্ৰণালীৰপৰা উৎপত্তি হোৱা বুলি অনুমান কৰিব পাৰি। 'আলিয়াই লৃগাঙ'ৰ নামকৰণতে ইয়াৰ অৰ্থ অন্ত-র্নিহিত হৈ আছে। কাৰণ 'কঃজেয়াংগ'ৰ নিৰ্দেশৰ দৰে অথবা তেওঁ কৈ দিয়া প্ৰণালীৰ দৰে আজিও "আলিয়াই লৃগাং" উৎসৱৰ প্ৰথমে শস্য সিঁচি পাঁচ দিনৰ পিছতহে চাষকৰে। মিচিং সমাজৰ অতি আদৰৰ উৎসৱ 'আলিয়াই লৃগাং' তেতিয়াৰপৰা যে উদ্ভৱ তাত সন্দেহৰ থল নাই। বৰ্তমান এই উৎসৱ উপলক্ষে পাঁচ-দিনলৈকে কাম-বনৰ গেনা পথাৰলৈ নোযোৱা, আৰু আন আন নিষেধ পালন কৰে—"কঃজেয়াংগ"ও তেনে নিষেধ বা গেনা পালন কৰিবলৈ নিৰ্দেশ দিছিল বুলি কথিত আছে।

কপৌৰ ভিঙিৰ (টেঁটোলা) পৰা ধান উলিয়াই সিঁচি দিয়াৰ পিছত ধান পকি কাটিবৰ হ'ল। এনেতে হাবিৰপৰা এদল দেৱতাই 'আব্‌তানি'ক বিনা সম্মতিত হাবি কাটি খেতি কৰাৰ অভি-যোগ দি কাজিয়া কৰিলে। অভিযোগৰ অন্তত দেৱতাসকলে ক্ষতিপূৰণ আৰু জৰিমনা হিচাপে এটা পূজা বিচাৰিলে। এই পূজাত 'পঃৰ আপং' (ছাইমদ) আৰু কুকুৰা বলি দি সমূহ দেৱতাসকলক সন্তুষ্ট কৰিব লাগে। উক্ত পূজাই বৰ্তমান মিচিং সমাজৰ 'দবুৰ' নামৰ এটা ডাঙৰ দেও-ভূতৰ পূজা হিচাপে প্ৰচলিত হৈ আছে।

আগতে উনুকিয়াই অহা মতে 'কঃজেয়াংগ'ই 'আলি' (শস্য বা কঠিয়া)ৰ 'আলৃগ্' (প্ৰতিদান) হিচাপে আৰু 'চেউকাৰী'য়ে কপৌ চৰাই বধ কৰি সহায় কৰাৰ নিমিত্তে এটা ডাঙৰ পূজা দিয়াৰ চৰ্ত্ত আছিল। সেই চৰ্ত্তমতে 'আব্‌তানি'য়ে খেতি চপো-ৱাৰ পিছত উক্ত পূজা-পতাত লাগি গৈছিল। চেউকাৰীয়ে কেনেকৈ কিদৰে কৰিব লাগে সকলো বুজাই দিছিল। সেই মতে 'আব্‌তানি'য়ে এটা "মুচুপ" (ৰাজহুৱা উৎসৱ ঘৰ) সাজিলে। এই সকামত বহুত মানুহৰ সমাগম হৈছিল আৰু "চেউকাৰী"য়ে নিজেই অধ্য-ক্ষতা কৰি পূজাৰ কামত নিৰ্দেশ দিছিল। এই পূজাৰ "মুংগুং"

(পুজাৰী) হিচাপে 'চেউকাৰী'য়ে গাঁৱৰ মানুহবপৰাই এজনক বাছি উলিয়াইছিল। য়ুংগুঙক লাগতিয়াল কথা আৰু 'আঃবাং' (পূজা সম্পৰ্কীয় কাহিনী গীত) শিকাই দিছিল। 'য়ুংগুঙ'ৰ লগে লগে গাঁৱৰ ডেকা-গাভৰুৱে পূজা সম্পাদনাৰ কামত আৰু গীত-মাতত যোগ দিব লাগে। পূজাৰ মাজভাগত 'য়ুংগুঙ'ৰ গাত দেৱতাই লম্ভে আৰু 'আঃবাঙ'ৰ যোগেদি গাঁৱৰ ৰাইজক ভূত-ভৱিষ্যতৰ আপদ-বিপদ, থকা-মেলা, সুখ-শান্তি ইত্যাদি কৈ দিয়ে। উক্ত পূজাত 'আবুতানি'য়ে "কাঁচিং কাৰ্তাক", (সৃষ্টি কৰ্তা) 'কঃজেয়াংগ', (লক্ষ্মীদেৱী) 'চেঃদ-মেঃল', (আদিম পুৰুষপ্ৰকৃতি) আৰু 'চিনামিঃৰ' (মৰা-মৃতক) আদি প্ৰত্যেকলৈ একোটাকৈ গাহৰি বলি দি পূজা কৰিছিল। সেই পূজাকে বৰ্তমান মিচিং সমাজত 'পঃৰাগ' উৎসৱ হিচাপে প্ৰতি পাঁচ বছৰৰ মূৰে মূৰে পালন কৰি আহিছে আৰু এই উল্লিখিত য়ুংগুং জনেই আমাৰ আলোচ্য 'মিবু-মিৰু' বা দেওধাই; 'চেউকাৰী' বোলা দেৱতাজনেই "য়ুংগুঙ"ক সৃষ্টি কৰিলে আৰু "য়ুংগুঙ"ৰ পৰাই ক্ৰমান্বয়ে 'মিবু'ৰ উৎপত্তি হৈছে বুলি মিচিং সমাজত বিশ্বাস আছে।

এইখিনিতে "চেউকাৰী"ৰ সম্পৰ্কে কিছু উল্লেখ কৰাটো নিশ্চয় প্ৰয়োজন হ'ব। "চেউকাৰী"য়ে "কঃজেয়াংগ"ৰ জীয়েক "কাঁমিক" বিয়া কৰাইছিল। 'আবুতানি'ৰ পূজা দিবৰ সময়ত চেউকাৰীৰ এজন ল'ৰা জন্ম হৈছিল। "চেউকাৰী"য়ে "কাঁমিক" নজনোৱাকৈ "আবুতানি"ৰ পূজাত লিপ্ত থাকোঁতে "কাঁমি"য়ে স্বামীক বিচাৰি হাবাথুৰি খাইছিল। কেঁচুৱা ল'ৰাটিক এৰি বিচাৰি যাবলৈ উপায়ান্তৰ নোহোৱাত "পাকুং" নামৰ বনৰীয়া চৰাই এজনীক ল'ৰা ৰখীয়া কৰি কাঁমিয়ে স্বামীক বিচাৰিবলৈ ওলাল। কাঁমিয়ে নিজে এজনী খুব ধুনীয়া চৰাইলৈ ৰূপান্তৰিত হৈ পৃথিৱীলৈ উৰা মাৰিলে। উৰি গৈ দেখে যে "চেউকাৰী"য়ে "আবুতানি"হ'তৰ গাঁৱত, এখন ৰাজহুৱা সকামত পূজা কৰাত ব্যস্ত হৈ আছে। কাঁমিয়ে নিচেই ওচৰৰ গছ এজোপাৰ ডালত পৰিলগৈ। তাই ইমান ধুনীয়া আছিল যে তৎক্ষণাৎ পূজাত থকা ডেকা-গাভৰুৰ চকুত পৰিছিল। প্ৰত্যেক ডেকা-গাভৰুৱে ধেনুকাঁড়েৰে তাইক বধিবলৈ চেষ্টা কৰিলে। কিন্তু কোনেও চৰাইজনীক (কাঁমিক) মাৰিব নোৱাৰিলে। অৱশেষত

'চেউকাৰী'য়ে কাঁড়েৰে চৰাইজনীক মাৰিলে। চৰাইজনী গছৰ পৰা সৰি পৰিল। ডেকা-গাভৰুৰে চৰাইজনী সৰি পৰা ঠাই ভোখৰ বিচাৰি চালে। কিন্তু আচৰিত কথা কোনেও চৰাইজনীক বিচাৰি উলিয়াব নোৱাৰিলে। অৱশেষত চেউকাৰী নিজে বিচাৰি কাষ পোৱা মাত্রে কাঁমিয়ে মাটিৰপৰা ওলাই আহি চেউকাৰীক থাপ মাৰি ধৰি হাৰিবলৈ লৈ গ'ল।

'মিৰু'ৰ উৎপত্তি সম্পৰ্কে বেলেগ বেলেগ সমাজত বেলেগ বেলেগ ভাবে ধাৰণা থাকিলেও ই যে দেও-ভূত বা ঐশ্বৰিক গুণ সম্পন্ন লোক তাৰ প্ৰমাণ মিৰুৰে সম্পাদন কৰা বিভিন্ন দেও-ভূত বিশ্বাস-মূলক পূজা-অনুষ্ঠানবোৰ। অলৌকিক কাৰ্য্যকলাপ আৰু ভৱিষ্যত বাণীয়ে 'মিৰু'ৰ গাত দেও-ভূত বা দেৱতা লম্ভাৰ প্ৰমাণ দিয়ে। মুঠতে উল্লেখিত 'চেউকাৰী' নামৰ দেৱতাজনেই মিচিং সমাজত মিৰু সৃষ্টি কৰিলে বুলিব পাৰি। অৱশ্যে কিছুমানে আন আন দেৱতাৰপৰাও উৎপত্তি হোৱা বুলি কয়। 'মিৰু'ৰ দ্বাৰা ব্যক্তিগত মঙ্গল, ঘৰৰ বা পৰিয়াল আৰু গাঁৱৰ জীৱন যাত্ৰা সম্পৰ্কে জানিব খুজিলে—'মিৰু'ৰ নিমিত্তে ছাঁই-আপাং এমুঠি, চাউল এমুঠি, কুকুৰা কণী দুটা, এটুকুৰা আদা আৰু এলোটা পানী (পাতেৰে মুখ ঢাকি বাওঁহাতে ঘূৰাই বান্ধি ৰাখিব লাগে) ও ইত্যাদি মিৰুলৈ আগ বঢ়াবলগীয়া প্ৰয়োজনীয় সামগ্ৰী। মিৰু'দাগ্‌লা' (মিৰুৰে মঙ্গল চোৱা) বা "মিৰুৰলুগদাগ্" (মিৰু লগোৱা) কৰোঁতেহে উল্লেখিত বস্তুবোৰ বিশেষকৈ প্ৰয়োজন হয়। ইয়াত বাদেও (সাধাৰণভাৱে ব্যক্তিগত মঙ্গল চাবলগীয়া হ'লে) পাত বা চাউল আদিয়েও "মিৰু"ৰে মঙ্গল চাব পাৰে। সাধাৰণ মানুহে পিন্ধা সাজ-পোছাকৰ দৰে "মিৰুৰ" সাজ-পোছাক নহয়। 'মিৰু'ৰ বাবে হাতে বোৱা আৰু বিশেষ ধৰণৰ ফুলাম সাজ-পোছাক হ'ব লাগিব। নামকৰণৰ ক্ষেত্ৰতো সৰ্বসাধাৰণ মানুহৰ সাজ-পোছাকৰ নামৰ লগত পাৰ্থক্য আছে। "মিৰু" ভাষাত চোলাক—"গন্দলুক্‌তুং", চুৰিয়াক"গন্‌ৰ গন্‌চল্" আৰু পাগুৰিৰ দৰে ব্যৱহাৰ কৰা গামোচাক—লাঃনিদুমৰ্‌ বোলে। "আঃবাং" (দেওধাইৰ গীত) গাওঁতে এইবোৰ সাজ-পোছাকৰ নামোল্লেখ কৰে। "মিৰু"ৰ সকলো কাম 'মুৰুচা'ৰ জৰিয়তে সম্পাদিত হয় বুলি কলেও বঢ়াই কোৱা নহয়। কিয়নো 'মিৰু আঃবাং'

(দেওধাইৰ গীত) গোৱাৰ প্ৰথমবেপৰা শেষলৈকে 'য়ক্‌চা'ৰ ব্যৱহাৰ কথা দেখা যায়। 'য়ক্‌চা'ৰ মালৰ লগতে থকা আঙঠিৰ দৰে ঘূৰণীয়া লোৰ চকাবোৰে ঝুনঝুনাৰ দৰে শব্দ কৰে। "আঃবাং" গীতৰ লগত সুন্দৰকৈ তাল মিলি যোৱাকৈ জোকাৰি জোকাৰি 'মিবু'ৱে 'আঃবাং' গীত গায়। "য়ক্‌চা" সুমুৱাই থবৰ নিমিত্তে ফাক বা কাঠৰ সজাটোক 'বুক্‌কৰ্' কান্ধত পিন্ধিবৰ নিমিত্তে লগোৱা কিষ্টাচটাক "চই" 'য়ক্‌চাৰ'ৰ লগতে থকা লোৰ আঙঠিটোক 'চাপবেং' আৰু গোটেই "য়ক্‌চা" টো সুসজ্জিত কৰিবৰ নিমিত্তে লগোৱা বাঘৰ দাঁতক 'এুব এুায়' বুলি বিভিন্ন ধৰণে নামকৰণ কৰে। 'মিবু দাগ্‌নাম' পৰ্ব বা মঙ্গল চোৱা কাৰ্য্য সম্পাদন কৰোঁতে মিবুৱে টকা-পইছা লোৱাৰ নিয়ম নাই। তাৰ পৰিবৰ্ত্তে "দগ্‌নীতাদগ্‌ পাক্‌মুৰ" পকামণিৰ দ্বাৰা মিবুক চিনাক্ত কৰিব লাগে। বৰ্ত্তমানে পকামণিৰ অভাৱত টকা-পইছা, দান-দক্ষিণাও দিয়া দেখা যায়।

পূৰ্বে 'আদী' আৰু 'মিচিং' সমাজে মণিক অতি মূল্যবান সম্পত্তি হিচাপে স্বীকৃতি দিছিল। এতিয়াও 'আদী' সমাজত মণিৰ মূল্য আছে। সেই বুলি 'মিবুক সম্পূৰ্ণ এধাৰি পোৱালমণি দিয়ে এনে নহয়, মাথোন মণিৰ এটা গুটিহে চিনাক্তকৰণ কৰিবলৈ 'মিবু'ৰ বাওঁহাতত বান্ধি দিয়ে। মিবুৰ হাতত মণি বান্ধি দিয়াৰ অৰ্থ এয়ে যে 'মিবু'ৱে কোনো এঘৰত মঙ্গল চাওঁতে সেই ঘৰৰ গিৰিহঁতে "দগ্‌নীতাদগ্‌ পাগ্‌মুৰ্‌" নকৰা পৰ্য্যন্ত সেই ঘৰৰ প্ৰেতাত্মাৰ (উৰম) দেও-ভূতে (Spirit) মিবুক ধৰা নিদিয়ে। আদী মিচিংসকলে কোনো দেও-ভূত বা প্ৰেতাত্মাৰ কাৰণে পূজা-পাতল কৰি বস্তু দান কৰিব লগীয়া হ'লে সদায় বাওঁহাতেৰে দিয়ে। সেই কাৰণে মিবুৱে বহা চৰাঙৰকো ঘৰৰ চাঙৰ সৈতে বাওঁহাতে থুৱাই বান্ধিব লাগে। আনকি মিবুৱে বুন্ধা (পানী) খালেও বাওঁহাতেৰে তলফালে থুৱাই লৈ খায়।

## মিবু আঃবাং

"আঃবাং" (দেওধাইৰ গীত) 'মিবু'ৰ অবিচ্ছেদ্য অংশ। "আঃবাং" নোগোৱাকৈ মিবুৱে প্ৰকৃত মঙ্গল চাব নোৱাৰে। আঃবাং মিবুৱে নহয়, সমূহ মিচিং সমাজৰে কাহিনী প্ৰধান গীত। মিবুৱে আঃবাঙৰ জৰিয়তে মানুহ, জীৱ-জগত, গছলতা, জীৱ-জন্তু, চৰাই-চিৰিকটি

আদিৰ উৎপত্তি আৰু বিকাশ সম্পৰ্কে আদিৰপৰা অন্তলৈকে বৰ্ণনা দিব পাৰে। মিবুৰ মতে গছ-লতা, বনৰীয়া জীৱ-জন্তু আৰু চৰাই-চিৰিকটিৰ গাত অশৰীৰী আত্মা আছে। সেই কাৰণে মিবুৱে 'আঃবাং' গাই গাই সম্পূৰ্ণ 'পাঃৰু' (দৈৱিকশক্তি) সোমালে কাউৰী, বাঘ আদিৰ ৰূপ বা স্বভাৱ প্ৰদৰ্শন কৰা দেখা যায়। মিবুৰ গাত পাঃৰু লম্ভিলে মিবুৱে কিছুমান বুজিব নোৱাৰা ভাষা কয় তাক 'মিবু' গম্পাক্ (মিবু ভাষা) বোলে। দেও-ভূতৰ লগত কথা পাতোঁতে মিবুৱে উক্ত মিবু গম্পাক কয় বুলি ভবা হয়। মিবুৱে যেতিয়া বিশেষ উত্তেজনাপূৰ্ণ আঃবাং গায় আৰু মাজে মাজে মিবু গম্পাক্ কৈ যি ঘৰৰ কাৰণে মঙ্গল চায় আৰু সেই ঘৰৰ আপদ-বিপদৰ বতৰা কয়, তেতিয়া উপস্থিত ৰাইজে মিবুক আইপে মায়চা (ভালকৈ বুঢ়ী আই) বুলি উৎসাহ দিয়ে। পূৰ্বে বুঢ়ী মানুহকহে মিবু হ'বৰ কাৰণে দেও-ভূতে লম্ভিছিল বুলি কথিত আছে, সেই কাৰণে পুৰুষ 'মিবু' হ'লেও এইবাৰ কথা কয়।

'মিবু'সকলৰ তেনে কোনো নিৰ্ধাৰিত আঃবাং নাই। বেলেগ বেলেগ দেৱতাৰপৰা উৎপত্তি হোৱা 'মিবু'ৱে বেলেগ বেলেগ ধৰণে 'আঃবাং' গোৱা শুনা যায়। অৱশ্যে 'আঃবাং'বোৰ বেলেগ হ'লেও কিছুমান প্ৰাৰম্ভিক 'আঃবা'ঙৰ মিল আছে আৰু মূল অৰ্থ একে। কোনো এঘৰত মংগল চাবৰ কাৰণে 'আঃবাং' গাওঁতে প্ৰথমে স্তুতিমূলক "আঃবাং" গাব লাগে। ইয়াত বংশ পৰিয়ালৰ 'গুঃমুন'ৰ (পূৰ্বপুৰুষৰ নাম বা গোত্ৰ) নামলৈ প্ৰাৰ্থনাসূচক আঃবাং গাব লাগিব। উদাহৰণ স্বৰূপে 'ৰকি' গুঃমুনৰ বংশজাত মানুহ হ'লে মিবুৱে এইদৰে প্ৰথমে আঃবাং আৰম্ভ কৰিব।

"কিঃৰ আনা গুঃমুনা, ৰকিঃ আনা গুঃমুনা,
গুঃমুন দঃঞিআ লঃয়ি দলাংকা,
পিঃদে লাদ্ৰঙা তাত দলাংকা।"

ঘৰৰ পালিতা গোৱৰ পিতৃ-মাতৃসকল, কোনো বাধা-বিঘিনি নোহোৱাকৈ বংশৰ উজ্জ্বল পথেৰে মোক (মিবুক) লক্ষ্যস্থানত উপনীত হ'বলৈ দিয়া আৰু ঘৰৰ আপদ-বিপদৰ মাজপূৰ্ণ সমাধান লবলৈ দিয়া।

এই আঃবাং গোৱাৰ উদ্দেশ্য হ'ল মিবুৱে কোনো এখৰত মঙ্গল চালে প্ৰথমে সেই ঘৰৰ পূৰ্বপুৰুষ বা 'গুঃমুন'ৰ অনুমতি লোৱা। 'গুঃমুন'ক প্ৰথমে জানিবলৈ নিদিলে মিবুৰ কাম-কাজত বিঘিনি ঘটিব পাৰে বুলি বিশ্বাস কৰে। এই আঃবাং গাওঁতে মিবু সম্পূৰ্ণ চেতন আৰু সুস্থ অৱস্থাত থাকে। তাৰ পিছত 'মিবু'ৱে লক্ষ্মীদেৱীক উদ্দেশ্য কৰি আঃবাং গাবলৈ আৰম্ভ কৰে। তেতিয়া "মিবু'ৱে চাউল ছটিয়াই এইদৰে গায়—

"কাঃবু নাঃনা বুন্‌পুঃ নাঃনা,
তাঃবা শুক্‌কা লাঃনি শুক্‌কা,
তাঃবা দঃজিক্‌ক জিগ্‌গেঃতকা,
লাঃনি দঃজিক্‌ক জিগ্‌গেঃতকা,
কাঃকুঃ গম্‌তাঙাম্‌ তাংগেঃ লাংকা,
বুন্‌পুঃ গম্‌তাঙাম্‌ তাংগেঃ লাংকা"

উল্লেখিত 'আঃবাং' দুটিক 'মিবু'ৰ স্তুতি গীত বুলি ক'ব পাৰি। 'মিবু'ৰ প্ৰচেষ্টাত যাতে সফলতা লাভ কৰিব পাৰে তাৰ বাবে উপৰিপুৰুষ আৰু লক্ষ্মীদেৱীৰ ওচৰত জনোৱা প্ৰাৰ্থনা গীত বুলি আখ্যা দিব পাৰি।

তাৰ পিছৰ বাকী 'আঃবাং'বোৰক দেৱতাৰ প্ৰভাৱত গায়। 'গুঃমুন্‌' সম্পৰ্কীয় 'আঃবাং' অথবা স্তুতি গীত গোৱাৰ পিছতে 'ওমলাই' মিবুৰ অধিষ্ঠাত্ৰী দেৱ বা দেৱী বুলি চিঞৰি "আঃবাং" গোৱা আৰম্ভ কৰে। কোনো কোনো মিবুৱে এই পদ ফাকি উচ্চাৰণ নকৰিও মনে মনে গায়। 'ওমলাই'ৰ শব্দটি আনৰ আগত প্ৰকাশ নকৰে আৰু অৰ্থ প্ৰকাশ নকৰে। 'ওমলাই'ক প্ৰথমে নাম লোৱা বা সন্মান কৰা দেখিলেই সেই 'মিবু'ক, প্ৰকৃত মিবু বুলি ধৰি লব পাৰি।

আমি আগতেই উনুকিয়াই আহিছোঁ যে 'মিবু'সকলৰ কোনো নিৰ্ধাৰিত 'আঃবাং' নাই। সকলোবোৰ আঃবাঙেই বৰ্ণাত্মক, সেয়েহে 'মিবু' আঃবাংবোৰত মানুহে আৰু বনৰীয়া জীৱ-জন্তুৰ বিকাশ আৰু দেৱতা আৰু মানুহে কেনেকৈ পূৰ্বতে সম্বন্ধ বাধিছিল তাৰ দীঘলীয়া বৰ্ণনা পোৱা যায়। 'আঃবাং'-বোৰৰ ইমান দীঘল আৰু বহল অৰ্থ আছে যে কম কথাৰে

লিখি উলিওৱা সম্ভৱপৰ নহয়। 'আঃবাং' গীতৰ শাৰীয়ে শাৰীয়ে মানুহৰ জীৱন-মৰণৰ দৃষ্টান্ত, জীৱ-জন্তুৰ বিকাশ, প্ৰকৃতিৰ মনোৰম দৃশ্য আৰু মানুহৰ শাৰীৰিক গঠনৰ বৰ্ণনা থাকিলেও আঃবাঙৰ মূল ধাৰা মিবুৰ অধিষ্ঠাত্ৰী দেৱ-দেৱীক লৈ ৰচিত হয়।

দংকো লাবুঙো বুমনা দাঙ লাবুঙো বুমনা
লুগুআনো বুমনো নমী,
গবুদুঃ ৰাৰনো নাঃনা গবপঃ য়বনো আঃতানা
তাঃবা মিনুমো মিনা নাঃনা।

এই 'আঃবাং' গাওঁতে 'মিবু'ৱে বাহি কান্ধত 'য়কচা'খন আৰু আঁঠুৰ ওপৰত হাত থৈ (দুখত বহি থকা মানুহৰ দৰে) খুব জোৰেৰে গায়। ইয়াৰ প্ৰকৃত অৰ্থত এইটো বুজাব খুজিছে যে মানৱ সৃষ্টি কৰ্ত্তা দেৱী গৱাকী সদায় শ্ৰেষ্ঠা আৰু তেওঁ সদায় প্ৰণম্য। কোনো এটা শুভযাত্ৰাত তেওঁক সদায় শিৰত লোৱা উচিত, তেওঁৰ দয়া আৰু অজ্ঞাতে কৃতকাৰ্য্যতা নিৰ্ভৰ কৰে। মানুহ ঘৰৰ আপদ-বিপদ আৰু দুখৰ কথা মিবুৱে ঘৰৰ হৈ আঃবাঙেৰে দেৱ-দেৱীক জনাই দিয়ে, তাৰ প্ৰতিকাৰ বিচাৰি আঃবাংগীতেৰে দেৱতাসকলক কাবৌ কৰি মাতে। সেইদৰে জ্ঞানৰ পৰিধি বঢ়াই মিবুক লক্ষ্যস্থানত উপনীত কৰিবলৈ সৃষ্টি কৰ্ত্তাক প্ৰণাম জনাই এইদৰে গায়—

"উমলায়ো বুমনা য়িজিলায়ো বুমনো
মিঅো মিঙানাম ঙায়ো বয়ো
কাজে ৰময় গুতো চিদ আঃজি লাদবঙাম,
ৰঃমান বকুইকা।"

"মানৱ সৃষ্টি কৰ্ত্তা পৰমাত্মা আজি মোক সূৰ্য্যৰ পোহৰৰ দৰে মোৰ বিবেকত জ্ঞানৰ পোহৰ যোগাই মানৱৰ দুখ-শোক আঁতৰাই দিয়ক।" সেইদৰে মিবুৱে উপবিপুৰুষ আৰু বয়োবৃদ্ধ মিবু বা গুৰুসকলৰ নাম লৈ আঃবাং গায়।

পঃচুম ভগুঙো গুঃমনা লাঃনি তাপো গুঃমনা
নজু আঃজি তাঃবা কাঃলুংকা চঃয়েগাম,
য়েকতুম মাঃপাকা।

"হে উপবিপুৰুষ মৃতসকল আৰু মিবুসকল তোমালোকে মোৰ এই শুভযাত্ৰাত বাধা নিদিবা।" মৃত উপবিপুৰুষৰ আত্মা আৰু মিবুৰ দেহাত্মাই মিবুক বাতে বাধা-বিঘিনি নিদিয়ে তাৰ বাবে মিবু সদায় সতৰ্ক আৰু তেওঁলোকক শিঁৰত লয়।

মিবুৱে নিজৰ ইচ্ছামতে কাৰো ঘৰত মঙ্গল নেচায়। সন্মান সহকাৰে নিমন্ত্ৰণ কৰি চিনাক্ত কৰাৰ পিছতে কোনো এঘৰৰ আপদ-বিপদৰ বিচাৰি মিবুৰ কাৰ্য্য সম্পাদন কৰে আৰু তাৰ প্ৰতিকাৰৰ বিধান দিয়ে। কোনোবা গুঃমুনে 'মিবু'ক চিনাক্ত কৰা কথা 'মিবু' আবাঙত এইদৰে পোৱা যায়—

বনুং দাঃদিআী চিল বমি তাঃবা ঙম্
লুঃমুৰ্, বৃগ্বম্ বলুগ্লা
তাঃবা ঙক্কা তাঃবা পন্দ-ক জৰ্কাংকলা
তাঃবা গম্তাঙা তাংকৃ দুংকু।

"এই 'বনুং গুঃমুন পৰিয়ালে মোক ('বমি মিবু'ক) পকামণি বান্ধি দি সজাই পৰাই এই কামত লগাইছে। মই এই পৰিয়ালৰ শুভ কাৰ্য্যৰ উদ্দেশ্যত হাতে কামে যাত্ৰা কৰিছোঁ।"

এই দৰে দেব-দেৱী আৰু উপবি পুৰুষ সকলৰ নাম, গুণ বৰ্ণনা কৰা আঃবাং গোৱাৰ পিছত মিবুৱে ক্ৰমান্বয়ে মানুহৰ জন্ম সংক্ৰান্তৰ দোষ আৰু ঘটনা সম্পৰ্কীয় বৰ্ণনা আঃবাঙত গায়—

"লাজিন্ জিন্কল জিন্মুৰ্ তনায়া ?"
লাগ্জিন্ জিন্কল জিন্মুৰ্ তনায়া ?"

"হাত আৰু ভৰিত সুতাৰে চিনাক্ত কৰোঁতে কিবা ভুল হ'ল নেকি ? ক'ব নোৱাৰিছোঁ।" সন্তান জন্ম হোৱাৰ লগে লগে 'লাজিন্' (ভৰিত সুতা বন্ধা) আৰু 'লাক্জিন্' (হাতত সুতা বন্ধা) বঙা সুতাৰে মানুহ বুলি চিনাক্ত কৰি কথা নিয়ম মিচিং সমাজত আছে। এনেকৈ সেবা দিয়াতে সন্তানটোক দেও-ভূতে সিহঁতৰ বুলি দাবী কৰে বুলি বিশ্বাস আছে। সেই কাৰণে এনেকৈ সূতা বান্ধোতে ক'ৰবাত দোষ-ত্ৰুটি হোৱাৰ কাৰণে আপদ-বিপদৰ সন্মুখীন হ'ব লগাত পৰিছে নেকি বুলি মিবুৱে দেও-ভূতক আবাঙৰ যোগেদি সুধি চুৱে।

প্ৰকৃতিৰ মনোমোহা দৃশ্যক পশু-পক্ষী, দেও-ভূত আদি সকলো প্ৰাণীয়ে উপভোগ কৰে। সেয়েহে চিৰ মনোৰঞ্জক আৰু চিত্ত-আকৰ্ষিত গছ-লতাবে ফল-ফুলৰ মনোৰম বৰ্ণনাও আঃবাঙত পোৱা যায়—

"দাব্‌মি চিঃতুঙী ভুৰ্‌মাক ভুৰ্‌মাঙী
কম্বং আপ্‌পুনা বায়ুৰা বায়াবা।"

মিৰুৱে আঃবাং গাওঁতে উৎসৱ মুখৰ আৰু উত্তেজিত কৰি তুলিবলৈ ডেকা-গাভৰুৱে সৈতে নিজকে প্ৰকৃতিৰ বিভিন্ন ফুলৰ লগত তুলনা কৰি আবাং গোৱা শুনা যায়। ন-কন্যাক যেনেকৈ সকলোৱে দৰ্শন কৰিব খোজে আৰু সৎ-উপদেশ দিয়ে, ঠিক তেনেকৈ মিৰুৱে দেৱতাসকলৰ আগত ন-কন্যা ৰূপে দেখা দিয়ে আৰু সেয়েহে সৎ-উপদেশ বিচাৰি আঃবাঙত এইদৰে গোৱা শুনিবলৈ পোৱা যায়—

"পিঃমুগ্‌-ল পিংক-ল বাল্লা বাল্লা
নাবৃবা বুৰক-ল বাল্লা বাল্লা।"

ফুলৰ দৰে 'মিৰু'ৱে বৎচঙীয়াৰূপেৰে দেখা দিছে। ন-কইনাই ন-ন সাজ পিন্ধি চিনাকি দিয়াৰ দৰে মিৰুৱেও নিজকে সজাই পৰাই যেন দেখা দিছেহি।

"নাবৃবা বৰ্‌না ঙম্‌ বাল্লা বাল্লা
বুৰ্‌য়িবা কাকুইকা বাল্লা বাল্লা।"

নকইনাক সংসাৰৰ নীতি শিক্ষা দিয়াৰ দৰে মিৰুকো দেৱতা-সকলে সু-শিক্ষা দিবলৈ আঃবাং গীতেৰে মিনতি জনাইছে।

"গুদুম্‌ চুত বাল্লা বাল্লা
দাঅুৰা পংকুৰ্‌পম্লা বাল্লা বাল্লা
নবা ঙম্‌ গগ্‌বাংক বাল্লা বাল্লা
বাঃবাদা তকা বাল্লা বাল্লা"

সকলো বাইয়ে এক কণ্ঠে হৰ্ষধ্বনি দিয়ক। যাতে আজি এই যাত্ৰা উৎসৱ-মুখৰ কৰি তুলিব পাৰে।

"আজৃগা তাপৃঙা ৰাল্লা ৰাল্লা
ৰাগাঙা চাঃদৃং „ „
দাৰ্কি তাপৃঙা „ „
দৃঃৰৃ চাঃদৃং „ „
জেগ্ৰাং তাপৃঙা „ „
ৰলং চাঃদৃং „ „
পিঃচেং দৃম্দৃমা „ „
ৰাগৃম্ চাঃদৃং „ „
তাঃৰা ঙম্ গৃংগাঙা „ „
বৃৰচাং দৃংকু „ „

আজৃগ্ তাপৃং=লাও বাদ্য, দাৰ্কি তাপৃং=বঁাহৰ বাদ্য, জেগ্ৰা তাপৃং=মহৰ শিঙৰ বাদ্য বা পেঁপা, পিঃচেং দৃম্দৃম্= মেগেলা ঠাৰিৰে তৈয়াৰ কৰা এবিধ বাদ্য। গৃংগাং=গঁগণা। এইবোৰ বাদ্য যন্ত্ৰ বজাই মিবৃৱে আজি 'মিবৃ আঃবাং' গোৱা আৰম্ভ কৰিছে।

"কুম্দাং চিদ ৰাল্লা ৰাল্লা
পৃদেঃ চিদ „ „
কুম্দাং দাঅৃৰা „ „
পংকৃৰা চাঃদৃং „ „

আজি এই ঘৰখনত আনন্দত উৎসৱ মৃখৰ হৈ পৰিছে।

"তুৰ্গৃং নাঃনা ৰাল্লা ৰাল্লা
পাৰৃং ৰাঃৰা „ „
কাপ্তা নাঃনা „ „
কাঃতা ৰাঃৰা „ „
ম্লাৰ্গৃং নাঃনা „ „
ৰাঃদৃম্ ৰাঃৰা „ „

হে ঘৰৰ খৃটা আৰৃ পালি খৃটা, চাল বেৰ আৰৃ দৃৱাৰ জখলাসকল, তোমালোক সকলোকে মই প্ৰণাম কৰিছোঁ।

"বমঙী চিদ বাম্লী বাম্লী
গঃদাং চিদ্ " "
দিঃদম্ নাঃনামী " "
গমান্কচ " "
ভাঃবাকী লাকবাম " "
কব্লেন্ দংকু " "

এই চোতালত পোহৰ উদ্ভাষিত হৈ উঠিছে। এতিয়াই (মিবু) এই উমলা গাঁৱৰ বাটেদিয়েই গন্তব্য স্থানলৈ আগবাঢ়ি গৈ আছে।

এইদৰে 'মিবু'ৰে দৈবিক শক্তিৰ দ্বাৰা গন্তব্য স্থানলৈ গৈ থাকোঁতে মাজ বাটত এখন নদী পায়। যাত্ৰাৰ বিভিন্ন ঘটনা-বোৰ 'আঃবাঙ'ত বৰ্ণিত

"পাচিনী পাত্তাঙী আম্মাঃয়া
চিয়াঙী বেৰকং আম্মাঃয়া।"

মিবুৰে গৈ গৈ চিয়াং নদীৰ পাৰত উপস্থিত হ'লগৈ। কিন্তু নৈখন পাৰ হোৱাটো সম্ভৱপৰ নহয়। সেই কাৰণে বনৰীয়া কুকুৰাৰ আকৃতি ধৰি জাপ মাৰি পাৰ হোৱাৰ কথা ভাবিছে। কিন্তু তাতো কৃতকাৰ্য্য নোহোৱাত বাঢ়েটোকা চৰাই হৈ কাঠ খুটি খুটি নাও সাজি পাৰ হোৱাৰ কথা ভাবিছে। তাৰ পৰবৰ্ত্তী শাৰীত এইদৰে পোৱা যায়—

"আনা বান্দাৰ কক-কয়া
বান্দা দালুবী কক-কয়া"

মিবুৰে 'আনা বান্দা' (বাঢ়েটোকা চৰাই) ৰূপে কাঠ খুটি নাও তৈয়াৰ কৰি চিয়াং নদী পাৰ হৈছে।

ইয়াত আচল চিয়াং নদীকো কব পাৰে নাইবা কাল্পনিক নদীকো চিয়াং নামেৰে উল্লেখ কৰিব পাৰে। কিন্তু মিচিংসকলৰ বিশ্বাসমতে এই 'আঃবাঙ'ত থকা নৈখন এই পৃথিৱী আৰু দেৱলোকৰ মাজত থকা এখন নৈহে। হয়তো তাহানি চিয়াং নদৰ নৈখন পাৰ হ'লেই দেৱতাসকলৰ বাসস্থান পাইছিল বুলি

বিশ্বাস কৰিছিল। কথিত আছে এই নদীখন পাৰ হোৱাৰ পিছতহে 'মিবু'ৰে লাহে লাহে প্ৰকৃত দেৱ-দেৱীৰ ওচৰলৈ জ্ঞাতব্য কথা বিচাৰি যায়। দেৱ-দেৱীসকলক বিচাৰি মিবুৱে এইদৰে গায়—

"দঃচি পিবিঃঙ্গ পিবিঃঙ্গ পগ্‌ৰুগা"

দঃচি পিবিঃ—বালি চৰাই (বালি চৰাই ৰূপে সকলো দেৱ-দেৱীক প্ৰাৰ্থনা জনাইছে)। মিবুৱে সকলো দেৱ-দেৱীক হাতযোৰ কৰি মিনতি কৰি জানিবলৈ খিচাৰিছে। কোনজন অপদেৱতাই এই ঘৰৰ (যাৰ ঘৰৰ কাৰণে মিবুৱে মঙ্গল চাইছে) বিপদ-বিঘিনি ঘটাইছে।

এইদৰে মিবুৱে বিচাৰি গৈ থাকোঁতে কঃজে পাঃত্তাং নামৰ ঠাই পায়। 'কঃজেনাঃনা'ৰ (লক্ষ্মীদেৱী) ওচৰত মিবুৰ উদ্দেশ্য বিবৰি কয়। 'কঃজেনাঃনা'ই 'দঃয়িংনাঃনা'ৰ (জ্ঞান-দেৱী বা সৰস্বতীৰ অনুৰূপা দেৱী) সকলো পৰামৰ্শ আৰু উপদেশ গ্ৰহণ কৰি সন্ধান লবলৈ আগ বাঢ়ে। মিবুৱে দঃয়িংনাঃনাৰ পৰা প্ৰকৃত অপদেৱতাৰ সন্ধান পায় আৰু দেৱতাজনৰপৰা কি কৰিলে দুখত পৰি থকা পৰিয়ালটো মুক্তি পাব সেই কথা জানি আহে। সকলো কথা জানি বুজি ঘূৰি যাওঁতে 'মিবু'ৰে তেওঁক লগোৱা পৰিয়ালক বিচাৰি এইদৰে 'আঃবাং' গোৱা শুনা যায়।

"তাঃচিগা চিগ আমুমাঃয়া
চিগ চিগি আম্‌মাঃয়া,
বকি কনায়া আম্‌মাঃয়া
কন্‌দাৰ্‌ কনায়া আম্‌মাঃয়া।"

তাঃচিগ্—এবিধ সৰু চৰাই। ই 'চিগ্ চিগ্' শব্দ কৰি কান্দে বা মাতে। সেই কাৰণে চিগ্ চিগ্ বোলা চৰাইটো নিশ্চয় 'তাঃচিগ্' চৰাইনে? বুলি বিচাৰিছে। সেইদৰে মিবুক লগোৱা পৰিয়ালটো কোন "গুমুনৰ" (গোত্ৰ) 'বকি'নে 'কন্দাৰ' বুলি বিচাৰিছে।

মিবুৱে এনিশাৰ ভিতৰতে আনকি সূৰ্য্য ওলোৱাৰ আগতে দেৱলোকৰ পৰা পুথিৱীলৈ ঘূৰি আহি দুখত পৰি থকা পৰিয়ালক সকলো আপদ-বিপদৰ কথা কয়। কথিত আছে ক্ৰমনাই ডাক

দিয়াৰ আগতে আহি সকলো বক্তব্য জনাব লাগে। আঃবাঙতো এই কথা আছে—

"ককলে কলে-ল আগয়া আইয়ে ল"

ককলে মতা কুকুৰাৰ ডাক। কুকুৰাই ডাক দিয়াৰ আগতে মিবুৱে এতিয়া আহি সকলো কথা জনাবলৈ সাজু হৈ আছে। দৈৱিক শক্তিৰ দ্বাৰা মিবুৰ আত্মাই দেৱলোকৰপৰা পৃথিৱীলৈ আহি দুখত পৰি থকা পৰিয়ালৰ মঙ্গল চাই দুখ মোচন কৰে।

মিবুৱে প্ৰকৃত দেও-ভূত বা অমঙ্গলৰ কাৰণ সম্পূৰ্ণ সন্দেহৰ লৈ এঘৰৰ ও গাঁৱৰ মানুহক – কোন মৃত উপৰিপুৰুষ বা দেও-ভূতে বিপদ ঘটাইছে আৰু তাৰ প্ৰতিকাৰৰ উপায় কি, এই খাতিৰি দিওঁতে মিবুৱে অৱচেতন অৱস্থাত 'মিবু গম্‌পাক্' (মিবুৰ ভাষা) কয়। এই ভাষা সৰ্বসাধাৰণ মানুহে বুজিবলৈ টান পায়। গতিকে জনা বুজা বুঢ়া লোকক এনে মঙ্গল চাওঁতে মাতি অনা হয়। এইখিনিতে উল্লেখ কৰিব পাৰি যে মিবুৱে অকল এঘৰৰ মঙ্গল অমঙ্গলৰ কথাই কয় এনে নহয়—আন মানুহৰ আপদ-বিপদ আৰু আগন্তুক দুৰ্ঘটনাৰ কথাও কয়। অৱশ্যে 'মিবু'ক 'কুন্‌চাগ্' (আগকৰি ৰখা) টোপোলা দিলেহে আন মানুহৰ কথা মিবুৱে কয়। নিজৰ ঘৰৰপৰা অনা চাউল লৈ পাতেৰে টোপোলা বান্ধিব লাগে। আঃবাং গাই থাকোঁতে মিবুৱে উক্ত মানুহজনৰ টোপোলাৰ কথা কয়। যিহেতু টোপোলা আগবঢ়োৱা মানুহজনৰ উপৰিপুৰুষৰ প্ৰেতাত্মাই মিবুক লক্ষ্য পথত আগভেটা দিয়ে কাৰণে বাধ্য হৈ মিবুৱে এইদৰে ঘোষণা কৰে—অমুক গুঃমুনৰ অমুক বংশৰ মানুহে মোক টোপোলা দিছে আৰু অমুক প্ৰেতাত্মাই বা দেও-ভূতে তেওঁলোকক বিপদত পেলাইছে আৰু অমুক কাম কৰিলে (বিশেষ দিব লগা পূজা উল্লেখ কৰি) প্ৰতিকাৰ হ'ব বুলি জনাইছে।

সমাজ ব্যৱধান আৰু সংস্কৃতি-ঐক্যৰ বৰ্ণনাও আবাঙত পোৱা যায়।

'মিবু আঃবাং'বোৰক পুঙ্খানুপুঙ্খকৈ বিশ্লেষণ কৰিলে—বনৰীয়া জীৱ-জন্তু, চৰাই-চিৰিকটি প্ৰকৃতিৰ মনোৰম সৌন্দৰ্য্যৰ বৰ্ণনা থকাৰ উপৰিও মানৱ সমাজৰ ক্ৰমবিকাশ সম্বন্ধে সুন্দৰ বৰ্ণনা পোৱা যায়। যি কোনো বিষয় বস্তুৰ বিকাশ আৰু

পৰিগণিত বৰ্ণনা থকাৰ কাৰণে 'আঃবাং'বোৰ সাধাৰণতে দীঘলীয়া। সেই কাৰণে গোটেই নিশা গায়ো 'মিৰু'ৱে কেতিয়াও 'আঃবাং' শেষ কৰিব নোৱাৰে। মুঠতে "মিৰু সকল" মিচিং জন-জীৱনৰ পথ পদৰ্শক আৰু 'আঃবাং'বোৰ লোক-সংস্কৃতিৰ অন্যতম উৎস।*

* ৰচনা, ডিচেম্বৰ, ১৯৭২ চন।

* প্ৰতিটো আবাঙৰ অৰ্থ ভাঙনি কৰি আলোচনা কৰিবলৈ অসমীয়া ভাষাত, তাৰ প্ৰতিশব্দ পোৱা নাযায়। —সম্পাদক।

# য়াল বা আত্মাৰ পুনৰানয়ন

নাহেন্দ্ৰ পাড়ুন

মিচিং ভাষাত 'য়াল' শব্দই দুটা অৰ্থ সূচায়—ছায়া আৰু আত্মা। 'য়াল' শব্দই দুটা অৰ্থ কৰাৰ এটা তাৎপৰ্য্য আছে। মিচিং লোক বিশ্বাসত আত্মা সম্পৰ্কে যি ধাৰণা সি অবিকল ছায়াৰ নিচিনা কাৰ্য্য কৰে। ছায়া শৰীৰৰ চৌকাষে আবৰ্ত্তমান। ৰ'দত বা পোহৰত ছায়াবিহীন মানুহ থাকিব নোৱাৰে। ছায়া-বিহীন মানুহ বা শৰীৰ মৃত-সদৃশ। শৰীৰৰ অবিহনে ছায়া থাকিব নোৱাৰে নাইবা ছায়াবিহীন শৰীৰৰ অৱস্থিতি স্বীকাৰ কৰা নাযায়। মৃতক সকলৰ আত্মা বা প্ৰেতাত্মাবোৰেহে ছায়া-বিহীন হৈ ঘূৰি ফুৰিব পাৰে। আত্মা মানুহৰ অগোচৰে বিচৰণ কৰিব পাৰে। আত্মাই দেহ বা শৰীৰৰ পৰা বাহিৰ হৈ অহাৰ লগে লগে সেই আত্মাধাৰী শৰীৰ বা মানুহজনৰো মৃত্যু অৱশ্যম্ভাৱী। মৃত লোকে বিচৰণ কৰিব নোৱাৰে। সেই বাবে ছায়া বা আত্মা এই দুটা শব্দৰ অৰ্থ মিচিং ভাষাত 'য়াল' যি জীৱন্ত মানুহৰ অঁৰত প্ৰতিজন মানুহৰ পিছে পিছে বিচৰণ কৰি ফুৰে।

হিন্দু ধৰ্মাৱলম্বীসকলৰ বিশ্বাস—আত্মা অদৃশ্য আৰু অমৰ। মৃত্যুৰ পিছত মানৱ দেহৰপৰা আত্মা বাহিৰ হৈ পৰমাত্মাৰ সঙ্গে বিলীন হয়। মানৱ দেহৰপৰা আত্মা বাহিৰ হৈ অহাৰ লগে লগে সেই আত্মাধাৰী দেহৰ অৰ্থাৎ সেই মানুহৰ মৃত্যু নিশ্চিত। মিচিংসকলৰ বিশ্বাসৰ আত্মা ইয়াতকৈ কিছু পৃথক। মিচিংসকলে বিশ্বাস কৰে যে প্ৰতিজন মানৱ দেহত এটি 'য়াল' বা আত্মা আছে, যি জীৱন্ত মানুহৰ দৰেই বিচৰণশীল। এই আত্মা অমৰ আৰু অদৃশ্য। মানৱৰ মৃত্যুত দেহৰ আৱৰণৰপৰা আঁত্মা বাহিৰ হৈ ওলাই আহে। কিন্তু পৰমাত্মাত বিলীন নহয়। এই সংসাৰতে আন আন মানুহ, জীৱ-জন্তু বিচৰণ কৰাৰ দৰেই

বিচৰণ কৰি ফুৰে। কিন্তু আত্মাৰ বিচৰণ মানুহৰ দৃষ্টিৰ অগোচৰ। এই পৃথিৱীত থাকি আন আন জীৱ-জন্তুৰ দৰে বিচৰণ কৰিও অদৃশ্য হৈ থকাৰ বাবে মৃতক সকলৰ আত্মা আৰু প্ৰেতাত্মা-বোৰে (উয়ু, উৰম্) মানুহে তেওঁলোকৰ প্ৰতি অপকাৰ কৰিলে, প্ৰতিশোধ লবলৈ সুবিধা পায়। এনে প্ৰতিশোধ পৰায়ণ আত্মা, অপদেৱতাসকলৰ লক্ষণৰ সৈতে একে।

পৃথিৱীৰ যিকোনো আদিম জাতিৰ লোক-বিশ্বাস সমূহ বিশ্লেষণ কৰিলে দেখা যায় যে তেওঁলোকে মৃত্যু আৰু সুষুপ্তিৰ মাজত বৰ বেছি প্ৰাৰ্থক্য ৰাখিব নোৱাৰে। তেওঁলোকৰ মতে মৃত্যুত চিৰকালৰ কাৰণে আত্মা দেহৰ পৰা বাহিৰ হৈ ওলাই যায়। সুষুপ্তিত সাময়িকভাৱে দেহৰপৰা বাহিৰ হয়।[১] সুষুপ্তিৰ কালছোৱাত বা নিদ্ৰাৰত সময়ত আত্মা কেতিয়াবা সাময়িকভাৱে দেহৰপৰা বাজ হৈ বিচৰণ কৰিব পাৰে। নিদ্ৰাৰত অৱস্থাত আত্মাই বহুদূৰ বিচৰণ কৰিলে সেই মানুহজনক জগালেও সাৰ নাপায়। সেইবাবে নিদ্ৰাৰত অৱস্থাত হঠাতে মানুহক জগোৱাটো কোনো কোনো জনজাতীয় সমাজত নিষেধ (taboo); কিয়নো সেই মুহূৰ্ত্তত আত্মাৰ প্ৰত্যাবৰ্ত্তন নহ'লে মানুহজনৰ মৃত্যু হ'ব পাৰে। কেতিয়াবা ভাঙৰ জ্বৰ নৰিয়া হ'লেও মানুহ অতিশয় নিদ্ৰামগ্ন নাইবা অচেতন হয়। এই সময়ছোৱাতে মানৱ দেহৰ-পৰা আত্মা ওলাই যায় বুলি বিশ্বাস কৰে।

প্ৰশ্ন হয়, আত্মাই নিজৰ বেশ স্বৰূপে দেহৰ সাজ এৰি কিয় বাহিৰ হৈ ওলাই যায়? মিচিংসকলৰ বিশ্বাস মতে সাময়িক সুষুপ্তিত আত্মাই দৈনন্দিন জীৱনৰ দৰেই নাতিদীৰ্ঘ ঠাইলৈ ভ্ৰমণ কৰিব পাৰে। কিন্তু জ্বৰ নৰিয়াৰ সময় ছোৱাত মানুহৰ অচেতন অৱস্থাত আত্মাই তিনি ঠাইলৈ যাব পাৰে। প্ৰথমটো হ'ল সচৰাচৰ সকলো মৃতকৰ আত্মাই যি ঠাইত বাস কৰে সেই ঠাইলৈ যায়। দ্বিতীয়টো হ'ল —কোনো ব্যক্তি বা পৰিয়ালে কোনো দেৱতা বা মৃত পূৰ্বপুৰুষ সকলৰ (উৰম্) অপকাৰ কৰিলে নাইবা তেওঁলোকে বেয়া পোৱা কাৰ্য কৰিলে তাৰ প্ৰতিশোধ স্বৰূপে দণ্ড বিচাৰি সেই পৰিয়ালৰ কোনো ব্যক্তিৰ আত্মা বা মালিক বলপূৰ্বকভাৱে কাঢ়ি লৈ স্বৰাজ্যত প্ৰৱেশ কৰে। সেই

১. J. Frazer—The Golden Bough.

দেৱতা, অপদেৱতা বা উৰমসকলক পূজা-পাতলেৰে সন্তুষ্ট কৰিব নোৱাৰা পৰ্যন্ত 'ব্লাজ'ক তেওঁলোকে আবদ্ধ কৰি ৰাখে। 'মিৰু'ৰ (দেওধাই) হতুৱাই মঙ্গল চাই তাৰ প্ৰতিবিধানৰ কাৰণ জানি লৈ পূজা অৰ্চনা কৰিলে দেহলৈ আত্মাৰ পুনৰাগমন হয় বুলি বিশ্বাস কৰে। অৰ্থাত সাময়িকভাৱে আত্মা দেহৰ বাহিৰত থাকিব পাৰে আৰু পূজা-পাতলৰ যোগেদি আত্মাক পূৰ্বৰ স্থিতাৱস্থালৈ ঘূৰাই আনিব পাৰে।

মিচিংসকলে মিৰুৰ জৰিয়তে আত্মা কেনেকৈ ঘূৰাই আনে সেই বিষয়ে এই প্ৰবন্ধত আলোচনা কৰা হ'ল—

মিচিংসকলে জ্বৰ নৰিয়াত পৰিলে তাৰ নিৰাময়ৰ কাৰণে মিৰু-মিৰুৰ আশ্ৰয় লয়। মিৰুৱে গৈ সেই ৰোগীজনক কেনে ধৰণৰ বেমাৰ হৈছে, কি কাৰণে হ'বলৈ পাইছে তাৰ বিচাৰ লয়। কোনো কোনো বেমাৰৰ লক্ষণ চাই নাইবা 'মিৰু'য়ে মঙ্গল চাই নাইবা ৰোগীজনৰ 'ব্লাজ' নাইকিয়া হৈছে বুলি গম পালে তেওঁ বিশেষ এক অনুষ্ঠানৰ যোগেদি 'ব্লাজ' অনুসন্ধান কৰে। তেওঁৰ 'ব্লাজ' অনুসন্ধানৰো কেবাধৰণৰ প্ৰক্ৰিয়া আছে।

এই অনুষ্ঠানৰ কাৰণে 'মিৰু-মিৰু'ক বিশেষ ধৰণে নিমন্ত্ৰণ কৰি অনা হয়। 'মিৰু-মিৰু'ৰ এই অনুষ্ঠানক 'মিৰু দাগ্‌নাম্‌' বুলি কোৱা হয়। এই অনুষ্ঠান নিশাহে হয়। মিৰুৱে আঃবাং গীত গাই গাই এক দৈৱী শক্তিৰ জৰিয়তে প্ৰেতাত্মা ৰাজ্যলৈ প্ৰৱেশ কৰিব পাৰে। মিৰুৱে আত্মাৰ অনুসন্ধানত দৈৱী শক্তিৰ জৰিয়তে সেই ৰাজ্যলৈ প্ৰৱেশ কৰি ভিন ভিন ৰাজ্য অতিক্ৰম কৰে। এই ৰাজ্যত 'দঃঞি-পঃল'ৰ (সূৰ্য-চন্দ্ৰ) ৰাজ্যলৈ যোৱা আৰু প্ৰেতাত্মা স্বৰাজ্যলৈ যোৱা বাট আছে। প্ৰেতাত্মাৰ ৰাজ্য কেবাটাও আছে যেনে—ৰম্‌কু—আটাইতকৈ প্ৰাচীন প্ৰেতাত্মাসকলৰ স্থান, ৰম্‌নু—নতুন প্ৰেতাত্মাসকলৰ স্থান, ৰুম্‌তাঁ—সৰু আৰু কম বয়সীয়া ল'ৰা-ছোৱালীৰ প্ৰেতাত্মাৰ স্থান, আৰু ৰম্‌জে আকস্মিক দুৰ্ঘটনাত মৃত্যু হোৱা প্ৰেতাত্মাৰ স্থান। অণুটি আৰু প্ৰসৱৰ সময়ত মৃত্যু হোৱা আৰু আকস্মিকভাৱে মৃত্যু হোৱা মানুহৰ আত্মা যি ঠাইত থাকে তাক "ৰিঃপঃভালাং" বুলি জনা যায়। মিৰুৱে 'মিৰুদাগ্‌নাম্‌' বা দেওধাইৰ মঙ্গল চোৱা বিশেষ

কাৰ্যৰে নিজকে দৈৱীশক্তিসম্পন্ন কৰি সেই আন্তঃৰাজ্যলৈ প্ৰৱেশ কৰাৰ ক্ষমতা লাভ কৰে।

এই মিবু দাগ্নাম্ অনুষ্ঠানত মিবুৱে তেওঁতকৈ অধিক শক্তিশালী মৃত মিবু আত্মা আৰু মিবুসকলৰ আত্মা আৰু গাওঁখনৰ পূৰ্বে মৃত্যু হোৱা গণ্য-মান্য সন্মানীয় ব্যক্তিসকলৰ আত্মাক আমন্ত্ৰণ কৰি আনি কোন পথেৰে গলে সেই বিশেষ ৰোগীজনৰ য়াল বিচাৰি পোৱা যাব, তাক সুধি লয়।

য়াল বিচাৰি যাওঁতে মিবুৱে গন্তব্যস্থানত বিভিন্ন ধৰণৰ বাট পথৰ সম্মুখীন হয়। সেই সময়ত বাহ্যিক লোকানুষ্ঠানত থকা মানুহখিনিয়ে মিবুক দেখা পালেও তেওঁৰ দৈৱিক শক্তিৰে দৃষ্টিৰ আগোচৰে বিভিন্ন পথবোৰ নানান আকৃতি ধৰি পাৰ হৈ যায়। বহল নদী, দুৰ্গম পৰ্বত, পাহাৰ থাকিলে চৰাই হৈ উৰি যায়, ভাঠ-ঘন হাবি থাকিলে বাঘৰ আকৃতি ধৰি পাৰ হয়, নাইবা সাপহৈ বগাই যায়। সৰু নদী বা বিল থাকিলে উদ্‌হৈ সাঁতুৰি যায়। (এই সময়ছোৱাতে মিবুৱে আঃবাং গীত গাই গাই অচেতন হয়, কেতিয়াবা জীৱ-জন্তু, পশু-পক্ষীৰ দৰে অঙ্গী-ভঙ্গী কৰে। অভিজ্ঞ লোকসকলে মিবুৰ এই কাৰ্যাৱলীৰপৰা আন্তঃৰাজ্য প্ৰৱেশৰ ইঙ্গিত পায়।) তেনেকৈ গৈ গৈ অৱশেষত এটা বিৰাট সাগৰ-সদৃশ বিলৰ পাৰ পায়গৈ। তাক মিবু ভাষাত "কঃজে পাঃতাং চয়িদ্" বুলি কোৱা হয়। মিবুৱে অতিক্ৰম কৰা আটাই-তকৈ ডাঙৰ বিল এইখনেই। এই কঃজে পাঃতাং নামৰ সৰোবৰ-সদৃশ বিলৰ পাৰত কেতিয়াবা ডাঙৰ ডাঙৰ প্ৰেতাত্মা অপদেৱতা (উয়ু, উৰম) আদিও গোট খায়হি। জীৱজন্তু আৰু মানুহৰ মৃত আত্মাই তাতে পানী খায়হি। এই খিনিলৈকে আহি মিবুৱে গম গতি লয়। এই বিলৰ পাৰত সমবেত হোৱা আটাইবোৰ প্ৰেতা-ত্মাতকৈ ডাঙৰ গৰাকীৰ নাম "দঃয়িং আনী" বুৰঞ্জী মাতৃ mother of history (কোনো কোনো আঃবাঙত বিশেষকৈ আদী আঃবাঙত 'দঃয়িং আনী' সৰস্বতীৰ সমকক্ষ বুলিব পাৰি) হিন্দু বিশ্বাসত নৰকৰ যম ৰাজ্যত চিত্ৰগুপ্তই মৃতকৰ সকলো হিচাপ ৰখাৰ দৰে 'দঃয়িং আনী' বা বুৰঞ্জী মাতৃয়ে আটাইবোৰ আত্মাৰ ঘটনা, কাহিনী আৰু কোন ক'ত থাকে তাৰ হিচাপ ৰাখে। কঃজে পাঃতাঙলৈ গৈ পালে মিবুৱে তেওঁকেই আগমনৰ বক্তব্য বিবৰি কৈ তেওঁৰ

সন্তুষ্টিৰ বাবে নিচুকনি গীত হিচাপে আংবাং গীত গায়। দঃয়িং মাতৃয়ে প্ৰসন্নচিত্ত হ'লে মিৰুয়ে ইহজগতৰ ৰোগীজনৰ য়াল ক'ত আছে তাক সন্ধি লয়। দঃয়িং মাতৃয়ে প্ৰসন্ন নহ'লে উত্তৰ নিদিয়ে। সেইকাৰণে মিৰুয়ে তেওঁক এইদৰে নিচুকাই গায়—

দঃচি পিৰি-লা পিৰি-লা পগ্য়গা
দঃচিকা লাকৰাম্ পিৰি-লা পগ্য়গা
জেমানী কৰনা পিৰি-লা পগ্য়গা।

নিচুকনিত মিৰুয়ে 'দঃয়িং নাংনী' বা বুৰঞ্জী মাতৃ বুলি সম্বোধন নকৰি 'পগ্য়গা' বুলি সম্বোধন কৰে। গীতৰ শেষত সেৱা কৰি সেই 'য়াল'ৰ বাৰ্তা সোধে। দঃয়িং মাতৃয়ে সন্তুষ্ট হৈ কোন ঠাইত সেই য়াল আছে তাৰ সন্ধান দিলে মিৰুয়ে নিৰ্দেশ মতে পুনৰ যাত্ৰা কৰে। সেই ৰোগীৰ য়াল থকা ঠাইলৈ গৈ উপস্থিত হ'লে তেওঁ নিজে সেই ঠাইত প্ৰবেশ কৰিব পাৰে নাইবা কাৰোবাক পাচিও সেই বাৰ্ত্তা সোধাব পাৰে। নিজে আহি নাইবা আন কোনোবা আত্মাৰ জৰিয়তে বাৰ্ত্তা প্ৰেৰণ কৰিলেও 'য়াল' কাঢ়ি নিয়া অপদেৱতা গৰাকীয়ে তাৰ প্ৰত্যুত্তৰ দিয়ে। (সেই চঃয়িদত ৰোগীৰ আত্মা বা য়ালই এটি সৰু ল'ৰা বা ছোৱালীৰ আকৃতি লৈ খেলি থাকে। মিৰুয়ে ধৰিবলৈ চেষ্টা কৰিলে পলুকা মাৰি কোনোবা এঠাইত ওলায়গৈ। সেই সময়ত ৰোগীৰ য়ালই ইহ-জীৱনৰ কথা সমূলি পাহৰি যায়। অপদেৱতাৰ সংম্মোহনত ভোল গৈ তাৰ পৰা ঘূৰি আহিবলৈকো ইচ্ছা নকৰে। মিৰু আৰু য়াল নিয়া অপদেৱতাই সেই সময়ত য়ালটোৰ বাবে দৰ দাম কৰে। অৰ্থাৎ য়াল নিয়া অপদেৱতাই যি বস্তু বিচাৰে সেইখিনি গৃহস্থক দিয়াম বুলি প্ৰতিশ্ৰুতি দিব পাৰিলেহে তেওঁ য়াল ঘুৰাই পঠিয়াব। এই আলাপ-আলোচনাখিনিকে মিৰুয়ে সেই অনুষ্ঠানত উপস্থিত থকা ৰাইজৰ আগত ব্যক্ত কৰে। সমবেত ৰাইজৰ মাজত কোনো কোনো জনা-বুজা লোকে তেওঁৰ বক্তব্য মনত বান্ধি থয়। অপদেৱতাই কি ধৰণৰ প্ৰতিদান বিচাৰিছে তাক ভাঙি পাতি কয়। উদাহৰণ স্বৰূপে গাহৰি এটাকেই বিচাৰিছে, বা কুকুৰাকেই বিচাৰিছে, তাৰো বৰ্ণনা সম্পূৰ্ণ কৈ দিয়ে। বঙা, বগা, মতানে মাইকী কুকুৰা লাগিব তাৰো স্পষ্ট বৰ্ণনা দিয়ে। গাহৰি বিচাৰিলে সম্পূৰ্ণ বগা (য়েক্পুং) নাইবা, কপালত বগা ফোঁট থকা

( তুম্পুং ), ভৰি কেইটা বগা ( লাপুং ), কাণ কটা (কংজেক), নেজ কটা (মেতুং), মূৰ ছোৰা বগা ( পাঃপং ) ইত্যাদিৰ বৰ্ণনা দিয়ে। এই বৰ্ণনা অনুযায়ী ঘৰৰ গিৰিহঁতক গাহৰি বা কুকুৰা বিচাৰি আনিবলৈ দিয়া হয়। এইখিনি অনাৰ পিছত সেই বিশেষ অপদেৱতাৰ নাম লৈ ‘আগ’ কৰি পাঁচ বছৰ বা তিনি বছৰৰ মূৰত পূজা দিয়া হ’ব বুলি প্ৰতিশ্ৰুতি দি ৰাখে। এই সময়ছোৱাতে ঘৰৰ গিৰিহঁতে পূজাৰ সকলো সামগ্ৰী প্ৰস্তুত কৰি ৰাখে। যথা সময়ত পূজা দিবৰ সময়ত আকৌ সেই মিবু-জনক পূজা অৰ্পণ ক্ৰিয়া সমাপ্ত কৰিবলৈ মাতি অনা হয়। মিবুৱে পূজাৰ নৈবেদ্য আগ কৰি দিয়াৰ বাবে ইতিমধ্যে ৰোগীও আৰোগ্য হৈ উঠে। মিবুৱে পূজাৰ দিনাখন সেই অপদেৱতাৰ নামৰ গাহৰি মাৰি ৰোগীজনক বিশেষ এটা ৰীতিৰে (জঃচাক্) সেইখোৰ খাবলৈ দিয়ে। (ৰোগীজনক খাবলৈ দিয়াৰ অৰ্থ তেওঁৰ শৰীৰত থকা ‘য়াল’তেই তেতিয়াও অপদেৱতা অন্তৰ্নিহিত হৈ থাকে বুলি বিশ্বাস কৰে)। পূজাৰ দিনা গাহৰি কুকুৰা আৰু পংৰ আপং ( মদ ) ৰোগীক খুৱাই তাৰ য়ালক নিচুকাই মাতি অনা হয়। মিবুৱে য়ালক এইদৰে নিচুকাই মাতে—“চিদা আকচিয়া, নম্ ৰমি আঃজি চক্ য়াল ৰম্না আত তকু নম্ তকু গুম্পঃ নম্, চিল তাংঙ য়েগ্ৰাক য়িঃপাঃলক্ অগ্বিলা নম্ চিল য়াল জংচাক্ক জঃবি দুংকুনা। য়েগ্লঃ দৰ্গম্ দৰ্বি দুংকুনা। চিল চিদা অজং কান্মাংক কাদ্বিলা কেঃচি পুমাংক পুৰি দংকুনা, চ মুই গাঃবলা দৰা-তুঙা তকুলাংকা. দপং আপিনাম্ চিদা নম্ চাগ্বি দুংকুনা। চিদা মানাঃপা গুআলাংকুকা। য়ালুৰাম্ তবিলাংকুকা। চক্লঃ দৰ্গম দৰ্বি তুংকুনা. য়েগলং দৰ্গম্ দৰ্বি তুংকুনা. অদাং কাত্মাংক কাত্বিতুনা। কেঃচি পুমাংক পুৰিতুংকুকা। মুই গাঃবলা চ মানাঃপা য়ালুৰাম্ তলুগ্ বিলাংকুকা।”

“এয়া, ৰমি গোত্ৰ আজুককা দেউতা (যদি সেই উমৰে য়াল নিয়ে) আজি তোমাৰ স্মৰণে পাঁচবছৰীয়া এটা মতা গাহৰি বধ কৰি পূজা অৰ্পণ কৰা হৈছে। ইয়াৰ লগতে পংৰ আপং ( ৰঙা ছাই মদ) আৰু আদা মিহলি মাছ (আপঙৰ লগত জুইত দগাই খাবৰ বাবে তৈয়াৰ কৰা আচাৰ জাতীয় খাদ্য বিশেষ) আগ বঢ়াইছোঁ। তুমি অতি আনন্দ মনেৰে খাবলৈ আহা। সকলোতকৈ আগতীয়াকৈ

তোমাৰ জাগৰখিনি আগবঢ়াইছোঁ। তুমি সোনকালে আহঁা। সোন-কালে য়াল ঘূৰাই দিয়া। পাঁচবছৰীয়া গাহৰি মণ্ডহ আপং আদা-মাছ সকলো সম্ভাৰ তোমালৈ আগবঢ়াইছোঁ। আনন্দ চিত্তে তুমি আহঁা আহঁা।"

এইদৰে মিবুৱে আহ্বান কৰাৰ পিছত ৰোগীক খাবলৈ দিয়া হয়। তাৰ পিছদিনা মিবুৱে স্বচক্ষে দেখা পোৱাকৈ য়াল ঘূৰাই আনে। এই দ্বিতীয় দিনাৰ য়াল অনাৰ কাৰ্যও মন কৰিবলগীয়া। মিবুৱে এঠাইত মেগেলা গছৰ পাতেৰে সৈতে চাৰিডাল আনি চাৰি-কোণীয়াকৈ গুজি থৈ তাৰ ওপৰত সৰুকৈ এটা চাং সাজে। চাংখনৰ লগত লাগি থকাকৈ এটা জখলাও সৰুকৈ কাটি দিয়ে—(যেনিবা য়ালাই সেই চাঙলৈ উঠিছে আহিব) মেগেলা গছ, চাঙ আৰু জখলাত পনীয়া নকৰা ছাই মদ (পঃনগু) আদা-মাছ ইত্যাদি সামগ্ৰী সমূহ সানি দিয়া হয়। তাৰ কাষতে ৰোগীক (যিজনে ইতিমধ্যে আৰোগ্য হৈছে) বহিবলৈ দি ভেওঁৰ গাত বগা চেলেং চাদৰ এখন উৰিবলৈ দিয়া হয়। মিবুৱে তাৰ কাষতে থিয় হৈ পুৰণি সকাম-নিকামত ব্যৱহাৰ কৰা এবিধ বিশেষ ধৰণৰ দেওঘণ্টা বজাই এইদৰে য়াল মাতে।

"উমলে আ-য়া-মা-ল লব
লব উমলে আ-য়া-মা-ল লব।"

এইফাঁকি কেৰাধাৰো ঘূৰাই ঘূৰাই গালে শুনি সন্তুষ্ট হৈ সেই অপদেৱতা বাজ্যৰপৰা দৌৰি আহে। য়াল নিয়া অপদেৱতাও য়াল এৰি দিয়ে। য়াল ঘূৰি আহিলে মেগেলা ফুলৰ দৰে 'বগা কোমল' এটি টুকুৰা হৈ উৰি আহে। অলপ বগা কপাহ হাতত লৈ মিবুৱে হাত পাতি তাক ধৰি আনি ৰোগীৰ মূৰত কপাহৰে সৈতে জাপি দি তাৰ ওপৰত এটা পাগুৰি মাৰি দিয়ে। তেতিয়াৰেপৰাই দেহৰ বাহিৰ হোৱা য়াল সম্পূৰ্ণকৈ মানুহজনৰ শৰীৰত থিত লয়।

মিবু-মিবুসকলৰ য়াল ঘূৰাই অনা কাৰ্য্যৰপৰা আত্মা সাময়িক-ভাৱে দেহৰ বাহিৰত বিচৰণ কৰাৰ কথা প্ৰতীয়মান হয়। এই সাময়িক বিচৰণ কিন্তু মৃত্যুমুখী মানুহৰ আত্মাৰ সতে একে নহয়। প্ৰকৃত মৃত্যুত মানুহৰ আত্মা দেহৰপৰা সম্পূৰ্ণকৈ বাহিৰ হৈ গুলাই আহে। তাক ঘূৰাই অনা সম্ভৱপৰ নহয়।*

*মিবুৰ য়াল আনয়নৰ বিষয়ে বুলাইক-শ্ৰীমাধৱ-প্ৰেমৰ পৰা তথ্য পাতিব সাহায্য পোৱা হৈছে—লিখক "ৰচনা, ডিচেম্বৰ, ১৯৭২ চন।

# মিচিং অপুনৰ উৎপত্তি আৰু বিচাৰ

নাহেন্দ্ৰ পাদুন

বৰ্ণ হিন্দুসকলৰ মাজত যিদৰে পৌৰাণিক ঋষিৰপৰা উৎপত্তি হোৱা বুলি বিশ্বাস কৰি সেই ঋষিৰ নামেৰে গোত্ৰ বিচাৰ কৰে, মিচিংসকলেও পৌৰাণিক একো একোজন ব্যক্তিৰপৰা উৎপত্তি হোৱা বুলি বিশ্বাস কৰি সেই নামেৰেই গোত্ৰ বিচাৰ কৰে। অৱশ্যে মিচিংসকলে হিন্দু ধৰ্ম গ্ৰহণ কৰিছে যদিও বৰ্ণহিন্দুৰ দৰে পুৰাণৰ কোনো ঋষিৰ নাম গ্ৰহণ কৰা নাই। মিচিং লোকবিশ্বাসৰ মনোৰাজ্যত থকা দেৱতাৰ নামেৰেহে মিচিংসকলে গোত্ৰ বিচাৰ কৰে। কোনো এজন দেৱতাৰ (আগাম) পৰা উৎপত্তি হোৱা বা জন্ম লাভ কৰা ব্যক্তি, তেওঁৰ পুত্ৰ-পৌত্ৰাদি, পৰিয়াল আটায়ে সেই দেৱতাৰ নামেৰে নাইবা 'তৎপুত্ৰ-পৌত্ৰাদি' বুলি চিনাকি দিয়ে। মিচিং ভাষাত এই গোত্ৰৰ সমাৰ্থক শব্দ হৈছে— 'অপুন্'। মিচিং ভাষাৰ এই 'অপুন্' শব্দৰ সমাৰ্থক হিচাপে বহুতে 'কুল', 'বংশ', 'বংশধৰ', 'জাত', ইত্যাদি অসমীয়া শব্দ ব্যৱহাৰ কৰে। এই শব্দ কেইটাৰ ব্যৱহাৰত নৃতাত্বিক সংজ্ঞা সম্যক ৰূপে নিৰূপিত নোহোৱাৰ বাবে কোনোটোকে আমি মিচিং অপুন্ শব্দৰ সমাৰ্থক বুলি কব নোৱাৰোঁ। কিন্তু বৰ্ণ হিন্দুৰ গোত্ৰ বিচাৰত যেনেকৈ একো একোজন ঋষিৰপৰা সন্তান-সন্ততি বাঢ়ি বংশ পৰিয়াললৈ বিস্তাৰিত হ'ল ঠিক সেইদৰে মিচিং সকলৰো বাঢ়িল। সেই অৰ্থত অপুন্ শব্দই বংশ, কুল, পৰিয়াল আৰু খেল এই আটাইবিলাকক সাঙুৰি লব পাৰে।

'অপুন্' শব্দৰ আভিধানিক অৰ্থ হৈছে—অ ধাতু—জন্ম দিয়া, 'পুন্' অনুসঙ্গ; বা একেলগে জন্ম লাভ কৰা কুটুম্ব। অৰ্থাৎ এটা মূলৰ পৰা জন্ম লাভ কৰা আত্মীয় ব্যক্তি। ইংৰাজীত ক্ৰমে Lineage>sibs>clan বুলি ব্যৱহাৰ কৰিব পাৰি।[1] সম্প্ৰতি আমাৰ আলোচনাত এই তিনিটা বিষয়তে গুৰুত্ব দিয়া হ'ব।

১। Lineage, sibs, clan শব্দৰ সঠিক পৰিভাষা নোপোৱাৰ বাবে আমি ইয়াত ইংৰাজী শব্দকে তুলি দিছোঁ।

অৰুণাচলৰ চিয়াং জিলাৰ আদী আৰু অসমৰ মিচিংসকলে বিশ্বাস কৰে যে এই সমগ্ৰ বিশ্বব্ৰহ্মাণ্ডৰ এজন সৃষ্টিকৰ্ত্তা আছে। তেওঁৰপৰাই এই বিশ্বব্ৰহ্মাণ্ডৰ জীৱজগতৰ সৃষ্টি সম্ভৱ হৈছে। সেই কাৰণে বংশাৱলীৰ পুৰুষনামা হিচাপ কৰোঁতে সেই আদিতম পৰম স্ৰষ্টাজনৰ নামৰপৰা আৰম্ভ কৰে। এইখিনিতে মন কৰিবলগীয়া যে বৰ্ণহিন্দুৰ গোত্ৰৰ নাম গণনা কৰোঁতে বিশেষ এজন ঋষিৰপৰাহে আৰম্ভ কৰে। কিন্তু ঋষি স্ৰষ্টাৰ পূৰ্বৰ পুৰুষসকলৰ নাম উল্লেখ নকৰে। মিচিংসকলে সৃষ্টিৰ অনাদি পাতনিৰপৰাহে আৰম্ভ কৰে। আদী—মিচিংসকলৰ মতে বিশ্বব্ৰহ্মাণ্ড সৃষ্টিৰ আদিতম ৰহস্য হৈছে—'কায়ুম্' যি অব্যক্ত, অবৰ্ণনীয়, অদৃশ্য ; যাক ভাবেৰে প্ৰকাশ কৰিব নোৱাৰি, আনকি উপলব্ধিও কৰিব নোৱাৰি।[২] এই কায়ুমৰ পৰা ক্ৰমে—য়ুম্‌কাং> কাঃচি> চিয়াং> আন্‌ব>ৰমুগ্> মুক্‌চেং>চেঃদ্‌ হৈছে। এই চেঃদ্‌ সৃষ্টিৰ জৈৱিক ৰূপত প্ৰকাশ পোৱা আদিতম দেৱতা 'চেঃদ্‌' পুৰুষ আৰু তেওঁৰ প্ৰকৃতি ৰূপৰ নাম 'মেঃল'। এই চেঃদ্‌-মেঃলক সাংখ্য দৰ্শনৰ পুৰুষ আৰু প্ৰকৃতিৰ লগত তুলনা কৰিব পাৰি। চেঃদ্‌-মেঃলৰ সৃষ্টিৰ আগৰ ছটা স্তৰ হৈছে—বিবৰ্ত্তনৰ ৰূপ বা অৱতাৰ। এই স্তৰবোৰে বিশ্ব-ব্ৰহ্মাণ্ডত একোৰেই সৃষ্টি হোৱা নাছিল। গতিকে এই অৱস্থাক পৰমাৰ্থিক তত্ত্বৰ স্তৰ ( Ethereal atmosphere ) বোলাহে যুগুত হ'ব। চেঃদ্‌ আৰু মেঃল "আদিতম্ পুৰুষ আৰু প্ৰকৃতিৰ" সংযোগত আকৌ সাতোটা বিবৰ্ত্তন বা অৱতাৰ হ'ল। চেঃদ্‌> দূলুং>লুঃতুং>তুঃয়ে>য়েপা>পাদং।[৩] 'পাদং' হ'ল এই পৃথিৱীৰ আদি মাতৃ, যিয়ে এই পৃথিৱীৰ দেৱ-দেৱতা, নৰ-নাৰী, জীৱ-জন্তু, গছ-গছনি, পোক-পৰুৱা সৃষ্টি কৰিলে। সেই কাৰণে মিচিং অপুন্‌ৰ বংশাৱলী গণনা কৰোঁতে পাদং মাতৃৰ নাম বিশেষভাৱে উল্লেখ কৰে। আদী, পাঃদাম আৰু মিঞংসকলে কায়ুমৰপৰা গণনা কৰে। কায়ুমৰপৰা পাদঙলৈকে নামাৱলী একে হোৱাৰ হেতুকে মিচিংসকলৰ বহুতে আগৰছোৱা বাদ দি পাদঙৰ পৰাহে আৰম্ভ কৰে।

---

২। মিচিং লোকবিশ্বাসৰ সৃষ্টিতত্ত্ব সম্পৰ্কে স্থানান্তৰত আলোচনা কৰা হৈছে। শচীন ৰয়ৰ—"Aspects of Padam Minyong culture" দ্ৰষ্টব্য।

৩। এই 'পাদং' গুঃমলত ব্যৱহাৰ কৰা পৰিয়ালৰ দেৱতা নহয়।

উদাহৰণ স্বৰূপে 'বাগন্'[৪] আৰু 'পাব্‌তুন্'[৫] অপ্‌নৰ উৎপত্তি আৰু সৃষ্টিৰ আদিতম ৰূপৰপৰা তাৰ বিৱৰ্তনৰ ক্ৰমবিকাশ আৰু পুৰুষনামা তলত দিয়া হ'ল ঃ—

বাগন্ অপ্‌ন্ ঃ




৪।৫ এই পুৰুষনামা পাছিঘাটৰ শ্ৰীহৰকান্ত বেগমৰ ( বাগন্ )পৰা পোৱা হৈছে। অসমীয়া আখৰত 'বেগম' লিখা হয় যদিও মূল উচ্চাৰণ ৰক্ষা কৰিবৰ কাৰণে আমি ইয়াত মচুলকৈ গৃহীত কূট ব্যৱহাৰ কৰি 'বাগন্' আৰু 'পেৰতিন্'ৰ ঠাইত 'পাব্‌তুন্' লিখিছোঁ।

**পাৰ্‌তুন্ আৰু পাৰ্‌মেঃ**

কায়ুম্
|
য়ুম্‌কাং
|
কাঃচি
|
চিঃয়াং
|
আন্‌ব
|
বমুগ্
|
মুক্‌চেং
|
চেঃদু
|
দুলুং
|
লুঃতুং
|
তুঃয়ে
|
য়েপা
|
পাদং
↑

পাদং
|
দঃল
|
লনুং
|
নুঃদা
|
দায়
|
য়িকে
|
কেঃপাং
|
পাঃপাৰ্
|
পাৰ্‌মে —— পাৰ্‌তুন্

পাৰ্‌মে: মেঃবাং, মেঃকব্
পাৰ্‌তুন্: তুন্‌বুং, তুনঘাং
মেঃবাং → বাংকং
তুন্‌বুং: কপ্‌জাম্, কপতুন্, কপ্‌চি
বাংকং: কঃপুল, কংকা, কঃলুং, কঃপক

এই দুটা পুৰুষনামাৰ উদাহৰণৰ পৰা আমি এই কেইটা সিদ্ধান্তলৈ আহিব পাৰোঁ।

৫। এই পুৰুষনামা পাহিঘাটৰ ওচৰৰ কেম্বাং দাৰ'ৰ শ্ৰীকলাং পাৰ্‌মেৰ পৰা পোৱা হৈছে।

ক) কায়ুমৰপৰা পাদঙলৈকে আটাইবোৰ অপুনৰ পুৰুষ-নামা একে। এইখিনি নাম সৃষ্টিৰ বিকাশ আৰু বিবৰ্ত্তনৰ ৰূপহে। এই ছোৱালৈকে কোনো জাগতিক পদাৰ্থ বিশ্বব্ৰহ্মাণ্ডত সৃষ্টি বা জন্ম হোৱা নাছিল।

খ) পাদং মাতৃ জন্ম হোৱাৰ লগে লগে তেওঁ এই পৃথিবী, মাতৃ বসুমতী (কিঃনা নাঃনা), তানিঃ তাবং (মানুহ-প্ৰেত), আঁচিংআলুং (গছ-গছনি, শিল), তাকম্-তাৰুক্ (পোক-পৰুৱা) সৃষ্টি কৰিলে। গতিকে দেৱতা, অপদেৱতা আৰু মানুহবো জন্মদাতা মাতৃ তেৱেঁই।

গ) পাদং মাতৃয়ে যি সময়ৰপৰা মানৱ সৃষ্টি কৰিলে, তাৰপৰা এঘাৰটা ক্ৰম বা পুৰুষৰ পিছতহে 'ৰাগন্' নামৰ ব্যক্তি জনৰ জন্ম হৈছে। ৰাগনৰ দুজন ভাই-ককাই, ডাঙৰ জনৰ নাম গন্তা আৰু সৰু জনৰ নাম গন্মে। এই ৰাগনৰ গন্তা আৰু গন্মেৰ যি সকল সন্তান-সন্ততি জন্ম লাভ কৰিছে তেওঁলোক আটায়ে 'ৰাগন্' নামটোকে 'অপুন্' হিচাপে গ্ৰহণ কৰে।

তেনেকৈ পাদঙৰ পুৰুষৰ পিছত 'পাৰ্তুন্' আৰু 'পাৰ্মে' নামৰ দুজন ভাই-ককাইৰ জন্ম হৈছে। পাৰ্তুন্ জ্যেষ্ঠ আৰু পাৰ্মে কনিষ্ঠ। এই দুজনৰপৰা উৎপত্তি হোৱা আটাইবোৰ বংশধৰেই পাৰ্তুন্ আৰু পাৰ্মে নামটো 'অপুন্' হিচাপে ব্যৱহাৰ কৰে।

ঘ) অৰ্থাৎ ৰাগন্ আৰু পাৰ্তুন্-পাৰ্মে একো একোজন আদি পুৰুষৰ নাম। তেওঁলোকৰ পিছৰ আটাইবোৰ বংশধৰে নিজৰ নিজৰ পিতৃ পুৰুষৰ নামেৰে নিজৰ 'অপুন্' বা গোত্ৰৰ নাম লয়। বৰ্ণহিন্দুসকলে কোনোবা এজন ঋষিৰপৰা জাত বুলি সেই নামেৰে গোত্ৰ বিচাৰ কৰাৰ দৰে মিচিংসকলে বিশেষ এজন প্ৰাচীন ব্যক্তিৰপৰা জাত বুলি তেওঁৰ নামকেই 'অপুন্' হিচাপে ব্যৱহাৰ কৰে।

ঙ) এই পুৰুষনামাবিলাকৰ এটা উল্লেখযোগ্য বৈশিষ্ট্য হৈছে—প্ৰত্যেকটো নামেই দুটা অক্ষৰৰ। সাধাৰণতে আদী আৰু মিচিংসকলে (আগৰ কালত) পিতৃৰ নামৰ অৰ্দ্ধাংশ পুত্ৰেকৰ

নামৰ আগত ব্যৱহাৰ কৰে। তাৰ জৰিয়তে পুত্ৰৰ নামত পিতৃৰ নামো সন্নিবিষ্ট হৈ থাকে। ওপৰৰ উদাহৰণবপৰাই এই কথা লক্ষ্য কৰিব পাৰি। কা/য়ুম> য়ুম/কাং> কাঃ/চি> চি/য়াং ইত্যাদি। এইদৰে পিতাকৰ নামৰ শেষ অক্ষৰটো পুতেকৰ নামৰ আদি অক্ষৰ হিচাপে ব্যৱহাৰ কৰে। মানুহৰ নামকৰণত এই ধৰণৰ ছন্দোময় ৰূপ ব্যৱহাৰ কৰাৰ বাবে বহু দীঘলীয়া পুৰুষনামাকো সহজে আওঁৰাই ৰাখিব পাৰে। নিৰক্ষৰ সমাজৰ স্মৃতি শক্তি প্ৰখৰ বুলি প্ৰশংসা কৰাৰ কাৰণ এনে ধৰণৰ লোকসংস্কৃতি বৈশিষ্ট্যৰ পৰাই লক্ষ্য কৰিব পাৰি।

এতিয়া দেখা গ'ল যে একোজন পূৰ্বপুৰুষৰ নামেৰেহে অপুনুৰ আৰম্ভ হৈছে। সময়ৰ ক্ৰমবিকাশত তাকেই পৰিয়ালৰ উপাধি হিচাপে আৰু ব্যক্তিগত নামৰ পিছত উপাধি হিচাপে ব্যৱহাৰ কৰিছে। এই ক্ষেত্ৰত 'অপুনু'ক গোত্ৰ বুলি ধৰিব ল'ব পাৰেঁ। কিন্তু সময় অনুক্ৰমে বংশ বৃদ্ধি হৈ অহাৰ লগে লগে এই অপুনু বা গোত্ৰই ক্ৰমে বংশধৰ, পৰিয়াল আৰু খেল বা ফৈদকো বুজাইছে।

মূল অপুনুৰ (ব্যক্তি)পৰা এতিয়ালৈকে কিমান পুৰুষ অতিবাহিত হৈছে তাৰ লেখ বৰ্ত্তমানে কোনো মিচিঙৰ মুখত নাই। বছৰেকীয়া পিতৃপুৰুষৰ শ্ৰাদ্ধ হ'লে শেষ বংশধৰ জনাৰপৰা চৈধ্য পুৰুষ অতীতলৈ নাম কাঢ়ি পূজা দিয়াৰ নিয়ম আছে। অৰ্থাৎ শেষ বংশধৰ জনাৰপৰা ১৪ জন পুৰুষৰ নাম মনত ৰখা হৈছে। কোনো কোনোৱে ততোধিক মনত ৰাখিলেও অপুনু পৰ্য্যন্ত নাপায়গৈ।

বহুতৰ ধাৰণা যে এই অপুনু গ্ৰহণ কৰা বহু হাজাৰ বছৰ উকলি গৈছে। গতিকে মূলৰপৰা বৰ্ত্তমানলৈকে হিচাপ ৰখা কঠিন। কোন অপুনুৰ, কোন ব্যক্তিৰপৰা মিচিংসকলে পাহাৰৰপৰা ভৈয়ামলৈ নামি আহিল তাক কোনো কোনো আদী মিৰুৱে ক'ব পাৰে। আকৌ ভৈয়ামৰ মিচিঙৰ কোনো কোনো বুঢ়ালোকে কোনজন পূৰ্বপুৰুষৰ দিনত তেওঁলোক পাহাৰ এৰি ভৈয়ামলৈ নামি আহিছিল তাৰ হিচাপ দিব পাৰে। সেইবোৰ বিজ্ঞান সম্মতভাৱে সংগ্ৰহ কৰি গঢ় হিচাপত উলিয়ালে মিচিংসকলে

কিমান বছৰৰ আগতে পাহাৰ এৰি ভৈয়ামলৈ নামি আহিছিল তাৰ এটা আনুমানিক লেখ দিব পৰা যাব।*

নৃতাত্ত্বিক দৃষ্টিৰে অধ্যয়ন কৰি Demography কৰি চালে অনুমান হয় যে পূৰ্বতে এজন মানুহৰ নামৰপৰা উৎপত্তি হোৱা এই অপুনেই ব্যক্তি বিশেষৰ গোট. তেওঁৰ ল'ৰা-ছোৱালীৰে সৈতে পৰিয়াল আৰু তাৰ পৰা ক্ৰমে বংশ বৃদ্ধি হৈ চুবুৰী আৰু গাওঁ পাতি বসবাস কৰিছিল। মিচিং অপুনৰ লগত মিল থকা এক বহুজন সংখ্যক অপুনৰ বহু পৰিয়াল থাকে। সেই গাওঁ সমূহত নিজা নিজা অপুনৰ একোজনকৈ গাম থাকে। এই গামসকলে আন্তঃগ্ৰামীন 'কেবাং' বিচাৰ সভাৰ প্ৰতিনিধিত্ব কৰে। মিচিং সকলৰো পূৰ্বৰ সামাজিক প্ৰথা একেদৰে আছিল। এতিয়াও মিচিংসকলৰ মাজত "গাম জাত" বা গামৰ বংশধৰ বুলি নিজৰ নিজৰ অপুনক লৈ গৌৰৱ কৰাৰ মূলতে এই অপুন-গামৰ পূৰ্ব ব্যৱস্থাকে সূচায়। অপুনৰ লগত 'গাম' শব্দ সংযোগ কৰি (মিজিগাম, পামেগাম, কুলিগাম ইত্যাদি) ব্যৱহাৰ কৰা নিয়ম তাৰেই ক্ৰমবিকাশ বুলিব পাৰি। অৱশ্যে পূৰ্বৰ সেই একে অপুনৰ গাওঁসমূহ সাবুৰা মাটিৰ বাবে কৰা পৰিব্ৰজন, চুবুৰীয়া গাওঁসমূহৰ লগত সঘনাই হোৱা কটামৰা, প্ৰাকৃতিক দুৰ্যোগৰ ফলত হোৱা পৰিব্ৰজন, বৈবাহিক সূত্ৰত ইখন গাৱঁৰপৰা সিখন গাৱঁলৈ আহি বাস কৰা

---

* [এই প্ৰবন্ধ লিখকৰ ৩১৬ পৃষ্ঠাত উল্লেখ কৰা এটা বংশানুক্ৰমৰ নমুনা হিচাবে সিপিঠিত সংগ্ৰহ কৰি দিয়া হ'ল। এই পৰিয়ালৰ 'কাৰ্ত্তং' নামৰ এজন মানুহ ভৈয়ামলৈ নামি আহিছিল। কালক্ৰমত তলৰ খিনি বংশ বৃদ্ধি হৈছে। এই বংশানুক্ৰমত উল্লেখ কৰা চনৰ পৰা হিচাপ কৰি চালে কোন শতিকাত নামি আহিছিল তাক উলিয়াব পাৰি। শ্ৰীকৃষ্ণৰাম কাগ্যুঙৰ জন্ম ১৮৯৫ চনত। তেওঁৱেই বৰ্ত্তমান বংশৰ ভিতৰত আটাইতকৈ বয়সস্থ লোক বা আগৰ চামৰ শেষ জীৱিত বৃদ্ধালোক। উক্ত ৩১৬ পৃষ্ঠাত উল্লেখ কৰা মিচিঙৰ বংশানুক্ৰমৰ প্ৰবন্ধৰ অনুমেয়। ভৈয়ামত স্থায়ীভাৱে বসতি কৰাৰ পাছত ক্ৰমে জ্যোতিষৰ মতে নক্ষত্ৰকৰ নাম দিয়া নীতি গ্ৰহণ কৰাৰ পৰিণামত মিচিঙৰ পুৰুষসকলৰ নীতিবোৰ আমূল পৰিবৰ্ত্তন ঘটিছে। এই বংশানুক্ৰম শ্ৰীশিবাৰাম কাগ্যুঙৰ পৰা পোৱা। —সম্পাদক]

# কাগ্‌য়ুং বংশৰ বংশানুক্ৰম



ইত্যাদি কাৰণত বিভিন্ন অপ্‌নৰ সংমিশ্ৰণ হ'ল। এতিয়াও মিচিং-সকলৰ মুখত তাহানি পাহাৰত থাকোঁতে একে অপ্‌নৰ গাওঁ যে আছিল সেই বিষয়ৰ কিংবদন্তী আছে। "ৰাগন্ আমং" অৰ্থাৎ ৰাগন্ অপ্‌নৰ মাটি, "পাঃদ্‌ন্ তাগাদ্ গাল্লুং" পাদ্‌নৰ মদাৰবাৰী আদি নামেৰে পাহাৰত নামকৰণ কৰি থোৱা পূৰ্ব বাসস্থানৰ বিষয়ে মিচিংসকলে উল্লেখ কৰে। এইখিনি কথাই পাহাৰত থকা সময়ছোৱাতেকে মিচিংসকলো একেটা অপ্‌নৰ লোকে গাওঁ পাতি বাস কৰি থকাৰ প্ৰমাণ দাঙি ধৰে। ওপৰত উল্লেখিত প্ৰাকৃতিক আৰু সামাজিক দুৰ্যোগৰ ফলত একে অপ্‌নৰ গাওঁবোৰ ছেদেলি-ভেদেলি হ'ল। তাৰ উপৰি কটামবাৰ ভয়ত পাহাৰ এৰি ভৈয়ামলৈ নামি আহিবৰ সময়ত বিভিন্ন অপ্‌নৰ মানুহে একত্ৰিত হৈ নামি আহে। সেইবাবে ভৈয়ামত থকা মিচিং গাওঁসমূহত একে অপ্‌নৰ মানুহ পোৱা নাযায়। প্ৰতিখন গাৱঁতেই বিভিন্ন অপ্‌নৰ সংমিশ্ৰণ হৈছে।

ইয়াৰ লগতে আৰু এটা কথা অনুমান কৰা যায় যে দাঁলু, পাগ্ৰ, চাঃয়াং, অয়ান্ আদি দল সমূহ ( groups ) পাহাৰৰ বিভিন্ন ঠাইৰপৰা বেলেগ বেলেগ সময়ত অসমলৈ নামি আহে। কিয়নো প্ৰতিটো দলৰ পাহাৰৰপৰা ভৈয়ামলৈ নামি অহা সুকীয়া সুকীয়া কিংবদন্তী আছে আৰু প্ৰতিটো দলৰ উপভাষাগত পাৰ্থক্যও আছে। একে ঠাইৰপৰা একে সময়ত অহা হ'লে এনে সুকীয়া কিংবদন্তী, উপভাষাগত পাৰ্থক্য, আচাৰ বিচাৰৰ পাৰ্থক্য নাথাকিলহেঁতেন।

কোন দলত কি কি অপ্‌ন্ আছে তাৰ এখন তালিকা ৺সোণাৰাম পাএগ্রাংদেৱে তেখেতৰ "মিৰি জাতিৰ বুৰঞ্জী"ত উল্লেখ কৰিছে।[৬] বৰ্ত্তমানে সঘনাই হোৱা স্থান পৰিবৰ্ত্তনৰ কাৰণে কোনোটো অপ্‌নকে বিশেষ কোনো দলত থকা বুলি নিৰ্দ্দিষ্ট কৰি দিব নোৱাৰি। অসমত বাস কৰা সময়ছোৱাত মূল অপ্‌নৰ-পৰা কিছু উপ-অপ্‌ন্ বা উপগোত্ৰও সৃষ্টি হৈছে। উপগোত্ৰ

৬। পাএগ্রাংদেৱে ক্ষেত্ৰকৰ্ম ( field work ) নকৰাকৈ কেৱল জনশ্ৰুতিৰ ওপৰত ভিত্তি কৰি এই তালিকা কৰিছিল। গতিকে আটাইখিনি কথা প্ৰামাণ্য বুলি ধৰিব নোৱাৰি। তাৰ উপৰিও চ'মুৱা, বংকোৱাল, থিহিয়া আৰু বেকেজীয়া আদি দলৰ বিষয়ে তেখেতৰ পুথিত উল্লেখ নাই।

সৃষ্টি হোৱাৰ কাৰণ আৰু কাহিনীও আছে। সেইবোৰৰ উল্লেখেৰে প্ৰবন্ধ দীঘলীয়া নকৰি মূল অপৃনৰ লগত বৰ্ত্তমানলৈকে প্ৰাপ্ত উপগোত্ৰৰ এটি তালিকা দিয়া হ'ল।

## অপৃনৰ নাম ঃ

কুলি, কুতুম্, কমান্, কাগ্য়ুং, কাৰ্দং, কুম্বাং, গুাতে, চাৰ, চিন্তে, চুংকুৰাং, জিমে, তাকু, তাঅ্দ্, তাপে, তাৰী, তাৰাগ্, তায়েং, তায়ুং, দাৰ্, দাঃলং, দাঃং দলেঃ, দাৰ্গ্, নৰ, পাঃমে, পাঃঞ্ৰাং ; পাঃদুন্, পাক্দুক, পাংগুং পাঃয়েং পেঃগু, পাঃতৃৰ, পাঃজে, পাৰ্মে, পাৰ্তৃন, পাৱ, পাঃইদ, পাঃচাৰ্, পাঃদি, ৰবি, ৰবাং, ৰাঃচিং, মঃদি, মংৰাং, মিপুন্, মিলিং, মিচং, মোচগ, মেঃগু, ৰাগন্, লাগাচুং, লাগ, য়িৰাং, য়েঙুন্।[৭]

ইয়াৰ ভিতৰত কেইটামান অপৃন্ পিতৃ পুৰুষৰ নামেৰে হোৱা নাই। তেওঁলোকৰ কৰ্ম্ম নাইবা ব্যৱসায় ( profession ) অনুযায়ী পোৱা নামহে অপৃন্লৈ ৰূপান্তৰিত হ'ল।

## উপ-অপৃন্ বা উপগোত্ৰ ঃ

দলে = লেঃদাং, লেঃতুং, গেজেৰা, পাতিৰি
পেঃগু = গুপিত্, গুদাং, গুতুং।

মিলি = লিঃৰ মিলি, মাঃদা মিলি, কাৰ্দং মিলি, কুতুম মিলি, ৰাগন্ মিলি, পাতিৰি মিলি হ'াহচৰা মিলি।

দাঃং — দাঃচাং। নৰ = পগাগ্, চিন্তে। তায়ে = য়েঙুন্।
বাকী অপৃন্বিলাকৰো দুই এটা উপ অপৃন আছে যদিও সিমান ধৰিব লগীয়া নহয়। পিতৃকৰ্ম্ম আৰু বৈবাহিক সংক্ৰান্তত বাদে এইবোৰ বৰ বেছি বিচাৰ নলয়।

---

৭। ওপৰোক্ত অপৃনৰ মেঃঙু, তাপে, পাঃয়ুন্, পলাং, ৰাঃচিং, পাকৃত্তুক্ এই কেইটাৰ বিষয়ে বিতংকৈ জানিব পৰা নহ'ল। কোনো অনুসন্ধিৎসু লোকে আমাক জনালে সুখী হ'ম।

অপৃনৰ নামবোৰ যথাসম্ভৱ মিচিং উচ্চাৰণ ৰক্ষা কৰিবলৈ যত্ন কৰা হৈছে। সেইবাবে বৰ্ত্তমানে অসমীয়া বৰ্ণমালাত লিখা আৰু আমাৰ দ্বাৰা গৃহীত লিপিত লিখা নামত কিছু বৈসাদৃশ্য দেখা গৈছে।

অসমত বাস কৰা সময়ছোৱাত মিচিংসকলে চুতীয়া, আহোম আৰু ডফ্লা ৰাজ্যৰ সংস্পৰ্শলৈ আহে। চুতীয়া ৰজাৰ শাসন কালতে মিচিংসকলৰ এটা দলে তেওঁলোকৰ সংস্পৰ্শলৈ আহে। কথিত প্ৰবাদমতে চুতীয়া ৰাজ্য আহোমৰ আক্ৰমণত ছেদেলি ভেদেলি হওঁতে কিছুমান চুতীয়া প্ৰজাই মিচিং গাৱঁত আশ্ৰয় লয় আৰু বিয়া-বাৰু কৰাই মিচিং হৈ পৰে। তাৰপৰাই "চুতীয়া মিৰি" বা "মিৰি চুতীয়া" নামটো উৎপত্তি হোৱা বুলি বিশ্বাস কৰে। আহোম ৰাজত্বৰ সময়ত আৰু মানৰ আক্ৰমণত ছেদেলি ভেদেলি হোৱা প্ৰজাবৰ্গও মিচিং গাৱঁত প্ৰৱেশ কৰি চুতীয়া সকলৰ দৰে বিয়া-বাৰু কৰাই নিগাজীকৈ থাকিবলৈ লয়। তাৰ ফল স্বৰূপে কেইটামান চুতীয়া আৰু আহোম উপাধি থকা পৰিয়ালো পোৱা যায়। যেনে—( মিপুন ) ৮, কোঁৱৰ, সন্দিকৈ, গগৈ কছাৰী, আহোম, চাংমাই, শইকীয়া, বৰুৱা (বৰুৱা পেংগু) ইত্যাদি। এইবিলাক শব্দ অ-মিচিং। নামৰ শেষত নাইবা পৰিয়ালৰ পৰিচয় দিওঁতে এই উপাধিসমূহ ব্যৱহাৰ কৰে যদিও প্ৰকৃততে এইবোৰ অপুন্ নহয় অসমীয়া উপাধিহে। ঠিক তেনেকৈ বৈবাহিক সংক্ৰান্তত 'কলিতা', 'আগৰৱালা' উপাধি আহিছে। এইবিলাকৰ বংশ পৰম্পৰাগত অপুন্‌ৰ পুৰুষানুক্ৰম পোৱা নাযায়।

ঊনবিংশ শতিকাৰ শেষছোৱালৈকে অপুন্‌ক ব্যক্তিগত নামৰ শেষত দি উপাধি হিচাপে ব্যৱহাৰ কৰা নহৈছিল। সাধাৰণতে পিতাকৰ নাম উল্লেখ কৰি 'তৎপুত্ৰ অমুক' বুলিহে আনৰ আগত মিচিং লোকে পৰিচয় দিছিল। অৱশ্যে সামাজিক নীতি বিচাৰৰ ক্ষেত্ৰত অপুন্‌ৰ পৰিচয় অত্যাৱশ্যকীয়। কাৰণ অপুন্‌ৰ ওপৰত ভিত্তি কৰিয়েই আত্মীয় ( Consanguinal ) আৰু কুটুম্বৰ (affinial) সম্বন্ধ বিচাৰ কৰে। কোনো কোনো মিচিং গাৱঁত অপুন্‌ৰ পৰিচয় দিব নোৱাৰিলে মিচিং লোক হ'লেও চাং ঘৰত উঠিবলৈ নিদিয়ে। অপুন্ পৰিচয়হীন লোক বিজতবীয়া আৰু তেনে লোকক চাং ঘৰত উঠিবলৈ দিলে সেই পৰিয়ালৰ দেৱতা 'গুঃমুন চঃয়িঙে' অসন্তুষ্ট হৈ অপায় অমঙ্গলৰ সৃষ্টি কৰে বুলি বিশ্বাস।

৮। কেইঘৰমান মিপুন পৰিয়ালৰ লোকে আমাক দিয়া তথ্যৰ পৰা জানিব পৰা যায় যে "মিপুন" শব্দটো প্ৰকৃত 'অপুন্' নহয়। থাৰটি চিংকৌ আৰু মিচিঙৰ মাজত বৰ্ণসঙ্কৰ হোৱাৰ ফলত 'মিপুন' সকল মিচিং সমাজলৈ নতুনকৈ আহে।

এই শতিকাৰ তৃতীয় দশকলৈকে দুই এজন শিক্ষিত মিচিং মানুহে অপুনক উপাধি হিচাপে ব্যৱহাৰ নকৰি "মিৰি" শব্দকে ব্যৱহাৰ কৰিছিল। কলিতা, কছাৰী, চুতীয়া আদি জাতিবাচক শব্দৰ সাদৃশ্যত আৰু ব্যক্তিগত পৰিয়ালৰ অপুনতকৈ 'মিৰি' শব্দ অধিক জনপ্ৰিয় হোৱাৰ বাবেই এই শব্দ ব্যৱহাৰ কৰা হৈছিল বুলি অনুমান কৰা যায়। 'মিৰি' নামটো মিচিং ভাষাৰ নহয়। অসমৰ ভৈয়াম অঞ্চলৰ লোকে দিয়া নামহে। 'মিৰি' শব্দত এটি তাচ্ছিল্যৰ সুৰ আছে বুলি ভাবিয়েই সম্প্ৰতি তাৰ পৰিবৰ্ত্তে দুই এজনে মিচিং বুলি ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিছে। এই মিৰি বা মিচিং অপুন নহয়, জাতিবাচক শব্দহে।

ডিব্ৰুগড়, শিৱসাগৰ জিলাৰ দিহিং নদীৰ পাৰত থকা তায়ে অপুনৰ কেইজনমান মানুহে তায়েৰ পৰিবৰ্ত্তে 'লাচন' ব্যৱহাৰ কৰা দেখা গৈছে। 'লাচন' প্ৰকৃততে অপুন নহয়। তামনু, কৰুৱা, জন, লাচন আৰু মাতকং নামৰ পাঁচজন ভাই ককায়েকৰ মাজত জন আৰু লাচনে আহোম ৰাজত্বৰ শেষ ছোৱাত গামৰ বাব পাইছিল। তেওঁ লোকৰ তলত থকা প্ৰজাবৰ্গক 'জনগঞা' আৰু 'লাচন গঞা' নামেৰে জনা যায়। জন-লাচন তায়ে অপুনৰ আছিল। সেইকাৰণে জন-লাচনৰ বংশধৰ তায়েসকলে 'লাচন' শব্দ ব্যৱহাৰ কৰিছে। এই লাচন শব্দও প্ৰকৃত অপুন বিচাৰত নপৰে।

শোৱনশিৰিৰ ওচৰৰ কেইঘৰমানে চায়েঙীয়া শব্দ ব্যৱহাৰ কৰে। চায়েঙীয়া শব্দ 'চাঃয়াং'ৰ পৰা অহা। ৰজনীকান্ত বৰদলৈদেৱে 'চাঃয়াং' শব্দত ঈয়া প্ৰত্যয় ব্যৱহাৰ কৰি চায়েঙীয়া কৰিছে, তেখেতৰ "মিৰিজীয়ৰী' নামৰ উপন্যাসত। চাঃয়াং দলৰ নাম অপুন নহয়। বৰ্তমানে চুংকুৰাং আৰু কমান অপুনৰ মানুহে চায়েঙীয়া লিখে। চুংকুৰাং আৰু কমান, অপুনৰ লোক মিত্ৰিৰ (affinial) হিচাপে সম্বন্ধ ধৰে। কিন্তু একে অপুনৰ মাজত বিয়া -বাৰু নহয়। এই ক্ষেত্ৰত চুংকুৰাং আৰু কমানে চায়েঙীয়া লিখিলে এসময়ত এই সম্বন্ধ মিত্ৰিৰপৰা আত্মীয়লৈ ৰূপান্তৰিত হ'ব পাৰে।

## অপুনৰ বিচাৰ (গোত্ৰবিধি)ঃ

(ক) মূলতঃ এক পৌৰাণিক ব্যক্তি বা দেৱতাৰপৰা অনুসৃত আটাইবোৰ বংশধৰে সেই পূৰ্বব্যক্তিৰ নামেৰে অপুন গ্ৰহণ কৰিব

পাৰে। প্ৰাচীন কালতে অপুনৰপৰা ফালৰি কাটি অহা উপশাখা-বোৰকো অপুনৰ বুলিয়েই গণ্য কৰা হয়। কিন্তু সেই উপঅপুনৰ 'গুঃমুন চঃয়িং' মুলৰ সতে একে হ'ব লাগে।

(খ) কোনো এটা পৰিয়ালত সন্তান জন্ম হোৱাৰ লগে লগে বাপেকৰ অপুনকে সন্তানেও উত্তৰাধিকাৰ সূত্ৰে পায়। কন্যা সন্তানৰ অপুন, বিবাহৰ লগে লগে শিথিল হয় অৰ্থাৎ গিৰিয়েকৰ অপুনৰ গুঃমুন চঃয়িঙত মিলিত হয়।

(গ) কোনো অপুনৰ জন্ম লাভ কৰা সন্তানে আন অপুনৰ ঘৰত থাকি পিতৃশ্ৰাদ্ধ নাইবা তেনেধৰণৰ গুৰুত্বপূৰ্ণ পূজা-পাতল কৰিব নোৱাৰে।

(ঘ) কোনো অপুনৰ গৰ্ভৱতী মাতৃয়ে আন অপুনৰ ঘৰত সন্তান প্ৰসৱ কৰিলে সামাজিকভাৱে পৰাচিত কৰি দিব লাগে।

(ঙ) কোনো ব্যক্তি বা পৰিয়ালে কিবা কাৰণত ভুলকৈ অপুন, গ্ৰহণ কৰিলে পিতৃপুৰুষৰ উত্তৰাধিকাৰী হ'ব নোৱাৰে আৰু সম্পত্তিৰ পৰাও বঞ্চিত হয়। ভুলকৈ অপুন গ্ৰহণ কৰিলে সাতপুৰুষৰ পিছতো পূৰ্বৰ মূল অপুন, 'পুদে' পৰাচিত কৰি গ্ৰহণ কৰিব পাৰে (ভুলকৈ অপুন গ্ৰহণ কৰিলে বংশ বৃদ্ধি নহয় বুলি বিশ্বাস)।

(চ) একে অপুন, বা গোত্ৰৰ ভিতৰত কেতিয়াও বৈবাহিক সম্পৰ্ক ঘটাব নোৱাৰে। অৰ্থাৎ দলেঃয়ে দলেঃৰ লগত, মৰাঙে মৰাঙৰ লগত বিয়া বাৰু হ'ব নোৱাৰে।

(ছ) একে অপুনৰ পৰা ফালৰি কাটি অহা অপুনৰ মাজতো বৈবাহিক সম্পৰ্ক ঘটিব নোৱাৰে। যেনে—কুলি, কুতুম আৰু কমানৰ মাজত বৈবাহিক সম্পৰ্ক কেতিয়াও হ'ব নোৱাৰে।

(জ) অপুনৰ পৰিচয়হীন কোনো লোকলৈ ছোৱালীৰ বিয়া হ'লে তেওঁক অনা মিচিং বা বিজতৰীয়া বুলি সমাজচ্যুত কৰা হয়।

(ঝ) কোনো অমিচিং লোকে বৈবাহিক নাইবা কিবা কাৰণত মিচিং জাতিলৈ কুল ৰূপান্তৰিত হ'ব খুজিলে তেওঁক সামাজিক-ভাৱে পৰাচিত কৰি পুদেঃ বা 'জাতত্তোলাৰ' পিছত তেওঁৰ ইচ্ছানুসাৰি এটি মিচিং অপুন, গ্ৰহণ কৰিবলৈ দিয়া হয়। সমাজে সেই অপুন, মতেই তেওঁৰ সম্বন্ধ ধৰিব।

(ঞ) পিতৃপুৰুষৰ শ্ৰাদ্ধত একে অপুনৰ লোকে (বিভিন্ন ঠাইৰ হ'লেও) সমানে অংশ গ্ৰহণ কৰিব পাৰে।*

---

* আচলা, ডিচেম্বৰ, ১৯৭২ চন।

# গোত্রদেৱতা বা গুঃম্‌ন্

## নাহেন্দ্ৰ পাড়ুন

গোত্ৰ বা অপ্‌ন্‌ৰ উৎপত্তিৰ ক্ষেত্ৰত এজনৰ পূৰ্বপুৰুষৰ নামৰপৰা কেনেকৈ তাৰ বংশধৰ আৰু পৰিয়ালকো বুজাইছে সেইকথা আগতে উল্লেখ কৰি অহা হৈছে। এই গোত্ৰ বা অপ্‌ন্‌ গ্ৰহণ কৰা প্ৰত্যেকটো শক্তি নাইবা পৰিয়ালৰে একোজনকৈ মাঙ্গলিক দেৱতা আছে বুলি মিচিংসকলে বিশ্বাস কৰে। এই দেৱতাক মিচিং ভাষাত "গুঃম্‌ন্‌ চঃয়িং" নামেৰে জনা যায়। অসমীয়াত ইয়াক গোত্ৰ দেৱতা বা পৰিয়ালৰ দেৱতা বুলিব পাৰি। 'গুঃম্‌ন চঃয়িং' নামৰ এই দেৱতাগৰাকীয়ে প্ৰতিটো অপ্‌ন্‌ৰ মঙ্গল কৰ্ত্তা হিচাপে প্ৰতি পৰিয়ালত থাকে বুলি বিশ্বাস কৰে। ইয়াকে "অকুম উয়ু", "অপ্‌ন্‌ উয়ু", "কুম্‌দাং ৰুংগুং" নাইবা ঘৰ ডাঙৰীয়া আদি বিভিন্ন নামেৰে জনা যায়। এই গৰাকী দেৱতাই প্ৰতিটো পৰিয়ালৰ অ'ৰত থাকি সেই অপ্‌ন্‌ৰ আটাইবোৰ বংশধৰৰ মঙ্গলৰ বাবে পহৰা দি থাকে। পৰিয়ালৰ কোনো বৰমূৰীয়া নাইবা বয়সস্থ লোকে পৰিয়ালৰ হিতৰ বিপৰীতে কাম কৰিলে, গোপনভাৱে পাপাচাৰ কৰিলে নাইবা নিয়মমতে পিতৃপুৰুষ সকলৰ পূজা সৎকাৰ নকৰিলে পহৰা দিবলৈ এৰি দিয়ে আৰু তেতিয়াই বাহিৰা শত্ৰু দেও-ভূতসকলে পৰিয়ালটোক আক্ৰমণ কৰিবলৈ সুবিধা পায়। প্ৰতিশোধ পৰায়ণ দেও-ভূতে আক্ৰমণ কৰিলে পৰিয়ালত জ্বৰ-নৰিয়া আৰু অচিন ৰোগে দেখা দিয়ে। তেতিয়া কোনো মিবু-মিবু বা মঙ্গল চাওতাই দৈবিক শক্তিৰ জৰিয়তে নাইবা মঙ্গল চাই সেই ৰোগ নৰিয়াৰ প্ৰকৃত কাৰণ বিচাৰি উলিয়াব পাৰিলে সেই অপদেৱতাৰ সন্তুষ্টি বিধানৰ কাৰণে পূজা আগবঢ়োৱাৰ লগতে পৰিয়ালৰ দেৱতা গুঃম্‌ন চঃয়িঙৰ সন্তুষ্টৰ কাৰণেও পূজা আগবঢ়ায়। অৱশ্যে এই পূজা অপদেৱতাৰ লগতে একেলগে কৰা নহয়, অপদেৱতাৰ দ্বাৰা আক্ৰান্ত ৰোগ নিৰাময় কৰাৰ পিচতহে বেলেগ গুঃম্‌ন্‌ চঃয়িঙৰ পূজা কৰা হয়। সাধাৰণ নিয়মত এবছৰ বা ডেৰবছৰৰ মূৰে মূৰে 'গুঃম্‌ন' উয়ুৰ পূজা অৰ্পণ কৰা হয়। প্ৰত্যেক অপ্‌ন্‌ৰ গুঃম্‌ন চঃয়িঙৰ পূজা কৰাৰ পদ্ধতি সুকীয়া, এইখিনিতে অপ্‌ন্‌সমূহৰ স্বকীয় বৈশিষ্ট্য ধৰা পৰে। কোনোৱে ইয়াক অকুম্‌উয়ু (ঘৰৰ দেৱতা) বুলি পূজা কৰে। কোনোৱে

আকৌ 'ঘৰৰ ডাঙৰীয়া' বুলি কৰে আৰু হিন্দু ধৰ্ম গ্ৰহণ কৰা বিশেষকৈ কেৱলীয়া পন্থাৰ লোকসকলে 'ঘৰসেৱা' নামৰ সকামতে গুঃমুন চঃয়িঙৰ নামোল্লেখ কৰে।

চাঃয়াংসকলৰ মাজত এই গুঃমুন চঃয়িঙৰ পূজা বেছিকৈ প্ৰচলিত হোৱা দেখা যায়। আলি লৃগাং উৎসৱৰ দিনা আবেলি ঘৰৰ দক্ষিণফালে নিয়াৰিকৈ গাঁত খানি সেইদিনাৰ উৎসৱত ব্যৱহাৰ কৰিব লগীয়া ভাত মদ মাংস ইত্যাদি বিশেষভাৱে সজাত কৌপাতৰ পাত্ৰত মৃতক পূৰ্বপুৰুষ সকলক জলপিণ্ড দিয়া হয়। পূৰ্বপুৰুষসকলৰ নামেৰে উৎসৰ্গা কৰোঁতে তেওঁলোকৰ নামৰ লৈতে নিজৰ পৰিয়ালৰ গুঃমুন চঃয়িঙৰ নামো উল্লেখ কৰি তেওঁকো সন্তুষ্ট মনেৰে থাকিবলৈ প্ৰাৰ্থনা জনোৱা হয়। কিয়নো কোনো ক্ষয়ক্ষতি নোহোৱাকৈ বংশবৃদ্ধি হোৱাত গুঃমুন চঃয়িঙেহে সহায় কৰে। আলি লৃগাঙৰ বাদেও আন সময়তো কোনো কোনো অপুনে বিশেষ ধৰণে অপুন্ উয়ু পূজা কৰাৰ পদ্ধতি আছে। ডুমডুমা অঞ্চলৰ ফিল'বাৰী গাঁৱত থকা চুংকুৰাং আৰু শোৱণশিৰি অঞ্চলৰ চুংকুৰাং অপুনৰ লোকে প্ৰতি পাঁচবছৰৰ মূৰত আটাইবোৰ চুংকুৰাং অপুনৰ মানুহে গোটখাই তেওঁলোকৰ অপুন্ উয়ু কৰে। এই পূজাত অন্য অপুনৰ লোকে অংশ গ্ৰহণ কৰিব নোৱাৰে। গাঁৱৰ বৰমূৰীয়া দুই এজনক বিশেষভাৱে নিমন্ত্ৰণ কৰিব পাৰি। এই পূজাত চুংকুৰাংসকলৰ বংশনামা বা অপুন্ নামা উল্লেখ কৰি গুঃমুন চঃয়িঙৰ নামতো পূজা অৰ্পণ কৰা হয়। ধেমাজীৰ মঃৰিংসকলৰ পাঃয়েং আৰু চিন্তে অপুনৰ মানুহে ৫ বা ১০ বছৰৰ মূৰত "বুলুক উই"[১] কৰে। ঘৰৰ আগ-ফালে (বুঃচিং) বাঁহ বা বেতৰ টোমেৰে সাপৰ দৰে সাজি এবিধ ঢেকীয়া (তাৰুগ্) জাতীয় বন মেৰিয়াই দি এযাৰজনী কুকুৰা দাৰে মৰিয়াই তাৰ তেজ সেই কৃত্ৰিম সাপৰ মুখত দিয়ে। এই সকামত মিৰুৰে আগশাৰী লয়। তালাং উই কৰা সকলে এই পূজাত যোগ দিব পাৰে। এই পূজাও অকুম উয়ুৰে নামান্তৰ। ধেমাজীৰ বেঙনাগড়া গাঁৱৰ 'লাগাচুং' সকলে 'চাগুৰ কুঃচাগ' নামৰ এটা পূজা কৰে। মিৰুৰে ইয়াত আগশাৰী লয়। এই পূজাত ৪টা মতা গাহৰি আৰু এজনী মাইকী গাহৰি ভিডি চোপ

১। কুমাৰ চন্দ্ৰ ডাভেৰপৰা প্ৰাপ্ত তথ্য।

মৰা হয়। যি খুটোত গাহৰি কেইটা মাৰে সেই খুটোত প্ৰতিটো গাহৰিৰ বাবে নতুনকৈ পাঁচ বাৰ কোপাই মেৰিয়াই দিয়া হয়। জ্ঞাতি-কুটুম্বৰ সৈতে এই পূজা তিনিদিন কৰা হয় আৰু পিঠা মাছ, ঔ টেঙা নাখায়। কঠিয়া আনক দিয়া নহয়। এই নেমা প্ৰায় এমাহ থাকে।[২] এই পূজাকো অপুন্ উয়ু বা অকুম উয়ু বুলি ধৰা হয়।

সোণশিৰিৰ অঞ্চলৰ ওখমাটি আৰু উমিয়াম গুৰি গাঁৱৰ পেঃগু সকলে "দৰাব" বুলি এটা পূজা কৰে। ইয়াত কেৱল পেঃগু অপুন্‌ৰ লোকেহে যোগ দিব পাৰে। এজনী কলী কুকুৰা আৰু এজনী বগা কুকুৰা ক্ৰমে পাল আৰু দঃঙিৰ বাবে, আৰু এটি মাইকী গাহৰি 'চিঃনা মঃৰ' অৰ্থাৎ পৃথিৱীত মৃত পুৰুষ সকলৰ বাবে (বা পৃথিৱীৰ বাবে) মৰা হয়। এই পূজা বিশেষকৈ মেঘ আৰু বিজুলীৰ (কাঁচিংকাৰ্তাক) বাবে কৰা হয়। এই পূজাকো অপুন্ উয়ু বুলি ধৰিব পাৰি।[৩]

এইদৰে বেলেগ বেলেগ অপুনে বিভিন্ন ধৰণে অপুন্ উয়ু কৰা দেখা যায়। পূজা-পাতল কৰিবৰ সময়ত বহুতো অপুন্‌ত গুঃমুনৰ নাম উল্লেখ নকৰে। বহুতে হয়তো পাহৰিয়েই গৈছে। হিন্দু ধৰ্ম গ্ৰহণ কৰি সেইবোৰ পূজা-পাতল সচৰাচৰ নকৰাৰ ফলতেই গুঃমুনৰ নাম পাহৰি যোৱা বুলিব পাৰি।

এই গুঃমুন চঃয়িঙৰ উৎপত্তি ক'ৰ পৰা কেনেকৈ হৈছে সেই বিষয়ে বিতংকৈ কব পৰাকৈ বৰ্তমানে আমাৰ হাতত তথ্যৰ অভাব। কিন্তু আদী আঃৰাং গীতত ইয়াৰ উৎপত্তিৰ বিষয়ে এটি দীঘলীয়া কাহিনী আছে। বাকীবিলাক দেৱ-দেৱতাৰ জন্ম ৰহস্যৰ লগতে গুঃমুনৰ উল্লেখ পোৱা যায়। এইখিনি গীতৰ সংগ্ৰহ এতিয়ালৈকে আমাৰ হাতত পৰাহি নাই। সম্ভৱতঃ এই গুঃমুন চঃয়িং নামৰ দেৱতা গৰাকী অপুন্‌ৰ উৎপত্তিৰ সময়ৰ একোজন ব্যক্তি বিশেষৰ উপাস্য দেৱতা আছিল। সময়ৰ লগে লগে যেতিয়া পৌৰাণিক আখ্যানৰ সেই ব্যক্তি বিশেষৰ নামৰ পৰাই অপুনে—গোত্ৰ, বংশ, পৰিয়াল আৰু খোকে বিস্তৃতি

২। সন্তুৰ লালাচুৰপৰা প্ৰাপ্ত তথ্য।

৩। দামোদৰ পেঃগুৰপৰা পোৱা তথ্য।

লাভ কৰিলে, ভৌতিয়া সেই অপ্নুৰ নামৰ লগে লগে সেই উপাস্য দেৱতাৰ নামো অপস্নুত হৈছে। সেই কাৰণে প্ৰত্যেক অপ্নুৰ ভিন্ন গুঃমুন থাকিব নোৱাৰে। আমি আগতে উল্লেখ কৰি আহিছোঁ যে মিচিংসকলে হিন্দু ধৰ্ম গ্ৰহণ কৰাৰ ফলত এই অপ্নুৰ পূজা-পাতল নিদিয়া হ'ল আৰু কালক্ৰমত বহুতো অপ্নুৰ মানুহে নিজৰ গুঃমুনৰ নাম পাহৰি গ'ল। আমাৰ তথ্য সংগ্ৰহৰ সময়ত একেটা অপ্নুৰ গুঃমুনৰে অঞ্চল বিশেষে একাধিক নাম পাইছোঁ।

নতুনকৈ (উপাধিৰ পৰা) গ্ৰহণ কৰা অপ্নুত (যেনে—মিপুন, কছাৰী, কেঁৱৰ, সন্দিকৈ, আহোম, শইকীয়া, আগৰৱালা, কলিতা ইত্যাদি) গুঃমুন নাই। যদি অপ্নুৰ লোকসকলে মিচিং নিয়ম মতে দীক্ষিত হৈ (জাত তোলা) কোনো পুৰণি অপ্নু গ্ৰহণ কৰে তেন্তে সেই পুৰণি অপ্নুৰ গুঃমুনকে তেওঁলোকেও গ্ৰহণ কৰিব পাৰিব। অপ্নুৰ নাম ভুলকৈ গ্ৰহণ কৰিলে পৰিয়ালৰ বংশ বৃদ্ধি নহয় বুলি বিশ্বাস কৰে। এই ধৰণৰ ঘটনাৰ বুৰঞ্জী (case history) অনেক পোৱা যায়। বৰ্তমানে এইবোৰ বহলাই আলোচনা কৰাৰ পৰা আমি বিৰত থাকিলোঁ।

বহুতো মিচিঙৰ ধাৰণা যে গুঃমুনৰ সৈতে বৈবাহিক নীতিৰ এটি কটকটীয়া যোগসূত্ৰ আছে। কিন্তু বৰ্তমানলৈকে প্ৰাপ্ত তথ্যৰ ওপৰত কৰা বিশ্লেষণত এনেধৰণৰ কোনো ধৰাবন্ধা নীতি নাই। অৰ্থাৎ দুটা বেলেগ বেলেগ অপ্নুৰ একে নামৰ গুঃমুন থাকিব পাৰে। সেইবুলি তেওঁলোকৰ কুটুম্ব সম্পৰ্ক হ'ব নোৱাৰে। তেনে ধৰণৰ ধৰাবন্ধা নীতি পোৱা নাযায়। বিবাহনীতি অপ্নুতহে অধিক নিৰ্ভৰশীল। তলত কেইটামান অপ্নু আৰু গুঃমুনৰ নাম দিয়া হ'ল।[৪] কোনো অপ্নুৰ অঞ্চল অনুযায়ী বেলেগ নামো পোৱা হৈছে, সেই বোৰো লগতে উল্লেখ কৰা হ'ল।

---

৪। কিছুমান অপ্নুৰ গুঃমুনৰ নাম এতিয়ালৈকে সংগ্ৰহ কৰিব পৰা নাই। সেই বিলাকৰ স্থানত খালি ঠাই ৰখা হৈছে। এই বিষয়ে আমাক জনালে সুখী হ'ম।

| অপৃন্ৰ নাম | গুঃম্নৰ নাম | অপৃন্ৰ নাম | গুঃম্নৰ নাম |
|---|---|---|---|
| কুলি | | তাকু— | জঃৰ |
| কুতুম | বমি | তাঅ্দ্— | লঃয় |
| কমান্ | | তাপে— | |
| কাগ্য়ুং— | চঃব | তাৰী— | য়ঃব |
| কাৰদং— | বমি | তাৰাগ্— | বজুম্ |
| কুম্বাং— | বকি | তায়ে— | লুংকুং/লঃয়িং |
| ঙাতে — | মিয়ঃ পাংকং মিয়ং | তায়েং— | কেঃদ, কেঃয়ি |
| চাৰ— | লঃয়িং | তায়ুং— | |
| চিন্তে – | লংগুং | দাঃং— | |
| চুংকুবাং— | পাদং | দাঃচাং— | কেবৰ ববাং/বমি |
| জিমে— | | দাৰ— | |
| দাঃলং— | | পাঃয়েং— | পাংকং |
| দলেঃ— | চঃব | পাংগুং— | লংগুং/লঃয়িং/লঃই |
| দাবুগ্ | | পেঃগু— | কন্দাৰ্/গুদাং |
| নৰ | | পাঃতুৰ্— | জঃতুৰ্ |
| পগাগ্ | লংগুং | পাঃজে— | |
| পাঃমে – | | পাৰ্মে | |
| পাঃঞাং — | | পাৰতুন্— | |
| পাঃদুন্— | লংগুং/বমি | পাৰ— | লঃয়িং |
| পাক্দুক্— | | পাঃইদ— | পবাং/আঃতুম |
| পলাং— | | মিলি— | বমি |
| ববি— | তঃৰি | মিচং | চঃব |
| ববাং— | | মাদগ্ | কান্তু |
| পাঃচাৰ্— | | মেঃগু— | |
| পাঃদি— | বজু | ৰাগন্— | বকি |
| বাঃচিং— | | লাগাচুং— | লংগুং |
| মঃদি— | লঃবুন্ | লাগ— | |
| মঃবাং— | বনুং | য়িবাং— | পাদং |
| মিপুন— | | য়েঙুন্— | লুংকুং |

বহুতো অপুন্ৰ সৃষ্টি অৰ্বাচীন। সেইবিলাকৰ কোনো গুঃমুন নাই। সেইবিলাক নতুন অপুন্ৰ উল্লেখ থাকিলেও গুঃমুনৰ উল্লেখ কৰা হোৱা নাই।*

* ৰচনা, ডিচেম্বৰ, ১৯৭২ চন।

# তাগিৰ্ বা মঙ্গলচোৱা

নাহেন্দ্ৰ পাড়ুন

মানুহৰ মঙ্গলামঙ্গলৰ কাৰণে মঙ্গল চোৱা কাৰ্যকেই মিচিং ভাষাৰ তাগিৰ্ বা তাগিল বুলি কোৱা হয়। কোনো মানুহে বেমাৰত পৰিলে তাৰপৰা নিস্কৃতি পাবৰ কাৰণে, কোনোবা শুভ কামলৈ যাত্ৰা কৰোঁতে যাতে কোনো বাধা-বিঘিনি নহয় তাৰ কাৰণে মঙ্গল চোৱা হয়। মিচিং সমাজত প্ৰচলিত এই ধৰণৰ মঙ্গল চোৱা কাৰ্য কেবাটাও দিশত আলোচনা কৰিব পাৰি। সেই বিলাক চমুকৈ তলত উল্লেখ কৰা হ'ল।

**পৰম্পৰাগত বিশ্বাস আৰু গেনা** ( Traditional belief and taboo) :—মিচিং সমাজত বহুকালৰপৰা পৰম্পৰাগতভাৱে চলি অহা কিছুমান বিশ্বাস আছে। সেই বিশ্বাসৰ বশৱৰ্ত্তী হৈ কিছুমান কাম কৰাৰ নিষেধ আছে। মাঙ্গলিক কথাৰ কাৰণে যাত্ৰা কৰাৰ আগমুহূৰ্ত্তত কিছুমান কু-লক্ষণ, বাধা দেখিলে যাত্ৰা অশুভ বুলি ধৰে। মঙ্গল চাই পোৱা ফলাফলৰ দৰেই এই কু-লক্ষণ সমূহকো গণ্য কৰে। উদাহৰণ স্বৰূপে কোনো মিচিং মানুহে বেহা-বেপাৰ, চিকাৰ, বিয়া-বাৰু সংক্ৰান্তত যাত্ৰা কৰিলে তলৰ কথাখিনি দেখা পালে যাত্ৰা অশুভ বুলি ধৰে।

ক) কোনো লোকে মল ত্যাগ কৰি থকা অৱস্থা,
খ) পানী নথকা শুদা কলহ, (গ) তাঁত বাতি কৰা অৱস্থা,
ঘ) কোনোবা তিৰোতাই পিঠি দি চুলি মেলি থকা অৱস্থা,
ঙ) কোনোবা সন্তানহীনা তিৰোতাই পিছফালৰ পৰা মাত দিয়া।

যাত্ৰাৰ আগমুহূৰ্ত্তত উপৰোক্ত ঘটনাবোৰ ঘটিলে অমঙ্গল সূচনা হয় বুলি মিচিংসকলে বিশ্বাস কৰে। ইয়াকে মিচিং ভাষাত "গাম্মাং তাগিৰ্" (অমঙ্গলীয়া মঙ্গল) বুলি কোৱা হয়।

**স্বপ্নবিশ্বাস** :—সপোনত দেখা কিছুমান ঘটনাও বাস্তৱত সঁচাকৈ প্ৰতিফলিত হয় বুলি মিচিঙে বিশ্বাস কৰে। সেইবাবে সপোনত দেখা ঘটনাসমূহ ব্যাখ্যা কৰি অমঙ্গলৰপৰা হাত সাৰিবলৈ বুঢ়ালোক সকলে প্ৰতিবিধান দিয়ে। স্বপ্ন বিশ্বাসক দুটা ভাগত

ভাগ কৰিব পাৰি। প্ৰথমটো পৰম্পৰাগতভাৱে চলি অহা স্বপ্ন ব্যাখ্যা আৰু আনটো বিশেষ একোটা মাঙ্গলিক কামৰ বাবে দেখা সপোন।

**পৰম্পৰাগত স্বপ্নবিশ্বাস**ঃ—সাধাৰণ অজ্ঞাত ঘৰৰ মুখিয়াল লোকে নাইবা বয়োবৃদ্ধ লোকে দেখা সপোন এনেদৰে ব্যাখ্যা কৰে—সপোনত হাতী দেখিলে ঘৰৰ ডাঙৰীয়া মৃত্যু আহে, পানী ভেটা দি বাৰ্কলি থকা মাছ ধৰিলে ধন-ধান ঐশ্বৰ্য্য সম্পদ পায়। মাছ লখিমীৰ প্ৰতীক। মৃত বা শৱযাত্ৰা দেখিলে চিকাৰৰ পহু পোৱা যায়, দাঁত সৰিলে ঘৰৰ কোনোবা বয়সস্থ লোকৰ মৃত্যু হ'ব পাৰে, সপোনত বিয়া কৰালে বন্ধু বিচ্ছেদ হয়। এই বিলাক স্বপ্ন ব্যাখ্যাকো আগন্তুক মঙ্গল বা আগিৰ্ বুলি গণ্য কৰে।

কোনোবা মানুহৰ ঘৰত জ্বৰ বেমাৰ থাকিলে, নাইবা সদায় অপায় অমঙ্গল হৈ থাকিলে সেই বিষয়ে কোনোবা বয়োবৃদ্ধই সপোন দেখিলে তাকো মঙ্গল চোৱাৰ দৰে গণ্য কৰে, আৰু তাৰ বাবে প্ৰতিবিধান দিয়ে। এইবিধ স্বপ্ন বিশেষ এক সূত্ৰত ব্যাখ্যা কৰি দেখুৱাব নোৱাৰি।

দ্বিতীয় বিধ স্বপ্ন কোনোবা এটা মাঙ্গলিক কাৰ্য কৰিবলৈ লোৱাৰ আগতে দেখা সপোন। উদাহৰণ স্বৰূপে, নতুনকৈ ঘৰৰ ভেটি বান্ধিবলৈ লোৱা, নতুন পথাৰ, ভূঁই বা পাম লোৱাৰ আগতে সপোনৰ মঙ্গল চোৱা হয়। ভেটি লবৰ সময়ত খাই খুটা পোতাৰ আগতে গাঁত খান্দি তৰাপাত নাইবা কৌপাতত কেইটামান চাউল বান্ধি পুতি দিয়া হয়। সেই নিশা চাউল দিয়া লোক-জনে সপোন দেখে আৰু তাৰ মঙ্গলামঙ্গল পিচদিনাখন ব্যাখ্যা কৰে। একো সপোন নেদেখিলে মঙ্গল বুলিয়েই ধৰি লোৱা হয়। নতুন পাম খাবলৈ যাওঁতেও এই ধৰণৰ 'মাঃএং আগৰ্' বা স্বপ্ন মঙ্গল চোৱা হয়।

**চাউলত মঙ্গল**ঃ—কোনো কোনো মঙ্গল চাওঁতাই চাউলেৰে মঙ্গল চায়। চাউলৰ মঙ্গল চোৱা পদ্ধতি চাওঁতা অনুযায়ী সুকীয়া। সাধাৰণতে পাঁচ, সাত, ন, এঘাৰ এই ধৰণৰ বিযোৰ সংখ্যাৰ মতগা নুটুটা চাউল তৰাপাত, কৌপাত নাইবা কলপাতত

লৈ চাউলবোৰ খেলিমেলি কৰি যোৰ বিযোৰ কৰি মঙ্গল চায়। এনেকৈ মঙ্গল চাওতাই ভৱিষ্যতৰ মঙ্গলামঙ্গল নিৰ্দ্ধাৰণ কৰে।

**কলপাতত চোৱা মঙ্গলঃ**—কিছুমানে কলপাতত চিৰিমঙ্গল চায়। ইয়াতো মঙ্গল চাওতা অনুযায়ী পদ্ধতি সুকীয়া দেখা যায়। সাধাৰণতে এটুকুৰা কলপাত লৈ তাক জুইত সেঁকি লয় (যাতে আৰু ফাটিব নোৱাৰে)। কলপাত টুকুৰাৰ গুৰিত ঠাৰিৰ বাচিঁখিনি বাখি দি, হাতেৰে চাৰিফাল কৰি ফালি দিয়া হয়। কিন্তু গুৰিখিনি সম্পূৰ্ণকৈ চিঙি নিদিয়ে। মঙ্গল চোৱাবলৈ অহা মানুহজনে তেওঁৰ উদ্দেশ্য মঙ্গল চাওতাক জনাই আন এখিলা কলপাতত সাম্ভাব্য বেমাৰৰ কাৰণ, হ'বপৰা দুৰ্ঘটনা ইত্যাদি ভাবি লৈ এটা কাঠি কলপাত খিলাত লয়। মঙ্গল চাওতা জনে সেই কাঠিৰ কাৰণ বিচাৰি চাৰিফালকে ফলা পাতখিনি পকাই পকাই আগফালৰ দুটা মূৰ লৈ বান্ধি দিয়ে। তাৰ পিছত খুলি তাৰ ফলাফল চায়। সাধাৰণতে কলপাত ফলাখিনিৰ ১ম+২য়, ২য়+৩য়, ৩য়+৪ৰ্থ এই যোৰত বন্ধা হ'ব লাগে। মাজৰ ২য় আৰু ৩য় বান্ধ খালে সেইটোৱেই উত্তম হৈ ফলিয়াই বুলি ধৰি লোৱা হয়। এই যোৰত বান্ধ নাখালে আকৌ অন্য কাৰণ বিচাৰি মঙ্গল চোৱাবলৈ অহাজনে কাঠি দিয়ে।

**উদৰত মঙ্গল চোৱা বা আকিঃ উক্কাং ঃ**—কোনোলোকে আৰোগ্য নোহোৱাকৈ কেইবাদিনো অসুখত পৰি থাকিলে কি কাৰণে অসুখ হৈছে তাৰ কাৰণ বিচাৰি মিৰু-মিৰু বা কোনোবা জনা-বুজা লোকে ৰোগীৰ পেটত হাত দি তাৰ উমান লয়। ৰোগীজনক ওপৰমুৱাকৈ শুৱলৈ দি তেওঁৰ পেটত হাত দি কোন অংশ টান, কোনখিনি অংশ টান শিৰাৰে পথালি হৈ আছে তাক চাই—কি বেমাৰ, নাইবা কোন অপদেৱতাই আক্ৰমণ কৰিছে তাক মঙ্গল চাওতাজনে বিৱৰি কয়। তেওঁৰ নিৰ্দ্দেশ ক্ৰমে পুজা-পাতল 'আগ' কৰিলে ৰোগী আৰোগ্য হৈ পৰিব বুলি বিশ্বাস কৰে। পেটত হাত দি কি কি উমান পায় সেইবোৰ মঙ্গল চাওতাসকলে নিজস্ব ভাবাৰে ব্যাখ্যা কৰে।

**কণী আৰু গাহৰিৰ আগমঙ্কহত মঙ্গল চোৱা ঃ**—মিৰু, বিশেষকৈ মিবুয়ে কুকুৰা কণী আৰু গাহৰিৰ আগমঙহত মঙ্গল চায়।

কুকুৰা কণী ভাঙনে বেয়া, তাৰ কুহুমৰ বং, ইত্যাদিৰ ওপৰত ব্যাখ্যা কৰি মিৰিসকলে আগন্তুক মঙ্গলামঙ্গলৰ ভৱিষ্যতবাণী কৰে। তেনেকৈ বিশেষভাৱে সকামত বধ কৰা গাহৰিৰ আগমণ্ডহখিনি উলিয়াই তাত থকা দাগ আৰু বৰণসমূহ মিৰিয়ে ব্যাখ্যা কৰি ভৱিষ্যতবাণী কৰে (গাহৰিৰ আগমণ্ডহত মঙ্গল চোৱা সম্পৰ্কে স্থানান্তৰত আলোচনা কৰা হৈছে)।*

* ৰচনা, ডিচেম্বৰ, ১৯৭২ চন

# আচিন্ তাগিৰ্

## দুৰ্গা বেগন

'এঃগ্ আচিন্-তাগিৰ্' (গাহৰিৰ আগ মঙ্গহত মঙ্গল চোৱা পদ্ধতি) আৰু 'ৰক্চিন্ তাগিৰ্' (কুকুৰাৰ আগমঙ্গহত মঙ্গল চোৱা) পদ্ধতিয়ে মিচিং সমাজৰ দেও-ভূতৰ ওপৰত থকা বিশ্বাস আৰু 'মিবু' প্ৰথা প্ৰচলন হোৱাৰ কথাকে প্ৰতিপন্ন কৰে। মিবুৱে 'আঃৰাং' গাই মঙ্গল চোৱাৰ পিছত আগন্তুক আপদ-বিপদৰ প্ৰতিকাৰৰ নিমিত্তে বা গাহৰি কুকুৰাৰে দেওভূত বা প্ৰেতাত্মাৰ বাবে 'তচাক' (আগবান) কৰে। নিৰ্দিষ্ট সময় আহি পালেই 'মিবু'ৰ দ্বাৰা অথবা 'মিবুৰে' বাছি দিয়া মানুহৰ দ্বাৰা পূজা কৰোৱা হয়। এইখিনিতে লক্ষ্য কৰিবলগীয়া কথা যে—পূজাৰ সময়তো উক্ত গাহৰি বা কুকুৰা বধ কৰোঁতে 'পেতম্ পেলা' (দেওভূত বা মৃত আত্মাৰ নাম উচ্চাৰণ কৰি বধ কৰা) পূজাৰ কাম কৰিব লাগে। বধ কৰিবৰ সময়ত বিশেষ মন কৰিবলগীয়া কথা হৈছে য়েগ্মান্ মান্নাম্ (গাহৰিৰ বুকুত বাঁহ এচটা কলপাত মেৰিয়াই লৈ চাউল ছটিয়াই ছটিয়াই বধ কৰা নিয়ম) আৰু 'পেনাম্' (বচন কোৱা) কাৰ্য। এই নীতি নিয়মেৰে বধ নকৰিলে গাহৰি বা কুকুৰাৰ আগমঙ্গহত মঙ্গল চাব নোৱাৰি। 'মিবু'ৰ মঙল চোৱা প্ৰথাৰ জৰিয়তে কৰ্ত্তব্য, পূজা ধৰা পেলোৱাৰ কাৰণে 'আচিন্ তাগিৰ্' পদ্ধতিকো 'মিবু'ৰ আন এটা অংশ বুলি ধৰা হয়। পূৰ্বতে 'মিবু'সকলৰ বাহিৰে গাহৰি আৰু কুকুৰাৰ আগমঙ্গহৰ মঙ্গল চোৱা সম্ভৱ নাছিল। বৰ্তমানে গাঁৱৰ বৃদ্ধ লোকসকলে 'মিবু'ৰপৰা নিয়ম প্ৰণালী শিকি গাহৰিৰ আগমঙ্গহত মঙ্গল চাব পৰা হৈছে। মাত্ৰ চাবলগীয়া গাহৰিটোক 'মিবু'ৰ নিৰ্দেশমতে পূজাত বধ কৰিব লাগে। কোনো দেওভূত বা প্ৰেতাত্মালৈ 'তচাক্' (আগ কৰি ৰখা) আৰু বধ কৰোঁতে য়েগ্মান্মান্নাম্ নকৰিলে গাহৰিৰ আগমঙ্গহত মঙ্গল চালেও এই মঙ্গল প্ৰযোজ্য নহয়। পূজাত দিবলগীয়া গাহৰিটো আন ঠাইৰপৰা কিনি আনিলেও বধ কৰোঁতে গাহৰিটোক 'য়েগ্মান্মান্নাম্' আৰু পূজাৰ বিৱৰণ দি 'পেনাম্' বচন কলে উক্ত গাহৰিৰ আগমঙ্গহত মঙ্গল চাওতে ধৰা দিয়ে।

'তাগিৰ্ কাঃনাম্' (মঙ্গলচোৱা) পদ্ধতিৰ বিভিন্ন প্ৰক্ৰিয়া আছে। আগমঙ্গহৰ ওপৰত থকা নানা ৰকমৰ শিৰা, উপশিৰা, গঠন আৰু চিনৰ দ্বাৰা সম্ভাব্য ঘটনাৱলী প্ৰকাশ কৰা হয়। গাহৰিৰ আগমঙ্গহ দুভাগত বিভক্ত কৰা হয়। (১)'আচিন্' আৰু (২)'আয়ন্'। আয়ন্ বোলা অংশটো আচল আগমঙ্গহৰ লগতে লাগি নাথাকে। ই আগমঙ্গহৰ এভাগ মাথোন। আচল আগমঙ্গহত বিশেষ কোনো এঘৰৰ সকাম উপলক্ষে আগন্তুক ঘটনাৰ চিহ্ন প্ৰকাশ পায়। কিন্তু 'আয়ন্' অংশত ঘৰৰ, বংশ পৰিয়াল আৰু জ্ঞাতি বা বংশৰ কথা চিহ্নিত থাকে। আগমঙ্গহৰ সমান অংশৰ কোনো ঠাইত খাল থাকিলে 'আগ' (মৰাশ পোতা ঠাই) বুলি কোৱা হয়। এই চিন আগমঙ্গহত থাকিলে ঘৰৰ বা বংশ পৰিয়ালৰ কোনোবা এজনৰ অলপতে মৃত্যু হোৱাৰ সম্ভাবনা আছে বুলি ধৰা হয়। আকৌ সেই একে ঠাইতে পাতল চামনিৰে ঢাকিলে মৃত্যু সম্ভাবনা থাকিলেও ইতিমধ্যে আৰোগ্য হৈছে বা হ'ব বুলি বিশ্বাস কৰা হয়। এইদৰে আগমঙ্গহৰ কাষত অলপ কটা চিন যেন পালে তাক নাপ্‌ম্ (অপবাদ) থকা বুলি কয়। ঘৰৰ বা বংশ পৰিয়ালৰ কোনো লোকে আনৰ বিপক্ষে কুৎসা ৰটনা কৰিলে ৰাইজৰ ওচৰত 'কৌৱাঙ'ত মেল বহিবলগীয়া হয় বুলি ভবা হয়। তেনেকৈ আগমঙ্গহৰ কোণত কেঁচ থালে 'মৌগু' (অগ্নিকাণ্ড) হোৱাৰ আশংকা থাকে। এইদৰে 'আয়ন্' আগমঙ্গহতো এমুৰৰ বহল অংশত ঘৰৰ বা সকামৰ উপলক্ষে, মাজডোখৰত বংশ পৰিয়ালৰ আৰু আনমুৰৰ সৰু অংশত জ্ঞাতি কুটুম্বৰ আগন্তুক ঘটনাৰ কথা চিহ্নিত থাকে বুলি বিশ্বাস কৰে। আগমঙ্গহৰ ওপৰত তেনে চিন বা দাগ নাথাকিলে বা আগমঙ্গহৰ স্বাভাৱিক আকৃতি থাকিলে মঙ্গল শুভ বুলি ধৰা হয়।

কোনো ৰাজহুৱা সকামৰ নিমিত্তে গাহৰি আন ঠাইৰপৰা কিনি আনিলেও বধ কৰোঁতে আগতে উল্লেখ কৰাৰ দৰে 'পেতম্ পেলা', 'ৱেগ্মান্ মায়াম্' আদি কৰিলেহে উক্ত গাহৰিৰ আগমঙ্গহত মঙ্গল চোৱাৰ উপযুক্ত হয়, তেনে নকৰিলে গাহৰিৰ আগমঙ্গহত স্বাভাৱিক অস্বাভাৱিক আৰু পৰম্পৰাগত ধ্ৰানি আদি চিনবোৰ দেখা নেযায়। 'আচিন্ তাগিৰ্' পদ্ধতিৰ সৈতে মিৰুৰ অবিচ্ছিন্ন সম্বন্ধ আছে। যিহেতু 'আচিন্ তাগিৰ্'ত দেখা পোৱা যিকোনো ঘটনাৰ কথা মিৰু সকলেহে ক'ব পাৰিব। উদাহৰণ স্বৰূপে আগমঙ্গহত প্ৰকাশ

পোৱা 'মাগ্‌', 'নাপ্‌য়' আৰু 'আগ' আদি চিন থাকিলে তাৰ প্ৰতিকাৰৰ নিমিত্তে 'মিবুৱে' পুনৰ মঙ্গল চাব লাগে। মঙ্গল চাই 'মিবু'য়ে অমুক ঘটনাৰ কাৰণে অমুক পূজা-পাতল দিব লাগিব বুলি বিভংকৈ কৈ দিব পাৰে। তেনে কৰিলেহে আগমন্ত্ৰহত দেখা দিয়া ঘটনাৰ প্ৰতিকাৰ হয়। এই প্ৰথা মিচিং সমাজত পৰম্পৰাগতভাৱে চলি আহিছে।

আচিন্‌ তাগিৰ্‌বোৰত পোৱা ভৱিষ্যত বিপদৰ সংকেতবোৰৰ তাৎকালীন প্ৰতিকাৰৰ ব্যৱস্থা নকৰিলে দেখাদেখিকৈ ঘটনাৱলী বাস্তৱত ঘটে। প্ৰত্যক্ষ প্ৰমাণ পোৱাৰ কাৰণে আচিন্‌ তাগিৰ্‌ৰ ওপৰত জনসাধাৰণৰ দৃঢ় বিশ্বাস। তদুপৰি 'নাপ্‌য়' (অপবাদ) 'মাগ্‌' (অগ্নিকাণ্ড) আদি আকস্মিক ঘটনাবোৰক আধুনিক বিজ্ঞানৰ যন্ত্ৰ-পাতিৰে আৰু জ্যোতিষ গণনাৰে ভৱিষ্যতবাণী কৰি ঠাৱৰ কৰিব নোৱাৰে। আচিন্‌ তাগিৰ্'ত পোৱা ঘটনাৱলীয়ে মিচিং সমাজত প্ৰত্যক্ষভাৱে প্ৰতিক্ৰিয়া কৰাৰ কাৰণে মিচিং সমাজে 'আচিন্‌ তাগিৰ্'ৰ ওপৰত গভীৰ শ্ৰদ্ধা আৰু বিশ্বাস ৰাখে।*

---

* ৰূপমা, জুলাই, ১৯৭০ চন।

# দবুৰ্ পূজা

## নাহেন্দ্র পাডুন

'দবুৰ্' শব্দটো কেনেকৈ উৎপত্তি হৈছে এই বিষয়ে এতিয়ালৈকে বিতং আলোচনা হোৱা নাই। কোনো কোনোৰ মতে মিচিং ভাষাত দ মানে খা, আৰু বুৰ্ মানে উৰ্বৰ হোৱা নাইবা গুৰি হোৱা, এই অৰ্থত পূজা-পাতলৰ যোগেদি পৃথিৱী উৰ্বৰা কৰা কাৰ্যক বুজায়। সি যি নহওক 'দবুৰ্' শব্দটোৱে মিচিং সমাজত প্ৰচলিত পূজা বিশেষক বুজায়। বহুতে ভাবে যে দবুৰ্ পূজা মাত্ৰ এবিধহে আছে আৰু তাক প্ৰায় একে ধৰণে পালন কৰা হয়। প্ৰকৃততে সেই কথা শুদ্ধ নহয়। আমি বেলেগ বেলেগ অঞ্চলত দবুৰ্ পূজা বিভিন্ন ধৰণে কৰা দেখিবলৈ পাইছো। অঞ্চল বিশেষৰ পূজা কৰাৰ পদ্ধতিৰ কথা বাদ দিও, বেলেগ বেলেগ সময়ত বিভিন্ন উদ্দেশ্যৰে দবুৰ্ পূজা কৰা দেখিবলৈ পোৱা যায়। এই গ্ৰন্থৰ স্থানান্তৰত দবুৰ্ পূজাৰ বিষয়ে কেবাবাৰো উল্লেখ কৰা হৈছে। সেইবাবে তলত আমি কেইটামান দবুৰ্ পূজাৰহে পৰিচয় দিছোঁ।

দবুৰ্ পূজাৰ কেবাটাও ভাগ আছে। সেইবোৰ বিভিন্ন উদ্দেশ্যে আৰু বিভিন্ন সময়ত কৰা হয়। আটাইবোৰ দবুৰ্ৰ উদ্দেশ্য আৰু সময় একে নহ'বও পাৰে। সাধাৰণতে (১) মঃপুন্ দবুৰ্, (২) কংচন্ দবুৰ্, (৩) বুত্তী দবুৰ্, (৪) ৰাবান্ কংচন্ এই চাৰিবিধ দবুৰ্ পোৱা যায়। দবুৰ্ পূজাকো 'আগ' (দবুৰ্ পূজাৰ নামত কিবা এটা দিম বুলি প্ৰতিশ্ৰুতি দি থোৱা কাৰ্য) আৰু 'ইপাগ্' (শেষৰ দিনা বেলেগ বেলেগ প্ৰক্ৰিয়াৰে পূজা সমাপণ কৰা কাৰ্য) কৰা হয়। দবুৰ্ পূজাত সাধাৰণতে গাহৰিৰে পূজা কৰা হয়। গাহৰিৰ বৰণ কলা হ'ব লাগে। বগা বা অন্য ৰং মিহলি থকা গাহৰিক দবুৰ্ পূজাত বধ কৰা নহয়। মাইকী গাহৰিহে দবুৰ্ত ব্যৱহাৰ কৰিব লাগে। গাহৰি বধ কৰিলে তাৰ আনুষঙ্গিক হিচাপে কুকুৰাও বধ কৰা হয়।

কোনো কোনো দবুৰ্ পূজা কেৱল কুকুৰাৰে কৰে। কুকুৰা আৰু গাহৰি বধ কৰাৰ এটা বিশেষ নিয়ম আছে। কুকুৰা ডিঙি চেপি উশাহ বন্ধ কৰি মৰা হয়। গাহৰি মাৰিবৰ সময়ত কেইটা-

মান লক্ষ্য কৰিব লগীয়া দিশ আছে। গাহৰিৰ মূৰটো সোমাৰ পৰাকৈ দুটা দুটাকৈ চাৰিটা খুটি পুতি মাজৰ থেক ঠাইত ওপৰমূৰাকৈ গাহৰিৰ মূৰটো সুমুৱাই দি তাৰ মূৰ শিতানত 'চিলু' ( মিচিং ভাষাত ) গছৰ এটুকুৰা কাঠ দিয়া হয়। অন্যান্য পূজাত চিলু নহ'লেও হয়। আন এটুকুৰা চিলু কাঠৰ মাৰি গাহৰিৰ ডিঙিত চেপি মাৰিবৰ কাৰণে ব্যৱহাৰ কৰে। এই দুটুকুৰা চিলু কাঠতে তৰাপাতেৰে মেৰিয়াই পাঁচবাৰকৈ বন্ধা হয়। 'তান্ তান্তং' নামৰ এবিধ গছৰ মাৰিৰেও কেতিয়াবা গাহৰি মৰা হয়। কোনো কোনো ঠাইত এইবোৰ কাঠ নোপোৱাৰ বাবে যিকোনো কাঠেই ব্যৱহাৰ কৰা দেখা যায়।

মঃপুন্ ( সম্ভৱতঃ মঃ <আমং =মাটি, পুন্<আ'পুন্ = ফুল, অৰ্থাৎ মাটিৰ ফুল বা ধান ) দবুৰ খেতি পথাৰত শস্য নষ্ট হোৱাৰ আশংকা দেখিলে কৰা হয়। ইয়াক 'মঃতা দবুৰ্' বুলিও জনা যায়। মঃপুন্ দবুৰ্ পথাৰতে কৰা হয়। ভূঁই বা পথাৰৰপৰা ধানৰ পাত মেগেলা গছৰ পাতেৰে সৈতে বিশেষ ধৰণে মেৰিয়াই আনি টঙিৰ ওপৰত বা পূজা কৰা ঠাইত এটা বিশেষ ধৰণে তৈয়াৰ কৰা বাঁহৰ টোমত ভৰাই, তাক দুফালে দুটা খুটি পুতি পথালিকৈ এডাল মাৰিত ওলোমাই নাইবা মাটিতে থৈ তাৰ ওপৰত আপং আদি পূজাৰ সম্ভাৰ ঢালি দি "আজিৰ পৰা ধান-মাহ, খেতি-বাতি, বেমাৰ-আজাৰ ভাল হওঁক, পৃথিৱী মাতৃক তাৰ বাবে পূজা আগবঢ়াইছো" বুলি আশীষ বচন (পেনাম্) মাতে।

ৰাবান্ কঃচনো মানুহৰ মঙ্গল বিধানৰ কাৰণেই কৰা হয়। ৰাবান্ কঃচন্ কৰাৰ সময়ত পাঁচটাকৈ মেগেলা গছৰ খুটা পুৰণ চিনৰ দৰে গাৰি তাৰ ওপৰত লগ লগাকৈ একোডাল পথালিকৈ দিয়া হয়। তেনেকৈ পাঁচ শাৰীকৈ সজোৱাৰ পাছত মাজৰ ডালত কুকুৰাৰ মূৰ আঁৰি দিয়া হয়। বাকী দুয়োকাষৰ দুয়োডালতে কণী আঁৰি দিয়ে। এই কণী আৰু কুকুৰাৰ মূৰো পূৱা-পশ্চিমাকৈ গুজি দিয়ে।

এই দবুৰ্ পূজাত 'পাঃপে' আৰু 'পাতুম্' দুবিধ বাঁহৰ খাং বিশেষ আকৃতিৰে সাজি লোৱা হয়।

'আজেং' বা কোনোবাই কিবা অপৰাধ কৰাৰ বাবে দায়ী হ'লে 'বুতী দবুৰ্' কৰা হয়। কোনো মানুহে কাৰোবাৰ প্ৰতি অন্যায় কৰিলে (যেনে—গোপন পৰনাৰী গমন, আনৰ ভঁৰালৰ পৰা ধান চোৰ কৰা, আনৰ গৰু মহ গোপনে বধ কৰা ইত্যাদি) নাইবা দেৱতাই বেয়া পোৱা কাম কৰিলে তেওঁ দুৰাৰোগ্য ৰোগত ভুগিব। তেনে মানুহৰ ৰোগৰ লক্ষণলৈ চাই এই আজেং বা দায় লোৱা হয়। এই দবুৰ্‌ত অপায় অমঙ্গলৰ দেওভূত সকলো গাঁওখনৰ সিমুৰলৈ খেদি পঠিয়াবৰ কাৰণে পূজাত থকা লোকসকলে মাৰিবে গোটেই গাঁওখনৰ নাইবা সেই আজেং থকা মানুহ ঘৰ কোবাই বিভিন্ন ধৰণে চিঞৰ বাখৰ কৰে। চুঙাবোৰত কৰবাত দেওভূত থাকিব পাৰে বুলি সেইবোৰ সোপা দি বন্ধ কৰি থোৱা হয়। মিচিং চাংঘৰ কোবোৱাৰ কাৰণেই বহুতে ইয়াক চাং কোবোৱা পূজা বুলি কয়। ইয়াৰ পিছত আজেং থকা মানুহ ঘৰে এজনী কুকুৰা এটোপোলা আপং আগবঢ়াই সেই মানুহবোৰক বিদায় দিয়ে। আজেং লোৱা দবুৰ্ কোনো কোনো ঠাইত পাঁচ ধৰণৰ কৰা দেখা যায়।

কঃচন্ দবুৰ্ সাধাৰণতে চিকাৰীসকলকহে কৰা দেখা যায়। বনত চিকাৰ কৰিবৰ সময়ত চিকাৰীসকলে বিভিন্ন দেৱদেৱী, দেওভূতৰ সন্মুখীন হ'ব লগা হয়। দেওভূতৰ ৰুষ্ট বা তুষ্ট অনুযায়ী চিকাৰীসকলে চিকাৰৰ সামগ্ৰী পায়। দেওভূত বা চিকাৰীৰ উপাস্য দেৱতাক সন্তুষ্ট কৰিবলৈ কঃচন্ দবুৰ্ কৰে। এই দবুৰ কুকুৰাৰে কৰা হয়। ঘৰৰ মাঙ্গলিক কাৰ্যৰ কাৰণেও কেতিয়াবা কঃচন্ দবুৰ্ কৰা দেখা যায়।

পথাৰ নাইবা হাবিত দবুৰ্ পূজা কৰিলে, পূজা কৰা ঠাইত মানুহে পদাৰ্পণ কৰিব নালাগে। সেই কাৰণে দবুৰ্ পূজাৰ বাবে প্ৰথমৰ পৰা এটা আচুতীয়া ঠাই বাচি লোৱা হয়। গাঁৱত বা ঘৰত দবুৰ্ পূজা কৰিলে পাঁচদিনলৈ গেনা ৰাখিব লাগে। দবুৰ্ পূজাৰ সময়ত গাঁৱত বা সেই বিশেষ ঘৰত কোনো অভ্যাগত প্ৰৱেশ কৰিলে তেওঁক গেনা শেষ নোহোৱালৈকে যাবলৈ দিয়া নহয়। নহ'লে তেওঁৰ এটি মূল্যবান সামগ্ৰী ৰাখি যাবলৈ

দিয়া হয়। গেনা ভাঙিলে কুকুৰা আৰু আপং দণ্ড হিচাপে লৈ সেই সামগ্ৰী খুৱাই দিয়ে।

কোনোবাই লাজুকী বান্দৰ দেখিলে নেৰানেপেৰাকৈ বহুদিন বৰষুণ দিয়ে বুলি মিচিংসকলে বিশ্বাস কৰে। তেতিয়াও সেই লাজুকী বান্দৰ দেখোঁতাজনৰ পৰা আজেং আদায় কৰি দস্তুৰ কৰা হয়।*

ৰচনা : ডিচেম্বৰ, ১৯৭২ চন

# মিচিং ধৰ্মবিশ্বাস আৰু পেনা

## তৰুণ চন্দ্ৰ পামেগাম

মিচিংসকলৰ ধৰ্মমূলক অনুষ্ঠানসমূহক থাইকৈ তিনিটা শ্ৰেণীত ভাগ কৰিব পাৰি ঃ সামূহিক, ব্যক্তিগত আৰু কাৰণজনিত। সমূহীয়া অৰ্থাৎ গোটেই গাঁওখনৰ বাবে সকলোৱে মিলিজুলি একেলগে কৰা অনুষ্ঠানসমূহ হ'ল সামূহিক। 'দবুৰ্' 'লৃগাং' 'পঃৰাগ্'—এইবোৰ হ'ল সামূহিক অনুষ্ঠান। 'লৃগাং' আৰু 'পঃৰাগ্'ক উৎসৱৰ ভিতৰত ধৰিলেও সেইবোৰো আন প্ৰকাৰৰ ধৰ্মমূলক অনুষ্ঠান। 'দবুৰ্' পূজাত জীৱ-জন্তু উছৰ্গা কৰি গাঁও-জ্ঞাতি, গৰু-ম'হ, পথাৰ সমাৰৰ উন্নতিৰ হকে কামনা কৰি সমূহীয়াকৈ বছৰি অনুষ্ঠানটি পালন কৰা হয় আৰু অনুষ্ঠানৰ পিছত পাঁচ সাজলৈকে জুলা-পোৰা বস্তু খোৱা নহয়। জীৱ-জন্তুৰ মঙ্গল কামনা কৰি, ঠিক তেনেকৈ 'আলি আই লৃগাং' বা 'লৃগাং' —বিহুতো পাঁচ সাজলৈকে জুলা-পোৰা বস্তু খোৱা নহয়, ন-জোন নোলোৱালৈকে ন-গজালি কটা নহয়, শস্যৰ মঙ্গল কামনা কৰি। 'পঃৰাগ্'ত উছৰ্গা কৰা গাহৰিবো আগ মগুহ চাই বাইজৰ আৰু শস্যাদিৰ ভাল বেয়া নিৰূপণ কৰা হয়। গতিকে 'লৃগাং' আৰু 'পঃৰাগো' উৎসৱ যদিও ধৰ্মমূলক অনুষ্ঠানৰ এটি অংশ বিশেষ, গৰু-ম'হৰ বেমাৰ আদি হ'লে নামঘৰত সমূহীয়াকৈ আই মতাৰ প্ৰচলনো দেখা যায়।

'অঃচাগ্,' 'গিয়াতি' বা 'ৰৰ' নাইবা 'উৰম্ আপিন্' এইবিলাক হ'ল ব্যক্তিগত ধৰ্মমূলক অনুষ্ঠান। উপৰোক্ত সকামখিনি অন্ততঃ পাঁচ বছৰৰ মূৰত ন-পূৰুষৰ কাৰণে উছৰ্গিত ধৰ্মমূলক অনুষ্ঠান। ঠাই বিশেষে সকামৰ নাম আৰু নীতি-নিয়মৰ ব্যৱধান থাকিলেও মূলতঃ সেইবোৰ সকামৰ উদ্দেশ্য একেই। সকাম কৰা ব্যক্তিজনে কমেও তেওঁৰ ওপৰৰ ন-পূৰুষকে এই পূজা দিয়ে। সেই সুকামবিলাকতো পাঁচ সাজলৈকে জুলা-পোৰা নোখোৱা অঃচাগ্, সকাম কৰোঁতাসকলে পক্মো জাতীয় শাক নোখোৱা, ন-ধান নোলোৱালৈকে কোনো চাৰিঠেঙীয়া জন্তুৰ মাংস নোখোৱা, আদি,

নিষিদ্ধ নীতি আছে। পিতৃ পুৰুষৰ কাৰণে কৰা বাৰ্ষিক সেৱাও ব্যক্তিগত অনুষ্ঠান। আই সেৱা, ন-জনীয়া সকাম আদিও ব্যক্তি বিশেষে বাৰ্ষিক অনুষ্ঠান হিচাপে পালন কৰা দেখা যায়।

'তালাং উই' বা ওপৰ দেৱতাৰ পূজা 'য়্যাল' বা 'দনিয়াং' আই মতা ডাঙৰীয়া সকাম, জলকাই বা জলনাৰায়ণৰ পূজা, গৰখীয়া সকাম, কালিকা সকাম আদিবোৰ কাৰণজনিত। "তালাং উই প্ৰধানতঃ খেতি-পথাৰ ভাল হ'বৰ কাৰণে হাবিত কৰা হয়। তাতো নিষিদ্ধ নীতি বা গেনা প্ৰথা আছে। তালাং উইত কম পক্ষেও সাতোটা ৰঙৰ কুকুৰা উছৰ্গা কৰিব লাগে। গাহৰি উছৰ্গা কৰা হয় 'বমি' বা 'দিঃতো নাংনী' অৰ্থাৎ শস্য উৎপাদিকা আই বসুমতীৰ উদ্দেশ্যত। 'য়্যাল' মতা হয় স্বাস্থ্যৰ উন্নতি বা শাৰীৰিক উদগতিৰ কাৰণে; ক'কাল, গা-মুৰ বিষালে ডাঙৰীয়া সকাম, জলকাই জলৰ অপৰাধৰ বাবে, গৰুৰ উন্নতিৰ বাবে গৰখীয়া সকাম, ম'হৰ উন্নতিৰ বাবে কালিকা মতা হয়। কোনো প্ৰেতাত্মাই লোৱা বুলি জানিলে 'উৰম্ পুৰনাম্' বা 'উৰম্ পিদ্নাম্' কাৰ্য্য সম্পাদন কৰা হয়। জল, থল, বতাহ তিনি থানৰ তিনিজন ডাঙৰীয়া থকা বুলি বিশ্বাস কৰা হয়। গতিকে ডাঙৰীয়া সকামত তিনিটা পতুৱাৰ ঘৰ সাজি দিয়া হয়—ডাঙৰীয়াই নাপাবৰ কাৰণে ধেণুকাঁড়ৰ চিন দেখুওৱা হয়। সাধাৰণতে ডাঙৰীয়া ঘিলা গছত হেনো জিৰায়। গতিকে এটা ঘিলাও পূজা থলিত থোৱা হয় আৰু ডাঙৰীয়া জিৰাবৰ কাৰণে এজোপা কেঁচা গছ পুলি ৰুই দিয়া হয়। আই সকলে দেখা দিলে কিবা অপৰাধ লাগিব পাৰে বুলি আই মতাৰ প্ৰচলনো দেখা যায়। উপৰোক্ত বিধৰ সকামসমূহ হ'ল কাৰণজনিত।

যুগ হিচাপে ভাগ কৰি চালে দেখা যায়—যিবিলাক সকামত আন কোনো জাতি বা সম্প্ৰদায়ৰ নীতি-নিয়মৰ সংমিশ্ৰণ ঘটা নাই সেই সকামবোৰ হ'ল আদিম বা মূল সকাম। 'অঃচাগ্', 'গিয়াতি', 'য়্যাল', 'উৰম্ আপিন্', দবুৰ্', লুগাং', 'তালাং উই' আদি এই শ্ৰেণীৰ সকাম। ডাঙৰীয়া সকামো মূল 'তালাং উই'ৰে এটি অংশবিশেষ। আই মতা, গৰখীয়া সকাম, কালিকা সকাম, জল-নাৰায়ণৰ পূজা, ৰাতি সেৱা আদি সকামবোৰ সংমিশ্ৰিত

ৰ মধ্যযুগীয়। মিচিংসকলৰ মূল বিশ্বাসৰ পৰা কিছু পৰিমাণে আঁতৰি গৈ অ-মিচিঙৰ অসমীয়া সংস্কৃতিৰ সংমিশ্ৰণত এইবোৰ ধৰ্মবিশ্বাসৰ সৃষ্টি হ'ল। সংমিশ্ৰিত যুগতেই মিচিংসকলৰ মাজত নামঘৰ ৰখা প্ৰথাৰ সৃষ্টি হ'ল। ভকতীয়া হোৱা আৰু ভকতসকলে নামঘৰত বাতি বিহাৰ সেৱা কৰা ৰীতি সংমিশ্ৰিত ধৰ্মবিশ্বাস। মিচিংসকলৰ মাজত বছৰি সামূহিকভাৱে গাঁৱৰ কল্যাণৰ কাৰণে এই বাতি খোৱা বা বাতি সেৱা ধৰ্মও নামঘৰত পালন কৰে। বহুতে এই ধৰ্মকে মিচিঙৰ আদিম ধৰ্ম বুলি ক'ব খোজে। কিন্তু মিচিংসকলৰ আদিম ধৰ্মবিশ্বাসত শৰণ-ভজন লোৱা বা ভকত হোৱাৰ কোনো প্ৰথা প্ৰচলন নাই। এই বাতি সেৱাৰ আশীৰ্বাদ প্ৰথা অসমীয়া মাধ্যমত চলে। আনহাতে আদিম বিশ্বাসৰ ধৰ্মানুষ্ঠানত তেওঁলোকে 'আনী দঃএি নু তাল্লাংকা, আবু পঃল ন তাল্লাংকা' বুলি কথিত ভাষাতে আৰম্ভ কৰে। বাতি বিহাৰত গোৱা "যাওঁং দীৰে দীৰে গইনে গম্বীৰে মাতাত গোৱা তালি লৈয়ে" (যাওঁ ধীৰে ধীৰে গহীনে গম্ভীৰে মাথাত গুৰা থালি লৈছে।) মিচিঙৰ নিজা ভাষা কেতিয়াও নহয়। সাজতোলা (সাতোলা) বা ভকতসকলৰ মুখৰ আগত 'আপঙ'ৰ বাতি দাঙি ধৰি গোৱা নামবোৰো ভঙা ভঙা অসমীয়াই। ই শংকৰী যুগৰ এটা বিকৃত ধৰ্মৰূপ। তেনেকুৱা নামবোৰত "উনা মাদৱৰ বানী" (শুনা মাধৱৰ বাণী) "কৈছে উননদেৱে" (কৈছে সুনন্দদেৱে) আদি শব্দৰাশিৰ প্ৰয়োগৰ উপৰিও কেতিয়াবা শংকৰদেৱৰ নামো জড়িত থকা পোৱা যায়। "নামেৰে দৰ্মৰে (ধৰ্মৰে) মই তালি (থালি) বনালো পৰম যতন কৰি, তালৰে দাকনি (থালৰ ঢাকনি) গুছোৱা দোকানী (ভকতনীজনীক কোৱা হৈছে) মই পিওঁ অ'জলি ভৰি।" এইবোৰ অসমীয়া লোক বচনাৰে একাংশ। নাম-কীৰ্ত্তন প্ৰথাটোক একেবাৰে আধুনিক স্তৰত ধৰিব পাৰি। আজি-কালি অনেক ঠাইত ভাগৱতীয়া ধৰণে নাম-কীৰ্ত্তনো পালন কৰা দেখা যায়। ইয়াক মহাপুৰুষৰ শিষ্য ৰাম আতাৰ দিনৰপৰাই পৰা প্ৰভাৱ বুলি ধৰি লব পাৰি। এহ আকিন ৰাৱে চাউল খুওৱা জনীয়া সকামো মিচিং সমাজত আধুনিক।

মিচিংসকলৰ নিষিদ্ধ নীতি প্ৰথাটোৱেই হ'ল গেনা। এই গেনা বা কৰিব নোপোৱা বা বাধামূলক কাৰ্য্যৰ মাজত কিমান

যোৱানো সোমাই আছে। 'অঃচাগ,' 'গিয়াতি' আদি সকামত সকামৰ ভিতৰতে মাংসবোৰ খাই শেষ কৰিব লাগিব—পিছলৈ সাঁচি থ'বা শুকুৱাই খাব নাপায়, কাৰণ দেৱতালৈ উৎসৰ্গা কৰা বস্তু খালে পুনৰ সেই দেৱতাই পাব পাৰে। তেনে সকাম কৰা কোনো জন্তুৰে ঘা লগোৱা বা খণ্ডৰে মৰা জন্তুৰ মাংস খাব নাপায়, কাৰণ দেৱতাও তেওঁলোকৰ প্ৰতি তেনে এক আচৰণ কৰিব পাৰে। দেৱতালৈ কথা বস্তু সোঁহাতেৰে বান্ধিব নাপায়, কিয়নো সিপৰীত মানুহে দেৱতা হৈ জন্ম লোৱাৰ পিছত ওভোটাটো দেখে। গতিকে টাক মাৰি বাওঁহাতে চলাব লাগে। আজাত জলকীয়া দিব নাপায়, কিয়নো দেৱতাক জলা পোৱা দিলে মানুহকো তেনেকুৱা পীড়া দিব। গতিকে মৃতকৰ মৈদামৰ ওপৰতো পৃথিবীৰ মানুহৰ আচৰণৰ বিপৰীতে চোলা ওভটাকৈ মেলি দিয়া হয়—বাতিটো কুটাই দিয়া হয়। প্ৰেতাত্মা বা 'উৰমে' পালে 'উৰম'ক দিয়া বস্তু বাওঁহাতেৰে ছটিয়াই দিয়া হয়। 'লৃগাং' কৰি ন-জোন নোলোৱালৈকে হালকোৰ বাব নাপায়, কাৰণ ধানৰ গজালি সোনকালে নোলায়। 'দবুৰ' পূজাৰ দিনা অন্য মানুহ গাঁৱত সোমাবলৈ দিব নাপায়—কাৰণ গাঁৱৰ লক্ষ্মী বাহিৰলৈ যায়। জলদেৱতাক টোপোলা আগ কৰিলে মানুহে সালাগে দিনটোলৈ পল জৰুই আদি মাছৰবা সঁজুলিও চুব নাপায়, কাৰণ সেইবোৰতে জলদেৱতা লাগি থাকিব পাৰে। 'অঃচাগ,' গিয়াতিৰ গাহৰি আগ কৰোঁতেও অন্ততঃ এসাজলৈ জলকীয়া খাব নাপায়, কাৰণ দেৱতাই জলকীয়া ব্যৱহাৰ নকৰে। সৰু ল'ৰা-ছোৱালী মৰিলে এবেলা আৰু ডাঙৰ মানুহ মৰিলে এদিন কাম-বন খটি কৰি গেনা পালন কৰি মৃতকৰ আত্মা সদগতি কামনা কৰা হয়।

এইবোৰৰ বাহিৰেও মিচিংসকলৰ ধৰ্মজনিত কিছুমান বিশ্বাস আছে। লৃগাঙত শস্যৰ মুঠি লোৱাজনক পোনপ্ৰথমে আপং এবাতি আৰু প্ৰথমে পাতেৰে বান্ধি সিজোৱা চাউল 'পুৰাং' খাবলৈ দিয়া হয়। কাৰণ তেওঁকে মানব-দেৱতা বা দেৱী জ্ঞান কৰা হয়। তেওঁ তুষ্ট হ'লেই দেৱতাও তুষ্ট হ'ব। বিয়াত ঢুলীয়া প্ৰধানজনৰ ঢোলৰ বাহিৰে তামোল-পাণৰ টোপোলা গুজি দি তেওঁক সন্মান কৰা হয়। কাৰণ তেওঁ তুষ্ট হ'লে গোটেই বিয়াখন বং-ৰহইচৰ

মাজেদি সংকলমে চলি যাব। সকামত নিচা খাই একো অপায় অমঙ্গল নহ'বৰ কাৰণে আৰু 'আপং' টেঙা নহ'বৰ কাৰণে সকামৰ ছাই মদ বা 'পঃৰ আপং' চেকা যতন 'পঃবৰ'ত তামোল-পাণৰ টোপোলা বান্ধি দিয়া হয়। "পঃদন্ দাগ্নাঁ" বা ছাই মদ চেকা মানুহ কেইজনক তামোল-পাণৰ টোপোলা দি সন্মান কৰা হয় —যাতে তেওঁলোকৰ পৰিচালনাত সকাম সুচাৰুৰূপে চলি যায়—নিচা খাই যাতে কোনেও হাই-কাজিয়া নকৰে। "পঃদন"ত (ছাই মদ চেকা কামত) ব্যৱহাৰ কৰিবৰ কাৰণে অকুমাৰী ছোৱালীক লগোৱা হয় আৰু তেওঁলোকক টোপোলা দি সন্মান কৰা হয়। এই পানী তুলিবৰ কাৰণে গাভৰু বা বোৱাৰী-ছোৱালীক পবিত্ৰ বুলি ধৰা নহয়। 'অঃচাগ্' সকামত সকলোৱে প্ৰত্যেক দিনে দেখা পোৱা মিচিংসকলৰ পোনপ্ৰথম আৰাধ্যা দেৱী সূৰ্য্য বা 'আনা দুঃঞিঞ'ক দেখুৱাই পুৱফালে মুখ কৰাই সূৰ্য্যোদয়ৰ সময়ৰ ৰঙৰ, ৰঙা বৰণৰ কুকুৰা এটা এডাল বাঁহৰ জোঙাল মূৰত গুঁজি দি পাখি মেল খুৱাই দেৱতাসকলক দেখুৱাই থোৱা হয় আৰু বাঁহৰ মূৰত আঁৰি থোৱা এটা খাওত দেৱতাসকললৈ কম পক্ষেও ২৪ ভাগ ভাত, মাংস আৰু ছাইমদৰ নৈবেদ্য উছৰ্গা কৰা হয়। তলত পাঁচ ভাগ একে প্ৰকাৰৰ নৈবেদ্য দি পাঁচ বছৰলৈ ঘৰখনৰ মঙ্গল কামনা কৰা হয়। এই পূজাক কোনো অপায় অমঙ্গল নহ'বৰ বাবে 'এৰাব্ তুঃমেং' বুলি কোৱা হয়। বাঁহডালত 'বুক্তাক্' নামৰ এবিধ লতা জাতীয় গছৰ পাত বান্ধি দিয়া হয় যাতে বাঁহডালত লতা গছৰ পাতবোৰ যেনেকৈ লিপিত খাই থাকে, তেনেকৈ ঘৰখনৰ পোনা পোৱালীকেইটিও মাক বাপেকৰ বুকুত বুকু জুৰাই থাকে—এয়ে এই ব্যৱস্থাৰ তাৎপৰ্য্য।

# মিচিঙৰ জন্ম আৰু মৃত্যু শুচি

তৰুণ চন্দ্ৰ পামেগাম

বিবাহৰ উদ্দেশ্য যিয়েই নহওক —সাধাৰণ কথাত হ'ল "ঘৰ-সংসাৰ পতা।" সংসাৰ যাত্ৰাত ভৰি দিলেই জন্ম অনিবাৰ্য্য। ইতৰ জন্তুবিলাকৰ যেনেকৈ জন্ম আৰু মৰণ হয় মানুহৰো একেদৰেই জন্ম আৰু মৃত্যু হয়। কিন্তু মানুহৰ জন্ম আৰু মৃত্যুৰ লগত ইতৰ জন্তুৰ জন্ম আৰু মৃত্যুৰ এইখিনিতেই মাত্ৰ পাৰ্থক্য যে, মানুহ যি সমাজতেই নাথাকক লাগে সেই সমাজৰ একোটা বিশেষ প্ৰথাৰ মাজেদি জন্ম আৰু মৃত্যু শুচি পালন কৰা হয়। সমাজত চলিবৰ কাৰণে, বিয়াই-সবাহে, সকামে-নিকামে বা যি কোনো সামাজিক কাৰ্য্যত আনৰ লগত একে শাৰীতে বহিব পৰা হ'বলৈ হ'লে জন্ম বা মৃত্যুৰ অশৌচ খেদাবই লাগিব। সংসাৰ যাত্ৰাত ভৰি দিলে যেনেকৈ জন্ম অনিবাৰ্য্য, তেনেকৈ জন্ম হ'লেও মৃত্যু অনিবাৰ্য্য। গতিকে মানুহ মাত্ৰেই জন্ম আৰু মৃত্যু শুচি পালন কৰাটোও একেদৰেই অনিবাৰ্য্য।

সন্তান জন্মৰ সময়ত মিচিং সমাজত ডাক্তৰ নাৰ্চ আদিৰ প্ৰয়োজনবোধেই নহয়। সাধাৰণ অভিজ্ঞতাৰপৰা দেখা যায় যে পৰিশ্ৰম নকৰাকৈ থকা তিৰোতাতকৈ পৰিশ্ৰমী তিৰোতাৰ প্ৰসৱ কাৰ্য্য বেছি সহজ। মিচিং তিৰোতাসকল সাধাৰণতে পৰিশ্ৰমী। অভিজ্ঞ বোৱাৰীসকলেই তেওঁলোকৰ সমাজৰ ডাক্তৰ আৰু নাৰ্চ। প্ৰসূতিক তেওঁলোকে সহজভাবে ল'ব পাৰে আৰু বেচ বাংঢালী হৈ প্ৰসূতিক পৰিচৰ্য্যা কৰিব পাৰে। কেঁচি বা ক্ষোডৰ সলনি তেওঁলোকে বাঁহৰ চেঁচুহে নাড়ী কটাত ব্যৱহাৰ কৰে। সন্তান জন্ম হোৱাৰ পিছতেই প্ৰসূতিক জালুক খুৱাই দিয়া হয়। সেইকাৰণেই কন্যা সন্তান হ'লে আগলৈ উলিয়াই দিওঁতে মিলামিতিৰ হ'লে সামান্য গা-ধন লৈ "জালুক পিপলিৰ দামটোহে লৈছোঁ" বুলি কয়।

সন্তান গৰ্ভত থাকোঁতে মাক বাপেকে কোনোধৰণৰ অন্যায় কাম কৰা নিষেধ। দৈনন্দিন খাদ্য হ'াহ কুকুৰাৰ নিচিনা জীৱ-

জন্তু মৰাও নিষেধ। আনকি মাকে কণীও নাখায়। অৱশ্যে আনে বধ কৰা জীৱ-জন্তুৰ মাংস খোৱাত বাধা নাই। গৰুৰ পঘা আদি দেই গলে নাড়ী পাক খায় বুলি বিশ্বাস কৰে। কোনো শস্যৰ কঠিয়া আদিৰ টোমৰ মুখ বান্ধিলে প্ৰসৱ কৰাত কষ্ট পায় বুলি ভাবে। স্বামী গৰুক অন্যায় বা কটু ব্যৱহাৰ কৰিলেও কষ্ট পায় বুলি ধাৰণা। সেইকাৰণে প্ৰসূতিয়ে বেছি কষ্ট পোৱা যেন দেখিলে গিৰিয়েকৰ ভৰিৰ বুঢ়া আঙুলি পানীত ডুবাই সেই পানী প্ৰসূতিক খুউৱা হয়। কিজানিবা কৰবাত অজ্ঞাতে হ'লেও স্বামীৰ গাত ভৰি লাগিছিল বা নকৰ লগা কথাকে অজানিতে কৈ পেলাইছিল। কেচুৱা জন্ম হৈ যদি নাকান্দে তেতিয়া বাপেকৰ চুৰিয়াৰ আগেৰে বিচি দিয়াৰ নিয়ম। কেনেবাকৈ যদি মাকৰ গাখীৰ খোৱাত পলম কৰে তেতিয়া কেচুৱাই মোহ পাতিছে বুলি ধৰি লয় আৰু তেতিয়াই "তোক উচৰগী (উছৰ্গা) দিছো" বুলি কঁাহী-বাতি উছৰ্গা কৰা হয়। জন্মৰ পিছত কেচুৱাটো ধুই-পখালি শুৱাই দি গাত নতুন কাপোৰ পেলাই দিয়া হয়। লগে লগে কুকুৰা মাৰি প্ৰসূতিৰ কাৰণে "জাল" তৈয়াৰ কৰি দিয়া হয়। তেল, জলকীয়া নিদিয়াকৈ কুকুৰাৰ মঙহ ভৃঙৰাজ শাক বা কুমলীয়া বিহলঙনিৰ আগ আদিৰে জালুক দি সিজাই দিয়া হয়। তাৰ পাছত আটৈ চাউলৰ ভাত আৰু নিজৰ ব্যৱহাৰ মতে "পঃৰ" (ছাই মদ) বা নগ্ মিন্ (বগা) আপং খাবলৈ দিয়া হয়। কম পক্ষেও তিনি দিনৰপৰা পঁাচদিনলৈ এইদৰে জাল দিয়াৰ ব্যৱস্থা থাকে।

নামকৰণ—সাধাৰণতে আগৰ বুঢ়া-বুঢ়ী সকলে শুচিৰ দিনাই নৱজাতৰ নামকৰণ কৰে। "চিংগি" বা 'চিংগু' অৰ্থাৎ শিমলুফুল ফুলিবৰ সময়ত জন্ম হ'লে 'গালুং' আদি নাম দিছিল। তেনে কোনো ফুল ফুলা সময়ৰ নহ'লে বাপেক বা ককায়েকৰ নামৰ এটা আখৰ ৰাখি নাম দিয়ে। যেনে—বাপেকৰ নাম মাৰুং হ'লে পুত্ৰেকৰ নাম কৰেং হ'ব। সাধাৰণতে পিছৰটো আখৰ ৰাখি নাম দিয়া হয়।

পঁাচদিনৰ দিনা কেচুৱাক বেলি দেখুওৱা হয়। সেইদিনা বাহিৰলৈ নি চুলি খুৰোৱা কামো নাগিন্তৰ সকলি নিষেধই কৰে।

চুলিবোৰ মাটিত পেলাই দিয়া নহয়। গোবৰৰ লগত সানি কেৱল পেলাই থোৱা হয়। কেচুৱাক বেলি দেখুওৱা দিনটোলৈকে পাঁচ-দিন পুৱাকৈ সন্তানৰ মাক অশৌচত থকাৰ নিয়ম। পাঁচদিনৰ দিনা অনেক শান্তি পানী খায়। এই শান্তি পানী মাক-বাপেক দুয়ো খাব লাগে। অৱশ্যে এই শান্তি পানী ব্ৰাহ্মণৰ নহয়, সাধু-সন্তৰ আজ্ঞা পোৱা সমাজৰ বুঢ়ালোকেই এই শান্তি পানী দিয়াৰ ব্যৱস্থা কৰে। এই শান্তি পানী নোখোৱালৈকে কেচুৱাৰ বাপেকেও নৈ আদি পাৰহৈ যোৱা মানা। কাঠনি তৰানিলৈ কাঠ কাটিবলৈ যোৱা, চিকাৰলৈ বা আলহী হৈ আন গাঁৱলৈ যোৱাও নিষেধ। শান্তি পানী খালেও প্ৰকৃততে এমাহৰ মূৰতহে অশৌচ ভাগে। এমাহ পাৰ হ'লেহে "পঃল কাকে" অৰ্থাৎ পিছৰ মাহৰ জোন ওলালেহে সম্পূৰ্ণ অশৌচ ভাঙিব পাৰিব। সন্তানৰ মাক পাঁচদিন অশৌচত থকাৰ সময়ত গাঁৱৰ বোৱাৰীসকলে "আপঙৰ" টোপোলা লৈ প্ৰসূতি চাবলৈ আহে। জাৰকালি হ'লে একোমুঠা খৰিও আনে। এমাহৰ মূৰৰ শুচিৰ দিনা বিশেষকৈ সেই বোৱাৰী সকলক আৰু অঙহী বঙহীসকলক নিমন্ত্ৰণ কৰে। সেইদিনাহে কুকুৰা মাৰি, ভাত ৰান্ধি, আপং চাকি, চাকি শলিতা জ্বলাই মাক-বাপেক দুয়োৰে সেৱা কৰি জন্ম শুচিৰ কাম শেষ কৰিব। নিমন্ত্ৰিত-সকলে নৱজাত সন্তানক যি পাৰে পইচা দি উছৰ্গা দিয়াৰ নিয়ম। কিছুমানে অৱশ্যে সেই জন্মশুচিৰ দিনাহে শান্তি পানীও খায়। শান্তিপানী জুহালৰ চাৰিও চুকত, প্ৰসূতি শোৱা ঠাইত আৰু মাক-বাপেক দুইৰো গাত ছটিয়ায়। সেইদিনাৰ পৰাহে মাইকী মানুহ "ৰুঃচিঙ"লৈ (মতা মানুহ বহা ঠাই) যাব পাৰিব। সেই-দিনাখনৰ পৰাহে সন্তানৰ মাক-বাপেক তথা ঘৰৰ আন আন লোক সকলো সমাজৰ যি কোনো কামত সহযোগ কৰিব পাৰিব আৰু চলা-ফুৰা কৰিব পাৰিব।

মিচিংসমাজত মৃত্যুৰ পিছত শৱদাহ কৰাৰ প্ৰথা নাই। শৱ কাপোৰেৰে মেৰিয়াই গাঁতখানি পুতি পেলোৱা হয়। শৱ পোতা গাঁতৰ ওপৰত মৈদাম সজা হয় আৰু সেই মৈদাম বেৰি মৈদামৰ ওপৰত ধুনীয়াকৈ কাপোৰ পাৰি দিয়া হয়। বেৰাৰ চাৰিওফালেও কাপোৰ মেলি দিয়া হয়। জীয়াই থাকোঁতে ব্যৱহাৰ কৰা সৰ্বসামগ্ৰী সকলো বস্তুকে মৈদামত দি দিয়া হয়।

তেওঁলোকৰ বিশ্বাস মৃত্যুৰ পিছাৰত জীৱবিলাকৰ ভাব বিপৰীত হয়। চলন-ফুৰণ আচাৰ-ব্যৱহাৰো বিপৰীত হয়। ফুটা পাত্ৰতহে আহাৰ-পানী খায়। গতিকে বাতিচৌ দিওঁতে ফুটাই দিয়ে। চোলা পিন্ধাওঁতে ওলোটাকৈ পিন্ধায়। কেচুৱা বা সৰু ল'ৰা-ছোৱালী মৰিলে বিশেষ নিয়ম কাৰণ কৰা নহয়, কিন্তু ডাঙৰ মানুহ মৰিলে কিছুমান নীতি নিয়মৰ মাজেদিহে শৱ সৎকাৰ কৰা হয়। মৃত্যুৰ লগে লগে ওখ ঠাইৰ পৰা বৰকাঁহ বা ঢোল বজোৱা হয় মৃত্যুৰ সংকেত দিবৰ বাবে। তৎক্ষণাত অণ্ডহী-বণ্ডহী "আপঙৰ" টোপোলা লৈ মৃতকৰ ঘৰ পায়হি। মৃতকক নিয়মিত ভাবে ধুই-পখালি তেল ঘঁহি দিয়া হয়, মূৰ আঁচুৰি দিয়া হয়, কাপোৰ-কানি সলাই দিয়া হয়। শেষবাৰৰ কাৰণে সৰু সম্বন্ধৰ আত্মীয়সকলে কৰুণভাৱে সেৱা কৰে। তাৰ পিছত মৈৰিয়াই সাঙী কৰি নিয়া হয়। গাঁতৰ তলতো চচালি কৰি দিয়া হয়। দুই কাষত আৰু ওপৰতো বটা বান্ধি এটা আন্ধাৰৰ মাজত ৰখা দি বাখি ওপৰত মাটি পেলোৱা হয়। যিজনে পিণ্ড দিব, সেইজনে বাওঁহাতেৰে পোনপ্ৰথমে এচপৰা মাটি পেলাব। সকলোৱে কব 'দৃংকে পাকেমাং' "তোমাক আমি কিলাই মৰা নাই ; তুমি নিজৰ থানলৈ যোৰাগৈ, আমালৈ পিঠি পাছ কৰিবা।" এইবুলি সকলোৱে বাওঁহাতেৰে একো চপৰা মাটি পেলাব। তাৰ পাছত পুতি দি ধুনীয়া মৈদাম সাজি মৈদামৰ ওপৰ আৰু চাৰিওফাল সঁজাই পেলাব। মৰিশালিৰ পৰা ঘূৰি আহোঁতে আগতে থৈ দিয়া প্ৰথম চাৰ মাটি পিণ্ড দিবলগীয়াজনে পিছলৈ দলিয়াই থৈ গুচি আহিব আৰু কোনেও পিছলৈ নাচাই গুচি আহিব।

শৱ চাঙৰপৰা নমোৱাৰ লগে লগে জুহাল পৰিষ্কাৰকৈ সাৰি পুচি ঘৰৰ মানুহবোৰ মাটিলৈ নামি যাব। চোতালত জুই জ্বলোৱা থাকিব আৰু শৱ সৎকাৰ কৰা মানুহ বিলাকৰ কাৰণে তেল-দুৰৰি আদি থাকিব। তেওঁলোকে বাজে বাজে গা ধুই আহি তিতা গাৰেই জুইকুৰা দুই তিনি বাৰ দেই তেলপানী ঘঁহিব আৰু কাপোৰ সলাই সকলো চাঙৰ ওপৰলৈ উঠিব। তাৰ পাছত পৰিষ্কাৰকৈ সাৰি থোৱা জুহালটো চাব। মিচিংসকলে পুনৰ্জন্ম বিশ্বাস কৰে। তেওঁলোকৰ বিশ্বাস যে শৱ সৎকাৰ কৰি ঘূৰি

আছি জুহালত মিহুৰ খোজৰ চিন পাব—সেই জন্মই লবগৈ। চৰাইৰ দৰে খোজ হ'লে পুনৰ মানুহৰ জন্ম লব।

হিন্দু ধৰ্মৰ তিলনি, দহা আৰু কাজৰ দৰে মিচিংসকলাৰো মৃত্যু শুচিৰ তিনিটা স্তৰ আছে। তিনিদিনলৈকে ঘৰখনে জলা-পোৱা, জলা-টেঙা আদি বস্তু খোৱা নিষেধ। তিনিদিনৰ দিনা কুকুৰা মাৰি দুই চাৰিজন বুঢ়া-বুঢ়ী গোটাই প্ৰাথমিক শুচিটো কৰা হয়। সেইদিনালৈকে পিণ্ড দিবলগীয়া লোকজনে 'মাৰাম্' বা জুহালৰ উজাই যাব নোৱাৰিব; অশৌচত থকা মাইকী মানুহৰ দৰে সেইদিনাৰ পৰাহে তেওঁ "ৰুঃচিং" বা উজনী অংশলৈ যাব পাৰিব। সেই কেইদিন তেওঁক এধাৰ 'দগ্‌নী' মণি পিন্ধাই থোৱা হয়। তেওঁৰ ওচৰত কেৰাদিনো গাঁৱৰ বহুত ডেকা ল'ৰা পহৰা দি থাকে। পিছৰ ন-জোন ওলোৱাৰ পিছত মৃতকৰ শুচি কৰিব পৰা হয়। এই শুচি ৰাইজৰ সঙ্গ লবৰ বাবে নৰীয়া চোৱা মানুহ, অঙহী-বঙহী আদিক মাতি কম পৰিমাণৰ ভোজ-ভাতেৰে কৰা হয়। অৱশ্যে ইয়াতে গাহৰি আৰু কুকুৰা দুটাকে মাৰিব পাৰি। এই শুচিৰ পিছতে মৃতকৰ ঘৰৰ লোক সমাজৰ লগত ফুৰাচকা কৰিব পাৰে। একেবাৰে শেষৰ শুচিটো পৰা লোকে এমাহৰ পিছতে কৰি পেলাব পাৰে, দুখীয়া মানুহ হ'লে কেই-বছৰমান পিছতো কৰে। দিন হ'লেও শেষৰ শুচিটো কৰিবই লাগিব। কাৰণ সেইটো শুচিতহে 'উৰম্ আপিন্' বা মৃতকক প্ৰকৃত পিণ্ড দিয়া হয়। এই শুচিকে "দদ্‌গাং" বুলি কোৱা হয়। এই সকামলৈ কোনো অঙহী-বঙহী, মিতিৰ-কুতুম বাদ নপৰাকৈ নিমন্ত্ৰণ কৰিব লাগিব। অকল অঙহী-বঙহী, বা মিতিৰ-কুটুমেই নহয়—চা-চিনাকি থকা সকলো বন্ধু-বান্ধৱক ইয়ালৈ নিমন্ত্ৰণ কৰিব পাৰি। এই সকামতে "কক্‌দাং" ফালে অৰ্থাৎ ঘৰৰ পশ্চিমফালে বেদী কৰি সেই ঠাইতে বাঁওহাতেৰে বান্ধি মৃতকৰ উদ্দেশ্যত বাঁওহাতেৰে পিণ্ড দিব লাগে। পিণ্ড দিওঁতে প্ৰথমে মৃতকজনকে উদ্দেশ্য কৰি উপৰি পুৰুষৰো নাম লোৱা হয়, যাতে তেওঁলোকৰ লগত মৃতকে পৰপাৰত মিলিজুলি থাকিব পাৰে। এই শুচি কৰিলেহে ন-পুৰুষীয়া শৰাধ (মূলতঃ উৰম্ আপিন্), বিয়া আদি তাঙৰ কাৰ্য্য কৰিব পাৰি।

“দদ্‌গাণ্ড” বা দহাকাজত গৃহস্থই কিমান পাৰে টকা আৰু বিভিন্ন পাত্ৰ দান কৰে। এই দান অৱশ্যে ব্ৰাহ্মণক দিয়া নহয়। সমাজকহে দান কৰে। প্ৰত্যেক গাঁৱৰ মুখীয়াল মুখীয়াল মানুহ চাই দান কৰা হয়। পিণ্ড দিয়া লোকজনে প্ৰতিজনকে সেৱা কৰি দান আগবঢ়ায়। বস্ত্ৰৰ সংখ্যা চাই মুখীয়ালসকলৰ মাজতে বিতৰণ হ'লেও, পইচা কিন্তু সকামলৈ অহা প্ৰতিজন লোককে দান দিবই লাগিব। গৃহস্থৰ বাহিৰেও অঙহী-বঙহী সকলেও মৃতকৰ উদ্দেশ্যত বস্ত্ৰ আৰু টকা পইচা আগবঢ়ায়। সেই বস্ত্ৰ আৰু টকা সমাজক পুনৰ দান দিয়া হয়।

পৰিবৰ্তনশীল সামাজিক গতি আৰু অলিখিত পদ্ধতিৰ কাৰণে হয়তো মিচিংসমাজৰ খেলবিশেষে এইবোৰ নিয়ম পালনৰ তাৰতম্য থকাটো স্বাভাৱিক। কিন্তু সমাজমাত্ৰেই যেতিয়া বিশেষ নিয়মৰ অধীন, গতিকে জন্ম-মৃত্যুৰ ক্ষেত্ৰত পালিব লগা নিয়ম সদায় থাকিবই।*

*ৰচনা জুলাই, ১৯৭০ চন।

# মিচিং ভাষা

নাহেন্দ্র পাডুন

**নামকৰণ ঃ**

অসমৰ 'মিৰি' নামেৰে খ্যাত জনজাতি সকলে নিজকে মিচিং বুলিহে পৰিচয় দিয়ে। 'মিৰি' নামটো অসমৰ লোকে দিয়া। প্ৰাচীন অসমীয়া পুথি আৰু ঊনবিংশ শতিকাৰ ইংৰাজ লেখক সকলৰ লেখাবিলাকত এই মিচিংসকলক 'মিৰি' নামেৰেই উল্লেখ কৰা হৈছে। 'মিৰি' শব্দটো 'মিৰু' বা দেওধাইৰ নামৰপৰা উৎপত্তি হৈছে বুলি ধৰি লোৱা হৈছে যদিও মিচিংসকলে নিজৰ বিষয়ে আলাপ-আলোচনা কৰোঁতে নিজকে "মিচিং" বুলিহে উল্লেখ কৰে। অৱশ্যে বহুত দিন 'মিৰি' নামেৰেই জনাজাত হৈ অহাৰ বাবে কোনো অমিচিং লোকক পৰিচয় দিওঁতে কেতিয়াবা 'মিৰি' বুলিয়েই পৰিচয় দিয়ে। ভাৰতীয় সংবিধানৰ অনুসূচীত জনজাতিৰ তালিকাতো মিৰি নামেৰেই উল্লেখ আছে।

মিচিংসকলে নিজকে মিচিং বুলি পৰিচয় দিয়াৰ লগতে তেওঁলোকে ব্যৱহাৰ কৰা কথিত ভাষাকো "মিচিং আগম্" অৰ্থাৎ "মিচিং ভাষা" বুলি কয়। ভাষাৰ সুকীয়া নামকৰণ নাই। মিচিং ভাষাৰ লগত সম্পৰ্ক থকা ভাষাবোৰক সাধাৰণভাৱে "তানি আগম্" বা 'মানৱ ভাষা' বোলে। অসমৰ উত্তৰ পূৱ অঞ্চলত থকা আদী, পাদাম, গালং, মিঞং, নিচি, আপাতানি আদি জন-জাতীয় সকলেও নিজৰ জাতিগত সুকীয়া ভাষাৰ নামৰ বাহিৰেও সাধাৰণভাৱে এই ভাষাবোৰক 'তানি ভাষা' বুলি কয়। সেই অৰ্থত উত্তৰ অসম শাখাৰ ভাষা সমূহক সামগ্ৰিকভাৱে "তানি ভাষা" বুলিয়েই অভিহিত কৰিব পাৰি। এই প্ৰবন্ধত প্ৰাচীন পুথিত উল্লেখ কৰা 'মিৰি' নামটোৰ পৰিৱৰ্তে আমি "মিচিং" বুলি উল্লেখ কৰিম। সেইদৰে "মিৰি ভাষা" বা "Miri language"ৰ সলনি 'মিচিং ভাষা' নাইবা "Mishing language" ব্যৱহাৰ হ'ব।

## ভৌগোলিক অৱস্থান আৰু পৰিৱেশঃ

মিচিংসকল অসমৰ প্ৰাচীন অধিবাসী। অসমৰ উত্তৰে উত্তৰপূৱ সীমান্ত অঞ্চলৰ পাহাৰলানিৰ পাদদেশ, দক্ষিণে লক্ষীমপুৰ আৰু শিৱসাগৰ জিলাৰ মাজখণ্ডলৈ, পূবে চিয়াং আৰু লোহিত জিলাৰ সীমা অৰ্থাৎ বুঢ়ীদিহিং নদীৰ কিছু পূবলৈকে আৰু পশ্চিমে নগাঁও জিলাৰ পূৰ্বভাগ আৰু দৰং জিলাৰ ভৰলী নদীলৈকে এই ভূখণ্ডত মিচিং সকলৰ বসবাস আছে। লক্ষীমপুৰ আৰু শিৱসাগৰ জিলাতেই আটাইতকৈ ঘন বসতি আছে। মিচিংসকল বিশেষ কোনো পৰিসীমিত ভৌগোলিক পৰিৱেশৰ মাজত আৱদ্ধ হৈ থকা নাই। মিচিং গাঁও সমূহৰ চাৰিওফালে অসমীয়া সমাজ বিদ্যমান। তাৰ বেছি ভাগেই মঙ্গোলীয় লোকগোষ্ঠীৰ ঃ বড়ো, কছাৰী, লালুং, দেউৰী-চুতীয়া, মটক-মৰাণ, আহোম, খামতি-চিংফো ইত্যাদি। এই জাতিৰ লোকসকলৰ ভাষা তিব্বত-বৰ্মীৰ অন্তৰ্গত, যদিও বৰ্তমানে বেছিভাগেই অসমীয়া ভাষা গ্ৰহণ কৰিছে। মিচিংসকলেও তেওঁলোকৰ লগত অসমীয়াতে ভাবৰ আদান-প্ৰদান কৰে। উত্তৰ অঞ্চলত আদী, গালং, নিচিসকলৰ লগত মিচিং আৰু সেই সেই উপভাষাৰ লগত মিশ্ৰিত শব্দেৰে আলাপ-আলোচনা কৰে। এনেকুৱা পৰিৱেশৰ মাজত মিচিং ভাষাৰ মূল, বিকাশ, পৰিৱৰ্তন, শব্দৰ আদান-প্ৰদান আৰু প্ৰভাৱ নিশ্চয় এটি লক্ষ্য কৰিবলগীয়া বিষয় হ'ব।

## মিচিং-ভাষীৰ জনসংখ্যাঃ

ব্ৰীটিছ ৰাজত্বৰ সময়ত শদিয়া আৰু বালিপাৰা সীমান্ত অঞ্চলত মিচিং জনসংখ্যা অধিক আছিল। ১৮৯১ আৰু ১৯০১ চনৰ লোকপিয়লৰ মতে অসমত মিচিং জনসংখ্যা ক্ৰমে আছিল ৩৫,৫১০ আৰু ৪০,৪৭১ জন। এই গণনাত সম্ভৱতঃ ব্ৰীটিছ আমোলৰ বাহিৰৰ মিচিং জনসংখ্যা লেখত ধৰা নাছিল। মোৰা ১৯৬১ চনৰ লোকপিয়লৰ মতে মিচিং ভাষা-ভাষীৰ সংখ্যা মুঠ ১,২৬,৩২২ জন। এই পৰিসংখ্যাত আংশিকভাৱে মিচিং ভাষা ব্যৱহাৰ কৰা চাদুৰ-গুৰীয়া, বংকোৱাল আৰু বেবেজীয়া শ্ৰেণীৰ লোক সকলক মিচিং-ভাষী হিচাপে ধৰা হৈছিল নে নাই সঠিককৈ কোৱা টান।

এই সংখ্যাৰ বাদেও উত্তৰ-পূৰ্ব সীমান্ত অঞ্চলৰ মাজত থকা মিচিং জনসংখ্যাৰ সঠিক গণনা এতিয়াও পোৱা নাই।

## মিচিং ভাষা আৰু ইয়াৰ বংশ পৰিয়াল :

অসমৰ বেছিভাগ জনজাতিয়েই মঙ্গোলীয় গোষ্ঠীৰ লোক। মঙ্গোলীয় জন-গোষ্ঠীৰ ভাষা তিব্বত-বৰ্মীয়। তিব্বত-বৰ্মী ভাষাৰ মূল চীন-তিব্বতী বা কিৰাত। চীন-তিব্বতী ভাষাক ঘাইকৈ দুটা ভাগত ভাগ কৰা হৈছে—তিব্বত-বৰ্মী আৰু চীন-শ্যামীয়। চীন-শ্যামীয় ভাষা চীন, বৰ্মা, থাইলেণ্ড ইত্যাদি কৰি কম্বোডিয়া পৰ্যন্ত বিয়পি পৰিছে। তাৰে, থাই বা টাই ভাষা ১২২৮ খ্ৰীষ্টাব্দত অসমলৈ অহা আহোম সকলৰ কথিত আৰু লিখিত ভাষা হিচাপে অসমত ব্যৱহৃত হৈছিল। তিব্বত-বৰ্মী ভাষাক কেবাটাও ভাগত ভাগ কৰা হৈছে।[১] যেনে: (১) তিব্বতী শাখা, (২) হিমালয় শাখা, (৩) অসম-বৰ্মী শাখা, আৰু (৪) উত্তৰ অসম শাখা।

### ১। তিব্বতী শাখা :

ক) পশ্চিম তিব্বতী :—মনগা, বিছ, গছম, বালটী, স্কোৰ, পৰিগ, ছাম, লেহ, লাডাক আৰু স্পিটি।

খ) দক্ষিণ তিব্বতী :—দক্ষিণ হিমালয়, চেৰপা (নেপাল), ডেনজংকে (চিকিম ভোটজা), লহোক (ভোটান, ভোটজা)।

গ) মধ্য তিব্বতী :—ডবাছ আৰু গটজাং ভাষী।

ঘ) দক্ষিণ-পূৰ্ব তিব্বতী :—তাচিয়েন, লু, চিকু, নগান, চুনকায়ান, ডেৰগে, নাংচেন।

ঙ) উত্তৰ-পূৰ্ব তিব্বতী :—মথজো, চনগোনলো, ওপবিছ, বমাছু, গো-লোগ চোনে।

চ) উত্তৰ তিব্বতী :—বয়াং, থা ভাষী।

---

১। Robert Shafer -এ (cf. Journal of the American Oriental Society, Sept, 1940) এই তিব্বত-বৰ্মী ভাষাসমূহৰ অন্য এটা বিভাজন দেখুৱাইছে। ইয়াত আমি Linguistic Survey of India আৰু ডঃ সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ ভাষা-বিভাজন মতেহে দেখুৱাইছোঁ।

২। হিমালয় শাখা ঃ

ক) পূৰে ভাষী ঃ—নেওৱাৰ, মংগৰ, গুৰুং, ধামাং (মুৰ্মী) চুনৱাৰ, ৰং (লেপচা), ততো।

খ) মিশ্ৰিত ভাষী ঃ—(১) পূৰ্ব্বী ভাষী—ৰায়, লিম্বু, থামি, ধিমাল।

(২) পশ্চিম ভাষী—কানাৱাৰী, কানাচী, মানছাটি, বুনা, ৰাংকোচ, চাওডাংচী, ৰয়াংচি।

৩। অসম বৰ্মী শাখ ঃ

ক) বড়ো, নগা।

১) বড়োভাষী ঃ—কছাৰী, মেচ, গাৰো, ৰাভা, ত্ৰিপুৰা, কোচ।

২) নগা ভাষী ঃ—আও, আংগামী, ছেমা, টাংখুল, ছংটেম, ইত্যাদি।

খ) কুকি চীন ঃ—মেইথেই বা মণিপুৰী, লুচাই।

গ) কোচিন ললো ঃ—লোলো, কোচিন বা চিংফো।

ঘ) নতুন বৰ্মী ঃ—ময়াম্মা, বয়াম্মা, আৰাকান।

৪। উত্তৰ অসম শাখা ঃ অ'কা, ডফলা, আবৰ, মিৰি (মিচিং) মিচিমি।

অসমৰ উত্তৰ-পূৰ অঞ্চলত থকা অ'কা, ডফলা, আবৰ, মিৰি আৰু মিচিমি জনজাতিৰ নামানুসৰি এই জনজাতিসমূহে কোৱা ভাষাবোৰক নামকৰণ কৰা হৈছে। 'উত্তৰ অসম শাখা' নামটো ভাষাতাত্ত্বিক নাম নহয়। ই ভৌগোলিক নামকৰণহে। আমি আগতে উল্লেখ কৰাৰ দৰে অ'কা, ডফলা, আবৰ, মিৰি নামবোৰো আন লোকে দিয়া। তেওঁলোকে নিজকে ক্ৰমে হ্ৰুচু, নিচি, আদী, মিচিং বুলিহে পৰিচয় দিয়ে আৰু তেওঁলোকে ব্যৱহাৰ কৰা ভাষাক সেই সেই নামেৰেই জনা যায়। অৰ্থাৎ ডফলাই "নিচি-আগম্", আবৰে "আদী আগম্" আৰু মিচিঙে "মিচিং আগম্" বুলি কয়। সাধাৰণভাৱে তেওঁলোকৰ ভাষাক "তানি আগম্" বা মানৱ ভাষা (Human Speech) বোলে। এতেকে উত্তৰ অসম শাখাৰ ভাষাবোৰক "তানি আগম্" বুলিও আখ্যা দিব পাৰি।

এই তানি ভাষা বা তানি আগম্ ( মানৱ-ভাষা ) নাইবা উত্তৰ অসম শাখাৰ ভাষা সমূহৰ কেবাটাও উপভাষা আছে। যেনে—

১। আঁকা বা হ্রুচু :—Hrussu : অ'কা, মিৰি-অ'কা, পাহাৰী-মিৰি, বাংনি।

২। ডফলা বা নিচি :— নিচি, আপাতানি, চুলু, বাংৰু।

৩। আদী :— ক ) পা-দাম, মিঞং, পা-চি, পাঙ্গি, শিমং আচিং ৰৰি, কার্ক, তাঙাম্, মিলান্।*
খ ) গালং, ৰামো, বকাৰ, পাইলিব।

৪। মিচিং :— চাংৰাং, অয়ান্, পাগ্ৰ, দাম্বুগ্, দীলু, চমুৰাং, মংয়িং।

৫। মিচিমি :— তাৰাও, মিজু, ইদু।

এই ভাষাবোৰৰ ভিতৰত নিচি, আদী আৰু মিচিং ভাষাৰ পাৰম্পৰিক সম্বন্ধ বেছি। অ'কা আৰু মিচিমি ভাষা আনবোৰ ভাষাৰপৰা বহুতো পৃথক। আনকি এই দুটা ভাষাক ভাষাতাত্ত্বিক দিশৰপৰা তন্নতন্নকৈ আলোচনা নকৰাকৈ আদী, নিচি আৰু মিচিং ভাষাৰ লগত একে পৰিয়ালভুক্ত কৰাটো সন্দেহাতীত নহয়। এই বিষয়ে ভাষাতাত্ত্বিক গৱেষণা আৰু আলোচনাৰ অধিক প্ৰয়োজন। Linguistic Survey of Indiaৰ আলোচনাতো এনে সন্দেহ এৰি থৈ গৈছে। নিচি, আদী আৰু মিচিং ভাষাক নিৰ্ভয়ে একে পৰিয়াল বুলি ক'ব পাৰি।

চাংৰাং, অয়ান্, পাগ্ৰ, দাম্বুগ্, দীলু, চমুৰাং উপ-ভাষাবোৰ হৈছে বেলেগ বেলেগ খেল বা দলত (group) ব্যৱহৃত উপ-ভাষা। মিৰাং বা চামুগুৰীয়া (বংকোৱাল, বেবেজীয়াৰে সৈতে) আৰু তামাৰগঞা খেলৰ লোকসকলে বৰ্তমানে ভঙা অসমীয়াকে ব্যৱহাৰ কৰে। কিন্তু সম্বন্ধবাচক শব্দ, পুৰাণি মিচিং দেৱ-দেৱতাৰ নাম আৰু কিছুমান দৈনন্দিন লাগতিয়াল সামগ্ৰীৰ নামবাচক

* চিয়াং জিলাৰ অন্তৰ্গত মিলানসকলে ব্যৱহাৰ কৰা ভাষাটো এটি গুপ্ত ভাষা।

শব্দ এতিয়াও ব্যৱহাৰ কৰে। তেওঁলোকে মিচিং ভাষা পৰিত্যাগ কৰাৰ সঠিক কাৰণ জনা নাযায়।

অয়ান, পাগ্‌ৰ আৰু দাল্‌ ভাষাৰ মাজত পাৰস্পৰিক পাৰ্থক্য বেছি নহয়। ৰূপতাত্ত্বিক, ধ্বনিতাত্ত্বিক আৰু শব্দভাণ্ডাৰৰ ফালৰপৰা চাবলৈ গলে এই তিনিওটা উপভাষাক একেটা শ্ৰেণীতে ৰাখিব পাৰি। তেনেকৈ চঃমৰা আৰু মঃয়িং ভাষাৰ সাদৃশ্য চাঃয়াং-দাম্বুগতকৈ বেছি। কিন্তু প্ৰত্যেকটো উপভাষীৰ লোকে ইজনে সিজনৰ ভাষা সহজে বুজি পায়। J.F. Needham এ কবৰ দৰে "although each clan possesses many different words to express the same meaning, they are so accustomed to mix one up with the other that it is real difficulty to ascertain for certain what word should be used for a particular thing by a particular clan"[২] কিন্তু প্ৰত্যেকটো উপভাষাৰ সুৰলহৰ (intonation) স্বকীয়া (উপভাষাৰ পাৰ্থক্য স্থানান্তৰত আলোচনা কৰাৰ ইচ্ছা আছে।)

## মিচিং ভাষাত উচ্চাৰিত ধ্বনিঃ

**স্বৰধ্বনি ঃ**—মিচিং ভাষাত মুঠতে সাতোটা স্বৰধ্বনি পোৱা যায়। প্ৰত্যেকটো স্বৰৰ দীৰ্ঘ আৰু হ্ৰস্বৰূপে পোৱা যায় আৰু ধ্বনিগতভাৱে পৰস্পৰ বিৰোধী (Phonetically Contrast) সেই-বোৰ তলত দিয়াৰ দৰে চিহ্নিত কৰিব পাৰি[৩]। যেনেঃ হ্ৰস্বধ্বনিঃ অ, আ, আ়, অ়, ই, এ, উ। দীৰ্ঘধ্বনি অঃ, আঃ, আ়ঃ, অ়ঃ, ইঃ, এঃ, উঃ।

ইয়াৰে ই, এ প্ৰান্তীয় ধ্বনি (Front vowel), উ, অ, আ মূলীয় ধ্বনি (back vowel) আৰু আ়, অ় কেন্দ্ৰীয় ধ্বনি

২। J.F. Needham "Outline grammar of the Shaiyang Miri Language" চিলং, ১৯১৩, পৃষ্ঠা ২ নিষাদে ইয়াত clan শব্দটো বংশজাত পৰিয়ালক বুজাবলৈ ব্যৱহাৰ কৰা নাই। চায়াং, পাগ্‌ৰ ইত্যাদি দল বা খেলকহে বুজাইছে। আমি ইয়াত clan ৰ ঠাইত দ'ল বা খেল group অৰ্থত ব্যৱহাৰ কৰিছোঁ।

৩। ইয়াত ব্যৱহাৰ কৰা ধ্বনি সমূহ আমাৰ দ্বাৰা প্ৰকাশিত "মিচিং ভাষাৰ লিপি" নামৰ পুথিখনৰ মতে দিয়া হৈছে।

(central vowel)। দীৰ্ঘধ্বনিবিলাকো তদনুৰূপ। আটাইবোৰ স্বৰধ্বনিয়েই সঘোষ। অই, অউ, আঅ্, আই, আউ, অ্অ, অ্ই, ইআ, ইঅ্, ইউ, উই, এইবোৰ দ্বি স্বৰধ্বনি (diphthong)। ত্ৰিস্বৰ ধ্বনি হলে কেতিয়াবা ধ্বনিৰ মাজত শ্ৰুতি হয়।

ব্যঞ্জন ধ্বনি :—মিচিং ভাষাৰ উচ্চাৰণত মুঠতে ১৬টা ব্যঞ্জন ধ্বনি পোৱা যায়। সেইবোৰ :

কণ্ঠ্য :--ক, গ, ঙ
দন্তমূলীয় :- ত, দ, ন
ঔষ্ঠ্য :—প, ব, ম
দন্তমূলীয় উষ্ম : চ, জ, ঞ
ৰণিত :—ৰ, ল
অন্তস্থধ্বনি :—ৱ, য়

ইয়াৰে ক, ত, প অঘোষ অল্পপ্ৰাণ, ঙ, ঞ, ন, ম নাসিক্য সঘোষ, গ, দ, ব, ৰ, ল, ৱ, য় সঘোষ অল্পপ্ৰাণ ধ্বনি। চ, জ উষ্ম অল্পপ্ৰাণ। চ অঘোষ আৰু জ সঘোষ। মিচিং ভাষাত মহাপ্ৰাণ ধ্বনি নাই।

সুৰ :

পণ্ডিতসকলৰ মতে তিব্বত-বৰ্মী পৰিয়ালৰ অন্তৰ্গত ভাষাসমূহত সুঁৰ (tone, pitch) আছে। সেই যুক্তি মতে মিচিং ভাষাতো সুৰ থকাটো স্বাভাৱিক। অসমৰ আন আন তিব্বত-বৰ্মীয় ভাষাত (যেনে - বড়ো, দেউৰী-চুতীয়া, টাই-খামতি, (চিংফো) সুৰ বিদ্যমান)। কিন্তু মিচিং ভাষাত সুৰ আছেনে নাই সেই বিষয়ে এতিয়াও সঠিক আলোচনা হোৱা নাই। গ্ৰীয়ৰ্চনেও মিচিং ভাষাৰ সুৰৰ বিষয়ে কোনো মতামত দিয়া নাই। ডফলা বা নিচি ভাষাত সুৰ নাই বুলি তেওঁ উল্লেখ কৰাৰ লগতে নিচিৰ লগত মিচিং ভাষাৰ অতি ওচৰ সম্পৰ্ক দেখুৱাইছে। যদি সেয়ে হয়, মিচিং ভাষাতো সুৰ নাই (মোৰ নিজাকৈ কৰা বিশ্লেষণতো মিচিং ভাষাত সুৰ পোৱা নাই)। তাৰ পৰিবৰ্তে স্বৰধ্বনি বিলাকৰ দীৰ্ঘ আৰু হ্ৰস্ব ৰূপহে পোৱা যায়। আদী আৰু গালং উপভাষাবোৰতো স্বৰধ্বনিৰ হ্ৰস্ব আৰু দীৰ্ঘ

ৰূপ পোৱা যায়। সেইবাবে আমি ইয়াত সুৰৰ পৰিবৰ্তে স্বৰধ্বনি সমূহক দীৰ্ঘ আৰু হ্ৰস্ব দুটা ৰূপ দেখুৱাইছোঁ। সম্ভৱতঃ মূল তিব্বতীয় ভাষাৰপৰা ফালৰি কাটি আহোঁতে মূল শব্দত থকা প্ৰত্যয়ৰ অক্ষৰবোৰ ভাগি অন্যান্য শব্দতো বিভিন্ন ধৰণে জোৰা লগাত, প্ৰত্যয়ত থকা সুৰবোৰ নাইকিয়া হৈ আহিল। তাৰ ফলত সুৰাধাৰ tone nucleus স্বৰ ধ্বনিত থকা লহৰ (contour) কমি আহি কেৱল কালমাত্ৰিক হ্ৰস্ব আৰু দীৰ্ঘহে ৰ'লগৈ।

## পৰিশিষ্ট ঃ মিচিং ভাষা আৰু সাহিত্য ঃ—

মিচিং ভাষাৰ লিপি নাই। সেইবাবে এই ভাষাৰ সাহিত্যও এতিয়ালৈকে গঢ়ি উঠা নাই। এই ক্ষেত্ৰত কেৱল মিচিং ভাষাই নহয়, অসমৰ তিব্বত-বৰ্ম্মী আটাইবোৰ ভাষাৰেই লিপি নাই। মেইথেই বা মণিপুৰী ভাষাৰ লিপি আছিল যদিও ষষ্ঠদশ শতিকাৰ-পৰা বঙলা লিপি গ্ৰহণ কৰে। আজি কিছু বছৰৰ আগৰপৰা বড়োসকলে অসমীয়া আৰু ৰোমান লিপিৰে তেওঁলোকৰ ভাষা প্ৰকাশ কৰিবলৈ যত্ন কৰিছে। নাগালেণ্ড আৰু অৰুণাচল প্ৰদেশৰ লোকসকলেও ৰোমান লিপিৰে তেওঁলোকৰ নিজৰ নিজৰ ভাষাসমূহ প্ৰকাশৰ বাবে প্ৰচেষ্টা চলাইছে।

মিচিং ভাষালিপিৰ প্ৰস্তুতি এতিয়ালৈকে হোৱা নাই বুলিয়েই কব পাৰি। ইংৰাজ ৰাজত্বৰ সময়ত কেইজনমান খ্ৰীষ্টান মিচনেৰী পাদুৰীয়ে আদী মিচিং মিশ্ৰিত ভাষাত বাইবেলৰ কেইটিমান পদ ভাঙনি কৰিছিল। তেওঁলোকে ৰোমান লিপিকেই ব্যৱহাৰ কৰিছিল। J. F. Needham ৰ "Outline Grammar of the Shaiyang Miri Language" (1913), আৰু J. Herbert Lorrainৰ "A Dictionary of Abor Miri Language" (1910) ত, ৰোমান লিপিকেই ব্যৱহাৰ কৰিছিল।

অসমীয়া মাধ্যমেৰে শিক্ষাদীক্ষা লাভ কৰাৰ পিছত কেইজনমান মিচিং ব্যক্তিয়ে অসমীয়া লিপিৰ জৰিয়তে মিচিং ভাষা প্ৰকাশ কৰিবলৈ যত্ন কৰে। তাৰ ভিতৰত ৺সোণাৰাম পাঞ্চাঙৰ "মিৰি দোৱান" (১৯১৫ চনত প্ৰকাশিত) খনেই প্ৰথম। পিচত শ্ৰীকমল

চন্দ্ৰ পাদ্‌নৰ "মিচিং পাঠ" (ডুমডুমা ১৯৫৮ চন, ডুমডুমা সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত) আৰু মিচিং বিভীষণ পেগুৰ "মিৰি দোৱান" বা 'মিচিং আগম' (ঢকুৱাখানা ১৯৬৩ চন) প্ৰনৰ নাম লব পাৰি। ইয়াৰ পিছত মিচিং ভাষা সম্পৰ্কীয় পুথি আমাৰ দৃষ্টিগোচৰ হোৱা নাই। এই তিনিওখন পুথি ভাষা-বিজ্ঞান সম্মত নহয়। মিচিং ভাষাত উচ্চাৰিত ধ্বনিসমূহ আলোচনা নকৰাকৈ কেৱল অসমীয়া বৰ্ণৰে মিচিং শব্দবোৰ প্ৰকাশ কৰিবলৈ যত্ন কৰা হৈছে। তাৰ ফলত প্ৰকৃত মিচিং ভাষাৰ উচ্চাৰণ ৰক্ষা কৰিব পৰা নাই।

ইয়াৰ বাহিৰেও অসমীয়া লিপিৰে প্ৰকাশ কৰা কেৰাখনো মিচিং ভাষাৰ আলোচনী আৰু গীতি সংকলন আছে। সেই বিলাকতো ওপৰত উনুকিয়াই অহাৰ দৰে লিপিৰ শৃংখলা পৰিলক্ষিত হোৱা নাই। তথাপি তাৰ মাজেদিয়েই মিচিং ভাষা-সাহিত্যৰ চকু মেল খাইছে বুলিব পাৰি।*

* "জনজাতি"ত প্ৰকাশিত (সম্পাদক—দুৰ্গেশ্বৰ দলে) ১৯৭২, প্ৰথম বছৰ, প্ৰথম সংখ্যা।

# মিচিং ভাষাৰ বিশিষ্ট ধ্বনি

নাহেন্দ্ৰ পাদুন

**স্বৰধ্বনি :**

১। মিচিং ভাষাত সাতোটা বিশিষ্ট স্বৰধ্বনি আছে। এই স্বৰধ্বনিসমূহ উচ্চাৰণ কৰিবৰ সময়ত জিভাৰ আগ, মাজ আৰু পশ্চভাগে বিশেষ ক্ৰিয়া কৰে। গতিকে জিভাৰ অংশ অনুযায়ী স্বৰধ্বনিসমূহক সম্মুখ, কেন্দ্ৰীয় আৰু পশ্চ এই তিনিভাগত ভগাব পাৰি। আকৌ জিভাৰ উচ্চতা, নিম্নতা অনুযায়ী উচ্চ, উচ্চ-মধ্য, নিম্ন-মধ্য আৰু নিম্ন এই চাৰি ভাগত ভগাব পাৰি। উচ্চধ্বনি কেইটা সংবৃত, নিম্নধ্বনি বিবৃত আৰু উচ্চ-মধ্য আৰু নিম্ন-মধ্য ধ্বনিসমূহ অৰ্ধসংবৃত। মিচিং ভাষাৰ বিশিষ্ট স্বৰধ্বনি সমূহ হৈছে—/ ই, এ, আ, অু, অ, আঁ, উ /। তলৰ চিত্ৰত সি-বিলাকৰ উচ্চাৰণৰ স্থান অনুযায়ী ভাগ কৰি দেখুওৱা হৈছে।

| | সন্মুখ | কেন্দ্ৰীয় | পশ্চ |
|---|---|---|---|
| উচ্চ | ই | অু | উ |
| উচ্চ-মধ্য | — | আঁ | — |
| নিম্ন-মধ্য | এ | — | — |
| নিম্ন | — | আ | অ |

মিচিং ভাষাত হ্ৰস্ব আৰু দীৰ্ঘ স্বৰধ্বনিৰ মাজত বিৰোধ হয়। অৰ্থাৎ একে পৰিবেশত হ্ৰস্ব আৰু দীৰ্ঘধ্বনিয়ে সুকীয়া অৰ্থ প্ৰকাশ কৰে। এতেকে হ্ৰস্ব আৰু দীৰ্ঘধ্বনিক বিশিষ্ট

ধ্বনি বুলিব পাৰি। দীৰ্ঘ স্বৰধ্বনিবোৰ হ্ৰস্বধ্বনিৰ লগত (ঃ) কলন দি পাৰ্থক্য সূচাব পাৰি। যেনে—

হ্ৰস্ব—/ ই, এ, আ, অ়, অ, আ', উ।
দীৰ্ঘ—/ ইঃ, এঃ, আঃ, অ়ঃ, অঃ, আ'ঃ, উঃ।

**উদাহৰণ ঃ**

**হ্ৰস্বস্বৰ**

| মিচিং | স্বৰধ্বনি | সূচক শব্দ | অসমীয়া অৰ্থ |
|---|---|---|---|
| /ই/ | ইতঅ | ইত | কৰা |
| /এ/ | এতঅ | এত | মলত্যাগ কৰা |
| /আ/ | আতঅ | আত | ককাদেউতা |
| /অ়/ | অ়তঅ | অ়ত | মিহিকৈ চাচি কটা |
| /অ/ | অতঅ | অত | জন্ম দিয়া |
| /আ'/ | আ'তঅৰ | আ'তৰ্ | জেওৰা |
| /উ/ | উতঅ | উত | পোহ দিয়া |

দীৰ্ঘস্বৰ ঃ হ্ৰস্ব + দীৰ্ঘতা। নিম্নোক্ত উদাহৰণত হ্ৰস্বস্বৰৰ লগত বিৰোধ দেখুওৱা হৈছে।

| | | | |
|---|---|---|---|
| /ইঃ/ | ইঃতঅ | ইঃত | ৰঙীন হ |
| /এঃ/ | এঃতঅ | এঃত | ৰচী বান্ধ |
| /আঃ/ | অঃতঅ | আঃত | ভিতৰলৈ সোমাই আহ |
| /অ়/ | অ়ঃতঅ | অ়ঃত | আঃবাং গীত গা |
| /অঃ/ | অঃতঅ | অঃত | পোহপাল কৰ্ |
| /আ'ঃ/ | আ'ঃতঅ | আ'ঃত | বননি বা জনবহুল ঠাইত ফাক উলিয়াই যা |
| /উঃ/ | উঃতঅ | উঃত | শিয়ালৰ দৰে মাত |

২। মিচিং ভাষাৰ স্বৰধ্বনিবোৰ ঘোষ ধ্বনি। হ্ৰস্ব আৰু দীৰ্ঘ ধ্বনিবোৰ বিশিষ্ট ধ্বনি। সিহঁতৰ উচ্চাৰণৰ স্থান (place of articulation) আৰু ধৰণ (manner of articulation) একে। কিন্তু হ্ৰস্ব স্বৰতকৈ দীৰ্ঘ স্বৰধ্বনিবিলাকৰ উচ্চাৰণৰ কালমাত্ৰা দীঘলীয়া। অৰ্থাৎ হ্ৰস্বস্বৰৰ মাত্ৰা দুগুণ কৰিলে দীৰ্ঘস্বৰৰ

ৰূপ পোৱা যায়। হ্ৰস্ব আৰু দীৰ্ঘধ্বনিৰ উচ্চাৰণ সঠিক নহলে অৰ্থৰ তাৰতম্য হ'ব পাৰে।

৩। মিচিং ভাষা তিব্বত-বৰ্ম্মীয় ভাষা পৰিয়ালৰ উত্তৰ অসম শাখাত অন্তভূৰ্ক্ত। ভাষা-বিজ্ঞানীসকলৰ মতে এই ভাষাসমূহত সুৰ (tone) আছে। মিচিমি আৰু অ'কা ভাষাত সুৰ থকাৰ কথা কোনো কোনো ভাষা-বিজ্ঞানীয়ে উল্লেখ কৰিছে।[১] কিন্তু আদী (আবৰ) আৰু মিচিং (মিৰি) ভাষাত সুৰৰ প্ৰাধান্য থকা যেন নালাগে।[২] সাধাৰণ কথিত ৰূপত উদাত্ত অনুদাত্ত আৰু স্বৰিত এই তিনিটা সুৰৰ আভাস পোৱা যায়। কিন্তু সি নিয়মিত (regular) নহয়। মূলতঃ ইয়াক হ্ৰস্ব আৰু দীৰ্ঘ স্বৰধ্বনিৰ ফলত সৃষ্টি হোৱা বুলিব পাৰি। স্বৰধ্বনি সমূহক হ্ৰস্ব আৰু দীৰ্ঘ ৰূপত ভাগ কৰি উচ্চাৰণ কৰিলে সুৰৰ সমস্যা বাদ দিব পাৰি।

৪। মিচিং ভাষা আক্ষৰিক (Syllabic)। অক্ষৰ গঠন হয় চাৰিটা ৰূপত। যেনে -

| | | |
|---|---|---|
| (ক) একস্বৰ | আঁ | হয় বা আছে |
| (খ) স্বৰ + ব্যঞ্জন | এঃগ্ | গাহৰি |
| (গ) ব্যঞ্জন + স্বৰ | ন = নঅ। | তই, তুমি বা আপুনি |
| (ঘ) ব্যঞ্জন + স্বৰ + ব্যঞ্জন, = তাত্ = তআত | শুন্ | |

মিচিং ভাষাৰ বেছিভাগ শব্দই দ্ব্যাক্ষৰিক (disyllabic)। প্ৰত্যয়—বিশেষ্য, বিশেষণ, সৰ্ব্বনাম (পুৰুষবাচক সৰ্ব্বনামত বাদে) আৰু কালবাচক হ'ব পাৰে। অৰ্থাৎ শব্দ গঠিত হয় এইদৰে—

(ক) ধাতু + প্ৰত্যয় – বিশেষ্য, বিশেষণ, সৰ্ব্বনামবাচক; শব্দ ৰূপৰ বিভক্তি বা প্ৰত্যয়; কালবাচক প্ৰত্যয়।

(খ) উপসৰ্গ বা আদি প্ৰত্যয় + ধাতু

একেটা শব্দত দুটা বা ততোধিক ধাতু আৰু প্ৰত্যয় সংযুক্ত হব পাৰে। তেতিয়া অক্ষৰৰ সংখ্যা বৃদ্ধি হয়।

---

১। G. A. Grierson; Linguistic survey of India, Vol. III part 1. 2nd. Ed. p. 589

২। এইকথা এই প্ৰবন্ধৰ হ্ৰস্বৰ আৰু দীৰ্ঘ স্বৰ বিশ্লেষণৰ পৰাই অনুমান কৰিব পাৰি।

৫। ইংৰাজী ভাষাৰ দৰে মিচিং ভাষাত বলাঘাত বিশিষ্ট ধ্বনি নহয়। অৰ্থাৎ বলাঘাতৰ স্থান পৰিৱৰ্ত্তনে অৰ্থৰ তাৰতম্য ঘটাব নোৱাৰে। অসমীয়া ভাষাৰ দৰে শব্দত বলাঘাত পৰাৰ নিৰ্দ্দিষ্ট স্থান আছে।[৩] জে. এফ্ নিধামৰ মতে চাঃয়াং উপ-ভাষাৰ শব্দত উপান্ত্য অক্ষৰত বলাঘাত পৰে।[৪] যেনে—পাঁজাৰ্ (হাঁহ), পাঁৰগ্ (কুকুৰা), র্দিঃবাং (বাঁহ)। দুটাতকৈ অধিক অক্ষৰ থকা শব্দত—পাঃমাঁঃলা (নাপাই), কাঃবেগ্ঁ-দ (দেখা পায়), দুৰ্ জিঁঃত (বুৰ যা), দুৰ্জিঃতঁকা "বুৰ্ যা—(অনুজ্ঞা অৰ্থত)"।

পাগ্ৰ উপভাষাত শব্দৰ আদি অক্ষৰত বলাঘাত পৰা লক্ষণ দেখা যায়। অসমীয়া কামৰূপী উপভাষাৰ লক্ষণৰ দৰে শব্দৰ আদি অক্ষৰত প্ৰচণ্ড বলাঘাত পৰাৰ বাবে বেছিভাগ শব্দই সংকুচিত হোৱা দেখা যায়। তলত চাঃয়াং আৰু পাগ্ৰ উপভাষাৰ কেইটামান শব্দৰ বলাঘাতৰ স্থান দেখুওৱা হৈছে—

| চাঃয়াং | পাগ্ৰ | অসমীয়া অৰ্থ |
|---|---|---|
| কাঃতঁাগায় | কাঁঃতায় | দেখিছিলোঁ |
| পাঃতঁাগায় | পাঁঃতায় | পাইছিলোঁ |
| লাত্তাৰ্ঁক | লাক্ঁকংক | এৰাৰহে |
| চুঃপাঁগাৰ্ | চুম্পাঁগাৰ | এতিয়াই |
| চিঁতা | চিঁত্তা | হাতীয়ে |
| কুঁআ | কউঁআ | ল'ৰাই |

মিচিং ভাষাৰ শব্দাৱলী উচ্চাৰণ কৰিবৰ সময়ত বন্ধ আৰু মুক্ত দুয়োটা অক্ষৰৰ ওপৰতে সমানে গুৰুত্ব আৰোপ কৰা হয়। দুটা অক্ষৰৰ শব্দত প্ৰথমটো বন্ধ পিছৰ অক্ষৰ ব্যঞ্জন ধ্বনিৰে আৰম্ভ হলে প্ৰথমটোত বলাঘাত পৰে। তেতিয়া প্ৰথম অক্ষৰৰ শেষৰ ধ্বনি উদাত্ত আৰু দ্বিতীয় অক্ষৰ অনুদাত্ত হয়। যেনে—

৩। ডঃ বাণীকান্ত কাকতিৰ মতে উজনি অসমৰ ভাষাত শব্দৰ উপান্ত্য অক্ষৰত আৰু নামনি অসমৰ শব্দত—শব্দৰ আদি অক্ষৰত বলাঘাত পৰে। **Assamese, its Formation and Development ; 2nd Ed. page 69.**

৪। **Needham, J. F. "Outline Grammar of the Shaiyang Miri language", Shillong 1913, page 3.**

| | |
|---|---|
| ৰক্́প̀ান্ | "মাক নোহোৱা কুকুৰা পোৱালী" |
| য়ুম্́ৰ̀াং | "হাবি" |
| কা́ংকে̀ন্ | "চিনাকি" |
| তাত্́প | "শুৱলা" |

**ব্যঞ্জন ধ্বনি ঃ**

৬। মিচিং ভাষাত ষোল্লটা বিশিষ্ট ব্যঞ্জন ধ্বনি পোৱা যায়। ব্যঞ্জন ধ্বনিবোৰক স্পৰ্শ আৰু প্ৰবাহ এই দুই ভাগত ভগাব পাৰি। সেইবোৰৰ উচ্চাৰণৰ স্থান ওঁঠ, দন্তমূল, দন্তমূলীয়-তালব্য, আৰু কণ্ঠ্য স্পৰ্শ ধ্বনিবোৰক ঘোষ আৰু অঘোষ এই দুভাগত ভগাব পাৰি। স্পৰ্শ ধ্বনি ন-টা/প, ব, ম, ত, দ, ন, ক, গ, ঙ/, প্ৰবাহ ধ্বনি দহটা দুটা উষ্ম/চ/ আৰু /জ/, এটা পাৰ্শ্বিক /ল/; এটা কম্পিত /ৰ/, দুটা অৰ্ধ ব্যঞ্জন /ৱ/ আৰু /য়/, চাৰিটা নাসিক্য/ম, ন, ঙ, ঞ/। নাসিক্য ধ্বনিক স্পৰ্শ আৰু প্ৰবাহো বুলিব পাৰি।

ব্যঞ্জন ধ্বনিবোৰক তলত দিয়া ধৰণে বুজাব পাৰি।

| | | ঔষ্ঠ্য | দন্তমূলীয় | দন্তমূলীয়/তালব্য | কণ্ঠ্য |
|---|---|---|---|---|---|
| স্পৰ্শ | অঘোষ | প | ত | | ক |
| | ঘোষ | ব | দ | | গ |
| নাসিক্য | | ম | ন | ঞ | ঙ |
| পাৰ্শ্বিক | | | ল | | |
| কম্পিত | | | ৰ | | |
| উষ্ম | অঘোষ | | | চ | |
| | ঘোষ | | | জ | |
| অৰ্ধস্পৃষ্ট প্ৰবাহ | — | ৱ | | য় | |

৭। মিচিং ভাষাত মহাপ্ৰাণ ধ্বনি নাই।

৮। /চ/ অঘোষ আৰু /জ/ ঘোষ। এই দুটাক ক্ৰমে অসমীয়া উচ্চাৰণ /চ/ আৰু /জ/ ৰ লগত বিজাব পাৰি। /য়/ আৰু /ৱ/ অৰ্ধ স্বৰ। /য়/ ক বিশিষ্ট ধ্বনি বুলিব পাৰি। শব্দৰ আদি, মধ্য আৰু অন্ত্য আটাইকেইটা পৰিৱেশতে ইয়াৰ প্ৰয়োগ হয়। /ৱ/ শব্দৰ আগত আৰু শেষত প্ৰয়োগ নহয়। ইয়াক /উ/ আৰু /অ/, /আ/ আৰু /অ/; /অ/ আৰু /অ/ ৰ সংযোগত সৃষ্টি

হোৱা প্ৰভৃতি ধ্বনি বুলিব পাৰি। গতিকে ই বিশিষ্ট ধ্বনি নহয়। (ঞ তালব্য নাসিক্য ধ্বনি—ন্য্ বা /ny/ ৰ উচ্চাৰণ কৰা হয়)।

৯। শব্দৰ একে পৰিবেশত হোৱা বিৰোধ অনুযায়ী ব্যঞ্জন ধ্বনিসমূহ বিশিষ্ট ধ্বনি হিচাপে স্থিৰ কৰা হৈছে।

আদ্য

| ধ্বনি | ধ্বনিলিপি | সূচকশব্দ | অসমীয়া অৰ্থ |
|---|---|---|---|
| /প/ | পইতঅ | পিত | চৰিয়াই দে |
| /ব/ | বইতঅ | বিত | দে |
| /ত/ | তঅতঅ | তত | অপেক্ষা কৰ |
| /দ/ | দঅতঅ | দত | খা |
| /ক/ | কঅতঅ | কত | খোজ |
| /গ/ | গঅতঅ | গত | বাট বিচাৰি নোপোৱা |
| /চ/ | চইঃনআ | চিঃনা | গজি উঠা |
| /জ/ | জইঃনআ | জিঃনা | শকত |
| /ম/ | মআতঅ | মাত | বিচৰা |
| /ন/ | নআতঅ | নাত | চিঙ |
| /ঙ/ | ঙআতঅ | ঙাত | উশাহ ল |
| /ঞ/ | ঞআঃঞই | ঞাঃঞি | দেউতাকৰ ভনীয়েক |
| /ল/ | লঅতঅ | লত | ৰ'দত শুকোৱা |
| /ৰ/ | ৰঅতঅ | ৰত | মনে মনে যোৱা |
| /ৱ/ | আদ্য প্ৰয়োগ নহয়। | | |
| /য়/ | য়আতঅ | য়াত | ঘাঁহ কাট |

মধ্য

| ধ্বনি | ধ্বনিলিপি | সূচকশব্দ | অসমীয়া অৰ্থ |
|---|---|---|---|
| /প/ | লআঃপআন | লাঃপান্ | পৃথক কৰা |
| /ব/ | লআঃবআন | লাঃবান্ | বেছিকৈ লোৱা |
| /ত/ | দঅতঅ | দত | খা |
| /দ/ | দঅদঅ | দদ | খায় |
| /ক/ | আকঅ | আক | এক বা এটা |
| /গ/ | আগঅ | আগ | মৰিশালী |
| /চ/ | আচঅঙ | আচং | এডাল |
| /জ/ | আজঅন | আজন্ | বন্ধু |

| | | | |
|---|---|---|---|
| /ম/ | আমঅ্ন | আম্ন্ | নাম |
| /ন/ | আনঅ্ন | আন্ন্ | ওচৰ |
| /ঙ/ | আঙঅ্ন | আঙন্ | প্ৰাণ, ফটাচিটা |
| /ঞ/ | আঞঅঙ | আঞং | অলপ |
| /ল/ | আলঅ | আল | নিমখ |
| /ৰ/ | আৰঅ | আৰ | সঁচা |
| /ব/ | আবঅ | আব | পত্ৰ |
| /য়/ | আয়অ | আয় | জিভা |

**অন্ত্য**

বন্ধাক্ষৰৰ শেষধ্বনি নাইবা শব্দৰ শেষত স্পর্শ ধ্বনিবোৰৰ অঘোষ আৰু ঘোষধ্বনি একে-বৰ্গৰ ভিতৰত মুক্ত প্ৰয়োগ (free variation) হোৱা দেখা যায়। অৰ্থাৎ প~ব, ত~দ, ক~গ। যেনে —

| | | | |
|---|---|---|---|
| /প/ | পআজআপ | পাজাপ্ | হুঁহ |
| /ব/ | পআজআব | পাজাব্ | ” |
| /ত/ | লঅলআত | ললাত্ | জোনাক |
| /দ/ | লঅলআদ | ললাদ্ | ” |
| /ক/ | কঅপআক | কপাক্ | কল |
| /গ/ | কঅপআগ | কপাগ্ | ” * |

উষ্ম প্ৰবাহ/চ, জ, ঞ/ধ্বনি শব্দৰ শেষত নাইবা বন্ধাক্ষৰৰ শেষধ্বনি হিচাপে প্ৰয়োগ নহয়।

/ব/ শব্দৰ শেষত প্ৰয়োগ নহয়।

/য়/ ৰ উপধ্বনি হিচাপে /ই/ পোৱা যায়।

| ধ্বনি | ধ্বনিলিপি | শব্দ | অসমীয়া অৰ্থ |
|---|---|---|---|
| /ম/ | লউকআম | লুকাম্ | কোনোৰ দৰে |
| /ন/ | লউকআন | লুকান্ | কৈ দেখুৱাই দিয়া |
| /ঙ/ | লউকআঙ | লুকাং | কৈ চোৱা |
| /ল/ | পআকআল | পাকাল্ | দ্বিতীয়বাৰৰ বাবে কটা ভুঁই তলি |
| /ৰ/ | তআকাআৰ | তাকাৰ্ | তৰা |
| /য়/ | আতআয়<br>আতআই | আতায়<br>আতাই | বন্ধু<br>” |

* অঘোষ আৰু ঘোষ স্পর্শধ্বনিবোৰৰ ভিতৰত ঘোষ ধ্বনিৰ প্ৰয়োগ বেছি। এতেকে মিচিং ভাষাৰ শব্দত ঘোষ ধ্বনিসমূহকেই ব্যৱহাৰ কৰা উচিত।

## যুক্ত ব্যঞ্জন ধ্বনি

মিচিং ভাষাত শব্দৰ আগত আৰু শব্দৰ শেষত যুক্ত ব্যঞ্জন ধ্বনি নাই। শব্দৰ মাজত অভিন্ন আৰু ভিন্ন পৰিবেশত যুক্ত ব্যঞ্জন ধ্বনি পোৱা যায়। সাধাৰণতে দুটা শব্দখণ্ড বা ৰূপগ্ৰামৰ (morpheme) প্ৰথমটো ব্যঞ্জনান্ত আৰু দ্বিতীয়টো ব্যঞ্জনেৰে আৰম্ভ হলে শব্দৰ মাজত যুক্ত ব্যঞ্জন হয়। ব্যঞ্জন ধ্বনিবোৰ এনেকৈ যুক্ত হয়—

ক) সঘোষ স্পৰ্শ + সঘোষ স্পৰ্শ

খ) অঘোষ স্পৰ্শ + অঘোষ স্পৰ্শ

সাধাৰণতে সঘোষ আৰু অঘোষ স্পৰ্শ ধ্বনিৰ সন্ধি বা যুক্ত নহয়।

গ) নাসিক্য, তাড়িত, কম্পিত আৰু অন্তঃস্থ ধ্বনি প্ৰথম বা দ্বিতীয় ধ্বনি হিচাপে সঘোষ আৰু অঘোষ স্পৰ্শ ধ্বনিৰ লগত যুক্ত হ'ব পাৰে।

ঘ) /ৰ/ যুক্তৰ দ্বিতীয় ধ্বনি হিচাপে ব্যৱহাৰ নহয়।

ঙ) উষ্ম/চ/আৰু/জ/ যুক্ত ধ্বনিৰ দ্বিতীয় ধ্বনি হিচাপে ব্যৱহাৰ নহয়।

চ) /য়/ যুক্তৰ দ্বিতীয় ধ্বনি হিচাপে ব্যৱহৃত হলে তাৰ আগত থকা ব্যঞ্জন ধ্বনিটোৱে প্ৰথমটো অক্ষৰ বন্ধ কৰে আৰু অক্ষৰ দুটাক বেলেগে বেলেগে উচ্চাৰণ কৰা হয়। যেনে—

কঅনয়আঙ কনˊ.য়াং ( ভগা দ'াত ) বা, কঅনˎˊ য়আঙ

কঅৰয়অ বা কঅৰ্ˊয়অ (খোজ নিদিব'া)

এই ধৰণৰ শব্দবোৰৰ সঠিক উচ্চাৰণ নহলে অৰ্থ প্ৰকাশ নাপায়। শব্দৰ সীমাৰ লগত (word boundary) ধ্বনি উচ্চাৰণৰ বিৰতি (pause) সদায় একেদৰে নাথাকে। গতিকে প্ৰতিটো অক্ষৰৰ অন্তৰ্নিহিত অৰ্থৰ ওপৰত নিৰ্ভৰ কৰি শব্দৰ উচ্চাৰণত বিভিন্ন বিৰতিৰ প্ৰয়োজন হয়। ৰূপগ্ৰাম অধিক সংযোগ কৰাৰ লগে লগে শব্দাৰ্থৰ বিস্তাৰৰ প্ৰয়োজন হয়।

শব্দ বিভক্তি, কাল বিভক্তি, বহুবচনান্ত প্ৰত্যয় শব্দৰ লগত একেলগে থাকিব পাৰে। বিভক্তি সংযোগ হোৱাৰ পিচত কেতিয়াবা অন্য বিৰতিৰ প্ৰয়োজন হয়। কেতিয়াবা খণ্ডবাক্যৰ শেষত বিৰতি দেখা যায়। কেতিয়াবা এটা চুটি বাক্যই এটা একক (unit) গঠন কৰিব পাৰে। দুটা বিৰতি থকা শব্দক এটা একক

বুলি ধৰিলে, যুক্ত ব্যঞ্জনৰ সংযোগত কোনো বাধা নাই। নিম্নোল্লেখিত তালিকাত যুক্ত ব্যঞ্জন সমূহক দেখুওৱা হৈছে। বাওঁফালৰ ওপৰৰপৰা তললৈ থকা ধ্বনিবোৰ প্ৰথম ধ্বনি আৰু ওপৰত বাওঁফালৰপৰা সোঁফাললৈ থকা ধ্বনিবোৰ দ্বিতীয় ধ্বনি।

## ব্যঞ্জন ধ্বনিৰ তালিকা

| | প | ত | ক | ব | দ | গ | ম | ন | ঙ | ঞ | ল | ৰ | চ | জ | ৱ | য় |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| প | ১ | ২ | ৩ | | | — | — | — | — | — | | | । | - | — | — |
| ত | ৫ | ৬ | ৭ | — | — | — | — | — | — | — | - | - | ৮ | — | — | -- |
| ক | ৯ | ১০ | ১১ | | — | — | — | — | — | — | | — | ১২ | — | — | — |
| ব | | | | ১৩ | ১৪ | ১৫ | — | — | — | — | ১৬ | ১৭ | — | ১৮ | — | ১৯ |
| দ | | -- | | ২০ | ২১ | ২২ | — | — | — | — | -- | | — | ২৩ | — | — |
| গ | - | — | — | ২৪ | ২৫ | ২৬ | — | — | -- | | ২৭ | ২৮ | — | ২৯ | — | ৩০ |
| ম | ৩১ | ৩২ | ৩৩ | ৩৪ | ৩৫ | ৩৬ | ৩৭ | ৩৮ | ৩৯ | ৪৯ | ৪১ | ৪২ | ৪৩ | ৪৪ | — | ৪৫ |
| ন | ৪৬ | ৪৭ | ৪৮ | ৪৮ | ৫০ | ৫১ | ৫২ | ৫৩ | ৫৪ | ৫৫ | — | ৫৬ | ৫৭ | ৫৮ | | — |
| ঙ | | | ৫৯ | — | | ৬০ | ৬১ | ৬২ | ৬৩ | ৬৪ | | - | — | — | — | — |
| ঞ | | | | — | | — | | | — | — | | | - | | - | — |
| ল | ৬৫ | ৬৬ | ৬৭ | ৬৮ | ৬৯ | ৭০ | ৭১ | ৭২ | ৭৩ | ৭৪ | ৭৫ | ৭৬ | ৭৭ | ৭৮ | | ৭৯ |
| ৰ | ৮০ | ৮১ | ৮২ | ৮৩ | ৮৪ | ৮৫ | ৮৬ | ৮৭ | ৮৮ | ৮৯ | ৯০ | ৯১ | ৯২ | ৯৩ | — | ৯৪ |
| চ | | -- | — | — | — | — | - | | - | — | | — | | — | | - |
| জ | | — | - | | — | — | — | - | - | — | — | | — | -- | — | — |
| ৱ | | - | — | — | - | — | - | — | - | | - | — | — | — | — | — |
| য় | — | | — | - | | — | - | -- | | | | -- | | | - | ৯৫ |

| | সূচক শব্দ | অসমীয়া অৰ্থ |
|---|---|---|
| ১. আপপাইঃ | আপিপঃ | চাবি |
| ২. আপতআ | আপ্তা | চিকাৰ |
| ৩. ইপকঅ | ইপ্‌ক | শোৱা ঠাই |
| ৪. নঅপচই | নপ্‌চি | শেঙুন |
| ৫. তআতপঅ | তাত্‌প | শুৱলা বা মধুৰ |
| ৬. পআতিতআঙ | পাত্তাং | চৰাই |
| ৭. কঅতকআ | কত্‌কা | হামিওৱা |

| | | |
|---|---|---|
| ৮. মআতচইগ | মাত্‌চিগ্‌ | দা |
| ৯. তআকপঅৰ | তাক্‌পৰ্‌ | গছৰ ফোপোলা নাড়ী |
| ১০. লআকতউম | লাক্‌তুম্‌ | হাতৰমুঠি |
| ১১. চএককআ | চেক্কা | কাৰ ? |
| ১২. আকচইগ | আক্‌চিগ্‌ | হাচিমৰা |
| ১৩ কআবৰঅন | কাব্বন্‌ | কোলাৰে ধান ছফা কৰা |
| ১৪ কআবদউঙ | কাব্‌দুং | কান্দিছে (বৰ্ত্তমান কাল) |
| ১৫. য়আবগঅ | য়াব্‌গ | দুৱাৰ |
| ১৬. ৰআবলঅগ | ৰাব্‌লগ্‌ | জাপি দিয়া |
| ১৭. ইবৰউ | ইব্‌ৰু | জাগি শোৱা |
| ১৮. ইবজঅন | ইব্‌জন্‌ | শোৱা সঙ্গী |
| ১৯. কআবয়আৰ | কাব্‌য়াৰ্‌ | একেৰাহে কান্দি থকা |
| ২০ তঅদবঅন | তৃদ্‌বন্‌ | মচি পেলোৱা |
| ২১. এদদউম্‌ | এন্দুম্‌ | নাড়ীভুৰু |
| ২২. তআত্তগআন | তাত্‌গান্‌ | দুৰৰ পৰা শুনা |
| ২৩. আদজই | আদ্‌জি | সৰু |
| ২৪. পআগবঅ | পাগ্‌ব | দাস |
| ২৫. আগদএ | আগ্‌দে | এবিধ কাউৰী |
| ২৬. দউগগঅঙ | দুগ্‌গং | দৌৰিফুৰা |
| ২৭. তউগলগঅগ | তুগ্‌লগ্‌ | টকলা মুৰ |
| ২৮. আগৰউন | আগৰুন্‌ | এবিধ গছ |
| ২৯ মইগজইন | মিগ্‌জিন্‌ | চকু পিৰিকা |
| ৩০. উগয়উম | উগ্‌য়ুম্‌ | গছৰ ছা |
| ৩১. কআমপঅ | কাম্প | বগা ধুনীয়া |
| ৩২. তআমতএ | তাম্‌তে | ঢাল |
| ৩৩. ৰউনকঅঙ | ৰুম্‌কং | তল |
| ৩৪. তউমবঅ | তুম্ব | বৰলা |
| ৩৫. আমদআঙ | আম্‌দাং | শালি খেতি |
| ৩৬. আমগআগ | আম্‌গাগ্‌ | ধানৰ মুঠি |
| ৩৭ ইমমই | ইম্মি | টোপনি |
| ৩৮. ৰআমনআ | ৰাম্‌না | মামৰে ধৰা, ভেকুৰি যোৱা |
| ৩৯. ইমঙআগ | ইম ঙাগ | টোপনি যোৱা |

| | | |
|---|---|---|
| ৪০. আমএঞআঙ | আম্ঞাং | পভান ধান |
| ৪১. তআমলআদ | তাম্লাদ্ | মেলি দিয়া, ওলোমাই মেলা |
| ৪২. আমৰঅঙ | আম্ৰং | ধান খেৰ |
| ৪৩. য়উমচউল | য়ূঃম্চুল্ | হাতেৰে ডিঙি চেপি বধ কৰা |
| ৪৪. তআমজআৰ | তাম্জাৰ্ | বহলকৈ মেলি দিয়া |
| ৪৫. চইময়অ | চইমএঞঅ, চিময়, | চিম্ঞে – বাঘ |
| ৪৬. পইনপউ | পিন্পূ | দ্ৰপৰীয়াৰ ভাত |
| ৪৭. কএনতউ | কেন্তু | এবিধ কাণত পিন্ধা অলংকাৰ |
| ৪৮. কঅনকআ | কন্কা | পৰহিৰ আগদিনা |
| ৪৯. য়অনৰউচউনআম | য়ন্ৰ্চুনাম্ | একেলগে সানি দিয়া, মিশ্ৰ |
| ৫০. আনদআঙ | আন্দাং | চুটি |
| ৫১. পইনগঅপ | পিন্গপ্ | এবেগেত |
| ৫২. তআনমই | তান্মি | একাণপতীয়াকৈ শুনা |
| ৫৩. কঅননঅ | কন্ন | পৰহি |
| ৫৪. তআনঙএ | তান্ঙে | তাঁতশালত ব্যৱহৃত সূতা |
| ৫৫. লআনঞই | লান্ঞি | দুৱাৰ |
| ৫৬. কঅনৰঅ | কন্ৰ | পৰহি পুৱা |
| ৫৭. আনচইঙ | আন্চিং | চেঁচা |
| ৫৮. আনজঅঙ | আন্জং | অলপ (আকাৰত) |
| ৫৯. আঙকআঙ | আংকাং | বুকু |
| ৬০. ইঙগআঙ | ইংগাং | উম, উত্তাপ |
| ৬১. দউঙমআন | দূংমান্ | দৌৰি ফুৰা (ধেমালি) |
| ৬২. পআঙনআ | পআগনআ পাংনা, পাগ্না—দাসী | |
| ৬৩. আঙঙঅ | আংঙ | পাঁচ |
| ৬৪. তআঙঞই | তআকঞই, তাংঞি, তাক্ঞি—দুবছৰ | |
| ৬৫. দআলপআন | দাল্পান্ | মাৰিৰে আঁতৰাই বেলেগ কৰা |
| ৬৬. কএলতউগ | কেল্তুগ্ | এবিধ ভোটা কাঁড় |
| ৬৭. অঃলকঅ | অঃল্ক | বহুপৰ |
| ৬৮. কআলৰঅন | কাল্ৰন্ | বাকলি গুচাই পেলোৱা |
| ৬৯. উলদউম | উল্দূম্ | সংগ্ৰহ কৰা |
| ৭০. মআলগআঙ | মাল্গাং | এবিধ মাছ |
| ৭১. কআলমআন | কাল্মান্ | বাকলি গুচাই ধেমালি কৰা |

| | | |
|---|---|---|
| ৭২. কআলনআম | কালনাম্ | বাকলি গুচোৱা |
| ৭৩. ঙইলঙআদ | ঙিল্ঙাদ্ | বাকী থাকি যোৱা হ'াহি |
| ৭৪. আললএঞঅদ | আল্এঞদ | কাঠিৰে জুই জ্বলোৱা |
| ৭৫. চউললই | চুল্লি | বালি |
| ৭৬. দম্আলৰউম | দআৰৰউম, দাল্বুম্, দাবৰুন — মাৰিবে লাগি পুতি দিয়া | |
| ৭৭. ঙইলচউ | ঙিল্চু | নিজে নিজে হ'হা |
| ৭৮. ঙইলজঅন | ঙিল্জন্ | হ'হা লগৰী |
| ৭৯. তঅ্লয়আপ | তৃল্য়াপ্ | কুকুৰা টোমৰ দুৱাৰ |
| ৮০. অৰপআন্ | অৰ্পান্ | ভাগ কৰা |
| ৮১. কঅৰতআগ | কৰতাগ্ | টকালি |
| ৮২. বআৰকএঃ | বাৰ্কেঃ | ছটকা |
| ৮৩. দঅৰবআন | দৰ্ বান্ | এজনতকৈ বেছি মূল্য দিয়া |
| ৮৪. আৰদআ | আৰ্দা | কামিলা |
| ৮৫. অ্ৰগআঙ | অ্ৰ্গাং | জাকজমকীয়া উচ্ছাহ পূৰ্ণ |
| ৮৬. আৰমঅঙ | আৰ্মং | ধূলি মাকতিৰে লেতেৰা হোৱা |
| ৮৭. অৰনআ | অৰ্না | শুকান |
| ৮৮. অৰঙআদ | অৰ্ঙাদ্ | ভগোৱাৰ পিচত থকা বাকী |
| ৮৯. অৰএঞইঙ | অৰ্ঞিং | ভগাবলৈ অসুবিধা হোৱা |
| ৯০. কৰলআদ | কৰ্লাদ্ | পিচলৈ খোজ দিয়া |
| ৯১. দঅৰৰঅঙ | দৰ্ৰং | পিঠিৰ ৰাজহাড় |
| ৯২. অ্ৰচউ | অ্ৰ্চু | গা ধোৱা |
| ৯৩. তআৰজঅন | তাৰ্জন্ | বুকু তললৈ কৰি হাত ভৰি মেলি পৰি থকা |
| ৯৪. বআৰয়ইঙ | বাৰ্য়িং | দহ টকা |
| ৯৫. আয়য়অ | আয়্য় | নিলিখিৰ'া |

টোকা—১) যুক্ত ব্যঞ্জনৰ প্ৰথম ব্যঞ্জন ধ্বনিত প্ৰথমৰ অক্ষৰ বন্ধ হয়। যেনে তআকঃপঅৰ
পআগঃবঅ

২) তিনিটা ব্যঞ্জন ধ্বনি কোনো ঠাইত যুক্ত নহয়।

৩) এটা একক শব্দত এটাতকৈ বেছি যুক্ত ব্যঞ্জন নাথাকে।*

*ৰচনা, ডিচেম্বৰ, ১৯৭২

# মিচিং ভাষাৰ লক্ষণ

## নাহেন্দ্ৰ পাদুন

### ০·০০ পৰিচয় :

মিচিং ভাষা তিব্বতবৰ্মীয় ভাষা-গোষ্ঠীৰ উত্তৰ-অসম শাখাৰ এটি ঠেঙুলি। ইয়াৰ মূল ভাষা পৰিয়াল হ'ল চীন-তিব্বতী বা কিৰাত। চীন-তিব্বতী ভাষাক তিব্বত-বৰ্মীয় আৰু চীন-শ্যামীয় এই দুটা প্ৰধান শাখাত ভাগ কৰা হৈছে। তিব্বত-বৰ্মীয় শাখাক আকৌ তিব্বতী, হিমালয়ী, অসম বৰ্মী আৰু উত্তৰ-অসম এই চাৰিটা উপশাখাত বিভক্ত কৰা হৈছে। মিচিং, এই উত্তৰ-অসম উপশাখাৰ অন্তৰ্গত এটি ভাষা।

### ০·১০ মিচিং ভাষা :

সমগ্ৰ উত্তৰ-অসম শাখাৰ ভাষাবোৰক তিব্বত-বৰ্মীয় ভাষাৰ তুলনাত এটি সৰু ভাষা পৰিয়াল হিচাপে গণ্য কৰিলে ইয়াৰ অন্তৰ্গত মিচিং ভাষাক এটা ডাল ঠেঙুলি (branch of languages) বুলিহে গণ্য কৰিব লাগিব। কিন্তু মিচিং ভাষাৰ ভিতৰতো কেবাটাও উপভাষা থকাৰ বাবে এনে ক্ষুদ্ৰ বিভাজনে কেতিয়াবা আলোচনাত খেলিমেলিৰ সৃষ্টি কৰিব পাৰে। মিচিং মানুহে ব্যৱহাৰ কৰা আটাইবোৰ মিচিং ভাষাক সামগ্ৰীকভাৱে এটা "মিচিং ভাষা" (Mising language) হিচাপে গণ্য কৰিলে আলোচনাৰ অধিক সুবিধা হয়। মিচিং ভাষা বুলিলে এই ভাষাৰ আটাইবোৰ উপভাষাকেই সাঙুৰি লব। মিচিং ভাষাৰ লক্ষণ বুলিলে এই আটাইবোৰৰ লক্ষণো অন্তৰ্ভুক্ত হ'ব।

### ০·২০ মিচিং ভাষাৰ উপভাষা :

সমগ্ৰ মিচিং ভাষাক এটা স্বকীয়া ভাষা হিচাপে গণ্য কৰিলে এই ভাষাৰ অন্তৰ্গত ভাষাসোৰ কেইবাটাও উপভাষাত ভাগ কৰিব পাৰি। মিচিংসকলৰ মাজত কেবাটাও ফৈদ আছে। প্ৰতিটো ফৈদৰ কথিত ভাষাৰ স্বকীয় বৈশিষ্ট্য বিদ্যমান। আকৌ একেটা ফৈদৰো গাঁও বা বাসস্থানৰ দুৰত্বৰ হেতুকে, বহুদিন

যোগাযোগৰ অভাৱৰ হেতুকে নাইবা অন্যান্য প্ৰাকৃতিক কাৰণত সঘনে সম্পৰ্ক ৰাখি চলিব নোৱাৰাৰ হেতুকে উপভাষাবোৰৰ মাজত কিঞ্চিৎ পাৰ্থক্য আহি পৰিছে। ফৈদ অনুযায়ী কথিত ভাষাবোৰৰ পাৰ্থক্যক ধ্বনিগত (Phonological), ৰূপগত (Morphological), শব্দগত (Vocabulary) আৰু সুৰলহৰ (Intonation) আদিৰ বৈশিষ্ট্যৰ প্ৰতি লক্ষ্য ৰাখি কেবাটাও উপভাষাত ভগাব পাৰি। যেনে চাঃয়াং, অয়ান্, পাগ্ৰ, দাম্বুগ্, দোলু, মঃয়িং, চঃমুৱাং[১] আৰু মিচিং—অসমীয়া।

এই উপভাষাবোৰৰ ধ্বনিগত, ৰূপগত, শব্দগত বৈশিষ্ট্যৰ মিলবোৰলৈ চাই চাৰিটা প্ৰধান গোটত (dialectical group) ভগাব পাৰি। যেনে—

০.২১ **প্ৰথম গোট:** অয়ান্, পাগৰ, দোলু, দাম্বগ্—

এই উপভাষা কেইটাৰ শব্দবোৰৰ ধ্বনিৰ উচ্চাৰণ, উপসৰ্গ, বিভক্তি, শ্বাসাঘাট প্ৰায় একে। শব্দভাণ্ডাৰৰ ক্ষেত্ৰত কিছু পৃথক। স্থানভেদে সুৰলহৰ (Intonation) প্ৰতিটো উপভাষাৰেই বেলেগ বেলেগ।

০.২২ **দ্বিতীয় গোট:** চাঃয়াং

চাঃয়াং উপভাষাৰ লগত অৰুণাচল প্ৰদেশৰ আদীসকলৰ পাঃদাম, মিএঃং আৰু পাঃচি উপভাষাৰ যথেষ্ট মিল দেখা যায়। পাগ্ৰ, দোলু আৰু দাম্বুগ্ উপভাষাৰ লগত চাঃয়াং উপভাষাৰ শ্বাসাঘাট, ধ্বনিৰ উচ্চাৰণ, ৰূপধ্বনিগত পৰিৱৰ্তন (Morpho-phorcemic change) আৰু বিভক্তি প্ৰয়োগত পাৰ্থক্য লক্ষ্য কৰিব পাৰি। দ্ব্যাক্ষৰিক শব্দত, বিশেষকৈ শেষ ধ্বনিকেইটা স্বৰ+ব্যঞ্জন+স্বৰ—এনে ৰূপত থাকিলে পাগ্ৰ, দোলু আৰু দাম্বুগ্ উপভাষাত প্ৰথম অক্ষৰত প্ৰচণ্ড শ্বাসাঘাট পৰে। ফলত মাজত থকা ব্যঞ্জন ধ্বনিটো দ্বিত্ব হৈ পৰে। কিন্তু চাঃয়াং উপভাষাত

১। মিচিং শব্দবোৰ অসমীয়াত লিপ্যন্তৰ কৰোঁতে এই লেখকৰ "মিচিং ভাষাৰ লিপি: এটি পৰীক্ষামূলক আঁচনি"ৰ আহি৷ত কৰা হৈছে। ৰোমান লিপি-বোৰ মিচিং ভাষাৰ বাবে গৃহীত লিপি; দ্ৰষ্টব্য—"মিচিং ভাষাৰ বাবে সংশোধিত ৰোমান লিপি।"

এনে শব্দসাধাৰণ পোৱা নাযায়। উপৰুক্ত পৰিবেশৰ শব্দত শেষ ধ্বনিটো প্ৰথমা বিভক্তিৰ –c, দ্বিতীয়া বিভক্তিৰ—cm, বা হয় বা আছে অৰ্থত—c যোগ হ'লে পূৰ্ববৰ্তী ব্যঞ্জনৰ দ্বিত্বতা অধিক প্ৰকট হৈ পৰে। যেনে—

(ক) মূলশব্দ + বিভক্তি চাঃয়াং পাগ্ৰ, দীলু, দাম্বুগ্ অৰ্থ

| মূলশব্দ + বিভক্তি | চাঃয়াং | পাগ্ৰ, দীলু, দাম্বুগ্ | অৰ্থ |
|---|---|---|---|
| sitc + c | sitc | sittc | হাতীয়ে |
| akv + c | akvc | akkc | মোমায়ে |
| abu ¦ cm | abucm | abbom | দেউতাকক |
| asi + c | asic | atsc | পানীয়ে, ইত্যাদি |

(খ) আন শব্দত, যেনে—

| চাঃয়াং | পাগ্ৰ, দীলু, দাম্বুগ্ | অৰ্থ |
|---|---|---|
| doyai | doyyai | খালেঁহেঁতেন |
| biyai | biyyai | দিলেহেঁতেন |
| silovng | sillung | আজিয়েই |
| mcloar | mcllar | কালিয়েই, ইত্যাদি। |

এইদৰে কেবাটাও দিশত এই উপভাষা-গোট দুটাৰ মাজত পাৰ্থক্য লক্ষ্য কৰিব পাৰি।

## ০·২৩ তৃতীয় গোট : মঃয়িং, চঃমুৰাং [২]

মঃয়িং আৰু চঃমুৰাং এই উপভাষা দুটাক আন এটা গোটত ৰাখিব পাৰি। শব্দ ভাণ্ডাৰৰ ক্ষেত্ৰত মঃয়িং উপভাষা চাঃয়াঙৰ লগত মিল আছে। কিন্তু উচ্চাৰণৰ ক্ষেত্ৰত কিছু পাৰ্থক্য আহি পৰে। বিশেষকৈ r, ıı এই কেইটা ধ্বনিৰ উচ্চাৰণৰ আধিক্য আৰু সমীভৱন ৰীতিত চাঃয়াঙৰ লগত মঃয়িং চঃমুৰাং ভাষাৰ পাৰ্থক্য লক্ষ্য কৰিব পাৰি।

## ০.২৪ চতুৰ্থ গোট : মিচিং-অসমীয়া উপভাষা :

মিচিং সকলৰ ভিতৰত চামুগুৰীয়া, তেমাৰ, বংকোৱাল, বেৰেজীয়া, বিহিয়া আদি ফৈদৰ লোকসকলে বহুবছৰৰ আগৰপৰাই

২। পাঢ়ুন, নাহেন্দ্ৰ—"চ'মুৰা মিচিঙৰ ভাষা আৰু সংস্কৃতি", অসমীয়া, সম্পাদক, চন্দ্ৰ প্ৰসাদ শইকীয়া, দ্বাদশ সংখ্যা, ১৯৬৯, পৃঃ ১১৭৫।

মিচিং ভাষা পাহৰি অসমীয়া ভাষাকে মাতৃভাষা হিচাপে ব্যৱহাৰ কৰি আহিছে। কিন্তু এই অসমীয়া ভাষা সম্পূৰ্ণ অসমীয়া বা অসমীয়া ভাষাৰ মান্যৰূপ নহয়। অসমীয়া ভাষাৰ ভগ্নৰূপ বা অপভ্ৰংশৰ এটি ৰূপহে ব্যৱহাৰ কৰে। সেয়েহে এই ফৈদবোৰৰ লোকসকলে ব্যৱহাৰ কৰা ভাষাক অসমীয়া ভাষা বুলি নকৈ "মিচিং-অসমীয়া উপভাষা" বুলিব পাৰি। তেওঁলোকে ব্যৱহাৰ কৰা ভাষাত লাগতীয়াল বস্তু-বাহানিৰ নাম, পূজা-পাতল আৰু দেও-ভূতৰ নামবোৰত মিচিং শব্দ প্ৰয়োগ কৰা দেখা যায়। ধ্বনিৰ উচ্চাৰণৰ ক্ষেত্ৰতো অসমীয়া মান্যৰূপৰ পৰা কিঞ্চিৎ পৃথক দেখা যায়। ভাষাৰ সুৰ-লহৰতো অসমীয়াৰ পৰা যথেষ্ট পৃথক।

## ১·০০ মিচিং ভাষাৰ উচ্চাৰিত ধ্বনি :

মিচিং ভাষাত উচ্চাৰিত ধ্বনিবোৰ স্বৰ আৰু ব্যঞ্জন এই দুটা শ্ৰেণীত ভাগ কৰিব পাৰি। উচ্চাৰণৰ স্থান আৰু প্ৰকাৰ বা ধৰণৰ (Place of articulation and manner of articulation) ফালৰপৰা স্বৰ আৰু ব্যঞ্জন ধ্বনিমালাৰ বিৰোধ ঘটে অৰ্থাৎ পাৰ্থক্য আছে।[৩]

## ১·১০ স্বৰ ধ্বনি :

মিচিং ভাষাত মুঠতে সাতোটা স্বৰ ধ্বনি উচ্চাৰিত হয়। এই সাতোটা স্বৰ ধ্বনিক আকৌ উচ্চাৰণৰ কাল মাত্ৰাৰ দীৰ্ঘতা আৰু হ্ৰস্বতা অনুসৰি দুভাগত ভগাব পাৰি—(ক) হ্ৰস্ব স্বৰ ধ্বনি আৰু (খ) দীৰ্ঘ স্বৰ ধ্বনি। মিচিং ভাষাত স্বৰ ধ্বনিবোৰৰ হ্ৰস্ব আৰু দীৰ্ঘ ৰূপত বিৰোধ (contrast) ঘটে। সেই বাবে হ্ৰস্ব স্বৰ আৰু দীৰ্ঘ স্বৰবোৰক বিশিষ্ট ধ্বনি (Distinctive phonemes) হিচাপে গণ্য কৰিব পাৰি।[৪]

৩। মিচিং ভাষাৰ বৰ্ণবিশ্লেষণ (phonemic analysis) এই লেখকৰ দুটা প্ৰবন্ধত কৰা হৈছে। (ক) "মিচিং ভাষাৰ বিশিষ্ট ধ্বনি", ভৃগুমুনি কাগ্যুং সম্পাদিত "মিচিং সংস্কৃতিৰ আলেখ্য," ২য় খণ্ড, ১৯৭২ চন, পৃঃ ৩৪৫। (খ) "Mishing phonemes," শিৱসাগৰ কলেজ আলোচনী, ৰূপালী জয়ন্তী সংখ্যা, ১৯৭২-৭৩ ; পৃঃ ৪২।

৪। পূৰ্বোক্ত প্ৰবন্ধ দ্ৰষ্টব্য।

হ্ৰস্ব স্বৰ ধ্বনি আৰু দীৰ্ঘ স্বৰ ধ্বনিৰ উচ্চাৰণৰ স্থান আৰু প্ৰকাৰ একে। কিন্তু উচ্চাৰণৰ প্ৰকাৰত কালমাত্ৰা হ্ৰস্ব আৰু দীৰ্ঘ কৰিলে এই দুয়োবিধ ধ্বনিৰ মাজত বিৰোধ ঘটে। অৰ্থাৎ ধ্বনিগতভাৱে বিৰোধ ঘটে (phonemically contrast)। সেইবাবে মিচিং ভাষাৰ স্বৰধ্বনিবোৰক হ্ৰস্ব স্বৰ ধ্বনি আৰু দীৰ্ঘ স্বৰ ধ্বনি এই দুটা ভাগত ভগোৱা হৈছে। হ্ৰস্ব আৰু দীৰ্ঘ স্বৰ ধ্বনিক তলত দিয়াৰ দৰে লিখা হৈছে।

ক) হ্ৰস্ব স্বৰ :— i, v, u, e, c, o, a

খ) দীৰ্ঘ স্বৰ :— i:, v:, u:, e:, c:, o:, a:.

## ১·২০ ব্যঞ্জন ধ্বনি :

মিচিং ভাষাত মুঠতে যোল্লটা ব্যঞ্জন ধ্বনি পোৱা যায়। যেনে—

ঔষ্ঠ্য :—p,b,m
দন্তমূলীয় :—t,d,n
পশ্চ-তালব্য :—k g,ng
দন্তমূলীয় উষ্ম :—s,j,ny
বৰ্ণিত :—r,l
অন্তঃস্থ :—w,y

ইয়াৰে p,t,k অঘোষ অল্পপ্ৰাণ; m,n,ng,ny নাসিক্য সঘোষ; b,d,g,r,l,y,w. সঘোষ অল্পপ্ৰাণ; s অল্পপ্ৰাণ অঘোষ উষ্ম; j অল্পপ্ৰাণ সঘোষ উষ্ম।

## ২ ০০ মহাপ্ৰাণ ধ্বনিৰ অনুপস্থিতি :

মিচিং ভাষাত মহাপ্ৰাণ ধ্বনি নাই। তিব্বত-বৰ্মী ভাষা গোষ্ঠীৰ অন্তৰ্গত উত্তৰ অসম শাখাৰ অ'কা ( বা হ্ৰুচু ) আৰু মিচিমি ( তাৰাওঁ, মিজু, ইদু ) ভাষাত অঘোষ মহাপ্ৰাণ ধ্বনি থকাৰ কথা জনা যায়। কিন্তু এই শাখাৰ মিচিং ( বা মিৰি ), আদী ( বা আবৰ অৰ্থাৎ পাঃদামু, মিঞং, গালং ইত্যাদি ) আৰু নিচি ( বা ডফলা ) ভাষাত মহাপ্ৰাণ ধ্বনি উচ্চাৰিত নহয়।

৩.০০ সুৰ :

তিব্বত-বৰ্মীয় ভাষা গোষ্ঠীৰ ভাষা সমূহৰ সুৰ ( tone ) এটা প্ৰধান বৈশিষ্ট্য। এই ভাষা গোষ্ঠীৰ অন্তৰ্গত বড়ো, দেউৰী-চুতীয়া আৰু শ্যামীয় ভাষা গোষ্ঠীৰ খামতি আৰু আহোম ভাষাতো সুৰ পোৱা যায়। সেইমতে উত্তৰ-অসম শাখাৰ ভাষা সমূহতো সুৰ থকাটো স্বাভাৱিক। কিন্তু গীয়াৰ্চন, ষ্টেন্ কনো, ৰবাৰ্ট চেফাৰ, ওলফেন্ডেন্ আদি ভাষাবিদসকলে উত্তৰ-অসম শাখাৰ ভাষাবোৰৰ ক্ষেত্ৰত বিশ্লেষণৰ যোগেদি সুৰ থকা নথকাৰ বিষয়ে স্পষ্ট মতামত দিব পৰা নাই। গীয়াৰ্চনে নিচি ভাষাৰ সুৰ নাই বুলি উল্লেখ কৰাৰ লগতে নিচি ভাষাৰ লগত মিচিং ভাষাৰ অতি ওচৰ সম্পৰ্ক বুলি উল্লেখ কৰিছে। সম্ভৱতঃ অতি প্ৰাচীন কালত এই ভাষাবোৰৰ সুৰ আছিল। কালক্ৰমত সুৰাধাৰ ( tone nucleous ) ব্যঞ্জন ধ্বনিবোৰৰ লুপ্ত হোৱাৰ বাবে নাইবা এই ভাষাবোৰৰ অক্ষৰবোৰ টুকুৰা-টুকুৰকৈ জোৰা লগা লক্ষণৰ বাবে এই সুৰবোৰ কালক্ৰমত লুপ্ত পালে আৰু তাৰ সলনি স্বৰ ধ্বনিবোৰ হ্ৰস্ব আৰু দীৰ্ঘ ৰূপত তাৰ অৱশিষ্ট থাকিলগৈ।

৩.১০ সুৰ লহৰ :

কথিত ৰূপত মিচিং ভাষাৰ কেৰাটাও সুৰ লহৰ (Intonation) পোৱা যায়। এই সুৰ লহৰ উপভাষা অনুযায়ী সুকীয়া সুকীয়া। সুৰ লহৰৰ ভিন্নতা অনুযায়ী অৰ্থৰ পাৰ্থক্য হয়। সুৰ লহৰত উদাত্ত (high), অনুদাত্ত (low), স্বৰিত (mid or level) এই আটাইকেইটা বৈশিষ্ট্যই লক্ষ্য কৰা যায়।

৪·০০ অক্ষৰ :

মিচিং ভাষাৰ শব্দবোৰ অক্ষৰ বিশিষ্ট। এই ভাষাৰ উপসৰ্গ বা পূৰ্ব-প্ৰত্যয় (prefix), প্ৰাতিপাদিক (Noun base) আৰু ধাতু বা প্ৰাকৃতি (Root) বোৰ এক অক্ষৰৰ। শব্দ গঠনৰ সময়ত এইদৰে ৰূপবোৰ (forms) যুক্ত হয়।

(ক) উপসৰ্গ + প্ৰাতিপাদিক

a+mi - ami, মানুহ

ta+ni = tani, মানুহ

(খ) উপসৰ্গ+ধাতু

a+√jon=ajon, লগৰীয়া, বন্ধু

a+√ger=ager, কাম

(গ) ধাতু+ধাতু

lu+bi=lubi, কৈ দি

bi+len=bilen, বাহিৰলৈ উলিয়াই দি

(ঘ) ধাতু+বিভক্তি

ngo+lu=ngolu, আমি

ami+c=amic, মানুহে

gv+ye=gvye, যাম

do+to=doto, খালোঁ

(ঙ) ধাতু+পৰপ্ৰত্যয়

do+ngab=dongab, খাই শেষ কৰা

yub+dv=yubdv, শোৱাৰ সময়

i+mur=imur, ভুল কৰা, ইত্যাদি।

এনে ৰূপত শব্দ গঠন হোৱাৰ বাবে মিচিং ভাষাৰ বিশেষ্য, বিশেষণ, সৰ্বনাম পদৰ বেছিভাগ শব্দই দ্ব্যাক্ষৰিক (disyllabic)। জীৱ-জন্তু, গছ-গছনি, প্ৰাণীবাচক শব্দবোৰো দুটা অক্ষৰৰ। যেনে—

| | |
|---|---|
| sitc—হাতী | sobc—গৰু |
| menjeg—মহ | pcrog—কুকুৰা |
| pcttang—চৰাই | pcjab—হাঁহ |
| apv—কণী | along—হাড়, ইত্যাদি। |

৪.১০ অক্ষৰ গঠন ঃ

মিচিং ভাষাৰ অক্ষৰ এইদৰে গঠন হয়।

৪.১১ হ্ৰস্ব স্বৰেৰে ঃ

ক) এটা হ্ৰস্ব স্বৰ e, c—'ল'

খ) দুটা হ্ৰস্ব স্বৰ ai—'ভাল হ'

ao—পুত্ৰ

গ) হ্ৰস্ব+ব্যঞ্জন ad—'লিখ'
ib—'শো'

ঘ) ব্যঞ্জন+এটা হ্ৰস্ব si—'এই', 'এইটো'
no—'তুমি'

ঙ) ব্যঞ্জন+ব্যঞ্জন dug—'দৌৰ দে'
tad—'শুন'

৪'১২ দীৰ্ঘ স্বৰেৰে ঃ

চ) এটা দীৰ্ঘ স্বৰ c:—'হয়', 'এৰা'

ছ) দীৰ্ঘ স্বৰ+ব্যঞ্জন e:g—'গাহৰি'
a:m—'ধান'

জ) ব্যঞ্জন+দীৰ্ঘস্বৰ ko:—'ল'ৰা'

ঝ) ব্যঞ্জন+দীৰ্ঘস্বৰ+ব্যঞ্জন ta:ng—'ক'াইট'
sa:ng—'চাহ'

ঞ) ব্যঞ্জন+দীৰ্ঘস্বৰ+হ্ৰস্বস্বৰ—pa:i—'দদাই'
ya:i—'ককাই', ইত্যাদি ।

শব্দৰ আগত বা শেষত যুক্ত ব্যঞ্জন নাথাকে। শব্দৰ মাজত মাত্ৰ দুটা ব্যঞ্জন যুক্ত হয়। দুটাতকৈ অধিক ব্যঞ্জন যুক্ত নহয়। ব্যঞ্জনান্ত আৰু ব্যঞ্জনেৰে আৰম্ভ হোৱা দুটা ৰূপ ( form ) লগ লাগিলে শব্দৰ মাজত ব্যঞ্জন যুক্ত হয়।

শব্দৰ আগত, শব্দৰ মাজত আৰু শব্দৰ শেষত স্বৰ ধ্বনি একাধিক যুক্ত হ'ব পাৰে। যেনে—

(ক) শব্দৰ আগত—Oikoli—এবিধ চৰাই
Oini:tom—এক শ্ৰেণীৰ গীত
Oa:ng—পশ্চিম
aum—তিনি

(খ) শব্দৰ মাজত—Kcvg—তল
Pvang—পোহৰ
Koucm—ল'ৰাক

(গ) শব্দৰ শেষত—na:noi—মাহী, খুড়ী
gvpci—যাবানে ?

ওপৰত দিয়া উদাহৰণৰ ( ৪·১০ ) আহিত বৰ্ধাক্ষৰ আৰু যুক্তাক্ষৰ দুয়োটা ৰূপত ধাতু আৰু প্ৰাতিপাদিক গঠন হয়। একাধিক অক্ষৰ থকা শব্দত একাধিক প্ৰাতিপাদিক নাইবা ধাতু থাকে। সেই কাৰণে মিচিং ভাষাৰ শব্দবোৰ আক্ষৰিক লক্ষণ-যুক্ত ( syllabic pattern ) বুলিব পাৰি।

## ৫·০০ উপসৰ্গ বা পূৰ্বপ্ৰত্যয় ঃ

বিশেষ্য বা বিশেষণ শব্দ গঠন কৰিবৰ সময়ত ধাতু বা প্ৰাতিপাদিকৰ আগত উপসৰ্গ বা পূৰ্ব প্ৰত্যয় যোগ কৰা হয়। বিশেষণ শব্দ গঠনত ধাতু বা প্ৰাতিপাদিকৰ পিছত পৰপ্ৰত্যয়ো যোগ কৰা হয়।

### ৫·১০ বিশেষ্য শব্দ গঠনত সহায়ক পূৰ্ব প্ৰত্যয় হ'ল -

| | | | | | |
|---|---|---|---|---|---|
| /i/ | iki: | কুকুৰ | /c/ | ckum | ঘৰ |
| | i: | ধনু, তেজ | | ckkam | পাত |
| | i:pang | দাঁত | | cpug | কাঁড় |
| /v/ | vi | ধনু | /o/ | omo | সন্তান |
| | v:ng | বন | | ongo | মাছ |
| | vgvng | কুঠাৰ | | ollung | নাও |
| | vmv | জুই | /a/ | apin | ভাত |
| | vrang | পৰিয়াল | | abu | দেউতাক |
| /u/ | uyu | দেও-ভূত | | asi | পানী |
| | ugon | ধুতি | | adi: | পাহাৰ |
| | urom | প্ৰেতাত্মা | | | |
| /e/ | ege | মেখেলা | | | |
| | enge | কচু | | | |
| | eyeg | গাহৰি | | | |

### ৫·২০ বিশেষণ শব্দ গঠনত সহায়ক পূৰ্ব প্ৰত্যয়—

| | | | | | |
|---|---|---|---|---|---|
| /a/ | anu | নতুন | /bo/ | bottc | ডাঙৰ |
| | aku | পুৰণি | | bodong | দীঘল |
| | ajeb | চেপেটা | | boro | গোটা ডাঙৰ |

| | | | | | |
|---|---|---|---|---|---|
| /bc/ | bcttc | ডাঙৰ | /ya/ | yaka | ক'লা |
| | bcje | বহুত | | yasing | বগা |
| | bclum | ঘিণ কৰা | | yage | সেউজীয়া, ইত্যাদি |

৫.৩০ সেইদৰে স্থানবাচক বা দিকবাচক ক্ৰিয়া বিশেষণ আৰু সৰ্বনামতো পূৰ্বপ্ৰত্যয় যোগ হয়। যেনে—

| | | | | | |
|---|---|---|---|---|---|
| /i/ | iso | ইয়াত | /mc/ | mclo | যোৱা কালি |
| | ido | ইয়াত | | mcyum | যোৱাকালি গধূলি |
| | idc | এইটো | | | |
| /c/ | cdc | সেইটো | | mcyo | যোৱা ৰাতি, |
| | clc | সেইটো, সেয়া | /su:/ | su:pag | এতিয়া |
| | clo | তাত | | su:gam | অথনিকৈ |
| /si/ | silo | আজি, দিনত | | su:ga | 'অলপ ৰ'বা' |
| | siyum | আজি আবেলি | | | |
| | siro | আজি ৰাতিপুৱা | | | |

এইদৰে বহুতো উপসৰ্গ মূল প্ৰাতিপাদিক বা ধাতুৰ লগত যোগ দি বিভিন্ন পদৰ শব্দ গঠন কৰা হয়। (এই উদাহৰণৰ si -এই, mc = অতীত, su: = এই মুহূৰ্ত, ক্ষণ -- এনে অৰ্থত শব্দমূল হিচাপেও গণ্য কৰিব পাৰি। সেইদৰে—i = ওচৰ বুজোৱা, c = দূৰ বুজোৱা অৰ্থত ব্যৱহৃত হৈছে।)

৬'০০ উপপদ ঃ

ইংৰাজী ভাষাৰ দৰে প্ৰকৃত উপপদ (article) মিচিং ভাষাত নাই। কিন্তু কেতিয়াবা সংখ্যাবাচক সৰ্বনাম ko, ako 'এটা', 'এজন', si 'এই', 'এইজন', dc 'সেইটো', 'সেইজন' ইত্যাদি ব্যৱহাৰ কৰা হয়। যেনে—

| | |
|---|---|
| amiko gvdag<br>ami ako gvdag | মানুহ এজন গৈছে। |
| ami de gvkang ku | মানুহজন গ'লগৈ। |
| si ami si simad dag | এই মানুহজন বলিয়া (হয়)। |
| dc ami dc yaka dag | সেই মানুহজন ক'লা (হয়)। |

## ৭·০০ বিশেষ :

মিচিং ভাষাৰ বিশেষ্যবাচক শব্দ গঠনৰ এক বিশেষ প্ৰক্ৰিয়া আছে। সামান্য সংজ্ঞাবোধক বা জাতিবাচক বিশেষ্য শব্দৰ বেছিভাগ দ্দুটা অক্ষৰৰ। তাৰে প্ৰথম অক্ষৰটো উপসৰ্গ আৰু দ্বিতীয় অক্ষৰটো প্ৰাতিপাদিক বা শব্দৰ মূল ধাতু (base)[৫]। প্ৰথম অক্ষৰত উপসৰ্গ হিচাপে ৫.১০ শিতানত উল্লেখ কৰা উপসৰ্গবোৰ অৰ্থাৎ a, c, o, v ইত্যাদি বহে। যেনে—

| | | | | | |
|---|---|---|---|---|---|
| /a-/ | ami | মানুহ, | | asi | পানী |
| | adi: | পাহাৰ, | | agom | ভাষা |
| | alo | নিমখ, | | alag | হাত |
| | atug | মূৰ, | | aki: | পেট, ইত্যাদি। |
| /c-/ | ckum | ঘৰ | /v-/ | vlvng | শিল |
| | cgvn | ঘোঁৰা | | vgvng | কুঠাৰ |
| | cgo | সাকো। | | vong | শিৰ, ইত্যাদি। |
| /o-/ | ollung | নাও | | | |
| | oying | শাক | | | |
| | ongo | মাছ | | | |
| | onno | সূতা। | | | |

## ৭·১০

সামান্য সংজ্ঞাবোধক বা জাতিবাচক বিশেষ্যৰ পৰা শ্ৰেণীবাচক বা ক্ষুদ্ৰঅংশ, অংশ বিশেষ বুজাবলৈ জাতিবাচক বিশেষ্যৰ মূল ধাতুটো আগত ৰাখি তাৰ লগত বিভিন্ন বৰ্ণনাত্মক (descriptive suffix) প্ৰত্যয় সংযোগ কৰি কৰা হয়। যেনে—

---

৫। আমোদজনক কথা যে মিচিং ভাষাৰ alc (ভৰি),alag (হাত), csing (গছ) আদি বিশেষ্য শব্দবোৰ ধাতুৰ পৰাহে সাধিত হৈছে। উপসৰ্গ বাদ দি মূল ধাতুবোৰেৰে ক্ৰিয়া কৰিব পাৰি। যেনে—

| | | |
|---|---|---|
| alag>lag | lakkvto | হাত জোকাৰি চা |
| alc>lc | lcto | ভৰি আগবঢ়াই (খোজ কঢ়াৰ দৰে) দে। |
| csing>si:, sing | si:to | গজি উঠ্, বা বাঢ়ি আহ্। ইত্যাদি। |

| জাতিবাচক | | শ্ৰেণী বা বৰ্গবাচক | |
|---|---|---|---|
| ami | মানুহ | mising | মিচিং মানুহ |
| | | mipag | অ-মিচিং লোক |
| | | milong | মতা মানুহ |
| | | midang | (মানুহৰ) বিয়া। |
| csing | গছ | singgi | শিমলু গছ |
| | | si:log | শলখ গছ |
| | | si:tvr | উৰিয়াম গছ। |
| ckkam | পাত | kamro | কৌপাত |
| | | kamtvd | কৌপাতৰ নুৰা |
| | | kamle | নকল কৌপাত |
| ongo | মাছ | ngopa | শিঙি |
| | | ngosong | এলেং |
| | | ngobv | কুঁচিয়া, ইত্যাদি। |

৭.১১ একে শ্ৰেণীবাচক বিশেষ্য হ'লে অৰ্থাৎ চৰাই, মাছ, গছ ইত্যাদি শব্দৰ আগত একেটা প্ৰাতিপাদিক ব্যৱহাৰ হয়। যেনে—

si:, sing গছবাচক অৰ্থত—

| | |
|---|---|
| singgi | শিমলু গছ |
| si:piyag | তুলা গছ |
| si:lung | হাবি, অৰণ্য, ইত্যাদি। |

pc চৰাইবাচক—

| | |
|---|---|
| pcttang | চৰাই |
| pckv | কপৌ |
| pcbe: | ভাটৌ |
| pcrog | কুকুৰা |
| pcjab | হাঁহ, ইত্যাদি। |

si পশু বা জন্তুবাচক—

| | |
|---|---|
| simon | পশু |
| sira | বৰা গাহৰি |
| sibe: | বান্দৰ |

situm ভালুক
sisug শৰপহু, ইত্যাদি।

ta পোক-পৰুৱা বা ক্ষুদ্ৰ প্ৰাণীৰ অৰ্থত

tapum পোক
taying মাখি
tamid ম'হ
taba উৰহ
tapad জোক, ইত্যাদি।

এইদৰে প্ৰতিটো শ্ৰেণীবাচক বিশেষ্যৰ এক'টা একোটা শব্দৰ মূল আধাৰ (word necleus) থাকে[৬]। অৱশ্যে সকলো শব্দই এইদৰে গঠন নহয়। তাৰ ব্যতিক্ৰমো নোহোৱা নহয়। জুই, লো, দু, পানী ইত্যাদি জাতিবাচক বিশেষ্য শব্দবোৰক আধাৰ শব্দ হিচাপে গ্ৰহণ কৰিব পাৰি যাৰ পৰা অনেক শ্ৰেণীবাচক শব্দৰ সৃষ্টি হৈছে। উদাহৰণ স্বৰূপে eme 'জুই' শব্দৰ পৰা metung 'আঙামুৰি,' meiom-- 'জুহাল', metpi--'ফুটছাই', mekol—'এঙাৰ', mere—'এঙাৰ' ইত্যাদি।

৭·২০ গুণবোধক বা ভাববোধক বিশেষ্য ঃ

গ্ৰীয়াচ'নে Linguistic Survey of India ( Vol. iii, Part I )ত কৈছে যে তিব্বত-বৰ্মীয় ভাষাত বিমূৰ্ত শব্দ অৰ্থাৎ গুণবোধক বা ভাববোধক বিশেষ্য শব্দ গঠন কৰিব পৰাৰ ক্ষমতা নাই। অৰ্থাৎ গুণবোধক শব্দ গঠন কৰিবলৈ এই ভাষাবোৰৰ ব্যাকৰণিক পদ্ধতি নাই। কিন্তু মিচিং ভাষাৰ ক্ষেত্ৰত দেখা গৈছে যে ক্ৰিয়া [ বা ধাতু ] নাইবা বিশেষণৰ পৰা ভাববাচক বিশেষ্য শব্দ গঠন কৰিব পাৰি। ক্ৰিয়া আৰু বিশেষণৰ মূলৰ পিছত nam যোগ দি ভাববাচক বা গুণবাচক বিশেষ্য গঠন কৰা হয়। যেনে—

৬। এই বিষয়টো চীনা ভাষাৰ গঠন প্ৰণালীৰ লগত মিল আছে। দ্ৰষ্টব্য
Forrest, R.A.D—The Chinese Language, 3rd edn. London 1973.
Kratochvil, Paul—The Chinese Language Today, London, 1968.
Benedict, Paul K.—Sino-Tibetan A conspectus Cambridge, 1972.

(ক) ক্রিয়াৰ পৰা—

| | |
|---|---|
| √do+nam=donam | খাৱন, খাদ্য |
| √ib+nam=ibnam | শোৱন, শয়ন |
| √ger+nam gernam | কৰা কাৰ্য্য, কৰ্ম |
| √bi+nam - binam | দিয়া কাৰ্য্য, দান |
| √yob+nam=yobnam | উৰা কাৰ্য্য, উৰণ, ইত্যাদি। |

(খ) বিশেষণৰ পৰা –

| | |
|---|---|
| aya:nam | মৰম কৰা কাৰ্য্য, মৰম |
| murinam | দুষ্টামি |
| ngemonnam | মূৰ্খামি |
| bottenam | মহৎ, মহত্তালি, ইত্যাদি। |

ক্রিয়াবাচক বিশেষ্যও -nam সংযোগ কৰিয়েই গঠন কৰা হয়। (এই ক্ষেত্ৰত শব্দটো ধাতুৰ পৰা সাধিত কৰাৰ বাবে কেতিয়াবা অৰ্থৰ বিজুতি লাগে। কিন্তু বাক্যত অৰ্থ স্পষ্ট হৈ পৰে।)

৭·৩০ বিশেষ্যৰ বচন :

বিশেষ্যৰ বচন দুটা - একবচন আৰু বহুবচন। একবচনত কোনো প্ৰত্যয় বা বিভক্তি যোগ নকৰাকৈ বিশেষ্য শব্দটোকে পোনপটীয়াকৈ ব্যৱহাৰ কৰা হয়। বাক্যত ব্যৱহাৰ কৰোঁতে এজন, এটা, এখন আদি নিৰ্দিষ্টকৈ বুজাবলৈ একবচনৰ শব্দৰ পিছত 'এক' নিৰ্দিষ্টতাবাচক উপপদ /-ko/ যোগ দিয়া হয়। বহুবচনত Kvdvng, Kvrvng (শব্দৰ মাজত kvdv: kvrv: ), kvdar আৰু bulu (অভিধা অৰ্থ—সিহঁত) যোগ কৰা হয়। যেনে—

| একবচন | | বহুবচন | |
|---|---|---|---|
| ko: | ল'ৰা | ko: kvdvng | ল'ৰাবোৰ |
| tani: | মানুহ | tani: kvdar | মানুহবোৰ |
| tapum | পোক | tapum-kvrvng | পোকবোৰ |
| Ram | ৰাম | Rambulu | ৰামহঁত, ইত্যাদি। |

অথবা, tani:-ko gvdung—মানুহ এজন আহিছে।
ko:nc:ng-ko kabdung—ছোৱালী এজনী কান্দিছে।

৭.৪০ লিংগ ঃ

প্ৰকৃতাৰ্থত মিচিং ভাষাত বৈয়াকৰণগত লিংগ ( grammatical gender ) নাই। উভয়লিংগবাচক শব্দৰ পিছত পুংলিংগ বুজাবৰ কাৰণে পুৰুষ বা মতা বুজোৱা শব্দ আৰু স্ত্ৰীলিংগ বুজাবৰ কাৰণে স্ত্ৰী বা মাইকী বুজোৱা শব্দ সংযোগ কৰা হয়। নিৰ্জীৱ পদাৰ্থ নাইবা মতা-মাইকীৰ পাৰ্থক্য ধৰিব নোৱাৰা জীৱ-জন্তু আৰু প্ৰাণীৰ ক্ষেত্ৰত লিংগ আৰোপ কৰা নহয়।

৭.৪১ মনুষ্যবাচক ঃ

মনুষ্যবাচক শব্দত পুংলিংগ বুজাবলৈ milo:, milong, milbong ( অৰ্থ-মতা ), আৰু স্ত্ৰীলিংগ বুজাবলৈ nc:ng, mimc, me:ng, nienc (অৰ্থ – মাইকী) শব্দ সংযোগ কৰা হয়। যেনে—

| | | | |
|---|---|---|---|
| milong | মতা | mimc | মাইকী |
| ko:milong<br>ko:milbong | মতা ল'ৰা | ko:nimc<br>ko:nc:ng | মাইকী ছোৱালী |
| tumbo milong | -বৰলা | tumbo mimc | -বিধৱা |
| ru:tum milong | -গৰাকী | ru:tum mimc | -গৰাকিণী। |

৭.৪২ ঃ প্ৰাণী বুজোৱা উভয় লিংগৰ শব্দত abo-'মতা', আৰু anc-'মাইকী' শব্দ সংযোগ কৰি পুংলিংগ আৰু স্ত্ৰীলিংগ কৰা হয়। যেনে—

| | | | |
|---|---|---|---|
| simon abo | মতা পশু | simon anc | মাইকী পশু |
| sobc abo | মতা গৰু | sobc anc | মাইকী গৰু |
| tabv abo | মতা সাপ | tabv anc | মাইকী সাপ, ইত্যাদি। |

৭.৪৩ ঃ নামবাচক বিশেষ্যৰ (জীৱ-জন্তুৰ) শব্দত লিংগবাচক aboৰ -bo, আৰু ancৰ -nc মাত্ৰ সংযোগ হয়। জীৱ-জন্তুৰ মূল শব্দত থকা উপসৰ্গ বা প্ৰথম অক্ষৰটো লোপ পায়।[৭] সাধাৰণতে মূল শব্দটো দ্বিৰুক্তি কৰি লিংগবাচক -bo আৰু -nc যোগ কৰা হয়। যেনে—

| | | | |
|---|---|---|---|
| cki: ki:bo | মতা কুকুৰ | cki: ki:nc | মাইকী কুকুৰ |
| sitc tcbo | মতা হাতী | sitc tcnc | মাইকী হাতী |
| pcjab jabbo | মতা হাঁহ | pcjab jabnc | মাইকী হাঁহ ইত্যাদি। |

৭। শব্দ দুটাৰ উপসৰ্গ দুটা লোপ পোৱাৰ ফলত মূল ধাতু বা প্ৰাতিপাদিক দুটাই পুনৰ দ্ব্যাক্ষৰিক শব্দ গঠন কৰে।

৭.৪৪ : সম্বন্ধবাচক শব্দত পুংলিংগ আৰু স্ত্ৰীলিংগ বুজাবলৈ বেলেগ বেলেগ শব্দ ব্যৱহাৰ কৰা হয়। যেনে—

| | | | |
|---|---|---|---|
| ato | ককাদেউতাক | ayo | আইতাক |
| abu | দেউতাক | anc | মাক |
| ba:b<br>ba:bu<br>ba:u<br>ba:bv | দেউতা | na:n<br>na·nc<br>ou<br>na:nv | আই, মা |
| o:<br>ao | পো | omc | জী |
| bvro- | ককায়েক | bvrmc- | বায়েক |

যেনে —

| শব্দ + বিভক্তি | চাঃয়াং | পাগ্‌ৰ, দীলু, দাম্বুগ্‌, অয়ান |
|---|---|---|
| sitc+c | sitc | sittc হাতীয়ে |
| asi+c | asic | atsc পানীয়ে |
| abu + c | abuc | abbo বাপেকে |
| aro + c | aruc | arro স'চাই, |
| tasc+c | tasec | tatsc খেৰে, ইত্যাদি। |

৮.০০ বিশেষণ :

মিচিং ভাষাত বিশেষণৰ বাবে সুকীয়া শব্দ নাই। বিশেষণ শব্দবোৰ মূল ধাতুৰ পৰা সাধন কৰা হয়। যিবোৰ ধাতুৰ পৰা বিশেষণ শব্দ সাজিব পাৰি সেইবোৰক বিশেষণীয় ধাতু (Adjectival Root) বুলিব পাৰি। এই বিশেষণীয় ধাতুৰ পিছত বিশেষণ বাচক -nc প্ৰত্যয় যোগ দিলে বিশেষণ শব্দ গঠিত হয়। যেনে

| ধাতু + প্ৰত্যয় | বিশেষণ | অৰ্থ |
|---|---|---|
| ai-+nc | ainc | ভাল |
| aima: + nc | aima:nc | বেয়া |
| o:rv:+nc | o:rv:nc | ওখ |
| c:tcd+nc | c:tcdnc | চাপৰ |
| mircm+nc | mircmnc | ধনী |
| opan+nc | opannc | দুখীয়া, ইত্যাদি। |

৮.১০ : ৰং বা বৰণ বুজোৱা বিশেষণ শব্দৰ আগত ya- উপসৰ্গ আগত থাকে। যেনে—

| | | | |
|---|---|---|---|
| yasing | বগা | yage | সেউজীয়া |
| yaka | ক'লা | yade: | শেঁতা, ইত্যাদি। |
| yalvng | ৰঙা | | |

৮·১১ : গন্ধ বুজোৱা শব্দত √nam (গন্ধ লোৱা) ধাতুৰে সজা হয়। তাৰ লগত বিভিন্ন অৰ্থ বুজোৱা প্ৰত্যয় সংযোগ কৰি নানান বিশেষণ শব্দ গঠন কৰা হয়। যেনে—

| | | | |
|---|---|---|---|
| nampo | সুগন্ধ | namke: | প্ৰসাৱৰ গন্ধ |
| namnying | দুৰ্গন্ধ | namdvg | জ্বলা গন্ধ, |
| namsung | গেলা গন্ধ | | ইত্যাদি। |

৮·১২ : জিভাৰ আস্বাদনৰ ক্ষেত্ৰত বিভিন্ন ধাতুৰ লগত -nc প্ৰত্যয় যোগ কৰি সাধন কৰা হয়। যেনে—

| | | | |
|---|---|---|---|
| ti:nc | মিঠা | ku:nc | টেঙা |
| dvgnc | জ্বলা | koyagnc | নিমখীয়া, ইত্যাদি। |

## ৮·২০ বিশেষণৰ তাৰতম্য : তুলনা

## ৮·২১ ভাল আৰু বেয়াৰ মাজত :

বহুতৰ মাজত এটাৰ অলপ ভাল বা বেয়া, বা ভাল বেয়াৰ পৰিমাণ অলপ, নিচেই, এনে অৰ্থত বিশেষণীয় ধাতুৰ লগত ou, au, mum, gam যোগ দি তুলনা কৰি দেখুওৱা হয় [৮]। যেনে—

ou – si ongo si aiyou dag—এই মাছটো অলপ ভাল।

au – ambvn kvdv: sc aiyau dag—চাউলখিনি অলপ ভালেই।

mum – sc galug sc ngokkc pc aimum dag—এই চোলাটো মোৰ বাবে অলপ ভালেই।

gam – bvkkc kinam dc aigamma:—তাৰ অসুখটো অলপ বেয়া। (অৰ্থাৎ বেছি বেয়ালৈ আহিছে।)

## ৮·২২ ভাল আৰু উত্তমৰ মাজত :

সংস্কৃতত প্ৰিয়, প্ৰিয়তৰ, প্ৰিয়তম, নাইবা ইংৰাজীৰ good, better, best ইত্যাদিৰ দৰে মিচিং ভাষাতো দুটা বা ততোধিক

৮। অসমীয়া ভাষাত সাধাৰণতে এনে ধৰণৰ পৰিমাণবাচক তুলনা শব্দ নাই। গতিকে অসমীয়া বাক্যৰে প্ৰকৃত অৰ্থ ফুটাই তুলিব নোৱাৰি।

বস্তুৰ মাজত এটাৰ তুলনা বুজাবলৈ বিশেষণীয় ধাতুটোৰ লগত gam, ya:, ban, ban-pag যোগ দি কৰা হয়। তুলনা কৰোঁতে তুলনা কৰা বস্তু আৰু তুলনীয় বস্তু দুটাৰ মাজত pcnam (অসমীয়া '-তকৈ'ৰ দৰে) অন্তৰ্ভুক্ত কৰা হয়। যেনে—

gam—si gasor si nokkc dcmpcnam aigam dag.
এই কাপোৰখন তোমাৰখনতকৈ অলপ ভাল (হয়)।

ban—panoi-bv Rokomimcm-pcnam aiban dag—পানৈ ৰকমীতকৈ বেছি ভাল (হয়)।

ya:,(yang)—nokkc kitab dcm pvlvng ngokkc si aiya:dag—তোমাৰ কিতাপখনতকৈ মোৰ খন বেছি ভাল (হয়)।

ban-pag—ngokkc galug si appv:lokkcm pcnam aiban-pag dag—মোৰ চোলাটো আটাই-বোৰতকৈ বেছি ভাল (উত্তম হয়)।

এই বিশেষণৰ তাৰতম্য gam—আপেক্ষিকভাৱে, ban আৰু ya:—তুলনামূলক ভাৱে, ban-pag আৰু ya:pag—উত্তমভাৱে, এনে অৰ্থত ব্যৱহাৰ কৰা হয়।

## ৮.৩০ বিশেষণীয় বিশেষণ: ক্রিয়া বিশেষণ:

বিশেষণীয় বিশেষণ গঠন কৰিবলৈ ধাতুৰ পিছত -pc যোগ দিয়া হয়। যেনে—

| | | | |
|---|---|---|---|
| aipc | ভালকৈ, | aima:pc | বেয়াকৈ |
| dcngompc | পলমকৈ | lcdupc | পিছলৈ |
| aginpc | সদায় | lo:dvpc | নিতৌ, ইত্যাদি। |

বিশেষণীয় বিশেষণ শব্দবোৰ ক্রিয়া বিষেশণ হিচাপেও ব্যৱহাৰ হয়। আচলতে এইবোৰ ক্রিয়া বিশেষণ বোলাহে যুগুত। যেনে—

aipc aidag বৰ ভাল (হয়)।
aipc gvto ভালকৈ যোৱাঁ। ইত্যাদি।

## ৮.৪০ সংখ্যাবাচক বিশেষণ:

সংখ্যাবাচক শব্দৰ এটা, এজন বুজাবলৈ সংখ্যাযুক্ত হ'ব-লগীয়া বিশেষ্য বা বিশেষণ শব্দটোৰ লগত -ko যোগ দিয়া

হয়। যেনে—amiko মানুহ এজন, atcrko এটা, lvːncko-ৰঙা এটা, ইত্যাদি।

মিচিং ভাষাত একৰ পৰা দহলৈকেহে সংখ্যা শব্দ আছে। শব্দত বা বাক্যত ব্যৱহাৰ কৰোঁতে সংখ্যা শব্দৰ আগত থকা a-উপসৰ্গ লোপ পায়। ৭, ৮, ৯ সংখ্যা শব্দত উপসৰ্গ নাই। গতিকে এই তিনিটাত মূল ৰূপটোৰেই ব্যৱহাৰ হয়। যেনে—

| সংখ্যা | সংখ্যাবাচক | অৰ্থ | সংখ্যা | সংখ্যাবাচক | অৰ্থ |
|---|---|---|---|---|---|
| ako | -ko | এক | kvnvd | × | সাত |
| annyi | -nyi | দুই | piːnyi | × | আঠ |
| aum | -um | তিনি | konang | × | ন |
| appiː | -piː | চাৰি | vying | ying | দহ। |
| angngo | -ngo | পাঁচ | | | |
| akkeː / akkcng | -keː / -kcng | ছয় | | | |

## ৮.৪১ বৰ্গকৰ্তা (Classifier) ঃ

কোনো বস্তুৰ গোটা, চেপেটা, ঘূৰণীয়া আদি আকৃতি বুজাবলৈ বেলেগ বেলেগ শব্দ ব্যৱহাৰ কৰা হয়। সেই শব্দবোৰৰ উপসৰ্গ বাদ দি বাকী অংশ সংখ্যাবাচক ৰূপৰ লগত যোগ দিয়া হয়। তেতিয়া শব্দটো বৰ্গকৰ্তা (classifier) হিচাপে পৰিগণিত হয়। সংখ্যাবাচক ৰূপ যোগ হলে শব্দটো সংখ্যাৰ দ্বাৰা নিৰ্দিষ্ট কৰা হয়। যেনে—

pv—( <apv ) গোটা, ঘূৰণীয়া বস্তুৰ ক্ষেত্ৰত যেনে—
  apvko এটা ঘূৰণীয়া ( বা এটা কণী )
  pvnyiko দুটা " দুটা কণী
  pvumko তিনিটা ঘূৰণীয়া বা তিনিটা কণী।

dor—(<ador) জন্তু বুজোৱা ক্ষেত্ৰত ; যেনে—
  adorko এটা বা এজনী জন্তু ( গৰু, মহ )
  dornyiko দুটা বা দুজনী " "
  dorkcngko ছটা বা ছজনী " "

bor—(<abor) পাতল, চেপেটা বস্তুৰ ক্ষেত্ৰত ; যেনে—

aborko এখিলা, এপাত
borumko তিনিখিলা, তিনিপাত
boryingko দহখিলা, দহপাত, ইত্যাদি।

এইদৰে lum (গোটা), bung (গোটা, দীঘল), tag (চেপেটা টুকুৰা) আদি বহুতো বৰ্গকৰ্তা সংখ্যাবাচক শব্দৰ লগত যোগ হয়।

৮ ৪২ পূৰণবাচক :

মিচিং ভাষাত প্ৰথম, দ্বিতীয়, তৃতীয় আদি পূৰণবাচক শব্দ নাই। সংখ্যাৰ পাৰিভাষিক শব্দ একৰ পৰা দহ আৰু এশ আছে। এঘাৰ, বাৰ, বত্রিশ, তেত্রিশ ইত্যাদি মাজৰ সংখ্যাবোৰৰ পাৰিভাষা নাই।

৯ ০০ সৰ্বনাম :

৯ ১০ ব্যক্তিবোধক সৰ্বনাম :

ব্যক্তিবোধক সৰ্বনামৰ প্ৰথম পুৰুষ, দ্বিতীয় পুৰুষ আৰু তৃতীয় পুৰুষ এই তিনিওটা পুৰুষ আছে আৰু এইবোৰ এক-বচন, দ্বিবচন আৰু বহুবচনত ৰূপ হয়। যেনে -

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| ১ম পুৰুষ | ngo, মই, | ngonyi, আমি দুয়ো, | ngolu, আমি |
| ২য় পুৰুষ | no, তুমি, | nonnyi, তোমালোক দুয়ো, | nolu, তোমালোক |
| ৩য় পুৰুষ | bv, সি, তাই, | bvnnyi, সিহঁত দুয়ো, | bulu, সিহঁত। |

৯·১১ শ্ৰেণী আৰু লিংগ নিৰপেক্ষ :

ব্যক্তিবোধক সৰ্বনামৰ তুচ্ছাৰ্থ আৰু মান্যাৰ্থ ৰূপ মিচিং ভাষাত নাই। তদুপৰি পুংলিংগ আৰু স্ত্ৰীলিংগ সূচাবৰ কাৰণে বিকল্প শব্দৰ প্ৰয়োগ নাই। তৃতীয় পুৰুষৰ bv সি, তাই, তেওঁ, তেখেত, ই, ইত্যাদি সকলোকে বুজায়। দ্বিবচন আৰু বহুবচনতো একে নিয়মেই প্ৰযোজ্য।

৯ ১২ শব্দ বিভক্তি :

ব্যক্তিবোধক সৰ্বনামত তলত দিয়াৰ দৰে শব্দ বিভক্তি যোগ হয়। যেনে—

প্ৰথমা — ø, -c
দ্বিতীয়া — -cm,-cmc
তৃতীয়া — -kki
চতুৰ্থী — -kkclo-pc
পঞ্চমী— -kkc-lok
ষষ্ঠী — -kkc
সপ্তমী— -kkc-lo

## ৯·১৩ স্বয়ং ঃ

ব্যক্তিবোধক সৰ্বনামৰ নিজবাচক (reflexive) শব্দ হ'ল 'av' (স্বয়ং)। av (স্বয়ং) শব্দ বাক্যত প্ৰয়োগ কৰোঁতে ক্ৰিয়াৰ লগত সদায় 'su' (নিজে কৰা অৰ্থত) যোগ হয়। যেনে—

ngo avc apin dosuto – মই নিজে ভাত খালোঁ।
bv avc okumpc gvsukangku-সি নিজে ঘৰলৈ গ'লগৈ।

## ৯·২০ বিশেষণ সৰ্বনাম ঃ

বিশেষণ সৰ্বনামক তিনি ভাগত ভগাব পাৰি। (ক) সম্বন্ধ-বাচক, (খ) নিৰ্দিষ্টতাবাচক, (গ) অনিৰ্দিষ্টতাবাচক।

ক) সম্বন্ধবাচক সৰ্বনামৰ উদাহৰণ
sekkc galugc—কাৰ চোলা (হয়)?
nokkc kitabc—তোমাৰ কিতাপ (হয়)।
bvkkc abuc—তাৰ দেউতাক (হয়)। ইত্যাদি।

খ) নিৰ্দিষ্টতাবাচক সৰ্বনামক নিকটৱৰ্তী আৰু দূৰৱৰ্তী এই দুটা ভাগত ভাগ কৰিব পাৰি। যেনে—

| নিকটৱৰ্তী | | দূৰৱৰ্তী | |
|---|---|---|---|
| si, sc | এই, এইটো | c, dc | সেই, সেইটো |
| sidc | এয়া, সেইটো | cdc | সেয়া, সেইটো |
| sipc, scmpc | এনেকৈ | dcpc, cdcmpc | সেইদৰে, তেনেকৈ |
| | | tclc | ওপৰত, উজনিত |
| | | bclc | তলত, নামনিত, ইত্যাদি। |

গ) অনির্দিষ্টতাবাচক সৰ্বনাম :

| | | | |
|---|---|---|---|
| se:koji | কোনোবা | siddv | ইমান |
| se:kotc | কোনেও | dcddv | সিমান |
| asutko | অলপ | cddvko | সিমান, ইত্যাদি। |

বিশেষণ সৰ্বনামৰ bv, si, sc, atc, av, vngko, oko ইত্যাদি শব্দৰ একবচন আৰু বহুবচনত ৰূপ হয়।

৯.৩০ প্রশ্নবোধক সর্বনাম ঃ

se:ko (কোন), vngkuc (কি), oko, okko (কি), kapc (কেনেকৈ), kapila (কিয়) ইত্যাদি প্ৰশ্নবোধক সৰ্বনাম। ইয়াৰ প্ৰথম তিনিটা se:ko, vngko, okko শব্দৰ শব্দৰূপ হয়।

৯.৪০ কালবাচক সর্বনাম ঃ [১]

কালবাচক সৰ্বনামবোৰক (ক) কালবাচক, (খ) স্থানবাচক আৰু (গ) দিগ্‌বাচক এই তিনি ভাগত ভগাব পাৰি। উদাহৰণ—

| | | | | |
|---|---|---|---|---|
| কালবাচক : | su:pag | এতিয়া, | su:gam | অথনিকৈ |
| | silo | আজি | mclo | যোৱা কালি |
| | yampo | কাইলৈ | konno | পৰহি, ইত্যাদি। |
| স্থানবাচক : | so | ইয়াত | dolo | তাত |
| | sido | ইয়াত | odo | তাত |
| | vngkolo | ক'ত | okolo | ক'ত, ইত্যাদি। |
| দিগ্‌বাচক : | okolo-pc | কলৈ | vngkolo-pc | ক'লৈ |
| | tolo-pc | উজনিলৈ | bolo-pc | নামনিলৈ, ইত্যাদি। |

১০.০০ ধাতু প্রকাৰণ ঃ

মিচিং ভাষাত প্ৰাতিপাদিক আৰু প্ৰাকৃতিৰ (ধাতু) মাজত মৌলিক পাৰ্থক্য নাই। একে শব্দমূল বা ধাতুৰপৰা নামবাচক শব্দ আৰু ক্ৰিয়া তৈয়াৰ কৰিব পাৰি। সাধাৰণতে মূল ধাতুৰ আগত উপসৰ্গ যোগ দি নামবাচক শব্দ গঠন কৰা হয়, আৰু

১। প্ৰচলিত অসমীয়া ব্যাকৰণবোৰত এই শব্দবোৰ সর্বনাম পদত অন্তর্ভুক্ত কৰা হয়। কিন্তু ইংৰাজী ব্যাকৰণ মতে এইবোৰ ক্ৰিয়া বিশেষণ (adverb)ৰ শব্দ। এই আলোচনাত অসমীয়া ব্যাকৰণৰ ৰীতিকে মানি চলা হৈছে।

ধাতুৰ পিছত বেলেগ বেলেগ প্ৰত্যয় সংযোগ কৰি ক্ৰিয়াভাব আৰু ধাতুৰূপ কৰা হয়। যেনে—appun (ফুল), নামবাচক বিশেষ্য ; pumnc—(ফুলি থকা, পুষ্পিত) বিশেষণ ; pundung (ফুলি আছে) ক্ৰিয়া ; punmaঃ (ফুলা নাই) নঞাৰ্থক ক্ৰিয়া।

মূল ধাতুৰ লগত কোনো সূকীয়া প্ৰত্যয় যোগ (কৃৎ প্ৰত্যয়) নকৰাকৈ ধাতুকেই পোনপটীয়াকৈ ক্ৰিয়া হিচাপে ব্যৱহাৰ কৰা হয়। অৰ্থাৎ অসমীয়া ভাষাৰ খা+আ=খোৱা, কৰ্+আ=কৰা ইত্যাদিৰ দৰে ক্ৰিয়াত কৃৎপ্ৰত্যয় যোগ নহয়। যেনে—√do (খা)+to (অনুজ্ঞা) ·doto, খা, খোৱা। √do+ye (ভৱিষ্যৎ কালৰ বিভক্তি) =doye, খাম, খাবা, খাব ইত্যাদি।

## ১১·০০ ক্ৰিয়া ঃ

মিচিং ভাষাত ধাতুকেই ক্ৰিয়া হিচাপে ব্যৱহাৰ কৰা হয়। ক্ৰিয়াৰ ধাতুৰূপত পুৰুষ, বচন আৰু লিংগ অনুযায়ী কোনো পৰিবৰ্তন নহয়। বিভিন্ন কাল সূচাবৰ কাৰণে ক্ৰিয়াৰ লগত বেলেগ বেলেগ প্ৰত্যয় (বা বিভক্তি) যোগ কৰা হয়। ক্ৰিয়াবোৰক একক (এটা ধাতু) আৰু যৌগিক (একাধিক ধাতু) এই দুভাগত ভাগ কৰিব পৰা যায়। যেনে—√bi=দি ; √len=ওলা ; √bilen= উলিয়াই দি ; lenbi=ওলাই দি ; ইত্যাদি।

## ১১·১০ সকৰ্মক আৰু অকৰ্মক ক্ৰিয়া ঃ

ক্ৰিয়াক কৰ্মযুক্ত আৰু কৰ্মহীন ৰূপত সকৰ্মক আৰু অকৰ্মক এই দুটা ভাগত ভাগ কৰিব পাৰি। যেনে—

সকৰ্মক—ngo advn dodo—মই মাংস খাওঁ।

অকৰ্মক—csar yiঃdag<br>
csar yabdag<br>
csar yudag } বতাহ বলিছে।

## ১১·২০ সমাপিকা আৰু অসমাপিকা :

ক্ৰিয়াৰ কাৰ্য্য সম্পাদন অনুযায়ী সমাপিকা আৰু অসমাপিকা এই দুটা ভাগত ভগাব পাৰি। কাৰ্য্য সম্পূৰ্ণ কৰিলে সমাপিকা আৰু অসম্পূৰ্ণ হৈ থাকিলে অসমাপিকা হয়। যেনে—

সমাপিকা—ngo apin dotobo- মই ভাত খালোঁ।
অসমাপিকা—ngo apin dola —মই ভাত খাই ; ইত্যাদি।
অসমাপিকা ক্রিয়া গঠন কৰিবলৈ ক্রিয়াৰ লগত-la আৰু dodcm (ওঁতে) যোগ দিয়া হয়।

## ১১.৩০ সম্মোদনাত্মক আৰু নাস্ত্যৰ্থক :

কর্তাৰ লগত সংগতি ৰাখি ক্রিয়াই কাম কৰা বুজালে সম্মোদনাত্মক (Affirmative) আৰু নকৰা বুজালে নাস্ত্যর্থক (Negative) ক্রিয়া হয়। সম্মোদনাত্মক ক্রিয়াত সাধাৰণতে কাল বিভক্তি যুক্ত হয়। নাস্ত্যর্থক ক্রিয়াৰ ক্ষেত্রত মূল ক্রিয়াৰ লগত নঞাৰ্থক ma: বা mang যোগ হয়। যেনে-

সম্মোদনাত্মক : ngo apong tv:do মই লাউপানী খাওঁ।
নাস্ত্যর্থক : ngo apong tv:ma: মই লাউপানী নাখাওঁ।

নিত্য বর্তমান কালত নঞার্থক ma: যোগ হোৱাৰ পিছত কাল বিভক্তি যোগ নহয়। অতীত আৰু ভবিষ্যত কালত ma:ৰ পিছতো বিভক্তি যোগ হয়। যেনে—

ngo gvmangai মই যোৱা নাছিলোঁ।
ngo gvma:ye মই নাযাম।

## ১১·৪০ অনুজ্ঞা আদেশ :

আনক আদেশ, অনুৰোধ, প্রার্থনা কৰি কাম কৰোৱালে অনুজ্ঞা ক্রিয়া হয়। অনুজ্ঞাৰ বিভিন্ন দিশত বিভিন্ন প্রত্যয় ক্রিয়াৰ লগত যোগ হয়। যেনে—

আদেশ বা অনুজ্ঞা অৰ্থত -to, -toka.
no doto তুমি খোৱা।
no dotoka ,, ,,

নিষেধ অৰ্থত -yo, -yoka.
no doyo তুমি নাখাবা।
no doyoka ,, ,,

নিমন্ত্রণ বা আহ্বান অৰ্থত -lang, -langka.
aipc a:langka—ভালকৈ আহিবা (স্বাগতম্)

aipc du:langka—ভালকৈ থাকিবা
no so:pc gvlang—তুমি ইয়ালৈ আহঁা।

অনুৰোধ আৰু প্ৰাৰ্থনা অৰ্থত—toi, tei.

| | |
|---|---|
| no dcm la:toi | তুমি সেইটো আনি দিয়ানা। |
| no dcm la:tei | আপুনি সেইটো আনি দিয়ক |
| ru:nc no ru:toi | সৃষ্টিকৰ্তা, তুমি সৃষ্টি কৰা। |
| ru:nc no ru:tei | সৃষ্টিকৰ্তাই সৃষ্টি কৰক। |

আদেশ অনুমতি প্ৰাৰ্থনা— -motoi, -motei, -moteika.

| | |
|---|---|
| bvm ara:pc gva:motoi<br>„ „ gva:motei<br>„ „ gva:moteika | তাক ভিতৰলৈ আহিবলৈ (বা যাবলৈ) অনুমতি দিয়ক। |
| ngom gvmotei— | মোক যাবলৈ দিয়ক। |

অনুমতি -to, -sa,

apin doto sa —ভাত খোৱা।
no kangkvto sa —তুমি পৰীক্ষা কৰি চোৱাচোন বাৰু।
sa, gvkangkubo —বাৰু যোৱাগৈ।

আহ্বান কৰা অৰ্থত-la:je, -la:e, la:i,

kaje gvla:je—ব'লা যাওঁ (হক)।
kaje dola:e —ব'লা খাওঁ (হক)।
kaje tv:la:i —আহা, পিখাওঁ (হক)। ইত্যাদি।

## ১১.৫০ ণিজন্ত বা পঁাচনী

আনক পঁাচি কাম কৰোৱা অৰ্থত পাঁচনী ক্ৰিয়া হয়। ধাতু বা ক্ৰিয়াৰ পিছত-mo যোগ কৰি পঁাচনী ক্ৰিয়া সজা হয়। যেনে-

bvm ager dcm germoto—তাক কামটো কৰোৱা।
ngo ko: dcm kammoto—মই ল'ৰাটো কান্দুৱালোঁ।
ngo bvm so:moto—মই তাক নচুৱালোঁ।

কিছুমান ক্ৰিয়া সদায় পঁাচনী ক্ৰিয়াৰ দৰে ব্যৱহাৰ হয়। মূল ধাতুৰ লগত -kan (দেখুওৱা, show ),-yir, -yil (শিকোৱা, অনুকৰণ কৰা) অৰ্থত প্ৰত্যয় যোগ কৰি পঁাচনী ক্ৰিয়া কৰা হয়। যেনে—

ngo bvm simon dcm lcngkanto—মই তাক পহুটো দেখুৱালোঁ।
ambvn pitkanto—চাউল ছটিয়াই দেখুৱালোঁ।
no poyirto —তুমি পঢ়োৱা।
ngo bvm luyilto— মই তাক (কথা কৈ) শিকালোঁ। ইত্যাদি।

১.৬০ নামধাতু :

মিচিং ভাষাৰ নামধাতুৰ প্ৰসংগত মন কৰিব লগীয়া কথা হ'ল যে নামবাচক কিছুমান শব্দ ধাতুৰ পৰাই উৎপত্তি হোৱা। ধাতু আৰু প্ৰাতিপাদিকৰ মাজত বৰ বেছি পাৰ্থক্য নাই, এই কথা আগতে উনুকিয়াই অহা হৈছে। নামবাচক বিশেষ্য শব্দ-বোৰৰ বেছি ভাগেই উপসৰ্গ। ধাতু বা প্ৰাতিপাদিক, এই ৰূপত গঠিত হৈছে। গতিকে নামধাতু পাবলৈ হলে নামবাচক শব্দৰ উপসৰ্গ অঁতৰাই দিলেই ধাতুটো সূকীয়া হৈ ওলাই পৰে। ধাতুৰ লগত পোনপটীয়াকৈ ক্ৰিয়াৰ কাল বা প্ৰত্যয় যোগ দিব পাৰি। অৰ্থাৎ একেটা মূলকেই বিশেষ্য আৰু ক্ৰিয়া ৰূপে ব্যৱহাৰ কৰিব পাৰি। যেনে –

appun pun—ফুল ফুল্।
appun pundung—ফুল ফুলিছে।
apv pv—কণী পাৰ্।

pcrogc apv pvdung—কুকুৰাই কণী পাৰিছে।
okum kum—ঘৰ (সংসাৰ) পাত।
okum kumto—ঘৰ সংসাৰ পাত।

এই উদাহৰণত দিয়া appun (ফুল), apv (কণী), okum (ঘৰ) বিশেষ্য পদ। pun, pv, kum এইবোৰ ধাতু বা ক্ৰিয়া। বিভিন্ন প্ৰত্যয় সংযোগ কৰি এইবোৰৰ পৰা আন পদৰ শব্দও পাব পাৰি। যেনে—

pun+len (ওলোৱা)=punnen ফুলি ওলোৱা, প্ৰকাশ পোৱা।
pv+yang (গেলা)= pvyang গেলা কণী।
kum+rv (ওচৰ)= kumrv চুবুৰীয়া ঘৰ। ইত্যাদি।

১১.৭০ বিশেষণীয় ক্ৰিয়া (adjectival verb) :

কিছুমান ক্ৰিয়াই বিশেষণৰ দৰে কাৰ্য্য কৰে। (এনে লক্ষণ ভাৰতীয় আৰ্য্য ভাষাবোৰত সচৰাচৰ পোৱা নাযায়)। আন প্ৰকাৰে

ক'বলৈ হলে বিশেষণ শব্দবোৰ কিছুমান ধাতুৰ পৰাই সৃষ্টি হৈছে। উদাহৰণ—

√ai ভাল হ √ya: গেলি যা
√lan সিয়ান হ √san শুকান হ
√ti: মিঠা হ √ke: কেঁহা হ, ইত্যাদি।

১১·৮০ ক্রিয়াৰ কাল :[১০]

মিচিং ভাষাৰ ক্রিয়াৰ কালক বর্তমান, অতীত আৰু ভবিষ্যত এই তিনিটা ভাগত পোৱা যায় আৰু প্রতিটো কালত বিভিন্ন কালবোধক প্রত্যয় বা বিভক্তি যোগ হয়।

১১·৮১ ক্রিয়াভাৱ (mood) :

ক্রিয়াৰ ভাৱ অনুযায়ী ক্রিয়াবোৰক এই কেইটা ভাগত ভগাব পাৰি।

ক) নির্দেশাত্মক ক্রিয়াভাৱ ( Indicative Mood )
খ) অতীত বা ভূত ( Potential Mood )
গ) বিধিলিঙ্ ( Narrative Mood )
ঘ) ইচ্ছাবোধক বা সনন্ত ( Desiderative Mood )
ঙ) অভিপ্রায়াত্মক ( Subjunctive Mood )
চ) সন্দিগ্ন ( Dubitative Mood )
ছ) অনুজ্ঞা বা লোট ( Imperative Mood )
জ) নিজন্ত বা পাচনী ( Causative )
ঝ) আশীলিঙ্ ( Benedictive )
ঞ) লুঙ্ ( Aorist )

মিচিং ভাষাৰ ক্রিয়াৰ বাহুল্যৰ বাবে এই ধৰণৰ ক্রিয়াৰ বিভিন্ন ক্রিয়া ভাৱ পোৱা যায়।

১১·৮২ দশা (Aspect) :

অতীত, বর্তমান আৰু ভবিষ্যত কালত ক্রিয়াৰ দশা ( Aspect ) অনুযায়ী তলত দিয়াৰ দৰে ভাগ কৰিব পাৰি।

১০। পাতুন, নাহেন্দ্র—"মিচিং ভাষাত ক্রিয়াৰ কাল", কৰাদ্. সম্পাদক, হৰেন্দ্র নাথ দলে, প্রথম বছৰ, প্রথম সংখ্যা, ১৯৮১ চন; পৃঃ ২৮। এই প্রবন্ধত ক্রিয়াৰ কালৰ বিষয়ে কিছু বিস্তৃতভাৱে আলোচনা কৰা হৈছে।

**বৰ্ত্তমান কাল :**

ক) নিত্য বৰ্তমান কাল (Habitual or Universal Present)
খ) ব্যৱহাৰিক বৰ্তমান ( Customary habitual Present)
গ) অপূৰ্ণ বৰ্তমান ( Present Imperfect )
ঘ) অনিৰ্দিষ্ট বৰ্তমান ( Present Indefinite )
ঙ) পূৰ্ণ বৰ্তমান ( Present Perfect )
চ) ক্ৰমগতিক পূৰ্ণ বৰ্তমান (Present Perfect Continous)
ছ) স্বৰূপ বৰ্তমান ( Present Perfect Definite )

**অতীত কাল :**

ক) নিত্য ভূত ( Habitual or Universal Past )
খ) ব্যৱহাৰিক ভূত (Customary Past)
গ) পূৰ্ণ ভূত (Past Perfect)
ঘ) অপূৰ্ণ ভূত (Past Imperfect)
ঙ) ক্ৰমগতিক পূৰ্ণ ভূত (Past Perfect Continous)
চ) ক্ৰমগতিক অপূৰ্ণ ভূত (Past Imperfect Continous)
ছ) অপূৰ্ণ অনিৰ্দিষ্ট ভূত (Past Imperfect Indefinite)
জ) সাম্ভাব্য ভূত (Past Progressive)

**ভৱিষ্যত কাল :**

ক) সাধাৰণ ভৱিষ্যত (Simple Future)
খ) নিশ্চিত ভৱিষ্যত (Sure Future)
গ) সম্ভাব্য ভৱিষ্যত (Optative Future)

**১১·৮৩ বিশেষ ক্ৰিয়া (Substantive verb):**

ক্ৰিয়াৰ কাল বুজোৱাত সহায় কৰিবলৈ মিচিং ভাষাত কেইটামান বিশেষ ক্ৰিয়া ব্যৱহাৰ কৰা হয়। এইবিধ ক্ৰিয়া বৰ্তমান আৰু অতীত কালত যোগ হয়। ভৱিষ্যত কালত যোগ নহয়। সেই বিশেষ ক্ৰিয়াবোৰ হৈছে—.

ক) বৰ্তমান কালত কোনো কাৰ্য্য চলি থকা অৰ্থত—do, dag, dung আৰু কাৰ্য্য সম্পূৰ্ণ কৰা অৰ্থত—to, tag, tung,

খ) do, dag, dung আৰু to, tag, tung ৰ লগত অতীত বুজোৱা ai যোগ কৰা হয়।

কাৰ্য্য চলি আছিল অৰ্থত--doai (duai), dagai, dungai.
কাৰ্য্য পূৰ্ণ কৰিছিল অৰ্থত –toai (tuai), tagai, tungai.

ইয়াৰে do নিত্য বৰ্তমান অৰ্থাৎ সদায় চলি থকা বুজোৱা অৰ্থত আৰু dag ব্যৱহাৰিক অৰ্থত সদায় চলি থকা বুজালে ব্যৱহাৰ হয়। dung কামটো চলি থকা অৰ্থাৎ অসম্পূৰ্ণ হৈ থকা অৰ্থত ব্যৱহাৰ হয়। অলপ আগতে কামটো সম্পূৰ্ণ কৰা অৰ্থত to, tag আৰু অসম্পূৰ্ণ অৰ্থত tung ব্যৱহাৰ হয়। সাধাৰণতে do, dag, to, tag এই বিশেষ ক্ৰিয়া কেইটা বাক্যত বা কথিত ৰূপত কেতিয়াবা বক্তা বা লেখকৰ অজ্ঞতাৰ বাবে খেলি মেলি লগা দেখা যায়। dung (থকা, বহি থকা), dag (থিয় হৈ থকা) এই দুটা ক্ৰিয়াৰ লগতো বিশেষ ক্ৰিয়াৰ (substantive verb) ধ্বনিগত সাদৃশ্যৰ বাবে আউল লাগে।

## ১১·৮৪ ধাতুৰূপ :

বিশেষ ক্ৰিয়াৰ (Substantive verb) সহায়ত নিৰ্দেশাত্মক ক্ৰিয়া ভাবত (Indicative Mood) কি ধৰণে ধাতুৰূপ হয় তাৰ এটি চমু উদাহৰণ দাঙি ধৰা হ'ল।

মন কৰিব লগীয়া কথা যে ধাতু ৰূপত বচন, পুৰুষ আৰু লিংগ অনুযায়ী কোনো পৰিবৰ্তন নহয়। প্ৰথম পুৰুষৰ একবচনত কোনো এটা কালৰ যি ৰূপ হয়, সেয়েই দ্বিতীয় বা তৃতীয় পুৰুষৰ একবচন, দ্বিবচন আৰু বহুবচনতো ব্যৱহাৰ হয়। যেনে—

| | |
|---|---|
| ngo dodo | মই খাওঁ। |
| no dodo | তুমি খোৱা। |
| bv dodo | সি খায়। |
| ngonnyi dodo | আমি দুয়ো খাওঁ। |
| nonnyi dodo | তোমালোক দুয়ো খোৱা। |
| bvnnyi dodo | সিহঁত দুয়ো খায়। |
| ngolu dodo | আমি খাওঁ। |
| nolu dodo | তোমালোকে খোৱা। |
| bulu dodo | সিহঁতে খায়। ইত্যাদি। |

তলত √i = কৰ্, আৰু √do = খা ধাতুৰ বিভিন্ন কালৰ বিভক্তি ৰূপ দেখুৱা হ'ল।

## নির্দেশাত্মক ক্রিয়া ভাব (Indicative Mood)

ধাতু √do খা, √i কৰ্

| প্রধান কাল | কালৰ বিভাগ | কাল বিভক্তিৰ বিশেষ ক্রিয়া | √i কৰ | √do খা |
|---|---|---|---|---|
| বর্তমান কাল | ক) নিত্য বর্তমান | do | ido | dodo |
| | খ) ব্যৱহাৰিক বর্তমান | dag | idag | dodag |
| | গ) অপূর্ণ বর্তমান | dung | idung | dodung |
| | ঘ) অনির্দিষ্ট বর্তমান | la dung | ila dung | dola dung |
| | ঙ) স্বৰূপ বর্তমান | to | ito | doto |
| | চ) পূর্ণ বর্তমান | tag | itag | dotag |
| | ছ) ক্রমগতিক অপূর্ণ বর্তমান | tung | itung | dotung |
| অতীত কাল | ক) নিত্য ভূত কাল | doai/duai | iduai | doduai |
| | খ) ব্যৱহাৰিক ভূত | dagai | idagai | dodagai |
| | গ) অপূর্ণ ভূত | dungai | idungai | dodungai |
| | ঘ) অনির্দিষ্ট অপূর্ণ ভূত | ladungai | ila dungai | dola dungai |
| | ঙ) স্বৰূপ ভূত | toai/tuai | ituai | dotuai |
| | চ) পূর্ণ ভূত | tagai | itagai | dotagai |
| | ছ) ক্রম গতিক অপূর্ণ ভূত | tungai | itungai | dotungai |
| | জ) সম্ভাব্য ভূত | yai | iyai | doyai |
| ভবিষ্যত কাল | ক) সাধাৰণ ভবিষ্যত | ye/yc | iye/iyc | doye doyc |
| | খ) নিশ্চিত ভবিষ্যত | pc | ipc | dopc |
| | গ) সম্ভাব্য ভূত | yepc/ycpc | iyepc iycpc | doyepc/doycpc |

এই উদাহৰণত পাগ্ৰ, দীল্, অয়ান্ উপভাষাত itoৰ পৰিবর্তে ika (অনিয়মিত ৰূপ); আৰু ituai, iyai, ইত্যাদি শব্দত শ্বাসাঘাতৰ বাবে ittai, iyyai ৰূপত পৰিবর্তন হয়। আভ্যন্তৰীণ ধ্বনি পৰিবর্তনৰ কথা বাদ দিলে প্রায় সকলো উপভাষাতে এই বিশেষ ক্রিয়াবোৰ একে ধৰণে প্রয়োগ হয়।

## ১২.০০ প্ৰত্যয় (Affix) ঃ

কোনো ৰূপৰ (form) অৰ্থাৎ ধাতু, প্ৰাতিপাদিক বা প্ৰাকৃতিৰ আগত নাইবা পিছত যিবোৰ ধ্বনি নাইবা ধ্বনি-সমষ্টি যোগ হৈ ৰূপটোৰ শব্দ সাধনত সহায় কৰে সেইবোৰকে প্ৰত্যয় বোলে। মিচিং ভাষাত দুই প্ৰকাৰৰ প্ৰত্যয় পোৱা যায়। ক) পূৰ্বপত্যয় আৰু খ) পৰপ্ৰত্যয়।

## ১২.১০ পূৰ্বপ্ৰত্যয় আৰু পৰপ্ৰত্যয় ঃ

ক) ৰূপৰ আগত যোগ হোৱা প্ৰত্যয়ক পূৰ্বপ্ৰত্যয় বা উপসৰ্গ ( Prefix ) বোলে। ( পূৰ্বপ্ৰত্যয় বা উপসৰ্গৰ উদাহৰণ এই প্ৰবন্ধৰ ৫.০০ শিতান দ্ৰষ্টব্য)।

খ) ৰূপৰ পিছত যোগ হোৱা প্ৰত্যয়ক পৰপ্ৰত্যয় বা পৰসৰ্গ ( Suffix ) বোলে। মিচিং ভাষাত পৰপ্ৰত্যয়ৰ প্ৰয়োগৰ প্ৰতি দৃষ্টি ৰাখি ইয়াক প্ৰধানকৈ দুটা ভাগত ভগাব পাৰি। যেনে—

১) শব্দ গঠনৰ পৰপ্ৰত্যয় (Word Formative Suffix).
২) বৰ্ণনাত্মক পৰপ্ৰত্যয় (Descriptive Suffix).

## ১২.১১ শব্দ গঠনৰ পৰপ্ৰত্যয় ঃ

যিবোৰ পৰপ্ৰত্যয় সংযোগ কৰিলে মূল ৰূপৰ পৰা বিশেষ্য, বিশেষণ, ক্ৰিয়া-বিশেষণ আদি পদৰ শব্দ গঠন কৰিব পাৰি আৰু সেইবোৰৰ লগত লিংগ, বচন, নিৰ্দিষ্টতা, অনিৰ্দিষ্টতা সূচাব পাৰি—সেইবোৰক শব্দ গঠনৰ পৰপ্ৰত্যয় বোলা হৈছে। বহল ভিত্তিত এই শব্দ গঠনৰ পৰপ্ৰত্যয়ৰ লগত শব্দ-বিভক্তি, কাল-বিভক্তি, পাঁচনি ধাতু, কৃদন্ত আদিকো ধৰা হৈছে। (এই প্ৰবন্ধৰ বিভিন্ন শিতানত এইবোৰৰ উদাহৰণ দি অহা হৈছে)।

## ১২.১২ বৰ্ণনাত্মক পৰপ্ৰত্যয় ঃ

ধাতু বা ক্ৰিয়ামূলবোৰ সাধাৰণতে বন্ধ ৰূপৰ (bound form)। বন্ধ ৰূপৰ ধাতুৰ পিছত কিছুমান প্ৰত্যয় যোগ কৰি ধাতুটো মুক্তৰূপ (free form) কৰা হয়। এনেবোৰ প্ৰত্যয়কেই বৰ্ণনাত্মক পৰপ্ৰত্যয় বোলা হৈছে। অৱশ্যে অৰ্থ আৰু প্ৰয়োগৰ ক্ষেত্ৰতো এইবোৰৰ এটা সুকীয়া বিশেষত্ব আছে।

## ১২.১৩ শব্দ গঠন আৰু বৰ্ণনাত্মক পৰপ্ৰত্যয় ঃ

শব্দ গঠনৰ পৰপ্ৰত্যয় আৰু বৰ্ণনাত্মক পৰপ্ৰত্যয়ৰ মাজত এটা মৌলিক পাৰ্থক্য আছে। শব্দ গঠনৰ পৰপ্ৰত্যয়ৰ সহায়ত ভিন ভিন পদৰ শব্দ সাজি উলিয়াব পাৰি আৰু বাক্যত ব্যৱহৃত পদৰ মাজত সম্পৰ্ক স্থাপন (যেনে—বিভক্তিৰ সহায়ত) কৰিব পাৰি। কিন্তু বৰ্ণনাত্মক পৰপ্ৰত্যয়ে ধাতুৰ কাৰ্য্য কি ধৰণে, কি প্ৰকাৰে বা কেনেকৈ কৰে তাক বৰ্ণায়। অৰ্থাৎ ধাতু বা ক্ৰিয়াক qualify কৰে। এটা উদাহৰণৰ যোগেদি কথাষাৰ স্পষ্ট কৰিব পাৰি। যেনে—

শব্দ গঠনৰ পৰপ্ৰত্যয় ঃ ধাতু √si=মৰ্।

si+nam=sinam, মৰণ, মৃত্যু=বিশেষ্য

si+nc=sinc, মৰা, মৃতক=বিশেষণ

si+nc=sinc, মৰোঁতা=কৃদন্ত

si+pc+nc=sipcnc, মৰিব-লগীয়া=কৃদন্ত

si+nc+kvdar=sinc-kvdar, মৰাবোৰ=বহুবচন

si+do=sido, মৰে=ক্ৰিয়া, বৰ্তমান কাল

si+ye=siye, মৰিব=ক্ৰিয়া, ভৱিষ্যত কাল ইত্যাদি।

এই উদাহৰণত ধাতুৰ পিছত থকা প্ৰত্যয়বোৰে ধাতুটোক বিভিন্ন পদলৈ ৰূপান্তৰিত হোৱাত সহায় কৰিছে। কিন্তু বৰ্ণনাত্মক প্ৰত্যয়ে ধাতুটোক qualify হে কৰে। যেনে—

বৰ্ণনাত্মক পৰপ্ৰত্যয় ঃ

si+yang=siyang, অচেতন হ. অজ্ঞান হ

si+rcb=sircb, এবাৰত মৰ্

si+mur=simur, ভুলকৈ মৰ্

si+ngab=singab, সকলো মৰি শেষ হ

si+kv=sikv, মৰি চা

si+le=sile, আধা মৰা হ, ইত্যাদি।

(* এই শব্দবোৰৰ পিছত কাল-বিভক্তি যুক্ত হ'ব। কিন্তু শব্দ বিভক্তি, বচন, লিংগ আদিৰ প্ৰত্যয় যোগ হ'ব নোৱাৰে)।

গতিকে দেখা গৈছে যে বৰ্ণনাত্মক পৰপ্ৰত্যয়ে কেৱল ধাতু আৰু ক্ৰিয়াৰ কাৰ্য্যহে বিভিন্ন ৰূপত বৰ্ণনা কৰে। সেই কাৰণে

এইবোৰ প্ৰত্যয়ক বৰ্ণনাত্মক প্ৰত্যয় (Descriptive Suffix) নামদিয়া হৈছে। মিচিং ভাষাত এই ধৰণৰ বৰ্ণনাত্মক প্ৰত্যয় বহুত আছে। তলত তেনে ধৰণৰ কেইটামান পৰপ্ৰত্যয়ৰ উদাহৰণ দিয়া হ'ল।

-sang, ওপৰলৈ উঠ, ওপৰলৈ তোল্, অৰ্থত—

gv + sang = gvsang
যা + উঠ্ = ওপৰলৈ উঠ্
la:+sang = la:sang
ল + তোল্ = ওপৰলৈ তোল্
bu + sang = busang
টান্ + তোল্ = ওপৰলৈ টানি তোল্।

-bvn, পৰিষ্কাৰ কৰ্, চফা কৰ্, অৰ্থত—

mo + bvn = mobvn
কৰ্ + পৰিষ্কাৰ কৰ্ = পৰিষ্কাৰ কৰ্
lab + bvn = labbvn
চিকুণা + প. = চিকুণাই পৰিষ্কাৰ কৰ্
tcg + bvn = tcgbvn
কাট্ + প. = কাটি পৰিষ্কাৰ কৰ্।

-mur, ভুল কৰ্, অৰ্থত—

do + mur = domur
খা + ভুল কৰ্ = ভুলকৈ খা
i + mur = imur
কৰ্ + ভু. ক. = ভুলকৈ কৰ্
lu + mur = lumur
ক + ভু. ক. = ভুলকৈ ক
sab + mur = sammur
হিচাপ কৰ + ভু. ক. = ভুলকৈ গণনা কৰ্, ইত্যাদি।

এনে ধৰণৰ শতাধিক পৰপ্ৰত্যয় মিচিং ভাষাত পোৱা যায়। একাধিক ধাতুমূল থকা (Polysyllabic Polymorpheme) শব্দত দ্বিতীয় বা তৃতীয় স্থানত থকা ধাতুটোৱেও কেতিয়াবা পৰপ্ৰত্যয়ৰ দৰে কাম কৰে। যেনে—

ক) √la: - √ল
√bi = √দি
√len = √ওলা।

খ) la:-bi = আনি দে
len-bi = ওলাই দে
bi-len = বাহিৰলৈ দে
la:-len-bi = বাহিৰলৈ উলিয়াই দে।

গ) lu-bi = কৈ দে
kv-bi = বৰ্ণনা কৰি দে
cl-bi = দলিয়াই দে
yon-bi = সানি দে।

ঘ) bu-len = টানি উলিয়া
so-len = টানি উলিয়া
kv-len = বৰ্ণনা কৰি উলিয়া
ka:-len = বাহিৰলৈ চা, ইত্যাদি।

## ১৩·০০ শব্দ সংকোচন[১১] :

মিচিং ভাষাৰ সৰহ ভাগ শব্দ দুটা অক্ষৰেৰে গঠিত এই কথা আগতে কৈ অহা হৈছে। দুটাকৈ অক্ষৰ থকা দুটা শব্দই কেতিয়াবা জোৰা লাগে। তেনেকৈ জোৰা লাগোঁতে শব্দ দুটাৰ প্ৰথম অক্ষৰত থকা উপসৰ্গ দুটা লোপ পায় আৰু প্ৰাতিপাদিক বা ধাতু দুটাই পুনৰ দ্ব্যাক্ষৰিক (disyllabic) শব্দ গঠন কৰে।

উপসৰ্গত বাদেও কেতিয়াবা মূল শব্দত থকা প্ৰথম অক্ষৰো লোপ পাব পাৰে।

---

১১। চীনা ভাষাতো এনে শব্দ সংকোচনৰ ৰীতি আছে। দ্ৰষ্টব্য—Kratochvil Paul—The Chinese Language Today, London, 1968, p. 79.

এই লেখকজনে শব্দ সংকোচনৰ ৰীতিটোক "Stump Compound" বুলিছে। মিচিং দুই এজন লেখকে ইয়াক "সমাস" বুলিছে। কিন্তু সমাসৰ লগত "শব্দ সংকোচন"ৰ এটা পাৰ্থক্য আছে। সমাসত সমাসবদ্ধ শব্দৰ অৰ্থ পৰিবৰ্তন হ'ব পাৰে। কিন্তু শব্দসংকোচনৰ ফলত মূল শব্দৰ অৰ্থ কেতিয়াও পৰিবৰ্তন নহয়।

জোৰা লগা শব্দ দুটা বিশেষ্য, বিশেষণ, ক্রিয়াবিশেষণ, ক্রিয়া, যিকোনো শব্দৰ হ'ব পাৰে। যেনে—

ক) ami+adiː = midiː
মানুহ+পাহাৰ=পাহাৰী মানুহ, মিচিমি
csing+attung = siːtung
গছ+টুকুৰা – গছৰ মূঢ়া
asi+apud = sipud
পানী+ফেন = পানীৰ ফেন
eyeg + advn = yegdvn
গাহৰি+মাংস = গাহৰিমাংস
pcrog + apv = rokpv
কুকুৰা+কণী = কুকুৰাকণী

খ) singgi+appun – gipun
শিমলু+ফুল – শিমলুফুল
kedeː + alum = deːlum
মাটি+লডা = মাটিৰ লডা

গ) ami+aku – miku
মানুহ + পুৰণি = পুৰণি মানুহ, বিজ্ঞলোক
pcrog+opan = rokpan
কুকুৰা+দুখীয়া – মাক নোহোৱা কুকুৰা পোৱালী
abbug+opem = bukpem
বন্দুক+সংজ্ঞা – দুনলীয়া বন্দুক ; ইত্যাদি।

এই ধৰণৰ বহুত শব্দ মিচিং ভাষাত পোৱা যায়।

## গ্রন্থপঞ্জী

1. Barua, Jadav Ch. -Gallo Bhasa, New Book Stall, Gauhati, 1970.

2. Benedict, Paul K. -Sino-Tibetan, A Conspectus, Cambridge, 1972.

3. Forest, R.A.D. -The Chinese Language, London, 1973.

4. Grierson, G.A. -Linguistic Survey of India, Vol. III, Part I. 2nd ed. 1967.

5. Gupta, K. Das -A Introduction to the Gall-ong Language, Shillong, 1963.

6. Kagyung, B. -Mising Sanskritir Alekhya, ed. Gauhati, 1970.

7. Kratochvil, Paul -The Chinese Language To-day, London, 1968.

8. Lorrain, J. Herbert -A Dictionary of the Abor-Miri Language, with Illust-rative Sentences and Notes, Shillong, 1907.

9. Needham, J. F. -Outline Grammar of the Shaiyang Miri Language-as spoken by the Miris of that Clan Residing in the Neighbourhood of Sadiya, Shillong, 1913.

10. Padun, N. -Mising-Asamiyā Pāth, Assam Sāhitya Sabhā, Jorhat, 1981.

-"A Note on the North Assam Tibeto-Burman Lang-uage" in the Assam Aca-demy Review No. one ; ed, Bhaben Barua, Gauhati, 1971.

-"Mishing Phonemes" in Sibsagar College Alochani,

Silver Jubilee Issue, 1973-74.

11. Sai, Tasso -A Guide to Apatani Language, Shillong, 1983.

12. Tayeng, Aduk -A Phrase Book in Padam, Shillong, 1983.

13. Wolfenden, Stuart N. -Outlines of Tibeto-Burman Linguistic Morphology, London, 1929.

—x—